# মহৎজীৱনৰ চানেকিৰে



প্ৰদীপ কুমাৰ দত্ত



বনলতা
গুৱাহাটী-১ ● ডিব্ৰুগড়-১

*MAHAT JEEBANAR CHANEKIRE*- A selection of Biographies of some notable persons of the world written by Sri Pradeep Kumar Dutta, Chandan Nagar, Club Road, Jorhat-1 & published by Sri Makhan Hazarika on behalf of Banalata Dibrugarh Price Rs. 90/-

---

**প্ৰকাশক ঃ**
শ্ৰীমাখন হাজৰিকা
ডিব্ৰুগড়-১, অসম।

**শাখা ঃ**
পাণবজাৰ
গুৱাহাটী-১

**বনলতা সংস্কৰণ ঃ** ২০০১ ডিচেম্বৰ

**মূল্য ঃ** ৯০.০০ টকা

---

**মুদ্ৰণ ঃ**
অসম প্ৰিণ্টিং ৱৰ্কচ প্ৰাঃ লিমিটেড্
যোৰহাট-১ (অসম)

# লেখকৰ নিবেদন

বিগত শতিকাবোৰত পৃথিৱীৰ বিভিন্ন প্ৰান্তত বিভিন্ন সময়ত অনেক ক্ষণ জন্মা ব্যক্তিয়ে সাধ্য সাধনাৰ দ্বাৰা বিভিন্ন ক্ষেত্ৰত বহুত কাম কৰি তেওঁলোকৰ জীৱন মহিয়ান কৰাৰ লগতে মানৱ জাতিৰ বিশ্বৰ কল্যান সাধন কৰি গৈছে। সেই সকল বৰেণ্য ব্যক্তিৰ জীৱন আৰু কৰ্ম্মৰাজি যুগ-যুগান্তৰৰ বাবে আশা আৰু অনুপ্ৰেৰণাৰ উৎস হিচাপে মানৱ জাতিৰ ইতিহাসত উজ্বল নক্ষত্ৰৰ দৰে চন্দ্ৰ দিবাকৰ থাকে মানে জিলিকি থাকিব। টমাচ কাৰ্লাইলে কোৱা এইষাৰ সোণ-সেৰীয়া কথা এই ক্ষেত্ৰত প্ৰাণধানযোগ্য

" No great man lives in vain
The history of the world is but
the biography of men "

এতিয়ালৈকে বিশ্বৰ ইতিহাসত চিহ্নিত হোৱা শতাধিক জেনে মহৎ লোকৰ ভিতৰত ত্ৰিশজনৰ জীৱন আৰু কৰ্ম্মৰাজি সম্বলিত কৰি এই গ্ৰন্থখন প্ৰস্তুত কৰা হৈছে। এই প্ৰস্তুত কৰণত কেনেথ্‌ৰেলি, ৰবৰ্ট এবেট আৰু লেন্ গ'ল্ডবাৰ্গৰ দ্বাৰা সংকলিত "গ্ৰেট লাইভচ্, গ্ৰেট ডিডচ্" গ্ৰন্থখনৰ সহায় লোৱা হৈছে। এই কষ্ট সাধ্য কামটো কৰিবলৈ অনুপ্ৰেৰণা আৰু সকলো প্ৰকাৰৰ সহায, সহযোগ, দিহা পৰামৰ্শ দি লেখকক উপকৃত কৰিছে সু চিকিৎসক, সু-লেখক, অভিনেতা ডাঃ নগেন দত্ত দেৱে। ডাঃ দত্ত দেৱৰ উৎসাহ আৰু তাগিদাৰ অবিহনে আমাৰ এই প্ৰচেষ্টাই বাস্তৱ ৰূপ নাপালেহেঁতেন। সেয়ে ডাঃ দত্ত দেৱৰ ওচৰত লেখক ঋণী আৰু চিৰ কৃতজ্ঞ। যথেষ্ট সময় খৰচ কৰি অশেষ কষ্টৰে কিতাপখনৰ পাণ্ডুলিপিটো খৰচি মাৰি চাইচিতি আৱশ্যকীয় দিহা পৰামৰ্শ দিয়ৰ লগতে এটি সুন্দৰ পাতনি লিখি আমাক উৎসাহ উদ্দীপনা দিয়াৰ কাৰণে যোৰহাট জে.বি. কলেজৰ প্ৰাক্তন অধ্যাপক, বিশিষ্ট সাহিত্যিক, গীতাধ্যায়ী, বিদ্যা বিনোদ, সাহিত্যিক পেঞ্চনাৰ শ্ৰদ্ধেয় শ্ৰীযুত ডিম্বেশ্বৰ দয়াল শৰ্ম্মাদেৱৰ ওচৰত লেখক সদা কৃতজ্ঞ। এই আপাহতে তেখেতক আমাৰ স-শ্ৰদ্ধ প্ৰণাম জনাইছো।

বিভিন্ন দিহা পৰামৰ্শ আৰু উৎসাহেৰে অনুপ্ৰানিত কৰা আমাৰ মৰমৰ বাইদেউ শ্ৰীমতী নীলিমা দত্ত আৰু মোৰ পত্নী শ্ৰীমতী ইন্দিৰা দত্ত ধন্যবাদৰ পাত্ৰ। কিতাপখনত সন্নিবিষ্ট ছবি সমূহ যোগাৰ কৰি দিয়া আৰু অন্য প্ৰকাৰে সহায় সাৰথি কৰাৰ বাবে আমাৰ পুত্ৰ শ্ৰীমান কাশ্যপ দত্ত, কন্যা শ্ৰীমতী ৰশ্মি দত্ত, ভতিজা শ্ৰীমান খনিৰূপ আৰু

প্ৰমতী ৰিণিকিৰ শলাগ ল'বই লাগিব। তেওঁলোক আটাইলৈকে আমাৰ শুভাশি থাকিল। পাণ্ডুলিপিটো অশেষ কষ্টেৰে ডি.টি.পি কৰি তৈয়াৰ কৰি দিয়াৰ বাবে শ্ৰীমান ৰিতুল দাস আৰু তেওঁ ৰ সহযোগী দীপাঙ্কৰ আৰু প্ৰবীণ কুমাৰ দৈমাৰীৰ শলাগ নলৈ নোৱাৰো।ভাতৃ প্ৰতীম বন্ধু শ্ৰী মুনিন্দ্ৰ দাসেও বহুত কষ্ট কৰি সহায় কৰাত তেখেতক অশেষ ধন্যবাদ যাচিছোঁ।ডিব্ৰুগড় তথা অসমৰ অগ্ৰণী প্ৰকাশন প্ৰতিষ্ঠান ''বনলতা প্ৰকাশনৰ'' স্বত্বাধিকাৰ শ্ৰীযুত মাখন হাজৰিকা দেৱে কিতাপখন প্ৰকাশ আৰু পৰিবেশনৰ সম্পূৰ্ণ দাযীত্ব গ্ৰহন কৰাত তেখেতৰ ওচৰত লেখক চিৰ কৃতজ্ঞ।

কিতাপখনৰ মূদ্ৰণ কামখিনি নিযাৰিকৈ কৰি দিয়াৰ বাবে যোৰহাটৰ অসম প্ৰিন্টিং ওৰ্কচৰ কৰ্ম কৰ্ত্তা সকলকো ধন্যবাদ জনাইছো।

শেষত সদাশয় পাঠক সমাজে কিতাপখন মৰমেৰে আদৰি ল'লে অভাজনৰ পৰিশ্ৰম সাৰ্থক হ'ব বুলি আশা কৰিলো।

ইতি

বিনীত

প্ৰদীপ কুমাৰ দত্ত

ডিচেম্বৰ - ২০০১

# ধন্য ধন্য মানৱী জীৱন

মহাপুৰুষ মাধৱ দেৱে তেৰাৰ ৰচিত বৰগীতত ''ধন্য ধন্য কলিকাল, ধন্য নৰ তনু ভাল, ধন্য ধন্য ভাৰ ত বৰিষ'' বাণীৰে মনুষ্য জন্মৰ মহত্ত্বৰ কথা দঢ়াই কৈ গৈছে। মহপুৰুষ শ্ৰী শংকৰ দেৱেও তেৰাৰ ৰচনাৰ অনেক ঠাইত ত্যাগ, তপস্যা, উদাৰতা, সংযম, বিবেক, সত্য, দয়া, ক্ষমা ,সততা, আধ্যাত্মিক চিন্তা, ভক্তি, শ্ৰদ্ধা আদি গুণেৰে মনুষ্য জন্মক উচ্চস্বৰে প্ৰশাংসা কৰি গৈছে। সৃষ্টিৰ সকলো দৃশ্যমান প্ৰাণী ভিতৰত শ্ৰেষ্ঠ এই দুৰ্লভ মনুষ্য জন্মৰো অগণণ লোকে ইন্দ্ৰিয় পৰবশতা বা সংযমহীনতা, হিংসা, প্ৰতি হিংসা, মানসিক সংকীৰ্ণতা, স্বাৰ্থপৰতা আদি দোষৰ দ্বাৰা অপচয় ঘটাইছে। বুদ্ধ দেৱ, মহাত্মা গান্ধী আদি লোক সকলে চৰম ত্যাগ স্বীকাৰৰ যোগেদি , গেলিলিও, আইনষ্টাইন, নিউটন আদি বিজ্ঞানীয়ে জীৱন ভৰ কষ্ট দায়ক বৈজ্ঞানিক গৱেষণাৰ যোগেদি, ক্ৰিষ্টফাৰ কলম্বাচৰ দৰে লোকে মহৎ সাহসিকতাৰ যোগেদি জৰ্জ্জ ৱাছিংটনৰ দৰে লোকে চিৰবৰেণ্য স্বদেশ প্ৰেমৰ যোগেদি, চক্ৰেটিচ, প্লেট' আদিযে অদ্ভুত পূৰ্ব্ব জ্ঞান সাধনাৰ যোগেদি, লিওনাৰ্ড' দি' ভিঞ্চি আদিয়ে অসাধাৰণ চিত্ৰ কলা সাধনা আৰু বৈজ্ঞানিক উন্মেষণাৰ যোগেদি, ভল্টেয়াৰ, এইচ. জি. ৱেলচ্‌ আদিয়ে সাহিত্য সাধনাৰ মাধ্যমেৰে - এইদৰে এই মানুহৰ বসতি স্থলী পৃথিৱীয়ে যোৱা আঢৈ/ তিনিহেজাৰ বছৰৰ ভিতৰত যি সকল বিশ্ব বৰণ্যে মনিষীক বুকুত স্থান দিছে, সেই সকলৰ সংখ্যা হয়তো লক্ষাধিক হ'ব। সেই সকলৰ ভিতৰতো অন্ততঃ এহেজাৰ জনৰ নাম সমগ্ৰ বিশ্বৰ শিক্ষিত সমাজে জানে। হেজাৰ জনৰ ভিতৰতো অন্ততঃ শতাধিক জন জগত বিখ্যাত । টিপচী চৰাই আৰু গড়ুৰ পক্ষীক, গুৰি পৰুৱা আৰু গজহস্তীক তুলনা কৰিব পাৰিও নোৱাৰিও। নোৱাৰি এইবাবে যে সৰু বিধৰ তুলনাত ডাঙৰ বিধৰ আকৃতি প্ৰকৃতি ডাঙৰ - কামো ডাঙৰ ; পাৰি এইবাবে যে নিজৰ শক্তি, সমাৰ্থ্য অনুসৰি সৰু সকলেও নিজৰ যোগ্যতাৰ পৰিচয় দিব পাৰে। মানুহৰ কথা অৱশ্যে অন্য জীৱতকৈ সম্পূৰ্ণ বেলেগ। তথাকথিত সৰু মানুহেও বিশ্বত অসাধাৰণ কাম কৰি গৈছে; তথাকথিত ডাঙৰ মানুহেও নিজৰ শক্তি, সমাৰ্থ্যৰ অপচয় কৰি পৃথিৱীত বিভ্ৰাটৰ সৃষ্টি কৰিছে। অতি সাধাৰণ লোকেও ত্যাগ, অধ্যৱসায়, পৰোপকাৰ ব্ৰতৰ যোগেদি সাধ্য সাধনাৰ মাজেদি জীৱন ধন্য কৰিব পাৰে।

মহৎ লোক সকলৰ অনেকেই অৱশ্যে জন্মগত প্ৰতিভাৰ অধিকাৰী, জন্মগত ভাৱে মহৎ প্ৰতিভা লাভ নকৰা সকলৰো ইয়াত অনুতাপ কৰিব লগা একো

নাই - কাৰণ ত্যাগ, অধ্যৱসায়, চৰিত্ৰবল আৰু হৃদয়বৃত্তিৰ স্থান প্ৰতিভাত কৈও ওপৰত। নিজৰ সীমিত প্ৰতিভাৰে সীমিত পৰিবেশৰ মাজত থাকিও মানুহে সজকাম কৰিব পাৰে; পৃথিৱী বিখ্যাত বা ৰাষ্ট্ৰ বিখ্যাত নহ'লেও নিজৰ চাৰিও ফালৰ সমাজ খনতে গভীৰ অন্ধকাৰত টিপ চাকিটো জ্বলাৰ দৰে উজ্বলিব পাৰে। নিজৰ শক্তি সামৰ্থ্যনুযায়ী ওচৰৰ দহজনৰ উপকাৰ সাধন কৰি থৈ যাব পাৰিলেও 'ধন্য নৰ তনু ভাল' বাণীৰ সাৰ্থকতা লাভ কৰি ব পাৰি। মহাবাহু ব্ৰহ্মপুত্ৰৰ ওপৰত দলং এখন দিবলৈ শক্তি নহ'ব পাৰে কিন্তু ঘৰৰ ওচৰৰ জানটোত সাঁকো এডাল দিব পৰা শক্তিনো কোন মানুহৰ নাই। তথাকথিত সৰু মানুহেও নিজৰ চৰিত্ৰ বল, ব্যক্তিত্ব, সমাজ হিতৈষণা, সংস্কৃতি পৰায়নতা, বিদ্যানুৰাগৰ যোগেদি সমাজত চিৰন্তন প্ৰভাৱ ৰাখি যাব পাৰে। বিশ্ব বিখ্যাত ইংৰাজ কবি H.W. Long fellow ৰ শ্ৰেষ্ঠ কবিতা "Pslam of Life" ৰ ভাঙনি কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালাই কৰা প্ৰথম স্তৱকটো মানুহৰ মুখে মুখে ; কিন্তু কেইজনে কবিতা ফাঁকিৰ মৰ্ম জীৱনত প্ৰতিফলিত কৰিব পাৰিছে সেয়াহে চিন্তনীয় -

'মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ
আমিও কৰিব পাৰো জীৱন গঢ়িত।
অভিনয় শেষ হলে আয়ু বেলি মাৰ গ'লে
থৈ যাব পাৰোঁ খোজ সময় বালিত।'

ইতৰ প্ৰাণীৰ লগত মানুহৰ চৰিত্ৰৰ এটা প্ৰধান পাৰ্থক্য হ'ল এয়ে যে ভিন্ ভিন্ মানুহৰ প্ৰতিভাই ভিন ভিন্ দিশত গতি কৰে। মাৰ্ক'প'লৰ দৰে দুঃসাহসিক বুদ্ধিদীপ্ত পৰিব্ৰাজক সকলো নহ'ব পাৰে, কিন্তু দেশ ভ্ৰমণত ৰাপ থকা সকলে মাৰ্ক'প 'লৰ অসাধাৰণ ভ্ৰমণ বৃতান্ত পঢ়ি নিশ্চয় প্ৰেৰণা পাব; বীথ'ভেনৰ দৰে সঙ্গীতজ্ঞনো কেইজন আছে কিন্তু যিকোনো সঙ্গীত সাধকে বীথ' ভেনৰ জীৱনী পঢ়ি উৎসাহিত হ'ব। আইনষ্টাইনৰ দৰে বিজ্ঞানীনো বিশ্বত আছে কেইজন? কিন্তু যি কোনো বিজ্ঞান সাধকৰ বাবে মহান বৈজ্ঞানিক জনৰ জীৱনী প্ৰেৰণাদায়ক। অ-বিজ্ঞানীয়েও বিজ্ঞানীৰ জীৱনী, অ-সাহিত্যিকেও সাহিত্যিকৰ জীৱনী, অ-চিকিৎসকেও চিকিৎসকৰ জীৱনী জনা উচিত। জীৱনী সাহিত্যই মানুহক প্ৰচুৰ প্ৰেৰণা যোগায়, মনৰ সংকীৰ্ণতা আঁতৰাই মানসিক উদাৰতা আনে; কৃপনক দানী, হিংসুকক দয়ালু, কাপুৰুষক বীৰ কৰিব পাৰে; জীৱনী সাহিত্যই জ্ঞানৰ ভাণ্ডাৰ সমৃদ্ধ কৰে; পাঠকৰ নৈতিক বল বঢ়ায়; চৰিত্ৰহীনক সংযতৰ শিক্ষা দিয়ে; আলস্য পৰায়নক কৰ্ম প্ৰেৰণা দিয়ে; হতাশাগ্ৰস্তজনৰ মনত আশাৰ সঞ্চাৰ কৰে। বিশ্ববৰেণ্য লোক সকলৰ কথাই নাই সমাজত সাধ্যানুসাৰি বৰঙনি আগবঢ়োৱা তথাকথিত সৰু সৰু মানুহৰ জীৱন বৃত্তান্তই এক শ্ৰেণীৰ মানুহৰ মাজত জাগৰণৰ সৃষ্টি কৰে। গতিকে জীৱনী সাহিত্য চৰ্চা আমাৰ উঠি অহা নতুন পৰুষৰ বাবে

অত্যন্ত প্ৰয়োজনীয়।

এইখিনিতে এই লেখকৰ জীৱনৰ সৰু অভিজ্ঞতা এটিৰ কথা ক'ব খুজিছো। প্ৰায় ত্ৰিশ বছৰৰ আগতে এই লেখকে 'দৈনিক জনমভূমি' কাকতত সোনাৰাম শইকীয়া নামে ( এওঁ একালৰ মন্ত্ৰী যোগেন শইকীয়াৰ পিতৃ) এজন নিষ্ঠাবান, প্ৰাথমিক বিদ্যালয়ৰ প্ৰয়াত শিক্ষকৰ জীৱনী এটি লিখিছিল। অসমৰ এজন অগ্ৰন্য শিক্ষাবিদ, সাহিত্য-সংস্কৃতি সেৱক (পাচত সাংসদ ) প্ৰয়াত পৰাগধৰ চলিহাই এদিন চাইকেলেৰে গৈ থকা এই লেখকক দেখা পাই নিজৰ গাড়ীখন ৰখাই এই লেখকক উক্ত জীৱনী লেখাৰ বাবে প্ৰশংসা কৰি থৈ গ'ল ''শৰ্মা আপুনি এনে ধৰণৰ সৰু সৰু মানুহৰ জীৱনী বোৰ লেখক, ডাঙৰ মানুহৰ জীৱনীও লাগে - সৰু সৰু মানুহৰ জীৱনীওলাগে। চলিহাৰ কথাষাৰে এই লেখকক যি প্ৰেৰণা দিলে তাৰ বলতে এই লেখকে অবিচ্ছেদ্য ভাৱে সৰু, সৰু আৰু মহৎ লোকৰ জীৱনী লিখি আছে। সেয়েহে শ্ৰী প্ৰদীপ কুমাৰ দত্তৰ বিশ্বৰ ত্ৰিশ জন মহৎ লোকৰ জীৱনী গ্ৰন্থ খনি পাই এই লেখক বৰ উৎসাহিত হ'ল। এই ত্ৰিশটা জীৱনী যেনিবা ত্ৰিশ টুকুৰা হীৰাহে। লেখকে অবিচ্ছেদ্যে জীৱনীখিনি পঢ়ি এই বৃদ্ধ বয়সতো ( লেখকৰ বৰ্তমান বয়স ৭৬ বছৰ) বৰ সোৱাদ পালে - যি সোৱাদ চানা মিঠাই বা মৌতকৈ শ্ৰেষ্ঠ। উল্লেখিত সোৱাদবোৰ ক্ষণস্থায়ী কিন্তু একোজন মহৎ লোকৰ জীৱনী পঢ়ি পোৱা সোৱাদ আজীৱন থাকি যায়। জন্মান্তৰত বিশ্বাসী এই লেখকৰ মতে পৰজন্মলৈকে ইয়াৰ প্ৰভাৱ থাকিব পাৰে।

প্ৰসিদ্ধ চিকিৎসক, সু-সাহিত্যিক, অভিনেতা আৰু আমাৰ অন্তৰঙ্গ সুহৃদ ডাঃ নগেন দত্তই এদিন শ্ৰী প্ৰদীপ কুমাৰ দত্তক আমাৰ ওচৰলৈ আনি এই অনন্য জীৱনী গ্ৰন্থ খনি চাই চিতি দিবলৈ ক'লেহি। গ্ৰন্থখনি একান্তচিত্তে পঢ়ি আমি শ্ৰী প্ৰদীপ কুমাৰ দত্তৰ প্ৰকাশ ভঙ্গীত সন্তুষ্ট হ'ব পাৰিলো। গ্ৰন্থখনি ইংৰাজীৰ ভাৱানুবাদ হলেও অসমীয়া ভাষাৰ মৰ্য্যদা শ্ৰী দত্তই ৰক্ষা কৰিব পাৰিছে। ঠায়ে ঠায়ে অসমীয়া প্ৰবাদ বাক্য, প্ৰবচন, জতুৱাঠাঁচ আদি ৰজিতা খোৱাকৈ প্ৰয়োগ কৰা হৈছে। সেইকাৰণে জীৱনী সাহিত্যৰ পোক এই লেখকৰ বাবে গ্ৰন্থখনি অধিক হৃদয় গ্ৰাহী হৈছে। অন্য পাঠকেও গ্ৰন্থখনিৰ ভিতৰলৈ সোমালেই আমাৰ কথাৰ প্ৰমাণ পাব। কেইটিমান উদাহৰণ তলত দিয়া হ'ল - সাহসী আবিষ্কাৰক গেলিলিওৰ জীৱনীৰ প্ৰথম পৃষ্ঠাত '' সেইদেখি চোতালৰ ছাঁ চাই সময়ৰ লেখ লোৱাৰ দৰে তেওঁ নিজৰ হৃদ্ পিণ্ডৰ ধপ্ ধপনি চাই দোলকটোৰ দোলন কাল নিৰ্ণয় কৰিছিল।'' চোতালৰ ছাঁ চোৱাটো ঘড়ী নথকা কালত সম্পূৰ্ণ অসমীয়া ঘৰুৱা অভ্যাস। মহান গেলিলিওৱে কৰা বৈজ্ঞানিক আৱিষ্কাৰ বিলাকৰ বাবেই তেওঁক মৌলবাদী বা তথাকথিত ঈশ্বৰ বিশ্বাসী বিলাকে নাস্তিক বুলি ভাবি গেলিলিওক অকথনীয়

শাস্তি দি মৃত্যুৰ পথলৈ ঠেলি দিছিল। তথাপি গেলিলিও কিন্তু মৌলবাদী সকল তকৈ সঁচা অৰ্থতহে ঈশ্বৰ বিশ্বাসী আছিল। শ্ৰী দত্তই সুন্দৰকৈ জীৱনীত এই তথ্য লিখিছে -

''এই কথা পাহৰিলে ভুল হ'ব যে গেলিলিও নিজে এজন বৰ ধাৰ্মিক মানুহ আছিল। তেওঁ বিশ্বাস কৰিছিল যে প্ৰকৃতিৰ নিয়মৰ মাজত ভগৱানে প্ৰতি মূহুৰ্ত্ততে আত্ম প্ৰকাশ কৰে। বিজ্ঞান হৈছে সেই নিয়ম সমূহ নিৰীক্ষণ কৰা আয়না। সেয়েহে গেলিলিওৱে ঘোষণা কৰিছিল 'বিজ্ঞান সদায় আগবঢ়ি যাব' - ই সদা ধাবমান।''

তাৎ পৰ্য্যপূৰ্ণ ভাৱে গেলিলিওৰ এই মত ভাৰতীয় ধৰ্মশাস্ত্ৰ সমূহৰ মতৰ লগত একে। বেদান্ত দৰ্শণ আৰু সাংখ্য দৰ্শণৰ বৈজ্ঞানিক আলোচনা কৰা ডঃ ৰাধানাথ ফুকন বেদান্ত বাচস্পতি দেৱে ঈশ্বৰ আৰু বিজ্ঞানৰ সমন্বয় ৰক্ষা কৰি গেলিলিওৱে কৰাৰ দৰেই চিন্তা কৰিছিল। 'অন্ধকাৰ মহা দেশত পোহৰ বিলোৱা মানুহ জন'অৰ্থাৎ আফ্ৰিকা মাহদেশৰ বিৰাট ভূ-খণ্ডৰ আৱিষ্কাৰক, ধৰ্ম প্ৰচাৰক চিকিৎসক মহান মানৱতাবাদী, দয়াৰ সাগৰ, অসাধাৰণ ত্যাগী পুৰুষ ডাঃ লিভিং ষ্টনক আজিৰ যুগত হয়তো শান্তিৰ নবেল বটা দিয়া হ'ল হেতেন ; কিন্তু ১৮৭৪ চনতে আফ্ৰিকাৰ অতিশয় দূৰ্গম ঠাইত সভ্যতাৰ পোহৰ নোপোৱা লোক সকলৰ মাজত লিভিংষ্টনে নিজে অসাধ্য সাধনাৰে পোহৰ বিলোৱা আফ্ৰিকীয় নিগ্ৰো সকলৰ মৰম চেনেহৰ মাজতে জীৱনৰ শেষ নিশ্বাস ত্যাগ কৰা মহাত্মা ডাঃ ডেভিদ লিভিংষ্টনৰ জীৱনীটি শ্ৰী দত্তই সুন্দৰ হৃদয়গ্ৰাহী ভাষাৰে দাঙি ধৰিছে - জীৱনীটিৰ দুই এশাৰী তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলো - ''সঁচাকৈ এদিন ইতিহাসৰ এটি স্মৰণীয় দীঘলীযা যাত্ৰা আৰম্ভ হ'ল - তেওঁ শিকোৱা ভক্তিমূলক গীত, প্ৰাৰ্থণা সঙ্গীত গাই শোকাৰ্ত্ত জনতাই ডাঃ লিভিংষ্টনৰ শৱদেহ শোভাযাত্ৰা কৰি ন-মাহ জোৰা পথ অতিক্ৰম কৰি জাঞ্জিবাৰলৈ লৈ আহিল। জাঞ্জিবাৰৰ পৰা এখন ইংৰাজ জাহাজে শৱটো ইংলণ্ডলৈ লৈ গ'ল আৰু ১৮৭৪ চনৰ ১৮ এপ্ৰিলত ৱেষ্ট মিনিষ্টাৰ এবিত পুৰা ৰাষ্ট্ৰীয় সম্মানেৰে ডাঃ ডেভিদ্ লিভিংষ্টনক সমাধিস্থ কৰা হ'ল।''

শ্ৰী দত্তই হৃদয় সংবেদনশীল ভাষাৰে লিখা আন এটি মহৎ জীৱনী হৈছে বিশ্ব বিশ্ৰুত চিত্ৰকৰ, বিজ্ঞানী, বহু গুণ সম্পন্ন পুৰুষ লিওনাৰ্ড ডি. ভিঞ্চিৰ। জীৱনীটি পঢ়ি হৃদয় গ্ৰাহিতাৰ নিদৰ্শন স্বৰূপে সহস্ৰ বছৰেও সৃষ্টি কৰিব নোৱাৰা এই সৰ্ব্বগুণী পুৰুষ জনৰ জীৱনৰ এটি মৰ্মন্তুদ চিত্ৰ শ্ৰী দত্ত ই তলৰ বৰ্ণনাত দাঙি ধৰিছে। জাতি-গোষ্ঠী ভেদৰ তাড়নাত জাতাৰিক অত্যাচাৰৰ ফল স্বৰূপে ভিঞ্চিৰ পিতৃ-মাতৃৰ বিচ্ছেদ হৈছিল। মাতৃ অতি নিম্ন সম্প্ৰদায়ৰ দৰিদ্ৰ পীড়িত পৰিয়ালৰ হোৱা বাবে বিশ্বৰ এই শ্ৰেষ্ঠ পুৰুষ জনে তেওঁৰ মাতৃ কোন নাজানিছিল। শ্ৰী দত্তই হৃদয় গ্ৰাহী ভাষাৰে বৰ্ণনা দিছে -

''স্পষ্ট কাৰণতে কিশোৰ লিওনার্ডক তেওঁৰ মাক কোন আছিল জানিবলৈ দিয়া নাছিল। তৎ সত্ত্বেও তেওঁ জানিছিল যে তেওঁৰ মাক জীৱিত আছিল। হেজাৰ হওক জন্ম দাতৃ মাকৰ কথা জানিবলৈ, মাকক লগ পাবলৈ কোন সন্তানে নিবিচাৰে। সেই কাৰণে মাকক এবাৰ লগ পোৱাৰ দুৰ্নিবাৰ আশা তেওঁ বহুত দিন গুপুতে বুকুত বান্ধি লৈ ফুৰিছিল। বিচাৰি নেপাই তেওঁ মাজে মাজে আৱেগ বিহবল হৈ শ্ৰদ্ধাৰ চকুলো বোৱাইছিল। কোনেও দেখা নাছিল তেওঁৰ এই বিষাদৰ চকুলো, বুজা নাছিল লিওনার্ডৰ মাতৃ স্নেহৰ পৰা বঞ্চিত হোৱা এই নির্মম দুখ। তেওঁ উপলব্ধি কৰিছিল যি সন্তান মাকৰ মৰমৰ পৰা বঞ্চিত হৈছে তাৰ সমান দুৰ্ভগীয়া নাই। অন্যহাতে যি মাতৃয়ে কোলাত সন্তান লৈ ফুলি থকা ফুলৰ পাহি, খেলি থকা গৰু-ছাগলীৰ পোৱালী, সৰু সৰু চৰাই আৰু গছ-গছনি, পাহাৰৰ সৌন্দর্য্য আকণ্ঠ উপভোগ কৰা নাই সেই মাতৃয়ে বহুত পায়ো একো নোপোৱাৰ দৰে। সেই মাতৃ বহুতৰ পৰা বঞ্চিত।''এই হৃদয় সংবাদ মহাভাৰতৰ বীৰ প্ৰসবিনী মাতৃ পাণ্ডৱ জননী কুন্তী আৰু তেওঁৰ মহাবীৰ পুত্ৰ কৰ্ণৰ বিচ্ছেদৰ লগত তুলনা কৰিব পাৰি । কুন্তী আৰু কৰ্ণ ইতিহাসে ঢুকি নোপোৱা যুগৰ কাব্যময় চৰিত্ৰ। নীচ কুলিয়া বুলি ঘৃণিতা মাতৃ কেটেৰিণা আৰু সম্ভ্ৰান্ত পিতৃ পিয়েৰ ডি. ভিঞ্চিৰ পুত্ৰ অনন্য প্ৰতিভাশালী, সময় বালিত খোজ ৰাখি যোৱা অসাধাৰণ পুৰুষ লিওনার্ড ডি. ভিঞ্চিৰ জন্ম কাহিনী ভাৰতৰ মহা ভাৰতীয় যুগৰ মহৰ্ষি পৰাশৰ আৰু ধীৱৰ কন্যা সত্যৱতীৰ পুত্ৰ মহৰ্ষি কৃষ্ণ দ্বৈপায়নৰ লগত এবলৈ তুলনা কৰিব পাৰি। অৱশ্যে পৰাশৰ ঋষি আৰু সত্যৱতীৰ (মৎস্য গন্ধাৰ) সম্বন্ধক স্বীকাৰ কৰা হোৱা নাছিল। বেদব্যাস ঋষিয়ে মাতৃ সত্যৱতীক জানিছিল (যাৰ পাচত কুৰুৰাজ শান্তনুৰ লগত বিবাহ হৈছিল) আৰু সময়ত মাতৃক দৰ্শণ দি তেওঁৰ আদেশ পালনো কৰিছিল। জাতি ভেদ, গোষ্ঠীবাদৰ নির্মম ইতিহাস কালেও মোহাৰিব পৰা নাই ।শ্ৰী দত্তই লেখা এই জীৱনীগ্ৰন্থৰ ভিতৰত লিওনার্ড ডি. ভিঞ্চিৰ জীৱনীটো তথ্য, প্ৰকাশ ভঙ্গী আৰু শব্দ যোজনাৰ ফালৰ পৰাও নিসন্দেহে অতি মমোৰম তথা প্ৰেৰণাদায়ক হৈছে বুলি ক'ব পাৰি । ''হিয়াৰ আমঠু, মূৰত থ'লে ওকনিয়ে খোৱা, মাটিত থ'লে পৰুৱাই খোৱা' আদি অসমীয়া জতুৱা ঠাঁচৰ ব্যৱহাৰে অকল এইটো জীৱনীয়েই নহয় অন্যান্য জীৱনী বিলাকো সুখ পাঠ্য কৰি তুলিছে। এই জীৱনী গ্ৰন্থত সন্নিবিষ্ট, আমেৰিকাৰ মহিয়সী, গৰিয়সী নাৰী ডঃ হেলেন কেলাৰ শৈশৱতে ৰোগাক্ৰান্ত হৈ অন্ধ, মূক আৰু বধিৰ হৈ সাধ্য সাধনাৰ ফলত তেওঁয়েই বিশ্বৰ এগৰাকী বিদূষী নাৰী ৰত্নত পৰিণত হোৱাই নহয়, বিশ্বৰ সকলো বিকলাঙ্গৰ বাবে তেওঁ মহৎ কাম কৰি যাব পাৰিলে। ৮৮ বছৰ জীয়াই থকা এই ঋষি তুল্যা নাৰীৰ জীৱন আদৰ্শই কাকনো বাৰু প্ৰেড়ণা যোগাব নোৱাৰে।

'সিন্ধি খুজি ফুৰন্তে দুৱাৰে পাইল পথ' - এই পদশাৰী ছয়শ বছৰৰ আগতে অসমীয়া সাহিত্যৰ প্ৰাক বৈষ্ণৱ যুগৰ মাধৱ কন্দলিয়ে কৰা অসমীয়া পদ ৰামায়ণৰ পৰা অনা হৈছে। ইয়াৰ অৰ্থ হৈছে ঘৰত সিন্ধি দিবলৈ চেলু বিচাৰি ফুৰা চোৰে যদি গৃহস্থৰ ঘৰৰ দুৱাৰ খনকে খোলা পায় তেনেহলে চোৰৰ আৰু কোনো কষ্টই নহয়। আনৰ অপকাৰ কৰিবলৈ চেলু বিচৰা মানুহে সুবিধা পালেই অপকাৰ কৰে - এই উপমাটো যোৱা ছয়শ বছৰতকৈও অধিক কাল অসমীয়া ভাষাত ব্যৱহাৰ হৈ আহিছে। অৱশ্যে অতি কম সংখ্যক লোকেহে ইয়াৰ তাৎপৰ্য্য আৰু ব্যাৱহাৰ জানে। জীৱনীকাৰ শ্ৰী দত্তই এনে আপুৰুগীয়া আৰু অৰ্থব্যঞ্জক প্ৰৱচন ব্যৱহাৰ কৰি তেওঁৰ ৰচিত জীৱনী মূলক প্ৰৱন্ধ বিলাক সুৰুচিপূৰ্ণ কৰি তুলিছে।

এইআপাহতে ভাৰতীয় তথা অসমীয়া জীৱনী সাহত্যৰ লগত ইউৰোপীয় বা পশ্চিমীয়া জীৱনী সাহিত্যৰএটি তাত্বিক পাৰ্থক্যৰ কথা আমি উল্লেখ কৰিব খুজিছো। অসমীয়া সাহিত্যত উত্তৰ বৈষ্ণৱ যুগত ৰচিত পদ বা গদ্য চৰিত পুথি মসূহ শিষ্য বা ভক্তই গুৰু সকলৰ চৰিত্ৰ অতিশয় শ্ৰদ্ধা সহকাৰে কৰা। গতিকে এই বিলাকত কেৱল গুণৰ বৰ্ণনাহে থাকে দোষৰ কথা উল্লেখ থকাটো তাত সম্ভৱেই নাছিল। ইংৰাজৰ শাসন কালত অসমীয়া ভাষাত খনচেৰেক জীৱনী, আত্মজীৱনী প্ৰকাশ পাইছিল। উক্ত জীৱনী বিলাকত প্ৰায়ে নিজৰ গুণ আৰু কৃতিত্বৰ কথা বৰ্ণণা কৰা হয়। নিজৰ দোষ দুৰ্বলাতৰ কাচিৎ হে উল্লেখ থাকে। কিছুমান আত্মজীৱনী আত্ম প্ৰশংসাৰেই ভৰা - নিজৰ ভুল-ভ্ৰান্তিৰ কথা উল্লেখ কৰিবলৈ লেখক সকলে বৰ টান পায়। পৰাপক্ষত দোষবোৰ ঢাকি গুণ বিলাককে উজাৰি দেখুৱা হয়। আনে লিখা জীৱনী বিলাকত যাৰ জীৱনী লিখা হয় - তেওঁৰ গুণ, প্ৰতিভা, কৰ্মৰাজিৰ কথা বৰকৈ কোৱা হয় - কিবা দোষ দেখুৱালে জীৱন চৰিত্ৰৰ নায়ক জনৰ আত্মীয় কুটুম্ব, গুণগ্ৰাহী সকলে বেয়া পাব এই ভয় জীৱনীকাৰ সকলৰ মনত থাকেই। গতিকে জানি শুনিও দোষবোৰ ঢাকি ৰখা হয়।

'' অধমে কেৱল দোষ লৱয়  
মধ্যমে গুণ দোষ লৱে কৰিয়া বিচাৰ।  
উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে  
অল্প গুণ কৰয় বিস্তাৰ।''

ঘোষ ফাঁকিৰ তাৎপৰ্য্য অনুসৰণ কৰি দোষ দেখা জনক অধম বুলি পৰিগণিত কৰা ৰীতিটো ধৰ্মৰ ক্ষেত্ৰত প্ৰযোজ্য হ'লেও ব্যৱহাৰিক জীৱনত ইয়াৰ প্ৰয়োগে অনেক বিসঙ্গতিৰো সৃষ্টি কৰে। এই লেখকে নিজে লিখা জীৱনৱী বিলাকো কেৱল গুণৰহে প্ৰশংসা - দোষৰ কথা উল্লেখ কৰিবলৈ এই লেখকৰো সৎ সাহৰ অভাৱ। শ্ৰী প্ৰদীপ

কুমাৰ দত্তই লেখা এই গ্ৰন্থৰ জীৱনী সমূহৰ অনেকতে দোষৰ কথা উল্লেখ আছে - এয়া পশ্চিমীয়া দেশৰ ৰীতি আৰু এই ৰীতিক আমিও ভাল বুলি ভাবো। মানুহৰ চৰিত্ৰ আৰু কাম কাজত গুণৰ লগতে দোষ থাকেই । যাৰ গুণ ৰাজিয়ে দোষ সমূহক অতিক্ৰম কৰিছে তেওঁকে আমি গুণীলোক বুলি অভিহিত কৰিব পাৰো। সেই বুলি দোষবোৰ অগ্ৰাহ্য কৰিব নোৱাৰি । অসমীয়া দুই এজন আত্ম জীৱনী কাৰে নিজৰ দোষ-দূৰ্বলতাৰ কথা সৎ সাহেৰে উল্লেখ কৰিছে। আধুনিক ভাৰতৰ শ্ৰেষ্ঠ তম পুৰুষ মহাত্মা গান্ধীয়ে My Experiment of truth ( মোৰ সত্য অন্বেষণৰ কাহিনী - অনুবাদ অমিয় কুমাৰ দাস) গ্ৰন্থত নিজৰ দোষ দূৰ্বলতা বোৰৰ কথা সাহসৰে উল্লেখ কৰি গৈছে। এনে কাৰ্য্য অতিশয় প্ৰশংখনীয়। শ্ৰী দত্তই লেখা প্লেট'ৰ জীৱন সমীক্ষাত দাৰ্শনিক, ৰাজনীতিজ্ঞ, জ্ঞানী পুৰুষ প্লেট'ৰ অনেক গুণ ৰাশিৰ কথা উল্লেখ কৰিও প্লেট'ৰ দৰ্শণৰ মৌলিক দোষৰ কথাও আঙুলিয়াই দিয়া হৈছে । যেনে - '' ইমান বোৰভাল গুণ থকা স্বত্বেও প্লেট'ৰ শিক্ষাত দুটা অতি গুৰুত্বপূৰ্ণ বিষয়ৰ অভাৱ আছিল। সেই দুটা হ'ল এজন মানুহৰ আন এজনৰপ্ৰতি থাকিব লগা সহানুভূতিৰ অভাৱ; আৰু আনটো হৈছে প্ৰতিজন মানুহৰ সমস্ত জনগনৰপ্ৰতি থাকিব লগা সহানুভূতিৰ অভাৱ ''। প্লেট'য়ে এই দুটা মানৱীয় গুণৰ কথা কেতিয়াও ভবা নাছিল। এই দুটা মানৱীয় বিষয় পশ্চিমত অৱতাৰণা কৰিলে যীশু খ্ৰীষ্ট আৰু খ্ৰীষ্ট ধৰ্মৰ গুৰু সকলে। তেওঁলোকৰ বাণী আছিল '' ভাল মানুহক যুক্তিৰে পৰিচালনা নকৰে কৰে প্ৰেম, অনুভূতিয়ে- যি মানুহক সকলো মানুহকে ভাল পাবলৈ শিকায়''।

'ঋণং কৃত্বা ঘৃতং পীবেৎ' - অৰ্থাৎ ধাৰ কৰিও ঘিউ খোৱা বিলাসী আৰু খৰচী স্বভাৱৰ বাবে বিশ্ব বিখ্যাত চিত্ৰ শিল্পী ৰেমব্ৰেণ্ডৰ শেষ বয়সত কেনে আৰ্থিক দুৰৱস্থা হৈছিল সেয়া ৰেমব্ৰেণ্ডৰ জীৱনীত স্পষ্ট কৈ দেখুওৱা হৈছে।

বিশ্বৰ এজন মহান বিপ্লৱী, সাহিত্যিক, চিন্তাবিদ, বিশ্ববিশ্ৰুত ফৰাচী লেখক ভল্টেয়াৰৰ জীৱনীত তেওঁৰ দোষৰ কথা লিখা হৈছে এনেদৰে - ''ভল্টেয়াৰে জীৱনত বহুত ভুল কৰিছিল; তেওঁ আছিল এজন স্বাৰ্থপৰ, কাজিয়া প্ৰিয় লোক। যেতিয়া সংকটত পৰিছিল তাৰ পৰা হাত সাৰিবৰ বাবে মিছা মাতিছিল। কিন্তু যেতিয়া প্ৰকৃততে বিপদত পৰিছিল তেওঁ আঁঠু ল'বলৈও কুণ্ঠাবোধ নকৰিছিল।''

চন্দ্ৰতো কলঙ্ক থকাৰ দৰে মহৎ লোকৰ জীৱনতো ক'লা চেকা থাকে - সেয়া উলাই কৰা কথা নহয়। আমাৰ ৰামায়ন, মহাভাৰতৰ দিনৰ চৰিত্ৰ বিলাকতো তেনেকুৱাই দেখা যায়। দুবছৰমানৰ আগতে এই লেখকৰ চোতালত বহাগৰ বিহুৰ দিনত দহ/বাৰ বছৰীয়া অচিনাকী ল'ৰা ছোৱালী কেইটিমানে হুঁচৰি গাঁওতে এই ঘোষাটি গালে -

ৰামচন্দ্ৰ ৰাজা তুমি অকাৰ্য কৰিলা।
সীতা শান্তি গৰ্ভাৱতী বনত এৰিলা।।

প্ৰাচীন ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ 'মানুহ' - 'মৰ্য্যদা পুৰুষোত্তম' বিশেষণ লাভ কৰোঁতা ভগৱান শ্ৰী ৰাম চন্দ্ৰই ৰজা - প্ৰজা, পিতা-পুত্ৰ, গুৰু-শিষ্য, শত্ৰু-মিত্ৰ, স্বামী-স্ত্ৰী আদিৰ মৰ্য্যদা স্থাপন কৰি সৰ্ব্ব শ্ৰেষ্ঠ মানৱৰূপে জিলিকি আছে। কিন্তু তেঁৱেই লোক অপবাদৰ ভয়ত বা ৰাজ পদৰ মোহত গৰ্ভাৱতী শান্তি-সীতাক বনত এৰা কথাটো হাজাৰ হাজাৰ বছৰৰ পাচত হঁচৰি গোৱা বালক-বালিকাইঁতেও ক্ষমা কৰিব পৰা নাই। সেইজন সৰ্ব শ্ৰেষ্ঠ মানৱেই এদিন সোণৰ হৰিণা খেদি গৈ ভয়ংকৰ বিপদ চপাই লৈছিল।

'হেম্না কুৰহং নৈব দৃষ্ট পূৰ্বং তথাপি তৃষ্ণা ৰঘূনন্দনস্য।
বিহায় সীতাং মৃগং অন্বধাবন বিনাশ কালে বিপৰীতা বুদ্ধি।।'

অৰ্থাৎ সোণৰ হৰিণা কোনেও কেতিয়াও দেখা নাই; তথাপি ৰঘু বংশৰ কুল তিলক প্ৰভু শ্ৰী ৰাম চন্দ্ৰই সোণৰ হৰিণা ধৰিবলৈ গ'ল আৰু সাধ্বী সীতাকো এৰি থৈ গ'ল।

এনে জগৎ বিখ্যাত ঐশ্বৰিক পুৰুষৰো ভুল হয়। খোৱাৰ খোজে প্ৰতি অপৰাধ বুলি ক'বৰ দৰে সাধাৰণ মানুহৰ ভুল ভ্ৰান্তি, দোষ, দুৰ্ব্বলতাৰ সীমা নাই। তথাপি মহৎ লোকৰ জীৱনী অধ্যয়নে আমাক সৎ কাম, সৎ আদৰ্শৰ প্ৰতি অনুপ্ৰানিত কৰে। সেইসকলৰ কিবা দোষ-দুৰ্ব্বলতাৰ কথা আমি জানি খোৱাটো বেয়া নহয় - কিন্তু তেৰা সকলৰ মহৎ গুণৰাজিহে আমি অনুকৰণ কৰিবলৈ যত্ন কৰিব লাগে। শ্ৰী প্ৰদীপ কুমাৰ দত্তৰ এই গুৰুত্ব পূৰ্ণ, হৃদয় গ্ৰাহী, শিক্ষাপ্ৰদ, প্ৰেৰণা দায়ক জীৱনী গ্ৰন্থখনি পঢ়ি উঠি অহা পুৰুষলৈ আমি এই আহবান জনালোঁ। শ্ৰী দত্তৰ এনে মূল্যবান অৰিহনাৰে অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ হওক।।

শ্ৰী ডিম্বেশ্বৰ দয়াল শৰ্ম্মা
কাতি বিহু -
১৯২৩ শক। ১৭/১০/২০০১

# উচৰ্গা

*যাৰ অনুগ্ৰহত এই বিনন্দীয়া পৃথিৱীৰ মুখ দেখিবলৈ পালো ; যি অশেষ কষ্ট স্বীকাৰ কৰি আমাক নিজৰ ওপৰত থিয় হ'বলৈ সক্ষম কৰিলে, সেই চিৰ পূজ্য পিতৃ প্ৰয়াত প্ৰভাত চন্দ্ৰ দত্ত আৰু পূজ্যা মাতৃ শ্ৰীযুতা কৌশল্যা দত্তৰ কৰ কমলত জেষ্ঠ পুত্ৰৰ ভক্তি অৰ্ঘ হিচাপে এই কিতাপখন উচৰ্গা কৰিলো ।*

প্ৰদীপ কুমাৰ দত্ত
চন্দন নগৰ , যোৰহাট - ১

# সূচী পত্ৰ


| বিষয় | পৃষ্ঠা |
|---|---|
| তিনিজন বিশ্ব বৰেণ্য মনিষী ঃ | ১-১৯ |
| শান্তিৰ ফল্গুধাৰা - বুদ্ধদেৱ | |
| কন্‌ফুচিযাচৰ জ্ঞান | |
| ভাৰতৰ লোকপ্ৰিয় নেতাজন - গান্ধী | |
| চাৰিজন চিন্তা নাযক ঃ | ২০-৫১ |
| আমাক চিন্তা কৰিবলৈ শিকোৱা মানুহ জন - চক্ৰেটিচ্ | |
| প্লেট'ৰ বাণী | |
| যুক্তিৰ যুগ প্ৰৱৰ্ত্তক - ভল্টেযাৰ | |
| অভিনন্দন চিজাৰ,অভিনন্দন | |
| চাৰিজন ৰাষ্ট্ৰ প্ৰধান ঃ | ৫২-৮২ |
| উইণ্ডচ'ৰৰ বিধৱা গৰাকী - মহাৰাণী ভিক্তৰিযা | |
| প্ৰবাদ পুৰুষ - ৰুজ্‌ভেল্ট | |
| এটা জাতি নিৰ্মাতা - জৰ্জ্জ ৱাছিংটন | |
| কানাডাৰ নিপুন নিৰ্মাণকাৰী জন মেক্ ডনাল্ড | |
| তিনিজন স্মৰণীয কলাকাৰ /শিল্পীঃ | ৮৩ ১০২ |
| পাবল' পিকাচ'ৰ বিস্ময়কৰ পৃথিৱীখন | |
| এজন শ্ৰেষ্ঠ কলাকাৰৰ প্ৰতিকৃতি - ৰেম্‌ব্ৰেণ্ড ভান্ | |
| প্ৰথম আধুনিক মানুহজন - লিওনাৰ্ড' ডি. ভিঞ্চি | |
| দুজন বৰেণ্য সঙ্গীত সাধক ঃ | ১০৩-১১৯ |
| অপ্ৰতিহত বীথ'ভেন্ | |
| সঙ্গীত সম্ৰাট জহান্ ষ্ট্ৰ'চ্ | . |
| তিনিজন বিশিষ্ট চিকিৎসা বিজ্ঞানী ঃ | ১২০-১৪২ |
| বিশ্বৰ শ্ৰেষ্ঠ চিকিৎসক - ডাঃ উইলিয়াম ওচ্‌লাৰ | |
| ডাঃ লুই পেষ্টিয়'ৰৰ দীঘল ছাঁটো | |
| পেনিচিলিনৰ বাট কটীয়া - ডাঃ আলেক জেণ্ডাৰ ফ্লেমিং | |
| দুজন দুঃসাহসী ভ্ৰমণকাৰী ঃ | ১৪৩-১৬০ |
| পৰাক্ৰমী ভ্ৰমণকাৰী - মাৰ্ক' প'ল | |
| তেওঁ জানিছিল পৃথিৱীখন ঘূৰণীয়া - কলম্বাচ | |

**চাৰিজন যুগান্তৰকাৰী বিজ্ঞানী ঃ** ১৬১-১৯২
**বিশ্বব্ৰহ্মাণ্ডৰ আৱিষ্কাৰক - নিউটন**
**সাহসী আৱিষ্কাৰক - গেলিলিও**
**এলবাৰ্ট আইনষ্টাইনৰ পৃথিৱীখন**
চাৰ্লচ ডাৰউইনৰ ক্ৰম বিকাশ সূত্ৰ
তিনিজন বিশিষ্ট সমাজ সেৱী ঃ ১৯৩-২২৫
অন্ধকাৰ মহাদেশত পোহৰ
বিলোৱা মানুহজন - ডাঃ ডেভিদ লিভিং ষ্ট'ন্
চিষ্টাৰ কেণী
আশাৰ জ্যোতি : হেলেন কেলাৰ
দুজন প্ৰথিতযশা ইংৰাজ সাহিত্যিক ঃ ২২৬-২৪৩
অগ্নি স্ফুলিঙ্গ - এইচ্. জি. ওৱেলচ্
কবিৰ প্ৰেম কাহিনী - ৰবাৰ্ট ব্ৰাউনিং আৰু এলিজা বেথ বেৰেট

# শান্তিৰ ফল্গু ধাৰা ঃ বুদ্ধদেৱ



ইতিহাসৰ পাত মেলিলে দেখা যায় যে বুদ্ধ ধৰ্ম্মৰ অনুগামী লোকৰ সংখ্যা আন ধৰ্ম্মতকৈ কম নহয়। বৰ্ত্তমান এই ধৰ্ম্মনুৰাগী লোকৰ সংখ্যা প্ৰায় পাঁচশ মিলিয়ন। বুদ্ধধৰ্ম্মৰ প্ৰৱৰ্ত্তক বুদ্ধদেৱৰ মূৰ্ত্তি, প্ৰতিমা, কলা-ভাস্কৰ জগতৰ এটি পৰিচিত বস্তু। কৃষ্ণ, যীশু, মহম্মদৰ দৰে তেওঁ ও সমগ্ৰ জাতিৰ প্ৰতি আমোঘ বাণী কঢ়িয়াই আনিছিল। জীৱনৰ সমস্যাৰাজিৰ বিষয়ে স্বৰ্গীয় আলোকপাত কৰিছিল। কিন্তু দুখৰ বিষয়, এই বিশেষত্ব স্বত্বেও পশ্চিমৰ দেশৰ খুব কম মানুহে হে বুদ্ধদেৱৰ বিষয়ে জানে । শিল্পী, কলাকাৰ আৰু ভাস্কৰ সকলোৱে বুদ্ধক এজন পৰিপূৰ্ণ হৃষ্ট-পুষ্ট ধাৰ্মিক মানুহ হিচাপে সজাই তুলিছে। আমি জানো যে ঋষি মুনি সকলে আন্তঃ আলোৰ সন্ধান কৰোতে যথেষ্ট দুখ যাতনা ভূগিব লগা হয়। বুদ্ধদেৱৰ বেলিকাও তেওঁৰ বন্ধু বিলাকে তেনেকৈ ভাবিছিল ; ভাবিছিল সেইবিলাকেও যি বিলাকৰ মাজত তেওঁ প্ৰথমে ধৰ্ম্ম প্ৰচাৰ কৰিছিল। অৱশ্যে খৃঃ পূঃ পাচশ বছৰত যেতিয়া বুদ্ধদেৱ আছিল, তেতিয়াই ভাৰতত দুখ যাত্ৰ ৷াৰ মাজেদি আধ্যাত্মিক মুক্তি লাভৰ চিন্তাই প্ৰধান্য লাভ কৰিছিল।

পাৰ্থিৱ জীৱনৰ অসুয়া, অপ্ৰীতি আৰু অশুভ শক্তি সমূহৰ দ্বাৰা লাঞ্ছিত আৰু পীড়িত হোৱা ডেকা মানুহৰ দ্বাৰা সংসাৰৰ মায়া মোহ ত্যাগ কৰি সন্ন্যাস ব্ৰত গ্ৰহণ কৰাটো সেই সময়ত বিশেষ অস্বাভাৱিক কথা নাছিল। এনে সন্ন্যাস জীৱন আঁকোৱালি লোৱা মানুহ বিলাক অৰণ্যত বাস কৰিছিল। এটা কাঠৰ পাত্ৰই আছিল তেনেলোকৰ একমাত্ৰ সম্বল আৰু ইয়াক ব্যৱহাৰ কৰিছিল ভিক্ষা খোজা কাৰ্য্যত। ভিক্ষা কৰি পোৱা সামান্য খাদ্য বস্তু এই পাত্ৰতে লৈ খাইছিল। তেওঁলোকৰ ধাৰণা আছিল আত্ম-ত্যাগ আৰু কঠিন শাৰীৰিক শৃঙ্খলাবদ্ধতাই মানুহৰ অন্তৰলৈ স্বৰ্গীয় জ্যোতিৰে আলোকিত একোটা মূহুৰ্ত কঢ়িয়াই আনে য'ত বিশ্ব-ব্ৰহ্মাণ্ডৰ গুপ্ত ৰহস্য হঠাতে উজ্জ্বলি উঠে।গৌতম বুদ্ধৰ বিষয়ে প্ৰথম আলোড়ন সৃষ্টিকাৰী কথাটো আছিল যে তেওঁ পূৰ্বোক্ত মতবাদটো প্ৰয়োগ কৰি ইয়াক মিছা বুলি ঠাৱৰ কৰিছিল। পৰম্পৰাগত ইতিহাসে কয় গৌতম বুদ্ধ উনত্ৰিশ বছৰ বয়সত কপিলাবস্তু নামৰ এখন সৰু ৰাজ্যৰ যুৱৰাজ আছিল। তেওঁ আছিল বিবাহিত। সুন্দৰী মায়াদেৱী আছিল তেওঁৰ পত্নী। তেওঁলোকৰ এটি পুত্ৰ সন্তানো আছিল। প্ৰচণ্ড মানসিক দ্বন্দত ভূগি ভূগি তেওঁ ভীষণ অস্থিৰ হৈ পৰিছিল। আৰু চাৰিও ফালে

দেখা ৰোগ, শোক, জৰা, মৃত্যু, জ্বালা যান্ত্ৰনাই তেওঁক বিব্রত কৰি তুলিছিল। এই মানসিক তাড়নাৰ ফলতে এদিন মাজ নিশা তেওঁ নিদ্ৰামগ্ন পত্নী, পুত্ৰ আৰু আত্মীয় স্বজনক একো নোকোৱাকৈ ৰাজ প্ৰসাদ এৰি ওলাই গৈছিল। যাবৰ সময়ত তেওঁ ক্ষন্তেক নিদ্ৰামগ্ন পত্নী আৰু দেৱশিশু পুত্ৰৰ ওচৰত থমকি ৰৈ কেৰাহিকৈ চালে আৰু জোৰেৰে আঁতৰি গৈছিল। খণ্ডৰ প্ৰচণ্ড বহ্নিত তেওঁ দগ্ধ হৈছিল। তেওঁৰ ইচ্ছা আছিল লোহ কঠিন। সেই দেখি এখন ৰাজ্যৰ যুৱৰাজ হোৱাত তেওঁ ভীষণ অনীহা হৈছিল, অসুখী হৈছিল, হৈছিল সংসাৰৰ প্ৰতি অমনোযোগী বিৰক্ত। তেওঁ হ'ব বিছাৰিছিল সন্ন্যাসৰ যুৱৰাজ। সঁচাকৈ তেওঁ হৈছিলো। তেওঁৰ যশস্যা আকাশৰ তলত আঁৰি থোৱা প্ৰকাণ্ড বৰকাঁহৰ শব্দৰ দৰে দশোদিশ ৰজন্ জনাই গৈছিল।

বুদ্ধৰ পাঁচজন বিশ্বস্ত অনুগামী আছিল। তেওঁলোক বুদ্ধৰ স্বৰ্গীয় অৱলোকনৰ দ্বাৰা ইমানেই প্ৰভাৱিত হৈছিল যে তেওঁলোকে প্ৰায়ে তেওঁক নিৰীক্ষণ কৰিয়ে কটাইছিল। ছয়বছৰ কঠোৰ আত্মসংযম আৰু ত্যাগৰ পাচত বুদ্ধই নিজৰ শৰীৰটোক এটা কঙ্কাল সৰ্বস্বলৈ ৰূপান্তৰ কৰিলে। বিষে কোপে তেওঁ জৰ্জৰিত হ'ল আৰু অৱস্থা এনে হ'ল যে এদিন তেওঁ মূৰ্চ্চা গৈ মৃতপ্ৰায় অৱস্থাত পৰিছিল। যেতিয়া তেওঁ সুস্থ হৈ উঠিল, তেওঁ এনে এটা সিদ্ধান্তলৈ আহিল যে বিশ্বব্ৰহ্মাণ্ডৰ গুপ্ত ৰহস্য ভেদ কৰিবলৈ হ'লে এটা মধ্যম পথ অৱলম্বন কৰিব লাগিব। এই পথ হ'ব আত্ম ত্যাগ জড়িত সন্ন্যাস আৰু ইন্দ্ৰিয় পৰবশৰ মাজৰ পথ। বুদ্ধৰ এই পথ আছিল সেই সময়ৰ ভাৰতৰ ধৰ্মীয় সংস্কাৰৰ ক্ষেত্ৰত এক আলোড়ণকাৰী দিক্ দৰ্শক।

গৌতমৰ ধ্যান-ধাৰণা আৰু কাণ্ড-কাৰখানা দেখি সেই পাঁচজন অনুগামীয়েও বিধৰ্মী আখ্যা দি তেওঁক ত্যাগ কৰি আঁতৰি আহিল। গৌতম আছিল নাচোৰ বান্দা। তেওঁ অকলেই চৰম সত্য আৰু জ্ঞানান্বেষণত অবিৰাম লাগি থাকিল।

পাশ্চাত্যৰ নৈতিকতাৰ ৰীতি-নীতি আৰু খাদ্যা ভাসৰ দৃষ্টি কোণৰ পৰা গৌতমৰ মধ্যম পন্থা আছিল বীৰত্বপূৰ্ণ। তেওঁৰ পবিত্ৰতা আছিল অদ্বিতীয়। গৌতমৰ দুপৰীয়াৰ প্ৰধান আহাৰ আছিল ভাত আৰু আঞ্জা। তাৰ পাচত তেওঁ কোনো গোটা আহাৰ গ্ৰহণ নকৰিছিল। ৰাতিৰ সাঁজত তেওঁ সম্ভৱ অকনমান পিঠাগুৰি ভক্ষণ কৰিছিল। এই খাদ্যৰ দ্বাৰা তেওঁ কেৱল জীয়াই থকাই নহয় এজন স্বাস্থ্যবান সন্ন্যাসী হৈ অগাধ অথচ বিৰল পাণ্ডিত্যৰ আধকাৰী হৈছিল। এইখিনিতে বৰেণ্য চিন্তা নায়ক চক্ৰেটিছৰ লগত গৌতম বুদ্ধৰ সাদৃশ্য পৰিলক্ষিত হয় । পাৰ্থক্য কেৱল এটাই যে চক্ৰেটিছে ঘৰৰ পটিকত এৰাতি ঠিয় হৈ হৈ সকলো ভাবি চিন্তি সিদ্ধান্তলৈ আহিছিল। অন্যহাতে গৌতমে গছৰ তলত

( বট বৃক্ষৰ তলত ) বহি বহি অবিৰাম চিন্তাত নিমগ্ন হৈছিল।

গৌতম বুদ্ধই যিজোপা বটগছৰ তলত বহি চিন্তা সাগৰত নিমগ্ন হৈছিল সেই গছ জোপাক পাচত বোধিদ্রুম, বোধি বৃক্ষ বা জ্ঞান বৃক্ষ নামে জনাজাত হ'ল। সিংহলী(বৰ্ত্তমান শ্ৰীলঙ্কাবাসী) সকলে এই গছজোপাক ব'গছ বুলি অভিহিত কৰিছিল। যুগে যুগে সেইগছজোপাৰ গুটি আনি বিভিন্ন ঠাইত ৰোৱা হৈছিল। বুদ্ধ গয়াত এতিয়াও এনে এজোপা গছ বিদ্যমান । বোধি বৃক্ষৰ তলত বহি গৌতমে কঠোৰ সংকল্প গ্ৰহণ কৰিছিল যে আধ্যাত্মিক আলোক প্ৰাপ্তি নোহোৱা পৰ্য্যন্ত তেওঁ বহাৰ পৰা নুঠে। গৌতমৰ দৃষ্টিত জীৱন আছিল যান্ত্ৰনাময় । অবিৰাম তপস্যাৰ শেষৰ ভাগত তেওঁ স্পষ্টভাবে অৱলোকন কৰিলে যে কাৰণ আৰু ফলাফলৰে গঠা এডাল সুক্ষ্ম শিকলিয়ে জীৱন নামৰ এই যাস্ত্ৰণাটো অবিৰত নিয়ন্ত্ৰণ কৰে। লগতে এই তপস্যাতে তেওঁ একে স্পষ্টতাৰে প্ৰতক্ষ্য কৰিলে সেহ পথটো, যাৰ দ্বাৰা এহ যান্ত্ৰণাৰ পৰা পৰিত্ৰাণ পাব পাৰি। এই ৰহস্যময় অভিজ্ঞতাবোৰে প্ৰকৃততে সেইবিলাক মানুহক হে অপ্ৰতিহত ভাৱে পতিয়ন নিয়াব পাৰে, যি বিলাকে এইবোৰৰ মাজেদি পথ অতিক্ৰম কৰিছে। কৃষ্ণ, যীশু, মহম্মদে নিজকে দুৰ্গতিজনৰ ত্ৰাণকৰ্ত্তা হিচাপে আত্ম প্ৰকাশ কৰা, মুক্তিৰ মাৰ্গ দেখুৱাৰ নজীৰ বিভিন্ন ধৰ্ম্ম পুথিত অনেক পোৱা যায়। সেই একে সুৰতে গৌতম বুদ্ধই নিজকে কেৱল বুদ্ধ বুলি ঘোষণা কৰাতে ক্ষান্ত নেথাকি, তেওঁ নিজকে ''তথাগত'' অৰ্থাৎ পূৰ্ণতাপ্ৰাপ্ত হিচাপেও ঘোষণা কৰিছিল। বুদ্ধক ত্যাগ কৰি যি পাঁচজন সন্ন্যাসী গুছি গৈছিল তেওঁলোকে বেনাৰসৰ ওচৰৰ হৰিণা পাৰ্কত তেতিয়াও জীৱন সংগ্ৰামত ব্ৰতী হৈ আছিল। নিৰ্বান লাভ কৰাৰ পাচত গৌতমে তৎ ক্ষণাত এই পাঁচজন ঋষিৰ ওচৰলৈ যাত্ৰা কৰিলে। সন্ন্যাসী কেইজনে বুদ্ধক অহা দেখি তেওঁলোকে এবাৰ এৰি অহা বিধৰ্ম্মী(?) বুদ্ধক কোনো সম্মান প্ৰদৰ্শন নকৰিবলৈ ঠিক কৰিছিল। তেওঁলোকে নিজৰ ভিতৰতে আলোচনা কৰিছিল এইদৰে- '' এই ধৰ্ম্মান্তৰিত জনে নিজকে প্ৰৰোচনা কৰিছে।'' কিন্তু কি আচৰিত কথা, অদ্ভুত জ্যোতিৰে জ্যোতিষ্মান গৌতম ওচৰ চাপি অহাৰ লগে লগে তেওঁলোক ততাতৈয়াকৈ আগবাঢ়ি গৈ তেওঁক সম্ভাষণ জনাই ''ককাইদেউ'' বুলি সাদৰেৰে মাতিলে। ইয়াৰ উত্তৰত তেওঁ চকুত সফলতাৰ চাৱনি প্ৰকাশ নকৰাকৈ ক'লে- ''হেৰা সন্ন্যাসী সকল ''তথাগত'ক ককাইদেউ বা ভাই বুলি সম্বোধন নকৰিবা। কিয়নো তথাগত হৈছে পবিত্ৰ আৰু সৰ্বশ্ৰেষ্ঠ বুদ্ধ।'' তাৰ পাচত গৌতম বুদ্ধই এনে এটা ধৰ্ম্মবাণী প্ৰচাৰ কৰিলে যি বাণী তাৰ আগতে কেতিয়াও প্ৰচাৰ হোৱা নাছিল। যীশুৰ আশ্বাস বাণীৰ দৰে এই ধৰ্ম্মবাণীত নিহিত আছিল জীৱনৰ এক নতুন মাৰ্গ। জীৱনৰ পথ দুটা আশ্চৰ্য্যজনক

ভাৱে সদৃশ যদিও যি বিশ্বাসৰ ভিত্তিত এই পথ দুটা প্ৰতিষ্ঠিত তাত বিস্তৰ প্ৰভেদ বিৰাজমান। বুদ্ধৰ বাণীত আছিল নিৰাশাবাদৰ সুৰ। বুদ্ধৰ মতে মানুহে লাভ কৰা জীৱনত দুখ-যান্ত্ৰণাই বেছি। পূব ভাৰতৰ মানুহে অন্ততঃ জীৱনটোক স্বাভাৱিকতে এটা যাতনা বুলি গণ্য কৰিছিল। কিয়নো জীৱন কালত তেওঁলোকে ভূগিছিল দুখৰ উপৰি দুখ, দাৰিদ্ৰৰ যান্ত্ৰণা, ৰোগৰ যান্ত্ৰণা। সম্ভৱতঃ যদি আমি এই বিলাক মানুহে সাধাৰণতে বিশ্বাস কৰাৰ দৰে গতানুগতিক পুনৰ জন্মৰ কথা বিশ্বাস কৰো, তেনেহলে আমি জীৱনৰ বৈচিত্ৰতাত ইমান উত্তেজনা লাভ কৰা উচিত নহয়।

বোধি বৃক্ষৰ তপস্যা কৰি বুদ্ধই যি সত্যৰ সন্ধান পাইছিল সেয়া হ'ল, 'মানুহৰ দুখ-যান্ত্ৰনাৰ মূল কাৰণ হ'ল অজ্ঞতা।' ভগৱান বুদ্ধৰ 'চত্বাৰি আৰ্য সত্যানি' এই দুখবাদী দৰ্শনৰ উৎ কৃষ্ট উদাহৰণ। তেওঁৰ মতে পৃথিৱীত দুখ আছে দুখৰ কাৰণ আছে, দুখ কমাব পাৰি আৰু দুখ কমোৱাৰ নিৰ্দ্দিষ্ট পথ আছে। এই চাৰিটা সত্য কথাই জীৱন আৰু জগতৰ প্ৰধানতম সূত্ৰ, মূল ধাৰা।

আমি সদায় আত্মা সন্তুষ্টি লাভৰ কাৰণে ব্যাকুল হওঁ। কিন্তু নিজস্ব বুলি কোনো কথা নাই। আমি ভ্ৰম ত্যাগ কৰিব লাগিব; ত্যাগ কৰিব লগিব ইয়াৰ লগত জড়িত হৈ থকা অন্ধ ব্যাকুলতা। খুব স্পষ্টভাবে তেওঁ আঙুলিয়াই দিছে এই বাসনাৰ কথা। তেওঁ ইয়াৰ ব্যাখ্যা দি কৈছে- '' এই ব্যাকুলতা হ'ল, লালসা পূৰণৰ বাসনা, ভৱিষ্যৎ জীৱনৰ বাসনা আৰু এই জীৱনত সাফল্য লাভৰ দুৰ্বাৰ বাসনা।'' তেওঁ আৰু কৈছে- '' আমি অন্ধ বিশ্বাসৰ পৰা মনটো মুক্ত কৰিবলে শিকিব লাগিব, কঠোৰ শৃঙ্খলাৰে আমাৰ ইচ্ছা-আকাঙ্খাবোৰ বশ কৰি, প্ৰেমৰ যোগেদি মন জয় কৰিব লাগিব। এই প্ৰেম অন্তঃস্ৰোতা হৈ পৃথিৱীৰ বুকুৰেদি বৈ যাব লাগিব। অথচ আমি হ'ব লাগিব বিনম্ৰ, নিস্পৃহ, নিৰ্মোহ। ইয়াতে স্থিতি ল'ব শান্তি আৰু প্ৰকৃত সুখে।'' বুদ্ধই এই অৱস্থাটোক আখ্যা দিছিল 'নিৰ্বাণ'। ই হৈছে বুদ্ধৰ প্ৰতিচ্ছবিত মনটো একাকাৰ কৰি শ্ৰেষ্ঠ অথচ প্ৰাকৃতিক শান্তি প্ৰাপ্তিৰ অৱস্থা। এই শান্তি উপলব্ধিক চেৰাই পোৱা শান্তি নহয়, এই শান্তি হৃদয়ঙ্গমৰ পৰা লাভ কৰা শান্তি।

গৌতম বুদ্ধই ইয়াৰ পাচত মৰণশীল মানুহৰ বাবে তেওঁলোকৰ দুখ-যাতনাৰ পৰা পৰিত্ৰাণ লাভৰ উপায় এটা বিচাৰি গভীৰ চিন্তাত নিমগ্ন হ'ল। তেওঁ এনে এটা উপায়ৰ সন্ধানত ব্ৰতী হ'ল যাৰ দ্বাৰা মানুহে যন্ত্ৰণামুক্ত হৈ দেৱতাসদৃশ অৱস্থা লাভ কৰিব পাৰে। অবিৰাম ভাবে এই অন্বেষণৰ অন্তত তেওঁ মানুহৰ মুক্তিৰ বাবে আঠটা পথৰ সন্ধান পালে। এই পথবোৰৰ কোনটোতে সহজ বাক্‌চাতুৰীৰে বৰ্ণনা কৰিব পৰা পৰিত্ৰাণৰ

পথ নহয়। এই পথ বিলাক স্ববিৱৰিত, স্ব-কথিত। ''স্বৰ্গীয় সুখ কি, আৰু ইয়াক কেনেকৈ লাভ কৰিব পাৰি'' এই মূল মন্ত্ৰ আছিল বুদ্ধৰ সকলো বাণীৰ সাৰমৰ্ম্ম।

বুদ্ধৰ দ্বাৰা নিৰ্ণীত অষ্টমাৰ্গ হৈছে কঠোৰ তপস্যাৰ ফলত তেওঁ লাভ কৰা কিছুমান সিদ্ধান্ত কাৰি মতবাদ যি বিলাকে মানুহক মুক্তিৰ দিক্ দৰ্শন দিয়ে। এই মাৰ্গ কেইটা হৈছে-

''সেইসকল আশীষ ধন্য যি জানে আৰু যাৰ জ্ঞান ভ্ৰম আৰু অন্ধ বিশ্বাসৰ পৰা মুক্ত।

আশীষ ধন্য সেই সকল, যাৰ স্বভাৱ শান্তিপূৰ্ণ, সৎ আৰু পবিত্ৰ।

আশীষ ধন্য সেইসকল, যি কোনো জীৱৰ অনিষ্ট সাধন নকৰাকৈ নিজৰ জীৱিকা আৰ্জ্জন কৰিব পাৰে।

আশীষ ধন্য তেওঁলোক, যি সকলে দম্ভ, ৰিষ্ট, অহঙ্কাৰ আদি অশুভ শক্তি সমূহ জয় কৰি, আঁতৰাই তাৰঠাইত প্ৰেম, প্ৰীতি আৰু সহানুভূতিৰ দৰে মানৱীয় গুণ সমূহ সাধনা কৰে।

আশীষ ধন্য হ'বা তুমি, যেতিয়া তুমি তোমাৰ শ্ৰেষ্ঠ শক্তিক আত্ম শিক্ষা আৰু আত্মসংযম লাভত প্ৰয়োগ কৰিবা।

আশাতীত ভাৱে আশীষ ধন্য হ'বা তেতিয়া, যেতিয়া তুমি এইবিলাক উপায় অৱলম্বন কৰি নিজক স্বাৰ্থপৰতাৰ বন্ধনৰ পৰা মুক্ত কৰিবা। সৰ্বশেষত আশীষ ধন্য সেই সকল, যিসকলে এই পৃথিৱী আৰু আমাৰ জীৱন সম্পৰ্কে সত্য কি তাক এক নিষ্ঠ, গভীৰ ভাৱে চিন্তা কৰি বিমল আনন্দ লাভ কৰে।'' শুনিলে আচৰিত হ'ব লাগে যে মানুহৰ মুক্তি লাভৰ বিষয়ে ইমান বিলাক গভীৰ অথচ সুস্পষ্ট মাৰ্গ দেখুওৱা বুদ্ধদেৱ কিন্তু ইশ্বৰ সৰ্ম্পকে নীৰৱ আছিল। তথাপি তেওঁ এনে এটা নৈতিক আধাৰক বিশ্বাস কৰিছিল, যিটোৰ নিয়ন্তা এজন সৰ্বশক্তিমানৰ বাহিৰে আন কোনো হ'ব নোৱাৰে। তেওঁ বিশ্বাস কৰিছিল যে প্ৰত্যেকটো সৎ কামৰ পুৰস্কাৰ আছে আৰু সেইদৰে প্ৰতিটো অসৎ কামৰ কাৰণে শাস্তিৰ বিধান আছে। মন বা শৰীৰ যিহৰ দ্বাৰা এই বিলাক নকৰা কিয়, নৈতিক বিধানৰ পৰা কোনো সাৰি যাব নোৱাৰে। তদুপৰি যাজকীয় ৰীতি নীতি সমূহ তেওঁ নাকচ কৰিছিল আৰু এইবিলাকৰ বিকল্প ব্যৱস্থাও তেওঁ চিন্তা কৰা নাছিল। অৱশ্যে ব্যক্তিগত প্ৰাৰ্থনাৰ দিশত তেওঁ কিছু ব্যৱস্থা লৈছিল। চিন্তাত নিমগ্ন হোৱাটো তেওঁৰ প্ৰাৰ্থনা নাছিল, কিন্তু তেওঁৰ চিন্তাৰ গভীৰতা ইমান আছিল যে বহুত সময়ত ই প্ৰাৰ্থনালৈ ৰূপান্তৰিত হৈছিল। এই প্ৰাৰ্থনাৰ মূল উদ্দেশ্য আছিল ত্যাগৰ চিন্তা।

আন ধৰ্ম্মৰ তুলনাত বৌদ্ধ ধৰ্ম্মৰ সাফল্যও কম নহয়। বৌদ্ধ ধৰ্ম্মৰ এই সাফল্যৰ অন্য এক উল্লেখযোগ্য কাৰণ হ'ল নিৰস্ত্ৰ-সহনশীলতা। বৌদ্ধ ধৰ্ম্মত গোড়ামী নাই আৰু কোনো বৌদ্ধ ধৰ্ম্ম অনুগামীয়ে কেতিয়াও কোনো বিধৰ্ম্মীক শাস্তি দিয়া কিম্বা উৎ পীড়ণ কৰা নজীৰ নাই। তাতোকৈ আনন্দদায়ক কথাটো হ'ল বুদ্ধই প্ৰত্যেকজন মানুহৰ যুক্তি আৰু অভিজ্ঞতাৰ প্ৰতি নিজৰ মৌন আবেদন জনোৱা ; সম্মান জনোৱা। বুদ্ধৰ মতে আমি কেৱল নিজৰ মুক্তিৰ বাবে কাম কৰিলেই নহয়, আমি লগতে ধৰ্ম্মমত, ধৰ্ম্মনীতিৰ বিষয়েও ভাবিব লাগিব। তেওঁ কৈছিল - '' অতীতৰ কোনোবা এজন জ্ঞানীলোকৰ দোহাই দি লিখা কথাখিনিকে বিশ্বাস নকৰিবা। কোনো শিক্ষক বা ধৰ্ম্ম যাজকৰ আপ্ত বাক্যৰ আধাৰত কোনো কথা বিশ্বাস নকৰিবা। নিজৰ অভিজ্ঞতা আৰু ব্যাপক অনুসন্ধানৰ ভিত্তিত যি কথা যুক্তিসম্মত বুলি প্ৰতীয়মান হয় আৰু আন সকলো জীৱৰ কল্যানকামী হয় তাক সত্য বুলি গণ্য কৰা সেই অনুসৰি জীয়াই থাকা।''

এই অমৰবাণী সমূহে পশ্চিমৰ আধুনিকতাৰ প্ৰচণ্ড আৱহাৱাৰ মাজত বৰ্ত্তি থকা গৌতম তথা বুদ্ধৰ পবিত্ৰ, অথচ প্ৰকাণ্ড প্ৰতিকৃতি বিলাকৰ মাধ্যমেৰে এতিয়াও উচ্চস্তৰৰ ভাব উদ্ৰেককাৰী তাৎপৰ্য্য ঘোষণা কৰি আছে। বুদ্ধৰ বাণী সমূহত এনে তত্ত্ব নিহিত আছিল যিবিলাক কোনো পুৰুষ কিম্বা নাৰীয়ে ২৫০০ বছৰৰ জ্ঞান ভাণ্ডাৰৰ প্ৰচণ্ড আলোড়নৰ পাচতো অৱজ্ঞা কৰিব পৰা নাই ; অস্বীকাৰ কৰিব পৰা নাই। জ্ঞানতকৈ সম্ভৱ মহান এনে এটা আদৰ্শ তেওঁ প্ৰতিষ্ঠা কৰি থৈ গৈছিল, যিটো পশ্চিমৰ মানুহে যীশুৰ জীৱনৰ আধাৰতহে কল্পনা কৰিব পাৰিছিল। আশী বছৰত নশ্বৰ দেহ ত্যাগ কৰা প্ৰৱল বৌদ্ধিক আৰু ইচ্ছা শক্তিৰ অধিকাৰী গৌতমে পঞ্চলিশ বছৰ ধৰি গঙ্গা উপত্যকাত ইমূৰৰ পৰা সিমূৰলৈ অবিৰাম বিচৰণ কৰিছিল। প্ৰতিদিনে ধলপুৱাতে উঠি পোন্ধৰৰ পৰা বিশ মাইল পৰ্য্যন্ত খোজ কাঢ়ি সকলো মানুহকে উদাৰ ভাবে, কোনো প্ৰতিদান নোলোৱাকৈ শিক্ষা তথা জ্ঞান দি ফুৰিছিল। এই শিক্ষাদানত তেওঁ মানুহৰ শ্ৰেণী আৰু জাতিভেদক প্ৰশ্ৰয় দিয়া নাছিল। এই দৃষ্টিকোণৰ পৰা বুদ্ধৰ আদৰ্শ আমাৰ শঙ্কৰদেৱৰ লগত বহুখিনি মিল দেখা যায়। আমাৰ গুৰুজনাইও বৈষ্ণৱ ধৰ্ম্মৰ প্ৰচাৰত ভক্তি মাৰ্গ দৰ্শনত জাতিভেদ আৰু অস্পৃশ্যতাক কেতিয়াও ঠাই দিয়া নাছিল। বুদ্ধৰ শিক্ষাৰ মূল বাণী আছিল কেনেকৈ মানুহ সুখী হৈ জীৱন যাপন কৰিব পাৰে। এই শিক্ষা আছিল তেওঁৰ তপস্যালব্ধ জ্ঞানৰ শিক্ষা। তেওঁ আন্দোলনকাৰী নাছিল। সেইকাৰণে তেওঁক বিৰোধিতা কৰা ধৰ্ম্মযাজক বা শাসকসকলৰ দ্বাৰা তেওঁ লাঞ্ছিত হোৱা নাছিল। তেওঁৰ খ্যাতি আৰু যশস্যা দশো দিশে বৈ বৈ গৈছিল। মানুহে তেওঁক ইমান গভীৰ ভাবে ভাল পাইছিল যে যেতিয়া তেওঁ

কোনো ঠাইত প্ৰবেশ কৰিছিল তেতিয়া অসংখ্য জনতাই তেওঁৰ যোৱা পথত ফুল ছটিয়াই বিৰাট আদৰ-সম্ভাষণ জনাইছিল। বুদ্ধৰ প্ৰকৃত বিজিত উদ্দেশ্য আছিল পৃথিৱীত মানুহে সৎ আৰু সুখেৰে জীৱন যাপন কৰি মৃত্যু বৰণ কৰা পথ নিৰ্ণয় কৰা আৰু তাৰ লব্ধ শিক্ষা মানুহৰ মাজত প্ৰচাৰ কৰা। এই অভিযানত তেওঁ সফলো হৈছিল।

প্ৰাচীন ভাৰতৰ এইজনা সুযোগ্য, মহান পুৰুষক আজিও ভগৱানৰ অন্য এক অৱতাৰ বুলি গণ্য কৰা হয় আৰু চিৰদিনলৈ গণ্য হৈ থাকিব।





# কনফুচিয়াচৰ জ্ঞান

দেখাত সকলোৰে বাবে মানুহজন ধেমেলীয়া আছিল। বহল ফুটাৰে চেপেতা নাকটো, হেলনীয়া চকু হাল, উঠঙা মুখটোৰে মানুহ জনক ধেমেলীয়া বুলি নভবাৰ অৱকাশ নাছিল। সোণত সুৰগা চৰাৰ দৰে তেওঁৰ দাড়ি আৰু গোঁফ তিনিটা শাৰী হৈ তললৈ বৈ পৰা আছিল। সাজ পোচাক আছিল জ.াপানী সন্ন্যাসীৰ দৰে । এই সকলো বিলাক বিশেষত্বই মানুহজনৰ শৰীৰত এক ব্যঙ্গ - ভৰা ব্যক্তিত্ব সানি দিছিল। এনে ব্যক্তিত্বপূৰ্ণ হ'লেও তেওঁ আছিল ওখ আৰু শক্তিশালী, এজন সাহসী চিকাৰী, এজন আজীৱন সঙ্গীতজ্ঞ আৰু এজনপ্ৰতিভাশালী বুদ্ধিজীৱী । অৱশ্যে লগতে এইটোও সত্য যে তেওঁৰ মহৎ ক্ষুৰধাৰ জ্ঞান ৰাশি পশ্চিমৰ দেশত বিশেষ আদৰণীয় নাছিল। অথচ সমগ্ৰ পৃথিৱীত তেওঁৰ স্থান অদ্বিতীয় আছিল। মানৱ ইতিহাসত তেওঁ এজন অকলশৰীয়া খনিকৰ আছিল, যি এটা জাতিৰ মন আৰু আচৰণক একেটা সাঁচতে গঢ় দিছিল। ইমানখিনি বৰ্ণনাৰে বৰ্ণিত এই মানুহজন আন কোনো নহয় ; তেওঁ হ'ল কন্‌ফুচিয়াচ্।

চীনদেশৰ এইজন প্ৰবাদ পুৰুষ কন্‌ফুচিয়াচৰ জন্ম হৈছিল যীশুখৃষ্টৰ জন্মৰ ৫০০ বছৰ পূৰ্বে । জীৱন আৰু জীয়াই থকাৰ কলা সম্পৰ্কে শিক্ষা প্ৰদান কৰা পৃথিৱীৰ শ্ৰেষ্টতম শিক্ষক সকলৰ ভিতৰত তেওঁ আছিল অন্যতম। সৰলাৰ্থত তেওঁ আছিল এজন সৰ্বশ্ৰেষ্ঠ শিক্ষক । কিন্তু তেওঁ সন্ন্যাসী বা ভৱিষ্যবক্তা নাছিল; নাইবা বিশ্ব ব্ৰহ্মাণ্ডৰ গুপ্ত ৰহস্য উদ্‌ঘাটন কৰা চাবি কাঠিও তেওঁৰ নাছিল।

যদিও তেওঁৰ শিকনি আৰু বাণী সমূহক চীন দেশৰ প্ৰায় ধৰ্ম্ম হিচাপে গন্য কৰা হয়, তথাপি তেওঁৰ ধৰ্ম্মৰ প্ৰতি খুব কম আগ্ৰহ আছিল; কম ধাৰণা আছিল জীৱনৰ শাশ্বত প্ৰবাহৰ প্ৰতিও। তৎ সত্বেও সৎ জীৱন যাপনৰ প্ৰতি তেওঁ বিনম্ৰভাৱে অনুৰাগী আছিল। তেওঁ যি এটা চমৎ কাৰ যুক্ত সূত্ৰ আৱিষ্কাৰ কৰিছিল তাৰ শক্তি আছিল যাদুকৰী; আমাৰ সকলোৰে জীৱন গাঠাৰ পবিত্ৰ ৰত্ন স্বৰূপ এই সোণ সেৰিয়া বাণীৰ প্ৰবক্তা কন্‌ফুচিয়াচে এই দৰে প্ৰচাৰ কৰিছিল - ''আনৰ প্ৰতি তুমি যি ব্যৱহাৰ কৰিবা তুমিও আনৰ পৰা তেনে ব্যাৱহাৰকে পাবা।''

চিন্তা - চৰ্চ্চা ধ্যান - ধাৰণাৰ ফালৰ পৰা বিচাৰ কৰিলে বহুত সময়ত কন্‌ফুচিয়াচক খ্ৰীষ্ট ধৰ্ম্মৰ বাণীৰ নিচেই ওচৰ চপা যেন লাগে। সেই কাৰণে সম্ভৱতঃ কন্‌ফুচিয়াচৰ বাণী

আৰু খ্ৰীষ্ট ধৰ্ম্মৰ বাণীৰ মাজত থকা সাদৃশ্য আৰু ৰিজনি দৰ্শাই এখন সম্পূৰ্ণ পুথি ৰচনা কৰা হৈছে। তেওঁ কৈছিল - ''খ্ৰীষ্ট ধৰ্ম্মৰ মতবাদৰ দৰে আনক বিচাৰ নকৰিবা। নিজেও বিচাৰৰ সন্মূখীন নহ'বা।'' এই প্ৰসঙ্গতে তেওঁ সাৱধান বাণী শুনাইছিল এইদৰে - '' আনক বিচাৰ কৰোতে আমাৰ অভ্যন্তৰীণ সত্বাক মান দণ্ড হিচাপে গ্ৰহণ কৰিব লাগে। আমি ভাবিব নোৱাৰোনে যে আমিও একেধৰণৰ পাপ কৰিব পাৰো ?''

খ্ৰীষ্ট ধৰ্ম্মৰ লগত তেওঁৰ মতবাদক ৰিজনি দি কোনো কোনো লোকে যেতিয়া তেওঁক সুধিছিল যে আঘাতক দয়াৰে পুৰস্কৃত কৰা উচিত। এই বিষয়ত তেওঁৰ ধাৰণা কি বা কেনে? ইয়াৰ উত্তৰত তেওঁ কৈছিল '' যদি আঘাত বা অনিষ্টক দয়াৰে পুৰস্কৃত কৰা তেনেহলে দয়াক কিহেৰে পুৰস্কৃত কৰিবা? এই সম্পৰ্কত তেওঁ আৰু কৈছিল - '' অন্যায় অনিষ্টক ন্যায়েৰে আৰু দয়াক দয়াৰে পুৰস্কৃত কৰিব লাগে। ''

ল'ৰালি কালৰ পৰা প্ৰচলিত ৰীতি নীতি আৰু উৎসৱ সমূহৰ প্ৰতি কন্‌ফুচিয়াচৰ গভীৰ আস্থা আছিল। সেই বিলাক তেওঁ ভাল পাইছিল। তেওঁ সঙ্গীত ভাল পাইছিল, নিজে গান গাবলৈ শিকিছিল আৰু বীণা আদি বাদ্য যন্ত্ৰও বজাব জানিছিল। জীৱনৰ মাজ চোৱাত তেওঁ ল্যু প্ৰদেশৰ ঘৰৰ পৰা ৰাজধানী চহৰলৈ গুচি গৈছিল। উদ্দেশ্য আছিল সঙ্গীত আৰু বাদ্য যন্ত্ৰ সঙ্গীতৰ নিয়ম সমূহ অধ্যয়ন কৰা আৰু উৎসৱ বিষয়ৰ সকলো আচৰণ বিধিৰ বিশেষজ্ঞ হোৱা।

যেতিয়া কন্‌ফুচিয়াচ্ প্ৰাপ্ত বয়স্ক হ'ল, তেওঁ শিক্ষকতাকে জীৱিকা নিৰ্বাহৰ পথ হিচাপে গ্ৰহন কৰিছিল। শিক্ষাদানৰ বিনিময়ত তেওঁ ছাত্ৰৰ পৰা কোনো নিৰ্দ্ধাৰিত মাচুল লোৱা নাছিল। বৰং দুখীয়া আৰু বিদ্যোতসাহী ছাত্ৰৰ পৰা তেওঁ মাচুল নলৈছিল। তেওঁৰ বাণী সমূহ ঘাইকৈ শিক্ষা দানৰ সময়ত ছাত্ৰ সকলৰ লগত হোৱা কথোপকথন আৰু মতামত বিনিময়ৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছিল। এইবিলাক সংগ্ৰহ আৰু সংকলনৰ পাচত জনসমাজলৈ আহিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ এই সংকলিত কিতাপত কন্‌ফুচিয়াচৰ জীৱনৰ কাহিনী গথাঁ নথকাত ই বাইবেলত সন্নিবিষ্ট যীশু খ্ৰীষ্টৰ কাহিনীৰ দৰে সুখপাঠ্য হৈ নুঠিল। খ্ৰীষ্ট ধৰ্ম্মৰ বাণী সমূহত থকাৰ দৰে মনো মোহা কথাও এই বাণী সমূহত নাই। বক্তাৰ বাক্‌পটুতাৰ বিষয়ত কন্‌ফুচিয়াচ্ সন্দিহান আছিল। ভাষা সম্পৰ্কত তেওঁ কৈছিল - '' মাত্ৰ অৰ্থ বহন কৰিবৰ কাৰণেহে ভাষাৰ আৱশ্যক।'' তেওঁ এই কথা সৰল গদ্যত এনেদৰে প্ৰকাশ কৰিছিল -

''তুমি য'লৈকে নোযোৱা অন্তৰখন লগত লৈ যাবা।
ভুল কৰাটো আৰু ভুল সংশোধন কৰিবলৈ চেষ্টা নকৰাটো
মৰাত্মক ভুল। নিজকে বহুত ডাঙৰ বুলি নেভাবিবা
আৰু আনক সৰু জ্ঞান নকৰিবা।''

কি যে অমৃতময বাণী। ভাবিলে মনটো ফৰকাল লাগি যায়। এই বিশ্ব ব্ৰহ্মাণ্ডৰ তুলনাত এজন ব্যক্তি সত্ত্বা কিমান নগন্যতাক তেওঁ অনুধাবন কৰিব পাৰিছিল। আনকো তাক উপলব্ধি কৰিবলৈ কৈছিল। তেওঁৰ মনোভাৱ আছিল বিজ্ঞান সম্মত। মনৰ অস্থিৰতাৰ ওপৰত গুৰুত্ব প্ৰদান কৰি, সত্য অন্বেষণৰ দ্বাৰা মত পৰিবৰ্ত্তন কৰা, নিলম্বিত ৰায় দানৰ বিষয়ত তেওঁ নিজৰ যুগৰ পৰা দুহেজাৰ বছৰ আগবঢ়া আছিল। তেওঁ প্ৰথম যি সূত্ৰ আগবঢাইছিল তাক বিজ্ঞানৰ সোনালী নিয়ম বুলি বৰ্ণনা কৰিব পাৰি। তেওঁ কৈছিল - '' তুমি নেজানো বুলি যদি স্বীকাৰ কৰা, সেইটোয়ে তোমাৰ জ্ঞান।'' একেদৰে তেওঁ অন্ধ বিশ্বাসৰ প্ৰতি থকা দুবৰ্বলতা একাষৰীয়াকৈ থ'ব পাৰিছিল ; থ'ব পাৰিছিল ইচ্ছা শক্তিৰ প্ৰৱণতাক। তদুপৰি সততাৰ ওপৰতো কন্‌ফুচিয়াচে গুৰুত্ব আৰোপ কৰিছিল। তেওঁৰ মতে সততা কেৱল কথাতে নহয়, আনকি নিৰ্জনতাত কৰা ধ্যানতো সততা থাকিব লাগে। কামৰ বেলিকাটো কথাই নাই। তেওঁৰ কথা হ'ল ''যদি তুমি সত্যৰ পথত আগবাঢ়িব খোজা তেন্তে তোমাৰ ভিতৰত আত্ম প্ৰৱঞ্চনা থাকিব নেলাগিব।''

কিন্তু তথাপি তেওঁ নিৰ্দ্দেশ কৰা এই পথ সৰল আৰু সংকীৰ্ণ নাছিল নাইবা অসম্ভৱ ধৰণৰ বিপদজনক নাছিল। তেওঁ কৈছিল '' সত্যৰ পথ মহান। এই পথ বিচাৰি পোৱা কঠিন নহয়। কিন্তু দুখৰ কথা হ'ল মানুহে এই পথ নিবিচাৰে।'' সেইবুলি তেওঁ শিথিলতা বা আত্ম পৰি তোষণৰ পক্ষপাতি নাছিল। শিক্ষক হিচাপে কন্‌ফুচিয়াচ্ আছিল কাঢ়া আৰু দাবীদাৰ। যি বিলাক গুন আয়ত্ব কৰিবৰ কাৰণে তেওঁৰ শিষ্য সকলে অহোপুৰুষাৰ্থ কৰিব লগা হৈছিল তাৰ ভিতৰত সাতটা প্ৰধান গুনৰ অধ্যয়নেই স্নাতক পৰ্য্যায়ৰ পাঠ্য ক্ৰমৰ সমান। এইবিলাকৰ ভিতৰত তেওঁৰ শিষ্যসকল অনুধাবনত ক্ষীপ্ৰ হ'ব লাগিছিল, স্পষ্ট মননশীল হ'ব লাগিছিল, দূৰদৰ্শিতাপূৰ্ণ বুদ্ধিমান হ'ব লাগিছিল, ৰীতি-নীতি পালন কৰাৰ জ্ঞান থাকিব লাগিছিল। সহিষ্ণুতা আৰু বদান্যতা প্ৰয়োগৰ জ্ঞানো ছাত্ৰসকলে আয়ত্ব কৰিব লাগিছিল। কেৱল ইমানেই নহয় তেওঁলোকে গাম্ভীৰ্য্যতা, সৰলতা, বিশ্বাস যোগ্যতা, দয়া আৰু নিজৰ কামত মনোযোগ দিয়া গুন

সমূহো শিকিব লাগিছিল। তেওঁৰ বানীয়ে মানুহৰ মনত এটা বিশেষ অনুভৱ সঞ্চাৰ কৰিছিল। সেইটো হ'ল প্ৰত্যেক মানুহ সদায় বৃদ্ধিৰ স্তৰত থাকিব লাগে। কনফুচিয়াচে ভাবিছিল আমাৰ সকলোৰে মাজত এটা উৰ্দ্ধমূখী গতি বিৰাজমান। তেওঁ কৈছিল '' আমাৰ ভিতৰত এনে এটা ইচ্ছা শক্তি জাগ্ৰত হৈ থাকে যাৰ দ্বাৰা আনক নহ'লেও অন্ততঃ নিজক কালিতকৈ আজি আগবঢ়াই নিব পাৰি।''

দাৰ্শনিক প্লেট'ৰ দৰে দুশ বছৰৰপাচত কনফুচিয়াচেও এটা আদৰ্শ গনতন্ত্ৰৰ ব্লুপ্ৰিন্ট তৈয়াৰ কৰিছিল। কিন্তু তেওঁৰ গনতন্ত্ৰৰ ধাৰণা প্লেটোয়ে আৱিষ্কাৰ কৰা ৰাজনৈতিক গনতন্ত্ৰৰ পৰা পৃথক আছিল। কাৰণ কনফুচিয়াচৰ গণতন্ত্ৰৰ সূত্ৰপাত হৈছিল এটা ইচ্ছাযুক্ত প্ৰবৃত্তিৰ পৰা, যাৰ অন্তৰ্ণিহিত অৰ্থ আছিল যে ই এটা প্ৰেমাসক্ত পৰিয়ালৰ দৰে কাম কৰিব পাৰে। এই ধাৰণাটো চীন দেশত বিশেষ ভাবে দেখা যায়, কিয়নো ইয়াত পৰিয়ালৰ বান্ধোন আন সকলো ঠাইতকৈ বেচি গভীৰ। সকলো মানুহক নিজৰ পৰিয়াল সদস্য নিচিনাকৈ জ্ঞান কৰিবলৈ চীনা মানুহক শিকাব নেলাগে। কনফুচিয়াচে এই কথা জানিছিল। কিন্তু তেওঁ এইটো আশা কৰিছিল যে সমগ্ৰ পৃথিৱীৰ মানুহ এই ধাৰণাৰ প্ৰতি আকৃষ্ট হওক আৰু এই দিশত অন্ততঃ অগ্ৰসৰ হওক। কনফুচিয়াচ আছিল নাচোৰ-বান্দা। এই কামত আগবাঢিবলৈ তেওঁ অহৰ্ণিশে উপায় চিন্তিবলৈ ধৰিলে। অৱশেষত তেওঁ একমাত্ৰ উপায়টো উদঘাটন কৰিলে। তেওঁৰ মতে এই উপায়টো হ'ল কিছুমান ভাল আৰু জ্ঞানী মানুহক ক্ষমতাৰ গাদীত বহুৱা। প্লেট'ৰ দৰে তেওঁ আকৌ সামন্ত এজনৰ সমৰ্থণৰ দ্বাৰা নিজকে এটা উচ্চ কাৰ্য্যবাহী পদত নিযুক্তি পাবৰ বাবে জীৱন জোৰা আপ্ৰান চেষ্টা কৰিছিল। তেওঁৰ দ্বাৰা পুৰষ্কৃত কেইবাজনো শিষ্য ইতিমধ্যে এনে উচ্চ পদবীত নিযুক্তি হৈছিল। কিন্তু তৎ সত্বেও তেওঁ নিজে এই পদবী সৰ্বজন সম্মানিত শিক্ষক পদতকৈ বেচি সম্মানীয় বুলি উপলব্ধি কৰা নাছিল।

লগত মাত্ৰ কেইজনমান শিষ্য লৈ তেওঁ বছৰ বছৰ ধৰি চীন দেশ ভ্ৰমন কৰিছিল। এই ভ্ৰমনৰ উদ্দেশ্য আছিল এজন ৰজা বিচাৰি উলিওৱা যি তেওঁক পৃথিৱীখন নতুনকৈ নিৰ্মাণ কৰিব পৰা সুবিধা প্ৰদান কৰিব। কিন্তু স্বভাৱ জনিত কিছু কাৰণ তেওঁৰ এই আকাংখ্যা পূৰণত বাধা হিচাপে থিয় দিলে। বেচি স্পষ্টবাদী হোৱা কাৰণে ৰাজনীতিজ্ঞ হিচাপে তেওঁ কৃতকাৰ্য্য হোৱাৰ সম্ভাৱনা দেখা নগৈছিল। এবাৰ এটা মজাৰ কথা হ'ল। এজন অত্যুত সাহী শাসন কৰ্ত্তাই কনফুচিয়াচক শাসনৰ কলা সম্পৰ্কে প্ৰশ্ন কৰিলে।

উত্তৰত তেওঁ শাসন কৰ্ত্তা জনক ক'লে - ''প্ৰথমে নিজকে শাসন কৰিবলৈ শিকা।'' এই কথা শুনি শাসন কৰ্ত্তা তবধ লাগিল। কন্ফুচিয়াচে বংশগত শাসনত মুঠেই বিশ্বাস নকৰিছিল। তেওঁ কৈছিল '' স্বভাৱতে সকলো মানুহ প্ৰায় সমান।'' সেই সময়ত যদিও গনতন্ত্ৰৰ উদ্ভাৱন হোৱা নাছিল, কন্ফুচিয়াচে সম্ভৱতঃ পোন প্ৰথম বাৰৰ কাৰণে ইতিহাসত সাব্যস্ত কৰিছিল যে শাসনৰ প্ৰকৃত সমাপ্তি কেৱল জন কল্যানেই নহয়, ই জনসাধাৰণৰ সুখ স্বাচ্ছন্দ্যও।

জীৱনৰ মাজচোৱা অন্য ঠাইত কটোৱাৰ পাচত শেষত তেওঁ নিজৰ জন্ম নগৰখনলৈ ঘূৰি আহিল। কিন্তু এইদৰে আহোতে কন্ফুচিয়াচ সুস্থ, সবল হৈ অহা নাছিল ; আহিছিল এজন ক্লান্ত, দুবৰ্বল, বুঢ়া মানুহ হিচাপে। শাৰীৰি ক ভাবে দুৰ্বল হ'লেও তেওঁৰ উদ্যম শেষ হোৱা নাছিল। অৱশ্যে তেওঁ এইটো স্বীকাৰ কৰিছিল যে তেওঁ এজন অসফল মানুহ। ইয়ৰ পাচতো কেই বছৰ মান শিক্ষকতা কৰাৰ অন্তত কন্ফুচিয়াচে ইহলীলা সম্বৰণ কৰে। কিন্তু মৃত্যু পৰ্য্যন্ত তেওঁ অসফলতাৰ অপৰাধবোধ আৰু আত্ম গ্লানিৰ পৰা নিস্তাৰ পোৱা নাছিল। শিষ্য সকলে গুৰু কন্ফুচিয়াচৰ মৃত্যুত পিতৃ বিয়োগৰ সমান শোকত ম্রিয়মান হৈছিল। সেই সময়ত চীন দেশত পিতৃ-বিয়োগ হ'লে পুত্ৰ-সকলে তিনিবছৰ ধৰি শোক পালন কৰা নিয়ম আছিল। সেই দেখি তেওঁৰ শিষ্য সকলেও তিনিবছৰ শোক পালন কৰি কন্ফুচিয়াচৰ মহৎ বাণী সমূহ, লিখনি সমূহ ইজনে সিজনক সোঁৱৰাই, লিখি চৰ্চ্চা কৰিছিল। শিষ্যসকলে কৰা কন্ফুচিয়াচৰ এই স্মৃতি চাৰণৰ নথি সমূহ পাচলৈ চীনা সকলৰ বাবে বাইবেল স্বৰূপ হৈ পৰিছিল। কেৱল বাইবেল স্বৰূপ নহয়, ই হৈ পৰিল তেওঁলোকৰ আইনৰ প্ৰতিভূ, ৰাজনৈতিক নীতি শাস্ত্ৰ। এই নীতি শাস্ত্ৰৰ প্ৰতি পিচৰ সকলো ভাল শাসক আকৃষ্ট হৈছিল।

খ্ৰীষ্ট পূৰ্ব্ব তিনিশতিকাত কিছুমান নিষ্ঠুৰ, স্বেচ্ছাচাৰী শাসকে কন্ফুচিয়াচ বাদক বে-আইনি ঘোষণা কৰলে। এই মতবাদ সম্বলিত দলিল, নথি-পত্ৰ সমূহ তেওঁলোকে পুৰি পেলাইছিল। কেৱল সেয়ে নহয়, এই মতাৱলম্বী সকলক নগুৰ শাস্তি বিহিছিল। কন্ফুচিয়াচৰ দৰ্শণ তুঁহ জুইৰ দৰে চাৰিও ফালে বিস্তাৰিত হৈছিল। ঠিক সেইদৰে বহুত অত্যাচাৰ, উৎ পীড়নৰ মাজেদি খ্ৰীষ্ট ধৰ্ম্ম প্ৰচাৰ হ'ব ধৰিছিল; কন্ফুচিয়াচবাদ তলপৰি গৈছিল; নিস্প্ৰভ হৈ পৰিছিল। কিন্তু সময়ৰ চকৰি ঘূৰি আছিল । পুনৰ চীনত এজন অতি চিন্তাশীল সম্ৰাটৰ আবিৰ্ভাৱ হ'ল। তওঁ খ্ৰীষ্ট ধৰ্ম্মৰ লগতে কন্ফুচিয়াচ বাদক ৰাষ্ট্ৰীয়

মৰ্য্যদা প্ৰদান কৰিলে আৰু নিজে কনফুচিয়াচ বাদক ধৰ্ম্ম-বিশ্বাস হিচাপে গ্ৰহন কৰিলে। এইজন সম্ৰাটৰ ৰাজত্ব কালতে কনফুচিয়াচৰ মতবাদৰ বিষয়ে অসংখ্য কিতাপ ৰচিত হ'ল। কনফুচিয়াচৰ বাণী আৰু মতবাদৰ বিষয়ে ইমানেই কিতাপ ৰচনা হ'ল যে এজন মানুহে যুৱাস্থাৰ পৰা এই কিতাপ পঢ়িবলৈ আৰম্ভ কৰিলে জীৱনৰ শেষ পৰ্যন্ত পঢ়ি শেষ নহ'ব।

যিকি নহওক পবিত্ৰ, উচ্চ, পৰিমিতাচাৰ আৰু সৰল জীৱন যাপনৰ কলা প্ৰকাশৰ বাহন আছিল এই কিতাপ বিলাকৰ বিষয় বস্তু। এই অমৃত বাণী চিৰদিন উজ্জ্বল হৈ থাকিব। কমিউনিজিমৰ ক্ৰোৰ পত্ৰ প্ৰচাৰক সকলে ৰাষ্ট্ৰীয় স্বেচ্ছাচাৰিত্বাৰ দ্বাৰা কনফুচিয়াচৰ মতবাদক উফৰাই পেলাবলৈ উঠি পৰি লাগিছিল যদিও ই সম্ভৱ হৈ নুঠিল। তেওঁ লোকৰ মত বাদ আছিল শেষেই পথ নিৰ্ণয় কৰে। অৰ্থাৎ পথ যিমানেই ৰক্তাক্ত নহওক, অসৎ হওক, শেষ ভালেই সকলো ভাল। তথাপি শান্তিৰ প্ৰবক্তা, জ্ঞান অণ্বেষক কনফুচিয়াচ আজিও মৰিও অমৰ হৈ আছে চীনা সকলৰ হৃদয়ে হৃদয়ে।।





# ভাৰতৰ লোকপ্ৰিয় নেতাজন ঃ মহাত্মা গান্ধী

মহাত্মাগান্ধী অৰ্থাৎ মোহন দাস কৰমচাঁদ গান্ধীক কাকো চিনাকি কৰি দিব নেলাগে। পৃথিৱীত সম্ভৱ এনে এজন মানুহ নাই যি মহাত্মা গান্ধীৰ বিষয়ে নাজানে বা শুনা নাই। এইজন মোহন দাস কৰমচাঁদ গান্ধীয়ে মাত্র কেইটামান পৃষ্ঠা থকা 'হৰিজন' নামৰ এখন সপ্তাহিক বাতৰি কাকত চলাইছিল। সেই সময়ত ভাৰতত পূৰ্ণ উদ্যমে স্বাধীনতা আন্দোলন চলি আছিল।আন্দোলনৰ তুঙ্গ অৱস্থাত ১৮৪৬ চনত ভাৰত ত্যাগ আন্দোলন ব্যাপক ৰূপত গঢ়ি উঠিছিল। বাধ্য হৈ ইংলণ্ডৰ ব্ৰিটিছ কেবিনেট মিচনে ভাৰতত জাতীয় চৰকাৰ গঠনৰ আঁচনি এখন প্ৰকাশ কৰিলে। আঁচনিখন প্ৰকাশ কৰাৰ সময়ত ইংৰাজ চৰকাৰৰ সম্মুখত দেখা দিয়া আচল প্ৰশ্নটো ভাৰতীয় সকলে এই জাতীয় চৰকাৰ গঠনৰ প্ৰস্তাৱ গ্ৰহন কৰিব নে নকৰে সেইটো নাছিল।আচল প্ৰশ্নটো আছিল,গান্ধীয়ে ইয়াক গ্ৰহণ কৰিবনে নকৰে ? কাৰণ সেই সময়ত গান্ধী আছিল ভাৰতৰ মূল বিন্দু। অৰ্থাৎ গান্ধীয়েই ভাৰত, ভাৰতেই গান্ধী আছিল বুলি ক'লে বঢ়াই কোৱা নহয়।

গান্ধীয়ে চাৰিদিন ধৰি তন্ন তন্নকৈ এই আঁচনিখন পৰীক্ষা কৰিলে আৰু তাৰ পাচত 'হৰিজন' কাকতৰ কাৰণে এটি চমু প্ৰবন্ধ লিখিলে। ইয়াত তেওঁ ঘোষণা কৰিলে যে সেই সময়ৰ পৰিস্থিতিত ইংৰাজ কেবিনেটৰ সদস্য সকলে ভাৰতত ইংৰাজ শাসন ওৰ পেলাবলৈ আটাইতকৈ সহজ ক্ষীপ্ৰ পদ্ধতিটো গ্ৰহণ কৰিলে। ভাৰতত প্ৰচলিত প্ৰতিখন বাতৰি কাকতে এই প্ৰবন্ধটি পুনৰ প্ৰকাশ কৰিলে। ইংলণ্ডৰ প্ৰচাৰ মাধ্যমত আৰু আন ঠাইৰ কাকতত প্ৰবন্ধটি সম্পূৰ্ণৰূপে প্ৰকাশিত হ'ল। ভাৰতক স্বৰাজ প্ৰদান কৰা ইংৰাজৰ 'ঐতিহাসিক প্ৰস্তাৱক গান্ধীয়ে যিটো বিশ্লেষণ 'হৰিজন' কাকতত প্ৰকাশ কৰিলে তাৰ তলতে মহাত্মাৰ চহীযুক্ত আন এটা প্ৰবন্ধ সেই কাকতে প্ৰকাশ কৰিলে। এই প্ৰবন্ধটিৰ নাম আছিল '' মেংগ' চীড্ কাৰ্ণেলি''। ইয়াত গান্ধীয়ে আমাৰ খাদ্য মূল্য আৰু ইয়াক আন খাদ্যৰ বস্তুৰ বিকল্প হিচাপে কেনেকৈ ব্যৱহাৰ কৰিব পাৰি তাৰ সুন্দৰ ব্যাখ্যা দাঙি ধৰিছিল। গুৰুত্বনুসাৰে প্ৰথম প্ৰবন্ধটি ৰাম ৰামায়ণৰ কথা আৰু দ্বিতীয়টো কলথোকা বাদুলিয়ে খোৱা কথাৰ নিচিনা আছিল। কিন্তু আচলতে সি নহয়। গান্ধীৰ লিখনিত দুয়োটা প্ৰবন্ধতে নিজস্ব বিষয় বস্তু সৰলভাৱে প্ৰকাশ পাইছিল। কেৱল ইমানেই নহয় ''হৰিজন'' কাকতৰ এই সংখ্যাটোৱে গান্ধীৰ বৈশিষ্টকো প্ৰকাশ কৰিছিল। গান্ধী আছিল এজন বহু দিক্‌দৰ্শী লোক। কাৰণ তেওঁ ব্যক্তিজীৱনৰ প্ৰতি অতি আগ্ৰহী আছিল।

এটা প্ৰবন্ধত গান্ধীয়ে ভাৰতৰ কাৰণে স্বাধীনতাৰ সংজ্ঞাৰ বিষয়ে আন এটা প্ৰবন্ধত তেওঁ মিঠাই তৈয়াৰ কৰাত যোগান ধৰা চেনিৰ পৰিমান কমোৱা, তৃতীয় এটা প্ৰবন্ধত তেওঁ অপৰাধৰ বিষয়ে ব্যাখ্যা দাঙি ধৰিছিল। চতুৰ্থ এটা প্ৰবন্ধত গান্ধীয়ে বাদাম তেল ব্যৱহাৰৰ বিষয়ে আলোচনা কৰিছিল। গান্ধীয়ে এটা কথা সততে মনত ৰাখিছিল যে চিন্তা গধুৰ প্ৰবন্ধৰ দ্বাৰা জনসাধাৰণক চিন্তাশীল কৰাৰ লগতে মানুহৰ ব্যৱহাৰিক দৈনন্দিন জীৱনৰ লাগতীয়াল বিষয়ৰ জ্ঞান বৰ্দ্ধন কৰা অতি দৰকাৰ। গান্ধীৰ কাৰণে মহাত্মাৰ অৰ্থ আছিল ''মহান আত্মা'' যুক্ত ঋষি বা সাধু পুৰুষ যাৰ বাবে ৰাজনীতি খুব ডাঙৰ নাছিল আৰু মটৰ মাহৰ গুটিটোও বৰ সুক্ষ্ম নাছিল।

গান্ধীজীৰ বিষয়ে বিস্তৰ অধ্যয়ন কৰা, গ্ৰন্থ লিখা একমাত্ৰ বিদেশী লিখক 'লুই ফিচাৰে ' ১৯৪২ চনৰ গ্ৰীষ্ম কালত ভাৰত ভ্ৰমণ কৰিবলৈ আহিছিল। সেই সময়ত গান্ধী এখন বৰ আওহতীয়া গাঁৱত বাহৰ পাতি আছিল। লুই ফিচাৰে সেই গাৱঁতে গান্ধীজীক দেখা কৰিছিল। ইয়াৰ কেইবছৰমানৰ পাচত তেওঁ পুনৰ এবাৰ গান্ধীক সাক্ষাত কৰিছিল আৰু সেইবাৰ তেওঁ ছয়দিন গান্ধীৰ লগত কটাইছিল। এই সময়তে ফিচাৰে এই অসামান্য মানুহজনৰ বিষয়ে এটা আচৰিত কথা লক্ষ্য কৰিছিল।সেই আচৰিত কথাটো হ'ল গান্ধীয়ে প্ৰতিদিনৰ ২৪ ঘণ্টাই মানুহৰ মাজত কটাইছিল আৰু তাতেই তেওঁৰ সৰ্বাঙ্গীণ বিকাশ হৈছিল। গান্ধীৰ বিচনাখন, চাৰিপাটি পুনা চহৰৰ ডাঃ ডিন শ্বাহ মেহেতাৰ প্ৰাকৃতিক চিকিৎসা কেন্দ্ৰৰ শিলৰ ঘৰটোৰ ওপৰত পাৰি থোৱা হৈছিল আৰু তাতে তেওঁ বিশ্ৰাম কৰিছিল। ঘৰটোৰ ওপৰ ভাগ মুকলি আছিল আৰু মাটিৰ লগত সমান উচ্চতাৰ আছিল। কেইবাজনো ঘণিষ্ঠ শিষ্য গান্ধীৰ ওচৰত শুইছিল। বিদেশী অতিথি লুই ফিচাৰক এই ঘৰটোৰ ভিতৰত এখন সুন্দৰ বিচনাত শুবলৈ দিছিল।

এই সময়চোৱাৰ ভিতৰতে ফিচাৰে লিখিছিল- '' প্ৰতিদিন পুৱা চাৰি বজাত মই মহাত্মা আৰু শিষ্য সকলৰ প্ৰাৰ্থনা ধ্বনি শুনিছিলো। প্ৰাৰ্থনাৰ শেষত গান্ধীয়ে কমলা বা আমৰ ৰস পান কৰিছিল। তাৰ পাচত তেওঁ ইতিমধ্যে পোৱা চিঠি-পত্ৰৰ উত্তৰ নিজ হাতেৰে লিখি দিছিল। সেইসময়ত গান্ধীৰ বয়স সত্তৰৰ ওপৰ, অথচ তেতিয়াও তেওঁৰ হাতৰ আখৰ স্পষ্ট , গোট-গোট আছিল। সেই বয়সতো তেওঁৰ দৃষ্টি শক্তি, শ্ৰৱণ শক্তি অটুত আছিল। গান্ধীয়ে এশ পঁচিশ বছৰ জীয়াই থাকিম বুলি নিজে আশা কৰিছিল। গান্ধীৰ শিষ্য সকলৰ ভিতৰত ৰাজকুমাৰী অমৃত কৌৰ অন্যতম আছিল। জন্মসূত্ৰে অমৃত কৌৰ আছিল ভাৰতৰ এটি ৰাজপৰিয়ালৰ ছোৱালী। তেওঁৰ ধৰ্ম্ম আছিল খৃষ্টান। গান্ধীজীক সেৱা কৰি উদ্দেশ্য তেওঁ সংসাৰৰ মায়া মোহ ত্যাগ কৰি ঘৰৰ পৰা গুছি আহিছিল। অমৃত কৌৰ আছিল গান্ধীজীৰ মুখ্য ইংৰাজী সচিব। কৌৰৰ প্ৰধান কাম

আছিল বৃটিছ্ টেলিগ্ৰাফ এজেন্সিৰ দ্বাৰা প্ৰকাশিত সকলোবিলাক খবৰ গান্ধীক সদায় পঢ়ি শুনোৱা । কাৰণ গান্ধীয়ে কেতিয়াও বাতৰি কাকত নপঢ়িছিল নাইবা ৰেডিঅ' নুশুনিছিল। গান্ধীজীয়ে বাতৰি কাকত নপঢ়িছিল বোলা কথা যাৰ বিশ্বাস কৰিবলৈ টান লাগে, কিন্তু ই সত্য।

আচৰিত কথা, ভাৰতৰ বিভিন্ন ঠাইৰ পৰা তেওঁলৈ হাজাৰ বিজাৰ চিঠি আহিছিল আৰু অগনণ মানুহ তেওঁক দৰ্শন কৰিবলৈ আহিছিল। প্ৰতিটো দৰ্শনৰ বাবে নিৰ্দিষ্ট সময় বন্ধা আছিল। মহাত্মাৰ লগত থকা নিকেল প্লেটিঙৰ ঘড়ীটোয়ে এই দৰ্শন বিলাকৰ সময় সঙ্কেত দিছিল। গান্ধী আছিল একান্ত নিয়মানুবৰ্ত্তী । নিষ্কলঙ্ক আৰু পবিত্ৰতাই তেওঁৰ মন-প্ৰাণ ভৰি আছিল। যি কামকে তেওঁ কৰিছিল তাত আনন্দ উপভোগ কৰিছিল। বিশেষকৈ কথাপতা, খোজ কঢ়া, খোৱা আনকি শোৱাতো তেওঁ আনন্দ উপভোগ কৰিছিল। মই তেওঁৰ লগত পুৰা ৫-৩০ বজাত ফুৰিছিলো। কেইবাটাও পুৱা কিন কিনীয়া বৰষুণৰ মাজতো আমি ভ্ৰমণ কৰিছিলো। বৰষুণ দিয়া দেখি মই কেইবা দিনো গান্ধীক কৈছিলো-" বৰষুণ দিছে আপুনি নিশ্চয় আজি প্ৰাতঃ ভ্ৰমণলৈ নেযায়।" "হয় নেকি"? গান্ধীয়ে কাঢ়াকৈ উত্তৰ দিলে - " আহা আহা, বুঢ়া মানুহৰ নিচিনা ইমান অলস নহ'বা।"

"গান্ধী আছিল নিৰামিষ ভোজী। কেঁচা, সিজোৱা শাক পাচলি, ফল মূল, খাজুৰ, গাখীৰৰ পুডিং আৰু পাতলকৈ তৈয়াৰ কৰা পিঠায়েই আছিল গান্ধীৰ দৈনন্দিন খাদ্য সম্ভাৰ। তেওঁ চাহ, কফি আৰু অন্য পানীয় সেৱন নকৰিছিল । তথাপি গান্ধীৰ শক্তি দেখি মই আচৰিত হৈছিলো।" ফিচাৰে লিখিছিল। 'ৰাতি দহ বজাৰ আগত তেওঁ কেতিয়াও শুবলৈ নগৈছিল। ৰাতি কেতিয়াবা গান্ধীৰ ঘৰৰ কৰিড'ৰৰ বিচনাত পৰি থাকোতে মই সেইফালে পাৰ হৈ যাওঁ তোঁতয়া তেওঁ মোক কৈছিল যে বোঁচকৈ প্ৰাৰ্থনা কৰিলে তেওঁৰ টোপনি ভাল হয়। এবাৰ মই তেওঁৰ লগত পুণাৰ পৰা বোম্বাইলৈ ছাৰে তিনি ঘণ্টা ৰেলেৰে ভ্ৰমণ কৰিছিলো । এই ৰেল ভ্ৰমণত আমাৰ দলত আছিল গান্ধীৰ দহজন সচিব আৰু শিষ্য আৰু তেওঁৰ ব্যক্তিগত চিকিৎসক জন। ৰেলৰ তৃতীয় শ্ৰেণীৰ এটা বিশেষ ডবাত আমি ভ্ৰমণ কৰিছিলো। এই ডবাৰ ভিতৰত আছিল কেৱল কাঠৰ টান বেঞ্চ । আমাৰ ভ্ৰমণ কালত বৰষুণ দিছিল। বৰষুণৰ পানী আহি আমাৰ ডবাত সোমাইছিল। কেইজনমান ৰাজনৈতিক নেতাই গান্ধীক সাক্ষাৎ কৰিবলৈ সেইখন ৰেলতে আহিছিল। গান্ধীয়ে সেইসকলৰ লগত কথা বতৰা হ'ল। ধাৰাসাৰ বৰষুণ দি থকা সত্বেও প্ৰতিটো ষ্টেচনত বহুত মানুহ গান্ধীক দেখা কৰিবৰ বাবে সাজু হৈ আছিল। এই ভ্ৰমণ কালতে গান্ধীয়ে 'হৰিজন' কাকতৰ কাৰণে এটা প্ৰবন্ধও লিখিছিল।

সেই সময়ত আমাৰ দেশত ব্যাপক ৰূপত প্ৰচলিত আছিল অস্পৃশ্যতাৰ সামাজিক ব্যাধি। সেইকাৰণে সামজ সংস্কাৰৰ যিবিলাক আঁচনি গান্ধীয়ে হাতত লৈছিল তাৰ ভিতৰত প্ৰধান বিষয়টো আছিল অস্পৃশ্যতা বৰ্জন আন্দোলন। তেওঁ তীক্ষ্ণধাৰ লিখনিৰ দ্বাৰা উচ্চ বৰ্ণৰ মানুহৰ মাজৰ পৰা অস্পৃশ্যতা দূৰ কৰিবলৈ উঠি পৰি লাগিল।

তেওঁ দৃঢ়তাৰে মত প্ৰকাশ কৰিলে যে অস্পৃশ্যতা এটা সামাজিক ব্যাধি, ইয়াক বৰ্জন কৰিবই লাগিব। শ শ বছৰ ধৰি নিম্ন বৰ্ণৰ মানুহৰ কাৰণে বন্ধ হৈ থকা হিন্দুৰ মন্দিৰ দুৱাৰ এই সকল মানুহৰ বাবে খুলিবলৈ মন্দিৰ কৰ্তৃপক্ষক বাধ্য কৰালে। জন্মসূত্ৰে গান্ধী নিজে উচ্চ বৰ্ণৰ হিন্দু আছিল যদিও তেওঁ নিজকে নিম্ন বৰ্ণৰ অস্পৃশ্য মানুহৰ লগত একিভূত কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল তেওঁক দেখি আন হিন্দু মানুহেও তেনে আচৰণ কৰিব। গান্ধীৰ এই ঋষিতুল্য স্বভাৱ দেখি সকলো ভাৰতীয় তেওঁৰ ওচৰত নত শিৰ হৈছিল। সাক্ষাৎ কৰিবলৈ অহা বিশৃঙ্খল মানুহক বহুত সময়ত তেওঁ হাতেৰে ঠেলি নিচুপ হৈ বহি থাকিবলৈ বাধ্য কৰিছিল। মানুহ বিলাকেও সমীহ কৰি পকাতে বহি পৰিছিল আৰু তাৰ পাচতে আৰম্ভ হৈছিল সাক্ষাৎ কাৰ পৰ্ব। যিকোনো মানুহ ঘৰত সোমাই গান্ধীৰ বাৰ্ত্তালাপ শুনিব পাৰিছিল। অনেক দিন মই গান্ধীৰ কোঠালৈ আহিছিলো আৰু সদায় দেখিছিলো কোঠাৰ দুৱাৰ মুখত দহ যোৰকৈ অধিক জোতা, চেণ্ডেল জমা হৈ আছিল। মই জোতা খুলি আলাপ আলোচনাত যোগদান দিবৰ কাৰণে গান্ধীৰ ওচৰত পাৰি থোৱা শেতেলীত বহিব পাৰিলোহেঁতেন। কিন্তু সাধাৰণতে এনে আলোচনা গান্ধীয়ে পূৰ্বে নিৰ্দ্ধাৰণ কৰি থোৱা মানুহৰ লগত নিৰ্দ্দিষ্ট সময়ৰ বাবেহে কৰিছিল।

প্ৰাক্ স্বাধীনতাৰ কালচোৱাত ভাৰতৰ প্ৰতিখন প্ৰদেশৰ কংগ্ৰেছ মুখ্যমন্ত্ৰীজনক প্ৰধান মন্ত্ৰী বোলা হৈছিল। এই প্ৰধান মন্ত্ৰী সকল উপদেশ আৰু পৰামৰ্শ বিচাৰি গান্ধীৰ ওচৰলৈ আহিছিল। গান্ধীৰ বিষয়ে থকা তেওঁলোকৰ ধ্যান ধাৰণাৰ সত্যতা প্ৰমাণিত কৰিবলৈও এই মন্ত্ৰী সকল আহিছিল। কোনো কোনোয়ে নতুন আঁচনি প্ৰস্তুত কৰি তাৰ সফলতাৰ কাৰণে গান্ধীৰ আৰ্শীবাদ বিচাৰিও আহিছিল। মই তেওঁৰ লগত থকা সময়তে এবাৰ এহাল অস্পৃশ্য দম্পতি গান্ধীৰ ওচৰলৈ আহিছিল। তেওঁলোক বৈবাহিক জীৱনত সুখী হ'ব নোৱাৰা কাৰণ সমূহ গান্ধীক সদৰি কৰিছিল। দুয়ো পৰস্পৰ দুখ বেদনাবোৰ গান্ধীক বিৱৰি কৈছিল। তেওঁ তেওঁলোকৰ লগত সমস্যাবোৰ আলচ কৰি বহুত সময় কটাইছিল। কৃষক আৰু কাম কৰা মানুহ বিলাকে গান্ধীৰ পৰা সহায় সাৰথি বিচাৰিছিল।

গান্ধীজীৰ ধৰ্ম্মৰ মূল ভেটি আছিল ঈশ্বৰৰ ওপৰত অট'ল বিশ্বাস। গান্ধীয়ে নিজক ইশ্বৰৰ দাস বুলি গণ্য কৰিছিল আৰু অহিংসাক ঈশ্বৰ লাভৰ উপায় হিচাপে আৰু পাৰ্থিৱ জীৱনৰ শান্তি আৰু সুখ প্ৰাপ্তিৰ মাৰ্গ বুলি বিবেচনা কৰিছিল। এইবোৰ দেখি

শুনি ফিচাৰে গান্ধীক সুধিছিল যে তেওঁ কিয় পশ্চিমৰ দেশত অহিংসাৰ অমোঘ বাণী প্ৰচাৰ কৰা নাছিল? ইয়াৰ উত্তৰত গান্ধীয়ে কৈছিল - ''কেনেকৈ কৰিম ? যিটো বিষয় মই নিজৰ দেশ ভাৰতত প্ৰত্যয় নিয়াব পৰা নাই সেইটো পৰদেশত কি দৰে প্ৰচাৰ কৰিম?'' নিজৰ দেশতে মই এটা ক্ষয়িষ্ণু প্ৰতিভূ মাত্ৰ। '' তেওঁ বৰ আক্ষেপেৰে কৈছিল। তেওঁ ভাৰতৰ যুৱ মানসিকতা হিংসা আৰু ধৈৰ্য্যহীনতাৰে পৰিব্যাপ্ত বুলি ভালদৰে উপলব্ধি কৰিছিল। যদি ইংৰাজসকলে শান্তিপূৰ্ণভাৱে ক্ষমতা হস্তান্তৰ কৰিবলৈ অস্বীকাৰ কৰিলেহেতেন তেন্তে এক‌ুৰা প্ৰচণ্ড অগ্নিয়ে ভাৰত উপমাহাদেশখন চাৰখাৰ কৰিলে হেতেন আৰু ই বিদেশী আধিপত্যৰ চিন মোকাম দহি পেলালেহেতেন। এচিয়া মহাদেশ ইতিমধ্যে বগা চামৰাৰ মানুহৰ বোজা বৈ বৈ হায়ৰান হৈছিল। '' মই দেখিছিলো শ্বেত কায় আৰু কৃষ্ণ কায় মানুহৰ মাজত গঢ়ি উঠা বৰ্দ্ধিত সংঘাটৰ বিষয়ে সচেতনতা গা-কৰি উঠিছিল।'' গান্ধীজীয়ে কৈছিল।

গান্ধীজীয়ে নিজৰ দেশৰ স্বাধীনতাৰ হকে জীৱন উৰ্চগা কৰিছিল। কিন্তু তথাপি স্বাধীনতা লাভৰ লক্ষত উপনীত হ'বৰ বাবে তেওঁ হিংসাৰ আশ্ৰয় লোৱা নাছিল। কাৰণ অহিংসাৰ অমোঘ মন্ত্ৰত তেওঁ অগাধ বিশ্বাস আছিল। এই অস্ত্ৰ অপৰাজেয় বুলি তেওঁ মৰ্মে মৰ্মে উপলব্ধি কৰিছিল। গান্ধীয়ে ১৯৪২ চনত আৰম্ভ কৰা আইন অমান্য আন্দোলনৰ সময়ত সমাজবাদী সকলে কূটাঘাটমূলক কাৰ্য্য কৰিছিল ; গুপ্ত ঘাটক সংঘঠন কৰি তাৰ দ্বাৰা বলপূৰ্বক ভাবে কতৃপক্ষক বাধা প্ৰদান কৰিছিল। কিন্তু এই সকলো কাৰ্য্য গান্ধীৰ অহিংসা নীতি প্ৰয়োগেৰে বে-আইনী কৰি ৰদ কৰা হ'ল। কাৰণ সত্য, অহিংসা আৰু প্ৰেমক গান্ধীয়ে জীৱনৰ মূল মন্ত্ৰ হিচাপে গ্ৰহণ কৰিছিল।

আচৰিত হ'ব লগা কথা হ'ল যে যি গান্ধীৰ লগত এবাৰ কথা হৈছিল তেওঁ ভাৰতবৰ্ষৰ দাপোনত সমগ্ৰ বিশ্বকে দেখা পাইছিল। কিয়নো গান্ধীৰ মানস পটত ভাৰত এনে এখন আয়নাৰ ৰূপত গঢ় লৈ উঠিছিল য'ত সমগ্ৰ পৃথিৱীৰ প্ৰতিবিম্ব ফটফটিয়াকৈ প্ৰতিফলিত হৈছিল। গান্ধীৰ কাৰণে এজন ইংৰাজ বিষয়াৰ লগত কথা বতৰা পতা আৰু মটৰ মাহৰ খেতি কৰাৰ বিষয়ে কৃষকৰ লগত কথা পতাৰ মাজত কোনো প্ৰভেদ নাছিল। কিয়নো দুয়োটাৰে লক্ষ্য একেটাই আৰু সি আছিল চল্লিশ কোটি (তেতিয়া ভাৰতৰ জনসংখ্যা চল্লিশ কোটি আছিল) ভাৰতীয়ৰ কল্যান সাধন।

লুই ফিচাৰে কৈছিল-'' মোৰ বিশ্বাস গান্ধী আছিল ভাৰতৰ সৰ্ব্বাধিক প্ৰিয় আৰু সৰ্ব্ব শ্ৰেষ্ঠ প্ৰভাৱশালী ব্যক্তি।'' হিন্দুয়ে এজন ঈশ্বৰক পূজা কৰে সঁচা কিন্তু তেওঁলোকে বহুত দেৱ-দেৱী আৰু প্ৰতিমাও পূজা কৰে। বহুত হিন্দু মন্দিৰত গান্ধীৰ প্ৰতি মুৰ্ত্তিও স্থাপন কৰা হৈছে। ভাৰতৰ অসংখ্য মানুহৰ ঘৰত, ৰাজহুৱা অনুষ্ঠান,

প্ৰতিষ্ঠান, কাৰ্য্যালয়ত গান্ধীৰ ছবি ৰখা হয়। ইয়াৰ অৰ্থ হ'ল মানুহ হ'লেও ভাৰতীয় হিন্দুৱে দেৱতা জ্ঞান কৰে।

প্ৰাচ্য-প্ৰান্তৰ মানুহ ইমান ভোকাতুৰ, জুৰুলা আৰু অসুখী যে ই কেৱল পেটৰ চিন্তাৰ বাহিৰে আন চিন্তা কৰিব নোৱাৰে। ইয়াৰ দৃষ্টিত নগ্নতা আৰু উপলব্ধিত দুখ যাতনাৰ বোজা। কোটি কোটি এনে মানুহে শক্তিশালী সকলৰ ওচৰত সমীহ কৰি, পেটৰ দায়ত পেপুৱা লাগি থিয় হৈ থাকে হয়, কিন্তু তাত আন্তৰিকতা নাথাকে। তেওঁলোকৰ অন্তৰ থাকে এনে মানুহৰ লগত যি নিজৰ সৰ্বস্ব ত্যাগ কৰি দুখীয়াসকলৰ কল্যাণৰ হকে নিজক উচৰ্গা কৰে । গান্ধীজী আছিল এনে এজন বিৰল ব্যক্তিত্বপূৰ্ণ মানুহ। বহুত ভাৰতীয় মানুহ তেওঁৰ লগত একমত নাছিল সঁচা, কিন্তু সকলোৱে তেওঁৰ সৰলতা , জ্ঞান আৰু সত্যৰ প্ৰতি থকা আগ্ৰহ লালসাক সন্মান কৰিছিল।

এইজন মোহন দাস কৰম চাঁদ গান্ধী অৰ্থাৎ মহাত্মা গান্ধীৰ জন্ম হৈছিল ১৮৬৯ চনৰ ২ অক্টোবৰত, পশ্চিম ভাৰতৰ গুজৰাট ৰাজ্যৰ পোৰবন্দৰ নামৰ ঠাইত। বিশাল কৰ্মৰাজিৰে ৰঞ্জিত বিৰল ব্যক্তিত্বৰ এই মহা মানৱ জন ৭৮ বছৰ জীয়াই আছিল। ক'বলৈ গ'লে তেওঁ এটা পৰিপূৰ্ণ দীঘলীয়া জীৱন কাল পাইছিল। কিয়নো সেই সময়ত ভাৰতৰ মানুহৰ গড় আয়ুস আছিল মাত্ৰ সাতাইশ বছৰ। কিন্তু তথাপি এটা কথা ক'বই লাগিব যে গান্ধীৰ মৃত্যু স্বাভাৱিক নাছিল। নতুন দিল্লীৰ বিৰলা ভৱনত এখন প্ৰাৰ্থনা সভাত যোগদান কৰিবলৈ যাওঁতে নাথুৰাম গদচে নামৰ এজন হিন্দু আততায়ীৰ গুলিত ১৯৪৮ চনৰ ৩০ জানুৱাৰীত গান্ধী নিহত হ'ল।

ইংৰাজ শাসনৰ পৰা মুক্ত কৰি স্বাধীন ৰাষ্ট্ৰ হিচাপে ভাৰতক ঘোষণা কৰোৱাটো মহাত্মা জীৱনৰ আটাইতকৈ মহৎ সাফল্য আছিল। ইংৰাজে ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতক স্বাধীন ৰাষ্ট্ৰ হিচাপে ঘোষণা কৰিলে। এই ঐতিহাসিক সাফল্য লাভৰ পৰা ছয়মাহ পূৰ নহওঁতেই গান্ধীয়ে ইহলীলা সম্বৰণ কৰিব লগা হ'ল। বোম্বাইৰ এজন কোঠোৰ মনোভাৱপন্ন পুঁজিপতিয়ে লুই ফিচাৰক কৈছিল এষাৰ হৃদয়স্পৰ্শী কথা। সেই কথাষাৰ হ'ল- '' স্বৰ্গৰ দুৱাৰ গান্ধীক স্বাগতম জনাবলৈ অপেক্ষা কৰি আছে।'' কিন্তু গান্ধীয়ে এই পৃথিৱীখনক স্বৰ্গতকৈও অধিক ৰূপত গঢ়িবলৈ তেওঁলোকক অপেক্ষাৰত কৰালে।

ঃঃঃঃঃঃঃঃঃঃঃ



# আমাক চিন্তা কৰিবলৈ শিকোৱা মানুহজনঃ চক্রেটিচ্

দেখাত মানুহজনক ধেমেলীয়া যেন লাগে । পিচফালে লেখিব পৰা কেইডালমান চুলিৰে টপা মূৰটো; সৰু মুখ খন। চকুত লগাকৈ শকত নাকটোৰ তলতে দেমাকী যুক্ত গোঁফ খিনিৰে মানুহ জনক অঁভজা অঁভজা লাগে। অৱশ্যে সেই অঁভজা ৰূপটোৱেই তেওঁৰ বন্ধু মহলৰ ধেমালিৰ উ ৎ স আছিল। মানুহ জন দুখীয়া আছিল; আছিল অলপ এলেহুৱাও। পেচাত তেওঁ এজন অৰ্দ্ধকুশলী প্ৰস্তৰ ভাস্কৰ্য্যবিদ আছিল। কিন্তু বেচি সময় কাম কৰি অধিক উপাৰ্জন কৰা বিধৰ মানুহ তেওঁ নাছিল। তিনিটা পুত্ৰ আৰু পত্নীৰে সৈতে জীযাই থাকিবলৈ ন্যূনতম যিখিনি প্ৰযোজন তাতোকৈ অধিক কাম তেওঁ নকৰিছিল। মুখেৰে সাতহাল বায কিন্তু কামত এহালো নাইকিয়া স্বভাৱৰ মানুহ আছিল তেওঁ। বেচি কথা কৈ তেওঁ ভাল পাছিল আৰু এই কাৰণে পত্নীয়ে তেওঁক সদায় খেচ্ খেচাই আছিল। সেই দেখি তেওঁ প্ৰাযে ঘৰৰ পৰা আঁতৰি থাকিবলৈ ভাল পাইছিল।

দোক মোকালিতে উঠি তেওঁ লৰালৰিকৈ এটা ৰুটি মদত তিয়াই খাই লৈ জলহু চোলা পেন্ট পিন্ধি এখন দোকান বা এটা মন্দিৰ নাইবা কোনো বন্ধুৰ ঘৰ বা আলিবাটৰ তিনি আলিলৈ ওলাই গৈছিল যাতে তেওঁ কাৰোবাৰ নহয কাৰোবৰ লগত তৰ্কত লিপ্ত হ'ব পাৰে। ওপৰত বৰ্ণনা কৰা মানুহজন আছিল চক্রেটিচ আৰু চহৰখন আছিল গ্ৰীচ দেশৰ ৰাজধানী এথেন্স।

চক্রেটিচ্ মানুহ জন যে কেৱল দেখাত ধেমেলীয়া আছিল এনে নহয; তেওঁৰ আচৰণ আৰু চাল চলনো আছিল কৌতুক পূৰ্ণ। চুম্বক শক্তিৰ দৰে আকৰ্ষণ যুক্ত এই আচৰণ বিধি বোৰ বজাই ৰখাত তেওঁ দৃঢ় আছিল।

এবাৰ চক্রেটিচৰ এজন বন্ধুয়ে এথেন্সৰ ডেল্ফিৰ গীৰ্জাৰ প্ৰধান পুৰুহিতক প্ৰশ্ন কৰিলে যে এথেন্সৰ আটাইতকৈ জ্ঞানী মানুহজন কোন? ইয়াৰ উত্তৰত পুৰুহিত গৰাকীয়ে নাম ল'লে জধলা, এলেহুৱা চক্রেটিচৰ। এই কথাত সকলো আচৰিত হ'ল। পুৰুহিতৰ এই ঘোষণাত প্ৰতিক্ৰিয়া ব্যক্ত কৰি চক্রেটিচে কৈছিল ''পুৰুহিতে মোক আটাইতকৈ জ্ঞানী এথেনিয়া বুলি নিৰ্বাচন কৰাৰ কাৰণ আছিল যে মইয়ে একমাত্ৰ মানুহ যি জানিছিলো যে মইএকোকে নেজানো''।

এই ধূৰ্তালিযুক্ত অথচ বিনম্রতা ভৰা কুৰ্চুতীয়া মনোভাৱে তেওঁক তর্ক যুদ্ধত অৱতীৰ্ণ হোৱাত প্রচুৰ সহায় কৰিছিল। কিন্তু এই মনেভাৱৰ কাৰণে বহুত সময়ত তেওঁ মানুহৰ বাবে বিৰক্তিকৰো হ'ব লগা হৈছিল। নিজে উত্তৰ বোৰ নজনা ভাও ধৰি তেওঁ মানুহক উপৰ্যুপৰি প্ৰশ্ন সুধি ব্যতি ব্যস্ কৰিছিল আৰু মানুহক আৰ্চাৰত ধৰণে অজ্ঞতাবোৰ স্বীকাৰ কৰিবলৈ বাধ্য কৰিব পাৰিছিল।

চক্রেটিচ্ আছিল স্পষ্টবাদী চিন্তা ধাৰাৰ পৃষ্ঠপোষক ও প্রচাৰক। তেওঁ এথেন্সৰ অলিয়ে গলিয়ে ন্যায় তথা তর্ক শাস্ত্রৰ প্রচাৰ কৰিছিল, যিদৰে যীশুখৃষ্টই ৪০০ বছৰৰ পাচত পেলেষ্টাইনৰ গাঁৱে ভূঞে প্রচাৰ কৰিছিল প্ৰেমৰ বাণী। যীচু খৃষ্টৰ দৰে এটা শব্দও নিলিখাকৈ তেওঁ জনতাৰ মন এনেদৰে জয় কৰিছিল যিটো পুথিভৰ্ৰালৰ কিতাপেও নোৱাৰিছিল। কি যে আজৱ প্রকৃতিৰ মানুহ আছিল চক্রেটিচ্। কিয়নো তেওঁ প্রায়ে বিখ্যাত নাগৰিক, ডাঙৰ বক্তা, নেতাৰ ওচৰলৈ গৈ তেওঁলোকে দিয়া বক্তৃকতাবোৰত যি কথা কয় সেইবলাকৰ বিষয়ে সঁচাকৈ জানেনে বুলি প্রশ্ন কৰিছিল।

এদিন এজন বিশিষ্ট ৰাজনৈতিক নেতাই ওজস্বিনী ভাষাৰে দেশ প্রেমমূলক বক্তৃতাৰ সামৰণি মাৰি দেশৰ কাৰণে প্রাণ বলি দিয়া শ্বহীদৰ সাহস আৰু গৌৰৱৰ বিষযে জনতাৰ আগত জাহিৰ কৰি আছিল। চক্রেটিচ ৰ'ব নোৱাৰিলে । তেওঁ বক্তাজনৰ ওচৰলৈ ঢাপলি মেলিলে আৰু প্রশ্ন কৰিলে ''আপোনাক বাধা দিযাৰ বাবে ক্ষমা কৰিব, কিন্তু কওকচেন সাহস বুলিলে আপুনি কি বুজে''- মানুহ জনৰ উত্তৰলৈ বাট নেচাই তেওঁ লগে লগে ক'লে - '' বিপদত আপুনি আপোনাৰ পদবীত জোৰকৈ বহি থকাটোকে সাহস বুলি আপুনি ক'ব। নহয়জানো ?'' চক্রেটিচে পুনৰ ক'লে - ''ধৰিলওক কৌশলগত কাৰণত আপুনি পদবীৰ পৰা অৱসৰ ল'ব লাগে। তেতিয়া আপুনি কি কৰিব?'' ''সেইটো বেলেগ কথা,'' মানুহ জনে উত্তৰ দিলে । '' তেতিয়া অৱশ্যে আপুনি পদবীত নাথাকিব পাৰে। সেই ক্ষেত্রত আপোনাৰ সাহস পদবীত বাহল থকা বা অৱসৰ লোৱাত জড়িত নহ'ব , হ'ব জানো? এনে পৰিস্থিতিত সাহসৰ ব্যাখ্যা কি হ'ব?'' চক্রেটিচৰ এই প্রশ্ন শুনি বক্তাজনৰ কপাল কোঁচ খাই গৈছিল। বিমোৰ হৈ বক্তা জনে কৈছিল'' মই দুখিতঃ মই প্ৰকৃততে নেজানো।'' মানুহজনৰ কথা শুনি চক্রেটিচে কৈছিল ''মই আপোনাৰ দৰে বিমোৰ নহওঁ বা নেজানো বুলিও নকওঁ। কিন্তু মই আচৰিত হওঁ যে আপুনি মগজ খটুৱাই যিখিনি কৰে ই তাতোকৈ বেলেগ নহয়। অৰ্থাৎ বিপদলৈ ভয় নকৰি যুক্তি সঙ্গত কাম কৰি যোৱাটোয়ে হৈছে সাহস। সমজুৱাৰ মাজৰ কোনো

এজনে যদি কয় ''এৰা সাহসৰ সংজ্ঞা তেনে যেন লাগে।'' তেতিয়া চক্রেটিচে মতামত দিয়া মানুহ জনলৈ চাব আৰু ক'বলৈ ধৰিব '' তেনেহলে মোটা মোটি ভাৱে আমি এই বুলি প্রত্যয় যামনে যে সুস্থিৰ ভাবে গ্রহণ কৰা বিচাৰটোয়ে হ'ল সাহস?'' চক্রেটিচৰ মতে সাহসৰ আন এটা নাম হৈছে বুদ্ধিমত্তা। ইয়াৰ বিপৰীতে সাহসহীনতা হৈছে আৱেগৰ বশৱৰ্ত্তী হৈ মনটোক বিচলিত কৰা এটা সমপৰিমানৰ শক্তি। চক্রেটিচে নিজা অভিজ্ঞতাৰ পৰা জানিছিল সাহসিকতা কি বস্তু আৰু তেওঁ ইয়াকো জানিছিল যে শ্রোতাসকলে বুজিছিল পেল'পনছিয়ান সমৰৰ ডেলিয়াম্ যুদ্ধত প্রকাশ পোৱা তেওঁৰ শীতল অথচ শক্তিশালী আচৰণ কেনে দীৰ্ঘম্যাদী, সহনশীল আছিল।

তেওঁৰ নৈতিক সাহসো আছিল অপৰিসীম । এজিয়ান সাগৰৰ আৰ্জিনচ নৌযুদ্ধত সলীল সমাধি হোৱা সৈনিক সকলক উদ্ধাৰ কৰাত ব্যৰ্থ হোৱা দহজন কামাণ্ডাৰক মৃত্যু দণ্ড বিহাৰ পাচত সমাজত যি গণত্রাস সৃষ্টি হৈছিল তাক চক্রেটিচে অকলে উলঙ্ঘা কাৰিছিল। তেওঁৰ এই সাহসিকতাৰ কথা প্রতিজন এথেনিয়ানে শ্রদ্ধাৰে স্মৰণ কৰিছিল। তেওঁ এই কথাত জোৰ দিছিল যে দোষী হওক কিম্বা নহওক এদল মানুহক সংঘবদ্ধ ভাবে বিচাৰ কৰা বা দোষী সাব্যস্ত কৰাটো অন্যায় আছিল।

পূৰ্বোক্তি কথাখিতি হয়তো কছু কল্পানাৰ ৰহন থাকিব পাৰে, কিন্তু ইয়াত নিহিত থকা গধূৰ তত্বই চক্রেটিচৰ দৰে এজন কুৎ চিত চেহেৰাৰ অথচ মন ভুলোৱা ব্যক্তিত্ব যুক্ত মানুহক মানৱ সভ্যতাৰ এটি মাইলৰ খুঁটি হিচাপে প্রতিষ্ঠা কৰিছিল। তেওঁৰ শিকনি আছিল যে মানুহৰ সকলো ভাল গুণৰ নিয়ন্ত্রক হৈছে মন। আবেগ, অনুভূতিৰ উৰ্দ্ধত মনৰ যি স্থিতি সিয়ে মানুহৰ সকলো সজ গুণৰ মূল আধাৰ। স্পষ্ট চিন্তা কৰাৰ নৈতিক গুৰুত্বৰ ওপৰত জোৰ দিয়াৰ উপৰিও চক্রেটিচে প্রথম মানুহক এই কাম কৰিবলৈ শিকোৱাৰ মহান পদক্ষেপ লৈছিল। মানুহ নিজে কি তাপৰ সংজ্ঞাৰ ধাৰণা তেওঁ অৱতাৰণা কৰে। তেওঁ কৈছিল '' কথা পতাৰ পূৰ্বে, আমি সিদ্ধান্ত ল'ব লাগে যে আমি কিহৰ বিষয়ে কথা পাতিম।'' এইটো ধাৰণা নিসন্দেহে ব্যক্তিগত কথোপ কথনৰ বেলিকা প্রযোজ্য হলেও চক্রেটিচে ইয়াক শাশ্বত সত্যবানীত পৰিণত কৰিছিল।

চক্রেটিচৰ জন্মৰ তিনি পুৰুষৰ পূৰ্বে গ্রীক দাৰ্শনিক সকলে প্রকৃতিৰ গতি বিধি আৰু গ্রহ নক্ষত্রৰ বিষয়ে অধ্যয়ন কাৰিছিল যাৰ ফল স্বৰূপে জন্ম লাভ কাৰিছিল গৌৰৱময় বিজ্ঞানে। চক্রেটিচে প্রথম জীয়াই থকাৰ কলা বিজ্ঞান সম্মত ভাৱে অধ্যয়ন কৰা আৰম্ভ কৰিছিল। তেওঁৰ জীৱন কালতে গ্রীচ দেশৰ সৌন্দৰ্য্যশালী নগৰ আৰু কলা

সংস্কৃতিৰ যশস্যাযুক্ত ভূমধ্য সাগৰৰ উপকুল অঞ্চল আৰু কৃষ্ণ সাগৰ পাৰ হৈ কচ্ছদেশ পৰ্য্যত বিয়পি পৰিছিল। গ্ৰীচ দেশৰ সদাগৰৰ জাহাজে ভূমধ্য সাগৰীয় বাণিজ্য নিয়ন্ত্ৰণ কৰিছিল। বৃহৎ বাণিজ্য মহানগৰ এথেন্সৰ নেতৃত্বত গ্ৰীক সকলে পাৰ্চী সেনাবাহিনী পৰাস্ত্ৰ কৰিছিল। তেতিয়া এথেন্সত পৃথিৱীৰ সকলো ঠাই পৰা আহি সমাবেশ ঘটিছিলহি শিল্পী, কবি, বিজ্ঞানী, দাৰ্শনিক, ছাত্ৰ আৰু শিক্ষকসকল। চিচিলিৰ দৰে দূৰ দূৰণী ঠাইৰ আধ্যাৱন্ত, চহকী মানুহৰ সন্তান সকল এথেন্সলৈ আহি চক্ৰেটিচৰ পদানুসৰণ কৰিছিল। তেওঁৰ অসাধাৰণ যুক্তি তৰ্ক শুনিছিল। বৃদ্ধ চক্ৰেটিচে শিক্ষা দানৰ বাবদ কোনো পৰিশ্ৰমিক লোৱা নাছিল। গ্ৰীচ আৰু ৰোমত উদ্ভৱ হোৱা মহান দাৰ্শনিক তত্ব সমূহ চক্ৰেটিচৰ পৰা নিৰ্গত হোৱা বুলি সকলোৱে দাবী কৰিছিল। চক্ৰেটিচৰ প্ৰিয় শিষ্য আছিল প্লেট', আৰু প্লেট'ৰ শিষ্য আছিল এৰিষ্ট'টেল। কোৱা বাহুল্য যে আমি এতিয়াও চক্ৰেটিচীয় পৰম্পৰাতে আছো। চক্ৰেটিচৰ বাণীয়ে, শিক্ষাই বিশ্বৰ ওপৰত ইমান গভীৰ প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে হেতেন যদিহে তেওঁ তেওঁৰ শিকনিৰ কাৰনে শ্বহীদ নহ'লহেতেন। ভাবিলে আচৰিত হ'ব লাগে যে এজন মানুহক তেওঁৰ উদ্ ঘাটিত কিছুমান সাধাৰণ মতবাদৰ কাৰণে মৃতুত দণ্ড বিহা হ'ল। কিন্তু তথাপি এটা কথা ভাবিব পাৰি যে সেই সময়ত প্ৰচলিত আৱেগিক বিশ্বাসৰ বিপৰীতে চক্ৰেটিচৰ দ্বাৰা প্ৰৱৰ্ত্তিত যুক্তি সম্মত মতবাদৰ কৌশল সমূহ কঠোৰ ভাৱে অনুসৰণ কৰাৰ পোষকতা কৰা চক্ৰেটিচৰ দশা তেনে হোৱাটোয়ে স্বাভাবিক আছিল। যুৱক আৰু প্ৰগতিশীল বন্ধুমহলৰ বাবে চক্ৰেটিচ আছিল এজন মধ্যম পন্থি শান্ত-শিষ্ট লোক। কিন্তু হাজাৰ হাজাৰ , কুসংস্কাৰ যুক্ত, দুদোল্যমান প্ৰবীন লোক আনকি মধ্যম পন্থি চিন্তাশীল মানুহৰ বাবে তেওঁ আছিল এজন আহুকলীয়া মানুহ। অৱশেষত চক্ৰেটিচৰ বিৰোদ্ধে দুটা প্ৰধান অভিযোগ উত্থাপিত হ'ল। প্ৰথম তেওঁ এথেন্সৰ স্বীকৃত দেৱতা বিলাকক বিশ্বাস নকৰিছিল। দ্বিতীয়তে তেওঁ যুৱক সকলক দূৰ্নীতি গ্ৰস্ত কৰিছিল।

চক্ৰেটিচৰ বিৰোধিতা কৰা সকলে দৰাচলতে তেওঁক কি কাৰণে দোষী সাব্যস্ত কৰিছিল সি আজিও স্পষ্ট নহয় ; কিন্তু এইটো নিশ্চিত আছিল যে যুৱসমাজে এই বঢ়া মানুহ জনক অপৰিসীম ভাল পাইছিল। নতুন মতাদৰ্শৰ প্ৰতি লোভ আৰু তেওঁলোকৰ নিজৰ বাবে ভাবিবলৈ কৰা আহবানৰ কাৰণে যুৱসমাজ তেওঁৰ প্ৰতি আকৰ্ষিত হৈছিল। কিন্তু তেওঁলোকৰ পিতৃ-মাতৃয়ে ভয় খাইছিল কিজানিবা ল'ৰাইঁতে কিবা বিপ্লৱী চনদ শিকিছিল। তৎ সত্বেও উষ্ম মস্তিষ্কৰ, অস্থিৰ বুলি খ্যাত এলচিবিয়াদচ্ নামৰ তেওঁৰ

এজন ছাত্ৰই গ্ৰীক আৰু স্পাৰ্টান সকলৰ যুদ্ধত ভাগ লৈছিল। ইয়াৰ বাবে চক্ৰেটিচক দোষ দিব নোৱাৰি। এই যুদ্ধত এথেন্স পৰাজিত হৈ কোনোৰকম ৰক্ষা পৰিল।

আগতে কৈ অহা অভিযোগবোৰৰ বাবে ৫০১ জন নাগৰিকৰে গঠিত এখন বিচাৰক মণ্ডলীয়ে চক্ৰেটিচৰ বিচাৰ কৰিছিল। এই বিচাৰত মাত্ৰ ষাঠিটা ভোটৰ ব্যৱধানত বিচাৰক মণ্ডলীয়ে তেওঁক মৃত্যু দণ্ড বিহিলে। সম্ভৱতঃ খুব কম সংখ্যক বিচাৰকেহে তেওঁৰ মৃদ্যু দণ্ড আশা কৰিছিল। এই মৃত্যুদণ্ডৰ পৰা হাত সাৰিবলৈ তেওঁৰ হাতত এটা ন্যায়িক সুবিধা আছিল। সেই সুবিধা হ'ল তেওঁ যদি নিজৰ মত সলনি কৰি, বিনম্ৰভাবে তেওঁ কৰা ভুলৰ বাবে(?) অনুতাপ কৰে তেন্তে প্ৰচলিত নিয়মানুসাৰে তেওঁক মৃত্যু দণ্ডৰ পৰিবৰ্তে এটা নৰম শাস্তিৰে দণ্ডিত কৰাৰ প্ৰস্তাৱ। কিন্তু চক্ৰেটিচ্ এই ক্ষেত্ৰত অচল অটল। যুক্তিৰ বাহিৰত কোনো কথাত পতিয়ন নগৈছিল। চক্ৰেটিচক কাৰাগাৰত ৰখা হ'ল।

কাৰাগাৰত থকা সময়ত তেওঁক দেখা কৰি মুক্তিৰ আহবান জনোৱা শিষ্য সকলক উদ্দেশ্য কৰি তেওঁ কৈছিল ''মই আইনৰ শাসন বিশ্বাস কৰোঁ। মোৰ দৃষ্টিত এজন সুনাগৰিক হৈছে তেওঁ, যি দেশৰ আইন কানুন মানি চলে। এই প্ৰসঙ্গত তেওঁ কৈছিল এথেন্সৰ আইনে তেওঁক মৃত্যুদণ্ড বিহিছে, গতিকে এজন সুনাগৰি ক হিচাপে মই নিশ্চয় মৃত্যু বৰণ কৰিম।'' চক্ৰেটিচৰ এই সিদ্ধান্তই তেওঁৰ একাংশ খিংখিঙিয়া স্বভাৱৰ বন্ধুৰ বাবে উদ্বিগ্নতাৰ কাৰণ হৈছিল। এই সিদ্ধান্ত যুক্তিৰ বহু উৰ্দ্ধত বুলি বন্ধুসকলে প্ৰতিবাদ কৰিছিল। কিন্তু বৃদ্ধ চক্ৰেটিচ্ তেওঁৰ সিদ্ধান্ত অবিচলিত আছিল।

প্ৰিয় শিষ্য প্লেটোই তেওঁৰ গ্ৰন্থ ''ফে'ড্''ত চক্ৰেটিচে জীৱনৰ শেষ নিশাটো কেনেকৈ অতিবাহিত কৰিছিল তাক সুন্দৰকৈ বৰ্ণাইছে। এই গ্ৰন্থখন মুখ্যতঃ তেওঁ চক্ৰেটিচ আৰু যুৱ বন্ধু সকলৰ মাজত হোৱা কথোপকথনৰ বিষয়ত লিখিছিল। ইয়াত লিখা হৈছিল - চক্ৰেটিচে সেই ৰাতিও আন দিনাৰ দৰে যুৱক বন্ধুসকলৰ লগত দৰ্শনৰ বিষয়ে আলোচনা কৰিছিল। আলোচনাৰ বিষয় বস্তু আছিল ''মৃত্যুৰ পাচত আৰু এটা জীৱন আছেনে?'' চক্ৰেটিচৰ নিজৰ এই বিষয়ত এটা ইতিবাচক দৃষ্টিয়েই আছিল। কিন্তু তেওঁ নিজৰ মনৰ দুৱাৰ খোলা ৰাখিছিল। তেওঁ চিন্তাশীল হৈ ছাত্ৰ সকলৰ মতামত শুনি আছিল। কিয়নো ছাত্ৰ সকলে এই বিষয়ত বিপৰীত দৃষ্টিভঙ্গী প্ৰকাশ কৰিছিল। অৱশেষত চক্ৰেটিচ স্থিৰ হ'ল, চিন্তা শক্তিক প্ৰভাৱ পেলাব পৰা আৱেগক বশ কৰিলে। মাত্ৰ কেই ঘণ্টামানৰ পাচতে মৃত্যু নিশ্চিত বুলি জানিও পৰজন্মৰ সম্ভাৱনাৰ বিষয়ে তেওঁ

শান্ত-চিত্তে যুক্তি প্ৰদৰ্শণ কৰি লে।

বিষপানৰ দ্বাৰা চক্ৰেটিচক মৃত্যু দণ্ডৰ আদেশ হৈছিল। শেষত সেই মৰ্মান্তিক সময় সমাগত হ'ল। বন্ধুসকলে চক্ৰেটিচক আগুৰি ধৰিলে। তেওঁলোকে প্ৰিয় গুৰুজনে বিষপান কৰা দৃশ্য প্ৰত্যক্ষ কৰিবলৈ নিজৰ বেদনা ভৰা অন্তৰক প্ৰস্তুত কৰিলে।

পশ্চিমৰ গিৰিমালাৰ বুকুত সূৰ্য্যাস্তৰ কিছু পূবেৰ্ব বিষ আনিবলৈ তেওঁ নিজে নিৰ্দ্দেশ দিলে। আল ধৰাজনে যেতিয়া বিষ পাত্ৰ আনি দিলে তেতিয়া চক্ৰেটিচে ধীৰ চিত্তে তেওঁক সুধিলে। ''তুমি এই বিষয়ে সকলো জানা, এতিয়া কোৱাচোন মই কি কৰিব লাগে?'' আলধৰাজনে উত্তৰ দিলে ''মহাশয় আপুনি হেমলক্ বিষ গিলাচ পান কৰক আৰু ইফালে সিফালে খোজ কাঢ়ি ফুৰক । কিছুসময়ৰ পাচত আপোনাৰ ভৰি অৱশ হৈ পৰিব। তেতিয়া আপুনি শুই পৰিব। অৱশতাই আপোনাৰ কলিজা আৱৰি পেলাব।''

যেনে দিহা তেনে কাম। চক্ৰেটিচে সুস্থিৰ, শান্ত ভাৱে আলধৰাৰ নিৰ্দ্দেশানুসৰি কাম কৰি গ'ল। কিন্তু তাৰ মাজতে তেওঁ উচুপি উচুপি কন্দা বন্ধু আৰু শিষ্য সকলক তিৰস্কাৰ কৰি কৈছিল যে তেওঁ একো ভুল কৰা নাই । তেওঁৰ অন্তিম দায়টো আছিল নিচেই সামান্য, যিটো তেওঁ পাহৰিছিল। তেওঁ মুখৰ ওপৰত দিয়া কাপোৰখন আঁতৰাই ক্ৰিট' নামৰ আন এজন প্ৰিয় বন্ধুক উদ্দেশে ক'লে ''ক্ৰিট'এচক্লিপিয়াৰ নামৰ মানুহ জনৰ পৰা মই এটা কুকুৰা বাকীকৈ আনিছিলো, অনুগ্ৰহ কৰি তেওঁৰ ধাৰটো পৰিশোধ কৰিবা, নেপাহৰি বা।'' কি যে সাংঘাটিক ন্যায় পৰায়ন আছিল চক্ৰেটিচ্।

তাৰ পাচত তেওঁ চকু মুদিলে আৰু কাপোৰখন পুনৰ মুখৰ ওপৰত দিলে। ক্ৰিট'ই যেতিয়া পুনৰ চক্ৰেটিচক আৰু কিবা অন্তিম নিৰ্দ্দেশ আছিল নেকি বুলি সুধিছিল, তেতিয়া কোনো উত্তৰ নাহিল। ইতিমধ্যে চিৰ নিদ্ৰাই চক্ৰেটিচক সাৱটি লৈছিল। এই দৰে এজন মহান ব্যক্তিৰ জীৱন বন্তি নুমাই গ'ল। প্ৰিয় শিষ্য প্লেট'য়ে অবিস্মৰণীয় ভাষাৰে গুৰু জনৰ মৃত্যুৰ এই অন্তিম দৃশ্য বৰ্ণনাই কৈছে ''তেওঁ বন্ধু আছিল আমাৰ সকলোকে বাবে, যাক আমি আটাইতকৈ বেচি জানিছিলো এজন শ্ৰেষ্ট ন্যায়শীল আৰু মহান জ্ঞানী পুৰুষ হিচাপে।''





# 'প্লেট'ৰ বাণী

নক'বনো কিয় ঋষি মুনি বুলি। দাঢ়িয়ে গোঁফে দেখাত মানুহজন আমাৰ ৰামাযণ, মহাভাৰতৰ সময়ৰ ঋষি মুনি এজনৰ দৰে আছিল। যেতিয়া কোনোবাই গ্ৰীচ দেশৰ দাৰ্শনিক পণ্ডিত প্লেট'ৰ বিষয়ে ক'বলৈ উদ্যত হয় তেতিয়া মানুহে ঋষি এজনৰ মহৎ গুনক বিষযে শুনিবলৈ যেন ভক্তিত গদ্ গদ্ ভাবে সন্তম হৈ পৰে। কিন্তু প্লেট' সঁচাকৈ এজন ঋষি আছিল নে? নাছিল। তেওঁ আছিল পুৰস্কাৰ বিজেতা এজন খেলুৱৈ, এজন সাহসী সৈনিক, এজন কবি, ঘোঁৰা দৌৰ প্ৰতিযোগিতাৰ বিচাৰক আৰু কৌতুক কলাৰ এজন প্ৰশংসাকাৰী। এই বিৰল প্ৰতিভাৰ মানুহজন ৮১ বছৰ জীযাই আছিল। তেওঁৰ মৃত্যু হৈছিল এখন বিয়াৰ ভোজ খাই থকা অৱস্থাত। জীৱনক তেওঁ অত্যন্ত ভাল পাইছিল। ভাল পাছিল শেষ নিশ্বাস পৰ্য্যন্ত আলাপ কৰি।

প্লেট'ৰ শিকনি সমূহ যে কিমান গুৰুত্বৱৰ্ণ তাক মুল্যাযন কৰিবলৈ হ'লে সিবিলাকক আমাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব লাগিব। তেওঁৰ জীৱনকাল আছিল আখাৰ জীৱন কালৰ দৰে। খ্ৰীঃপূঃ ৪ৰ্থ শতিকাৰ প্ৰথমাৰ্দ্ধত তেওঁ গ্ৰীচৰ ৰাজধানী এথেন্সক মহিমামণ্ডিত কৰি ৰাখিছিল। যি সমযত যুদ্ধই মানুহক আমুৰাইছিল, বিপ্লৱৰ দ্বাৰা মানুহ বিভ্ৰান্ত হৈছিল, পুৰণা বিশ্বাসত যেতিয়া মানুহৰ সন্দেহ উপজিছিল, জীৱনৰ প্ৰকৃত মূল্যবোধৰ ওপৰত যেতিয়া মানুহে দখল ল'বলৈ উদ্যত হৈছিল, সেই সময়তে প্লেট'য়ে এথেন্সত প্ৰতিপত্তি লাভ কৰিছিল। মানুহে বিচৰা সেই অধিকাৰটোৰ অনুসন্ধানত প্লেট' অগ্ৰসৰ হ'ল। হিব্ৰু দেৱদূতৰ দৰে তেওঁ এই কামত দৃঢ় প্ৰতিজ্ঞ আছিল। কিন্তু স্বৰ্গীয় কতৃপক্ষৰ ওচৰত আৰ্জি পেচ্ কৰিবৰ জোখাৰে তেওঁৰ ওচৰত বিশেষ তথ্য পাতি নাছিল। গ্ৰীক দেৱতাসকল ধুনীয়া, আকৰ্ষণীয় আছিল; কিন্তু তেওঁলোক স্বাৰ্থপৰ আছিল। আনৰ কাৰণে কিবা ত্যাগ কৰাৰ কথা তেওঁলোকে সপোনতো ভাবিব পৰা নাছিল। প্লেট'ই নিজৰ বিশ্বাসৰ মতবাদ গ্ৰীক দেৱতা সকলৰ মাজতো প্ৰৱলভাৱে প্ৰৱৰ্ত্তণ কৰিছিল। তেওঁ আনকি গ্ৰীচত প্ৰথম বাৰৰ বাবে প্ৰচাৰ কৰিছিল যে ঈশ্বৰ এজনহে। আমাৰ শঙ্কৰ দেৱৰ দৰে তেওঁ ও ''এক দেৱ এক সেৱ এক বিনে নাই কেউ'' মতবাদৰ বিশ্বাসী আছিল। কিন্তু সেয়ে হ'লেও এই 'এক দেৱ' মানৱ সত্ত্বাৰ গৰাকী বুলি

তেওঁ গন্য কৰা নাছিল। তেওঁ মানুহৰ পৃথিৱীত দুটা বস্তু বিচাৰি উলিয়াব লগা হৈছিল। এই দুটা হৈছে চৰিত্ৰৰ মান দণ্ড আৰু আনটো হৈছে চৰিত্ৰৰ লগত মানুহৰ সংযোগৰ কাৰণ। প্লেট'য়ে নিজৰ মতবাদ প্ৰচাৰত কেতিয়াও সফলতা লাভ কৰিব নোৱাৰিলে হেতেন, যদিহে তেওঁ চক্ৰেটিচক নেজানিলে হেতেন।

চক্ৰেটিচ আছিল যুক্তিৰ প্ৰৱৰ্ত্তক, সবল যুক্তিৰ উদ্‌ঘাটক। চক্ৰেটিচক প্ৰথম লগ পাওঁতে প্লেট' আছিল মাত্ৰ কুৰি বছৰীয়া। প্লেট'য়ে ইতিমধ্যে কবি হিচাপে খ্যাতি অৰ্জন কৰিছিল। কিন্তু আপচু, অভজা মুখৰ, প্ৰচুৰ সম্ভাৱনাপূৰ্ণ আৰু মৰমিয়াল অথচ স্পষ্ট যুক্তিৰ হকে জেহাদ ঘোষণাকাৰী চক্ৰেটিচে প্লেট'ক নিজৰ স্থিতিৰ পৰা বিচলিত কৰিলে। জুইৰ ওচৰ থাকিলে ঘিউ গলি যায়। প্লেট'ৰ বেলিকাও সেয়ে হ'ল। চক্ৰেটিচৰ লগত বস্তুৰ বিষয়ে যুক্তপূৰ্ণ চিন্তা ৰা যে কিমান দৰকাৰী এই বিষয়ে কিছু আলাপ আলোচনা কৰাৰ পাচত আৰু অৰ্থবহু শব্দ ব্যৱহাৰৰ স্পষ্ট জ্ঞান লাভ কৰাৰ অন্তত প্লেট' ঘৰলৈ ঘূৰি গ'ল আৰু নিজৰ লিখা কবিতাবোৰ নষ্ট কৰি পেলালে। সম্ভৱ ইংৰাজ কবি শ্যেলিৰ সুৰত সুৰ মিলাই এইটো ভবা অনুচিত নহয় যে প্লেট'ৰ গদ্যত কবিতাৰ যি মধুৰ স্বৰ নিহিত আছিল তাক অনুধাৱন কৰা নিচেই সহজ আছিল। চক্ৰেটিচৰ মৃত্যু পৰ্যন্ত প্লেট' তেওঁৰ ছাত্ৰ আৰু বন্ধু হিচাপে খুব ঘনিষ্ঠ সংস্পৰ্শত আছিল। চক্ৰেটিচৰ বাবে প্লেট'ক ছাত্ৰ বুলি ঠিক ক'ব নোৱাৰি। কিযনো শিক্ষাদানৰ বিনিময়ত চক্ৰেটিচে প্লেট'ৰ পৰা কোনো পাৰিতোষিক লোৱা নাছিল। চক্ৰেটিচে মানুহক সবল যুক্তিৰ শিক্ষা দিছিল, যিদৰে যীশুখৃষ্টই শিক্ষা দিছিল প্ৰেমৰ। প্লেট' একমাত্ৰ ডেকা শিষ্য আছিল যি সদায় চক্ৰেটিচৰ লগত আলোচনা চক্ৰত উপস্থিত আছিল। এই আলোচনা চক্ৰবোৰ নিয়মীয়াকৈ এটা ব্যায়াম শালাত নাইবা কোনোবা মন্দিৰৰ পৰ্টিকত। কেতিয়াবা কোনো বন্ধুৰ ঘৰতো অনুষ্ঠিত হৈছিল। এই আলোচনা চক্ৰত বহুত গুৰুত্বপূৰ্ণ বিষয়ত তৰ্ক যুদ্ধও হৈছিল। প্লেট' আৰু চক্ৰেটিচৰ মাজৰ বন্ধুত্ব ইমাহে গাঢ় আছিল যে প্লেট'য়ে তেওঁৰ সমগ্ৰ সাহিত্যিক জীৱনত চক্ৰেটিচক কিবা নহয় কিবা এটা ৰূপত লৈ ফুৰিছিল। প্লেট'য়ে তেওঁৰ চিন্তা আৰু বাণী সমূহ বাস্তৱিকতে কথোপকথন বা সংলাপ আকাৰত লিখিছিল আৰু এই লিখনি বোৰত চক্ৰেটিচক চৰিত্ৰই মুখ্য ভূমিকা পাইছিল।

গুণ বা ধৰ্ম্ম বুলিলে কি বুজায় ? এই প্ৰশ্নটোক সমিধান চক্ৰেটিচে নিজে কৰিছিল। তেওঁ প্ৰশ্ন কৰিছিল '' কিয় মানুহ ভাল হ'ব লাগে? '' ইয়াৰ উত্তৰত তেওঁ এই সিদ্ধান্তত উপনীত হৈছিল যে ''ভাল'' আন একো নহয় ই মানুহৰ গাত জনাজাত আৰু সতৰ্ক অথচ যুক্তিপূৰ্ণভাৱে নিহিত থকা এক চৰিত্ৰ।'' তেওঁ কৈছিল যদি এজন মানুহক

শুদ্ধ আৰু অশুদ্ধ কামৰ বাচনি কৰিবলৈ দিয়া হয় আৰু যদি তেওঁ শুদ্ধ-অশুদ্ধৰ বৈশিষ্টখিনি জানে তেন্তে তেওঁ শুদ্ধ কামটো বাচি ল'ব। কিন্তু শুদ্ধ কামৰ প্ৰশংসা কৰিবলৈ এই বৈশিষ্ট জনাৰ আৱশ্যক নাই। সেই সময়ত পোন প্ৰথম বাৰৰ কাৰণে চক্ৰেটিচৰ এই শিক্ষাই ব্যক্তিগত মানুহৰ মনৰ লগত জড়িত নৈতিকতাৰ প্ৰশ্নত সৰ্বাধিক কৰ্তৃত্ব প্ৰদান কৰিলে। চক্ৰেটিচৰ এই চিন্তাধাৰাই মানৱ ইতহাসত অসমান্তৰাল বিপ্লৱৰ সূচনা কৰিছিল।

চক্ৰেটিচৰ পাচত প্ৰিয় শিষ্য প্লেট'যে এই বাণী পৰবৰ্ত্তী কালত বহন কৰি লৈ গৈছিল। সোনত সুৱগা চৰাৰ দৰে প্লেট'য়ে আৰু সাব্যস্ত কৰিলে যে কেৱল সৎ , ভাল কামেই যে যুক্তি -যুক্ত হ'ব পাৰে এনে নহয়, সেইজন মানুহেই ভাল মানুহ যি যুক্তিৰে পৰিচালিত হয়। সেই সময়ত আজিৰ দৰে মনোবিজ্ঞান বোলা বিজ্ঞানৰ সুকীয়া বিভাগ নাছিল, নাছিল এই বিষয়ৰ ধাৰণাও। প্লেট'য়ে প্ৰথমে এই বিজ্ঞান আৱিষ্কাৰ কৰিলে। প্লেট'ৰ দ্বাৰা প্ৰৱৰ্ত্তিত এই মনোবিজ্ঞানৰ ধাৰা অতি সুন্দৰ ভাবে গৃহীত হৈ কেইবা হেজাৰ বছৰ চলিছিল। প্লেট'ৰ মতানুসৰি আমাৰ সচেতন জীৱন তিনি ভাগত বিভক্ত। এটা ভাগ হৈছে ইন্দ্ৰিয় পৰবশ, যিটো গঠিত হয় ক্ষুধা আৰু আসক্তিৰ দ্বাৰা। দ্বিতীযটো হৈছে ধৈৰ্য্য আৰু সহনশীলতা। ইযাত নিহিত থাকে ইচ্ছা শক্তি বা উদ্যম। তৃতীয় বা শেষৰটো হৈছে চিন্তা শক্তি যিটোক ক'ব পাৰি যুক্তি সত্ত্বা বুলি।

যুক্তিপূৰ্ণ চিন্তাই মানুহক কুকুৰ আৰু বেবুন বান্দৰৰ পৰা পৃথক কৰিছে। স্পষ্ট কাৰণতে এই ভাগটো তিওিটা ভাগৰ ভিতৰত শ্ৰেষ্ঠ। কাৰণ ই মানুহক নিয়ন্ত্ৰণ কৰে, শাসন কৰে। ইচ্ছা বা উদ্যমৰ কাম হ'ল চিন্তাৰ নিৰ্দ্দেশ সমূহকামত লগোৱা। ক্ষুধা আৰু আসক্তি চিন্তাৰ অধীনত বাধ্য হৈ থকা উচিত। যদি এজন মানুহৰ ভিতৰত থকা এই উপাদান বোৰে প্ৰত্যেকে নিজৰ কাম স্বাভাৱিক ভাৱে কৰি থাকে তেন্তে সেইজন মানুহক গুণী বুলি কোৱা হয়। বিপৰীতে যদি এই উপাদান বোৰে স্বাভাৱিক গতি ভঙ্গ কৰে, তেন্তে সেই সত্ত্বা যুক্ত মানুহ জন অধৰ্ম্মী হয়। এইদৰে অতি সৰল ভাৱে তেওঁ এটা সময়ত সৎ জীৱনৰ প্ৰমূল্য পুনৰবাৰ প্ৰতিষ্ঠা কৰিছিল, যি সময়ত অজীন পাতকী, বিভ্ৰান্ত কাৰীচিন্তাৰ প্ৰৱণতাই মানুহক আচ্ছন্ন কৰি ৰাখিছিল। প্লেট'ই ইয়াক যুক্তি আখ্যা দিছিল। মানুহে তাক বুদ্ধিমত্তা বুলিছিল। ''কাৰণ আমি জানো যে কেৱল যুক্তি নিষ্কাশনৰ দ্বাৰা জ্ঞান লব্ধ নহয়। ইয়াৰ কাৰণে তথ্য সমূহো পৰীক্ষা কৰিব লাগে। মনৰ গতিপথ নিয়ন্ত্ৰণৰ বাবে যি নৈতিক চৰিত্ৰৰ প্ৰয়োজন সি কেতিয়াও আওপুৰণি হ'ব নোৱাৰে।'' এয়া আছিল প্লেট'ৰ মৌলিক চিন্তা। ওপৰৰ কথাখিনিৰ পৰা বুজা যায় কিমান সুন্দৰ,

সাৱলীল ব্যাখ্যা ডাঙি ধৰিছিল প্লেট'য়ে মনোবিজ্ঞানৰ জটিল বিষয় বিলাকৰ। প্লেট'ৰ লিখনি অলপ পঢ়িলে এনে ধাৰণা হয় যেন তেওঁ পঢ়ুৱৈৰ কোঠালৈ সন্তৰ্পণে সোমাই আহিছে; পঢ়ুৱৈৰ মন দখল কৰি লৈছে।

প্লেটো'য়ে যে কেৱল দৰ্শণ আৰু মনোবিজ্ঞান চৰ্চ্চা কৰিয়ে ক্ষান্ত আছিল এনে নহয়। তেওঁ গণিতীক জ্যোৰ্তিবিদ্যা আৰ পদাৰ্থ বিজ্ঞানৰ বিষয়েও গভীৰ চিন্তা-চৰ্চ্চা কৰিছিল। তেওঁৰ এই চৰ্চ্চা ইমানেই অৰ্থবহ আছিল যে সেইসময়ত এই বিলাক বিষযৰ অস্তিত্বই নাছিল বুলি ভবাই টান। চিগমণ্ড ফ্ৰয়েদে যি দৰে সপোনৰ ব্যাখ্যা দিছিল, প্ৰায় একেদৰে প্লেটোয়েও সপোনৰ ব্যাখ্যা ডাঙি ধৰিছিল। প্লেটেয়ে কৈছিল টোপনিত মানুহৰ মন যুক্তিযুক্ত চিন্তাৰ নিয়ন্ত্ৰণৰ বাহিৰত থাকে। তেতিয়া আমাৰ মানস প্ৰকৃতিৰ মাজত থকা বনৰীয়া জন্তু বোৰ সাৰ পাই উঠে আৰু মুক্তভাবে বিচৰণ কৰে। তেতিয়াই আমি সপোন দেখো।

কেৱল ইমানেই নহয়, অৰ্থনীতিৰ অধ্যাপকৰ দৰে তেওঁ শ্ৰমৰ বিভাগ আৰু বিভাজনৰ কাৰণ সম্বন্ধেও শিক্ষা দিছিল। তেওঁ উচ্চ আৰু মাধ্যমিক শিক্ষাৰ মাজ থকা পাৰ্থক্যৰ নিৰ্ণয় কৰিছিল। বিজ্ঞানৰ বিশেষত্বৰ প্ৰয়োজন, সামাজিক সমস্যা সমাধানত বৈজ্ঞানিক পদ্ধতি প্ৰয়োগৰ আৱশ্যকতাৰ কথাও তেওঁৰ শিক্ষাৰ অন্যতম বিষয় বস্তু আছিল। প্লেট'য়ে পোন প্ৰথম হাঁহিৰ মনোবৈজ্ঞানিক ব্যাখ্যা আগবঢ়াইছিল। শব্দৰ পৰা হোৱা প্ৰতিধবনি, উপাৰ্জণৰ সীমাৰ বিষয়ে তেওঁ ব্যাখ্যা ডাঙি ধৰিছিল। তেওঁৰ মতে কোনো পৰিয়ালৰ উপাৰ্জন আন এটা পৰিয়ালৰ উপাৰ্জনৰ চাৰগুণৰ বেচি হ'ব নেলাগে। বৰ্ত্তমান ব্যাপকহাৰত প্ৰচলিত নাৰ্চাকী আৰু বিণ্ডাৰ গাৰ্টেন পদ্ধতিৰ দৰে প্ৰগতিশীল শিক্ষা পদ্ধতি তেওঁ আৱিষ্কাৰ কৰিছিল। তেওঁ মত পোষণ কৰিছিল '' বাধ্য বাধকতাৰ মাজত কৰা শাৰীৰিক পৰিশ্ৰমে কোনো অনিষ্ট সাধন নকৰে; কিন্তু বাধ্যবাধকতাৰ মাজত লাভ কৰা শিক্ষাই মনত কোনো দখল ল'ব নোৱাৰে।'' সেইকাৰণে তেওঁ কৈছিল যে শিক্ষাত বাধ্য বাধকতা ব্যৱস্থা প্ৰয়োগ কৰিব নালাগে; খেল ধেমালি, উপভোগ, আনন্দৰ মাজেদি প্ৰথম শিক্ষা লাভৰ ব্যৱস্থা হ'ব লাগে।

এইসকলো বিলাক দিক নিৰ্ণয়কাৰী কঠোৰ জ্ঞানৰ উপৰিও প্লেট'ৰ ভিতৰত নিহিত আছিল এক ৰহস্যময় হাবিয়াসৰ দুৰ্ণিবাৰ প্ৰৱনতা। তেওঁ বিবৰ্ত্তণৰ পৃথিৱীখনৰ পৰা পলাই থাকিবলৈ বিচাৰিছিল। তেওঁ আঁতৰি থাকিব বিচাৰিছিল সততে স্থিতি সলনি কাৰি থকা সমস্যা বিলাকক পৰা। অথচ এই সমস্যা বিলাকৰ উচিত সমাধান বহুত পূৰ্বে তেওঁ নিজে আগবঢ়াইছিল। তেওঁ এটা ধৰ্ম বিচৰিছিল, যুগ আৰু জাতিটোৰ লগত

খাপ খুৱাই ল'ব পৰা কোনো উপযুক্ত ধৰ্ম্ম বিচাৰি নেপাই তেওঁ আন এটা ধৰ্ম্মৰ অন্বেষণত অগ্ৰসৰ হ'ল। শেষত তেওঁ এটা ধৰ্ম্ম প্ৰৱৰ্ত্তণ কৰিলে। স্বাভাৱিকতে এই ধৰ্ম্ম গঢ়ি উঠিল তেওঁ চক্ৰেটিচৰ সান্নিধ্যত লাভ কৰা যুক্তি তৰ্কৰ মাজত বিচাৰি পোৱা বিভিন্ন্ ধ্যান ধাৰণা আৰু উত্তেজনাপূৰ্ণ সম্পৰ্কবোৰৰ আলমত। তেওঁ ঘোষণা কৰিলে যে যি বিলাক ধ্যান ধাৰণাক আমি বেচি আকৰ্ষণীয় বুলি ভাবো, সেই বিলাকেই প্ৰকৃত বাস্তৱ। কিন্তু যিবিলাক বিশেষ বস্তু আমি দেখো আৰু স্পৰ্শ কৰো সেই বিলাক মাত্ৰ ছায়াঁ। এই আহে এই যায়। সৌন্দৰ্য্যৰ প্ৰতি প্লেট'ৰ মত আছিল বেলেগ ধৰণৰ। তেওঁ কৈছিল - ''এজন সুন্দৰ মানুহতকৈ সুন্দৰক বেচি ভাল পাব লাগে।'' এই ধাৰণাই হৈছে প্লেট'নিক প্ৰেমৰ প্ৰকৃত অৰ্থ। প্লেট'য়ে ধাৰণাৰ শ্ৰেষ্ঠ ৰূপ বাস্তৱতাৰ বিৰুদ্ধে সতৰ্ক কৰিছিল। এবাৰ ধেমালিৰ সুৰত প্লেট'য়ে কৈছিল '' ধাৰণাৰ অনুসঙ্গবোৰ এক প্ৰকাৰ বাতুলতাৰ নামান্তৰ।'' ''দি ৰিপাব্লিক নামৰ'' নামৰ প্লেট'ৰ ৰচিত বিখ্যাত গ্ৰন্থখনত এই মতবাদ বৰ খাৰাংখাচ ভাবে প্ৰকাশ পাইছে। এখন দেশ কেনেদৰে উপযুক্ত পথেৰে সংগঠন কৰিব লাগে এই বিষয়ে উক্ত গ্ৰন্থত বৰ্ণনা কৰা হৈছে। যুক্তি শাস্ত্ৰৰ প্ৰতি থকা প্ৰৱল ঐকান্তিকতাই তেওঁক ভাবিবলৈ বাধ্য কৰাইছিল যে এজন ভাল মানুহ যেনেকৈ বুদ্ধিমতাৰ দ্বাৰা কঠোৰ ভাবে শৃংখলিত হয় ঠিক সেইদৰে এখন ভাল দেশও লঘিষ্ঠ সংখ্যক বুদ্ধিমান মানুহৰ দ্বাৰা নিশ্চয় শৃংখলিত হ'ব লাগিব।

বৃত্তি অনুসৰি তেওঁ নাগৰিক সকলক শ্ৰেণীভূক্ত কৰাৰ পক্ষপাতী আছিল। বচা বচা ভাল মানুহ কিছুমানৰ হাতত কতৃত্ব প্ৰদান কৰি আৰু সশস্ত্ৰ বাহিনীৰে সজ্জিত কৰি বাকী বিলাকৰ ৰক্ষণা বেক্ষণৰ দায়িত্ব এই বিলাক মানুহৰ হাতত অৰ্পণ কৰা হৈছিল। এই গুণী, চিন্তাশীল মানুহ খিনিক শ্ৰেষ্ঠ বুলি ঠাৱৰ কৰি তেওঁলোকক অভিভাৱক আখ্যা দিয়া হৈছিল। এই অভিভাৱক খিনিৰ কোনো ব্যক্তিগত সম্পত্তি আৰু ব্যক্তিগত ভাল পোৱা বেয়া পোৱা খেয়াল-খুচী থাকিব নোৱাৰিব। তেওঁলোকৰ পত্নী, সন্তান, সা-সম্পত্তি ৰাজহুৱা দায়িত্বত থাকিব। এটা পৰ্য্যায়ৰ সকলো ল'ৰা-ছোৱালীয়ে তেওঁলোকক পিতৃ-মাতৃৰ সমপৰ্য্যায়াৰ সকলোকে পিতা-মাতা বুলি সম্বোধন কৰিব। সেইদৰে সকলো ল'ৰা-ছোৱালীয়ে সমপৰ্য্যায়ৰ সকলো ল'ৰা-ছোৱালীক ভাই-ককাই, বাই-ভনী বুলি সম্বোধিত কৰিব। এই ল'ৰা ছোৱালী বিলাকক মাতৃ দুগ্ধ খাবলৈ এৰাৰ পাচতে চৰকাৰী বিদ্যালয়লৈ লৈ যোৱা হয়। এনে কৰাত কোনটো কাক সন্তান কোনেও চিনি নেপাব। বৰ্ত্তমানৰ পটভূমিত এইটো এটা তাজব ব্যৱস্থা যেন লাগে। হয়তো প্লেট'ৰ সময়ত এই ব্যৱস্থা ফল প্ৰসু আছিল। অন্যহাতে গোটেইসম্ভ্ৰান্ত শ্ৰেণীটোক

প্ৰশাসনীয় শ্ৰেণীটোৱে পুষ্টিকৰ খাদ্য, শৰীৰ চৰ্চ্চাক দ্বাৰা স্বাস্থ্যবান কৰি ৰাখিব। তেওঁলোকৰ মন তৰ্ক শাস্ত্ৰ, গণিত শাস্ত্ৰ, পদাৰ্থ বিদ্যা আদি বিষয়ৰ শিক্ষাৰে তীক্ষ্ণ কৰি ৰাখিব।

অৱশ্যে প্লেট'য়ে গোটেই দেশখনৰ বাবে এই ব্যৱস্থাৰ পোষকতা কৰা নাছিল। শ্ৰেষ্ঠ জাতৰ মানুহখিনিৰ বাবে এইটো এটা সুকীয়া জীৱন ধাৰা আছিল যাতে এই শ্ৰেণীৰ মানুহ খিনিক প্ৰকৃতাৰ্থত মন আৰু চৰিত্ৰগত ভাবে শ্ৰেষ্ঠ কৰি ৰাখিব পাৰি। এই ক্ষেত্ৰত আমাৰ বক্তব্য হ'ল - আমাৰ বাবে এয়া বদ্‌হজম। আমি গণতন্ত্ৰৰ পূজাৰী। আমি এতিয়া তৰ্কশাস্ৰ দোক্ মোকালিত বাস কৰা নাই। প্লেট'য়ে যি সময়ত যুক্তিৰে এই বিশ্বাসৰ হাঁহি মাৰিছিল এতিয়া আমি সেই হাঁহি মাৰিব নোৱাৰো।

প্লেট'ৰ পূৰ্বোক্ত যুক্তি বাদটোয়ে তেওঁক ইতহাসত বনৰীয়া ৰাজ হংস ধৰিবলৈ খেদিফুৰা এজন মানুহ হিচাপে চিহ্নিত কৰিলে। ৬০ বছৰত প্লেট'য়ে চিৰাকিউচ্ দেশত নতুনকৈ শাসন ভাৰ পোৱা ৰজা ডিয়নিচিয়াচ (২) ৰ পৰা সেই দেশ ভ্ৰমণ কৰিবলৈ নিমন্ত্ৰণ পালে। এই ভ্ৰমণৰ উদ্দেশ্য আছিল এটা আদৰ্শ গণতন্ত্ৰ শাসন প্ৰতিষ্ঠা কৰিবৰ বাবে প্লেট'য়ে ডিয়নিচিয়াচক শিক্ষা আৰ পৰামৰ্শ দিব লাগে। ৰঙীন আশালৈ প্লেট' চিৰাকিউচ দেশত উপস্থিত হ'ল গৈ। আশা ৰঙীন হ'লেও তেওঁক মন বিৰক্তিৰে ভৰি পৰিছিল। জ্যামিতিৰ সহায়ত তেওঁ এই দাৰ্শণিক ৰজা জনক শিক্ষা দিয়া কাম আৰম্ভ কৰিলে। কাৰণ তেওঁ জানিছিল যে জ্যামিতি যুক্তি শিক্ষাৰ আদি পাঠ। জ্যামিতি বিনে ৰাজনৈতিক সংস্কাৰৰ সুক্ষ্ম, জটীল সমস্যা বোৰৰ সমাধান বিচৰা কঠিন হ'ব বুলি তেওঁ বুজিছিল। শিক্ষাদান আৰম্ভ হ'ল। প্লেট'ৰ শিক্ষাদান ইমানেই মনোগ্ৰাহী আছিল যে কেৱল ৰজা ডায়োনিচিয়াচ নহয় তেওঁৰ ৰাজ সভাৰ সকলো পাৰিষদ এই ভিন্ন স্বাদৰ শিক্ষা গ্ৰহনত উবুৰি খাই পৰিল। জ্যামিতিৰচিত্ৰৰে ৰাজহাউলীৰ মাৰ্বল পাথৰৰ ওপৰৰ ধুলি বিচিত্ৰ হৈ উঠিছিল।

ডায়'নিচিয়াচে প্লেট'ক অত্যন্ত ভাল পাইছিল; ভাল পাইছিল শিক্ষাগ্ৰহণ কালত উদ্ভৱ হোৱা উত্তেজনা সমূহ। কিন্তু ''কোনো মৰে হাড়ে হাড়ে কোনো মৰে মঙহ ভাৰে''ৰ দৰে প্লেট'য়ে শিক্ষাদনত যি জ্যামিতি প্ৰয়োগ কৰি ভাল পাইছিল ৰজা ডায়'নিচিয়াচে তাক ভাল নেপাইছিল। ৰজাৰ এই অৰুচিৰ সুবিধা ল'লে প্লেট' বিৰোধী আন এজন দাৰ্শনিকে। তেওঁ প্ৰমান কৰিব বিচাৰিলে যে স্বেচ্ছাচাৰী শাসন তন্ত্ৰই হ'ল শ্ৰেষ্ঠ শাসন তন্ত্ৰ। কোনো গণিতৰ সহায় নোহোৱাকৈ ইয়াক প্ৰচলন কৰিব পাৰি। শেষত অৱস্থা এনে হ'ল যে প্লেট ৰাতি ৰাজহাউলীৰ পৰা পলাই জাহাজেদি আহি এথেন্স

পালেহি।

প্লেট'ৰ জীৱন শূণ্যতাৰে ভৰা নাছিল। কাৰণ বহুত পূৰ্বে তেওঁ এথেন্সত এখন স্কুল প্ৰতিষ্ঠা কৰিছিল। এই বিদ্যালয় খন আছিল প্ৰাচীন পৃথিৱীৰ সকলো ইতহাস চৰ্চ্চাৰ এটা বিখ্যাত অনুষ্ঠান। এথেন্সৰ পৰা এক মাইল উত্তৰ - পশ্চিমত অৱস্থিত এটা শৰীৰ চৰ্চ্চা কেন্দ্ৰত এই বিদ্যালয়ৰ কাম কাজ চলিছিল। এথেন্সত সেই সময়ত এনে তিনিটা ব্যায়াম শালা আছিল। খুব ডাঙৰ, আহল-বহল আছিল এই ভৱনবোৰ। ভৱন বোৰৰ আধা খিনি আছিল পাৰ্ক, আধা আছিল সভা ঘৰ।প্ৰতিটো ব্যায়ম ভৱনত আছিল একোটা অভ্যন্তৰীণ ক্ৰীড়াঙ্গন, ব্যায়াম আৰু মুষ্টিশাল, মালিচ খানা, বাস্প কোঠা, গৰম আৰু ঠাণ্ডাপানীৰ গা-ধোৱা ঘৰ, পোচাক পিন্ধা কোঠা আৰু বহিঃ খেলৰ বাবে এখন খেল পথাৰ। তদুপৰি ঘূৰণীয়া পথ যুক্ত আটোম টোকাৰি আসন সহ অধ্যয়ন আৰু বাৰ্ত্তালাপৰ আচুতীয়া কোঠা।

প্লেট'য়ে তেওঁৰ বিদ্যালয়ৰ কাৰণে বাচনি কৰা ব্যায়ামশাল খনক কোৱা হৈছিল ''একা ডেমিয়া''। প্লেট'য়ে নিজে চক্ৰেটিচৰ লগত কথোপকথনৰ মাধ্যমৰে যি শিক্ষা গ্ৰহণ কৰিছিল সেই একে পদ্ধতিৰে তেওঁ নিজৰ শিষ্য সকলক শিক্ষাদন কৰিছিল। এই শিক্ষাদানত কোনো মাচুল লোৱাৰ ব্যৱস্থা নাছিল, কোনো নিৰ্দ্ধাৰিত পাঠ্যক্ৰম নাছিল। সম্ভৱতঃ ইয়াৰ লগত জড়িত আছিল প্ৰচুৰ আনন্দ উপভোগ। কিন্তু লগতে এইটোও সন্দেহ জনক যে এই বিদ্যালয়ত শিক্ষদানতকৈ কম গুৰুত্বপূৰ্ণ কিবা ব্যৱস্থা চলিছিল যিটো শিক্ষাৰ নামান্তৰ আছিল। ইযাত বিসঙ্গতি থকা হ'লে অৱশ্যে প্লেট'ৰ এই বিদ্যালয় হেজাৰ বছৰ বৰ্ত্তি নেথাকিল হেতেন। এই বিদ্যালয়ৰ আন এটা ডাঙৰ অৱদান হৈছে, ই ইউৰোপৰ সকলো ভাষাতে দুটা সুন্দৰ শব্দ যোগ দিলে। সেই শব্দ দুটা হ'ল ''একাডেমি'' আৰু ''একাডেমিক''।

ইমানবোৰ ভাল গুণ থকা সত্বেও প্লেট'ক শিক্ষাত দুটা অতি গুৰুত্বপূৰ্ণ বিষয়ৰ অভাৱ আছিল। সেই দুটা হ'ল- এজন মানুহৰ আন এজন মানুহৰ প্ৰতি থাকিব লগা সহানুতিৰ অভাৱ আৰু আনটো হৈছে প্ৰতিজন মানুহৰ সমস্ত জনগনৰ প্ৰতি থাকবি লগা সহানুভূতিৰ অভাৱ। প্লেট'য়ে এই দুটা মানৱীয় গুণৰ কথা কেতিয়াও ভবা নাছিল। এই দুটা মানৱীয় বিষয় পশ্চিমত অৱতাৰণা কৰিলে যীশুখ্ৰীষ্ট আৰু খ্ৰীষ্ট ধৰ্ম্ম গুৰু সকলে। তেওলোকৰ বানী আছিল ''ভাল মানুহক যুক্তিয়ে পৰিচালনা নকৰে, কৰে প্ৰেম, অনুভূতিয়ে, যি মানুহক সকলো মানুহকে ভাল পাবলৈ শিকায়।'' যীশুখ্ৰীষ্ট আৰু তেওঁৰ অনুগামী সকলৰ এই নতুন শিকনিয়ে পৃথিৱীৰ মানুহৰ মাজত কিমান

গভীৰ ৰেখাপাত কৰিছিল সেয়া অবিস্মৰণীয় । প্লেট'ই যদি এই নতুন শিক্ষাৰ মুখা মুখী হ'ল হেতেন কোনে জানে তেওঁও হয়তো ইয়াৰ দ্বাৰা গভীৰ ভাবে প্ৰভাৱান্বিত হ'ল হেতেন। কেইবছৰ মান চিন্তা ভাৱনা কৰাৰ পাচত তেওঁ হয়তো এইটো সত্য বুলি স্বীকাৰ কৰিলে হেতেন, লগতে তেওঁ ইয়কো ক'লে হেতেন যে সহানুভূতিৰ স্থান কিমান ওপৰত তাক তেওঁ উপলব্ধি কৰাত ব্যৰ্থ হৈছিল। ভাল মানুহৰ জীৱনত আৰু চৰিত্ৰত প্ৰেমৰ স্থান কি তাক বুজাত তেওঁ বিফল হৈছিল। কিন্তু লগতে তেওঁ ক'লে হেতেন ''তোমালোকে মোক দেখুৱাইছা সহানুভূতি কৰ্ষণ কৰাটো বুধিয়কৰ কাম। তোমালোকে মোক দেখুৱাব নোৱাৰা যে আত্ম-ত্যাগ এটা দোষ হ'ব নোাৰে। দয়া, কৰুণাক আন যিকোনো এবিধ আসক্তিৰ দৰে এটা যুক্ত সঙ্গত সীমাৰ ভিতৰত বন্দী কৰিব নোৱাৰি। মই কওঁ ইও এটা যুক্তি , যি এটা বুদ্ধিৰ দ্বাৰা পৰিচালিত হয়। '' এইদৰে প্লেট'য়ে হয়তো নিজৰ ওখ আৰু চিৰন্তন স্থান পশ্চিমীয়া জীৱন দৰ্শণত প্ৰতিপন্ন কৰি ৰাখিলে হেতেন। কাৰণ তেওঁ নিজৰ মতবাদত সদায় অচল অটল আছিল।।

-------------------



# যুক্তিৰ যুগ প্ৰৱৰ্ত্তক ঃ ভল্টেয়াৰ

''তুমি কোৱা প্ৰত্যেকষাৰ কথা লগত মই একমত নহওঁ। কিন্তু মৃত্যুপন কৰিও তোমাৰ বাক্ স্বাধীনতাক মই সন্মান কৰিম।'' এই লাখটকীয়া কথাষাৰ কোৱা মানুহজন হ'ল ভল্টেযাৰ। ভল্টেযাৰৰ জীৱনী লিখক এজনে তেওঁৰ গ্ৰন্থত যথোচিত ভাৱে এই কথা উল্লেখ কৰিছে যে কেনেকৈ ভল্টেয়াৰে আজীৱন চিন্তা আৰু বাক্ স্বাধীনতাৰ বাবে সংগ্ৰামত লিপ্ত আছিল। ভল্টেয়াৰে তেওঁৰ বন্ধুবৰ্গ সকলোকে সদায় এটা কথা সততে সোঁৱৰাইছিল এই বুলি ''ভাবা, নিজে চিন্তা কৰা।'' ভাল্টেযাৰ আছিল প্ৰথমজন আধুনিক মানুহ যিজনে ধৰ্ম্মান্ধতা আৰু গোড়ামীৰ কবলত থকা এটা যুগক যুক্তিৰ যুগলৈ পৰিবৰ্ত্তন কৰিলে।

স্বভাৱগত কাৰণত মানুহে ভল্টেয়াৰক এজন খিংখিঙীয়া, অজিনপাতকী বুলি গন্য কৰিছিল। কিয়নো তেওঁ মানুহক শিকাইছিল যে বিশ্বাস কৰিব নোৱাৰা কথাত সন্দেহ কৰাৰ অধিকাৰ মানুহৰ থাকে। এনেবিলাক ওলোটা ওভোটা কথা কোৱাৰ কাৰণে মানুহে ভল্টেয়াৰক নাস্তিক বুলি আখ্যা দিছিল । কিন্তু ভল্টেয়াৰে ইয়াৰ উত্তৰ সেই মানুহ বিলাকক দিয়া নাছিল ; দিছিল তেওঁৰ সৃষ্টিকৰ্ত্তা ভগৱানক । তেওঁ কৈছিল

'' হে ভগৱান তোমাক আমি নিচিনো''
তোমাৰ বিনন্দীয়া সৃষ্টিয়ে
চৌদিশে প্ৰাকাশে তোমাৰে মহাত্ম্য
হে ঈশ্বৰ, মিনতি কৰিছো
শুনাচোন মোৰ শেষ কথা,
যদি কেতিয়াবা মই ভুল কৰিছো,
তেন্তে সেই ভুল কৰিছো
তোমাৰ সৃষ্টিৰ নিয়ম বিচাৰি
হ'বপাৰে হৃদয় মোৰ তেনেই উদঙীয়া
কিন্তু তাতে তোমাক পাওঁ সদা বিদ্যমান।''

উপৰুক্ত পংক্তিয়ে বহন কৰে ভল্টেয়াৰৰ অনুতপ্ত, বিনম্ৰ হৃদয়ৰ আকুল আহ্বান। ভল্টেয়াৰে সাধাৰণ, সৰল বিশ্বাসৰ কেতিয়াও বিৰোধিতা কৰা নাছিল। তেওঁ বিদ্ৰুপ ককিছিল, বিৰোধিতা কৰিছিল সেই বিলাক অন্ধবিশ্বাসৰ ওপৰত, যিবিলাক অন্ধ

বিশ্বাসক সত্যৰ ভেজাল কৰি নকল বিশ্বাসৰূপে মানি থকা হৈছিল।

যিটো শিশু এদিন অগ্নিগৰ্ভা ভল্টেয়াৰ হিচাপে বিখ্যাত হৈছিল, সেই শিশুটো জন্ম হৈছিল পেৰিচত ১৬৯৪ চনৰ ২১ নৱেম্বৰত। ভল্টেয়াৰ নামটো আছিল চদ্মনাম। গীৰ্জ্জা ঘৰৰ নিয়মানুসৰি তেওঁৰ নাম আছিল ফ্ৰাঙ্কইচ্ মেৰি। ভাবিলে দুখ লাগে মাত্ৰ সাত বছৰতে তেওঁ মাওৰা হ'ল। শিশু অৱস্থাত তেওঁ আছিল তেনেই নিশকটীয়া, কেটেং মেটেং, দেখাত খিংখিঙীয়া, অতি তীখৰ স্বভাৱৰ এই ল'ৰাজনৰ কিন্তু শিক্ষাৰ প্ৰতি অস্বাভাৱিক আগ্ৰহ আছিল। নজনা কথা জানিবলৈ, নুবুজা কথা বুজিবলৈ তেওঁৰ অছিল দুৰ্ণিবাৰ হেঁপাহ। শুনাত দম্ভালি মৰা যেন লাগিলেও ভল্টেয়াৰে সোতৰ বছৰ বয়সতে ঘোষণা কৰিলে যে তেওঁ এজন জ্ঞানী বিদ্বান লোক হ'ব। ভল্টেয়াৰৰ দেউতাক এৰ'ৱেট আছিল এজন সমাজকৰ্ম্মী। তেওঁ অত্যন্ত ধাৰ্ম্মিকো আছিল। দেউতাকে পুতেকক নিজৰ পথ অনুসৰণ কৰিবলৈ দিবলৈ মন নকৰিলে কাৰণ তেওঁ উপলব্ধি কৰি ছিল যে তেওঁ যি পথে জীৱন অতিক্ৰম কৰিছে তাত কোনো মান, যশ, সন্তুষ্টি নাই। সেই দেখি পুতেক ভল্টেয়াৰক এটা আইন দপ্তৰ অফিচৰ কামত সোমোৱাই দিলে কিন্তু ভল্টেয়াৰে এই কামত মুঠেই কৃতকাৰ্য্য নহ'ল। ইয়াৰ পাচতে তেওঁক কূটনৈতিক বিভাগৰ এটা চাকৰি দিয়াই হলেণ্ডলৈ পঠোৱা হ'ল। হলেণ্ডত থাকোতে অতি কম সময়ৰ ভিতৰত এজনী গাভৰুলৈ ভল্টেয়াৰ পলাই গ'ল। ছোৱালীজনীৰ ঘৰৰ অৱস্থা খুব বেয়া আছিল। গতিকে উপায়ন্তৰ হৈ জাহাজত উঠি ঘৰলৈ ঘূৰি আহিল ভল্টেয়াৰ ; অকলে নহয় ন-ছোৱালী সহ। ঘৰত আহি ভল্টেয়াৰে জীৱিকাৰ কাৰণে সংগ্ৰাম কৰিব লগা হৈছিল। দেউতাকে ভল্টেয়াৰৰ এই দুষ্কৰ্মৰ বাবে অতিশয় দুঃখীত হৈ পুতেকক তেজ্য পুত্ৰ কৰি অকলে ভাগ্যৰ লগত সংগ্ৰাম কৰি গ'ল। ভল্টোয়ৰ কিন্তু বিচলিত নহ'ল। তেওঁ লিখিলে-'' এজন লিখক হ'বলৈ হলে ভোকাতুৰ হ'বই লাগিব।'' বিধিৰ কি বিধান কেৱল লেখাৰ যোগেদি ডেকা ভল্টেয়াৰ মাত্ৰ দহ বছৰৰ ভিতৰত বিখ্যাত হৈ পৰিল। চেন্সৰ জিবভাগে প্ৰথমে ভল্টেয়াৰৰ প্ৰায় সকলো কিতাপ নিষিদ্ধ কৰিলে। ভল্টেয়াৰ ৰচিত নাটক তৃতীয় নিশাতে সাধাৰণতে অচল হৈ গৈছিল। পিচে গোৰমাৰি গঙ্গাত পেলোৱাৰ দৰে এই কাৰ্য্যই ভল্টেয়াৰৰ কৃতকাৰ্য্যতাত সহায় হে কৰিলে। সৌন্দৰ্য্যময়ী পেৰিচত যেতিয়া প্ৰথম নিশা ভল্টেয়াৰৰ নাটক মঞ্চস্থ হয়, তেতিয়া ভল্টেয়াৰৰ কিতাপৰ মনোৰম অংশ, শাৰীবোৰ দৰ্শকক কায়দা কৰি মঞ্চৰ পৰা সৌঁৰৱাই থকা হৈছিল। ইয়াৰ মাজতে তেওঁৰ কিতাপবোৰ দৰ্শকৰ মাজত বিতৰণ কৰা হৈছিল। কোনো আত্মগোপনকাৰী সংগঠনৰ প্ৰচাৰ পত্ৰৰ দৰে কিতাপবোৰ বিলি কৰা হৈছিল।

বিদেশতো ভল্টেয়াৰৰ কিতাপৰ প্ৰচুৰ সমাদৰ হৈছিল। চৰকাৰীভাৱে ভল্টেয়াৰৰ বিপক্ষে অভিযোগ অনা হ'ল যে তেওঁ জন নৈতিকতাক দূনীতিগ্ৰস্ত কৰিছিল। অৱশ্যে এই অভিযোগে সামাজিক অভদ্ৰতাৰ কথা বুজোৱা নাছিল। ইয়াৰ অৰ্থ আছিল চৰকাৰক সমালোচনা কৰা বা সন্দেহ কৰাটোৱেয়ে হৈছে অতি ভয়ানক বিধৰ অনৈতিকতা। ক্ৰমে ভল্টেয়াৰৰ নাটক আৰু আলোড়নকাৰী উপন্যাস সমূহ বিদেশতো সমাদৃত হৈছিল। এই কিতাপ বিলাকত নিহিত থকা ৰাজনৈতিক দুমুখীয়া চৰিত্ৰৰ কথা যেতিয়া পঢ়ুৱৈ সমাজে বুজি উঠিছিল তেতিয়া দৰ্শক তথা পঢ়ুৱৈ সমাজত হাঁহিৰ খলকনি উঠিছিল। অগ্নিৰ শিখা নুমাব পাৰি কিন্তু হাঁহিৰ শিখা চৰকাৰে নুমুৱাব নোৱাৰিছিল। ৰাজৰোষত পৰাত ভল্টেয়াৰক প্ৰায় এবছৰ বেষ্টিল কাৰাগাৰত বন্দী কৰি থোৱা হৈছিল।

ভল্টেয়াৰৰ এটা বিশেষ গুণ আছিল। তেওঁ নিজে অন্যায় সহি থাকিব পাৰিছিল, কিন্তু আনৰ প্ৰতি কৰা বা হোৱা অন্যায় তেওঁ সহ্য কৰিব নোৱাৰিছিল। ইয়াৰ উমান পোৱা যায় এটা ঘটনাৰ পৰা। সেই সময়ত ফৰাচীৰ বিখ্যাত অভিনেত্ৰী এদ্ৰিয়েনি লিকৌভ্ৰেৰ মৃত্যু শয্যাত ছটফটাই আছিল। ভল্টেয়াৰ তেওঁৰ বিচনাৰ কাষত বৈ আছিল। তেতিয়া ধৰ্ম্ম পুৰুহিতে অভিনেত্ৰী গৰাকীক তেওঁৰ অভিনয় কলাক এটি লজ্জাজনক অধ্যায় বুলি ঘোষণা কৰিবলৈ দাবী কৰিলে যাতে মৃত্যৰ পাচত গীজ্জাৰ নিয়মানুসাৰে তেওঁৰ সৎকাৰ কাৰ্য্য সম্পন্ন হয়। কিন্তু কলাক সন্মান কৰা অভিনেত্ৰী গৰাকীয়ে পুৰোহিতৰ দাবী অস্বীকাৰ কৰিলে, পুৰুহিতজনে তেতিয়া অসন্তুষ্ট হৈ কোনো আধ্যাত্মিক শান্তনা প্ৰদান নকৰাকৈ তাৰ পৰা গুছি গ'ল্। পাচত পুলিচৰ লোকে এটা অজ্ঞাত শ্মশানত তেওঁক সমাধিস্থ কৰিলে।

সেই দিনৰ পৰা ভল্টেয়াৰে খৃষ্টিয়ান ধৰ্ম্মৰ প্ৰতি নহয়, খৃষ্টিয় নীতিৰ দোহাই দি অমানৱীয় নিষ্ঠুৰতাৰ প্ৰতি এটা ঘৃনাৰ মনোভাৱ পোষণ কৰিছিল। বহুতে কথাটো ভুলকৈ ব্যাখ্যা দি ভল্টেয়াৰে খৃষ্ট ধৰ্ম্মক ঘিণ কৰা বুলি মিছা অভিযোগ আনিছিল।

ভল্টেয়াৰে কৈছিল " যিজন মানুহে মোক কয়, মই যি কৰো তাক বিশ্বাস কৰা নহলে ঈশ্বৰে তোমাক অভিশাপ দিব।" তেওঁ সেইজন মানুহক সাৱধান কৰি ক'ব " তৎক্ষণাত কোৱা মই যি কৰে। তাক বিশ্বাস কৰ। নহলে মই তোমাক হত্যা কৰিম।" এয়া আছিল ভল্টেয়াৰৰ নীতিগত জেহাদ। ইয়াৰ অলপ দিনৰ পিচতে ভল্টেয়াৰক দ্বিতীয় বাৰৰ বাবে বেষ্টিল কাৰাগাৰত বন্দী কৰা হ'ল। কাৰাগাৰ জীৱনে তেওঁক অতিষ্ট কৰি তুলিছিল। ৰাজৰোষত পৰা বন্দী হোৱা হেতু সোনকালে কাৰামুক্ত হোৱাৰ সম্ভাৱনা নাছিল। কাৰাগাৰৰ পৰা মুক্ত হোৱাৰ বাবে তেওঁৰ হাতত মাত্ৰ এটাই পথ আছিল। সেই

পথটো হ'ল ভল্টেয়াৰে নিজ দেশ ত্যাগ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ব লাগিব। অৱশেষত তেওঁ তাকে কৰিলে। ফ্ৰান্স এৰি গুছি যাবলৈ প্ৰতিজ্ঞা কৰাত চৰকাৰে তেওঁক কাৰাগাৰৰ পৰা মুক্তি দিলে। ''জননী জন্মভূমি স্বৰ্গদাপি গৰিয়সী ''। স্বৰ্গতকৈও শ্ৰেষ্ঠ বুলি ভৱা জন্মভূমি ফ্ৰান্স ত্যাগ কৰি ভল্টেয়াৰে ইংলণ্ডলৈ যাত্ৰা কৰিলে। লণ্ডনত গৈ ভল্টেয়াৰে বিস্ময় মানিলে। তাত তেওঁ লাভ কৰিলে সীমাহীন প্ৰেম, ৰাইজৰ, ৰজা ঘৰৰ। তেওঁ বাবে তাত কোনো ভয় বা সংশয় নাছিল। ইংলণ্ডত থাকোতে তেওঁ বিখ্যাত বিজ্ঞানী আইজাক নিউটনৰ সংস্পৰ্শলৈ অহাৰ সুবিধা পাইছিল, ভাব বিনিময় হৈছিল। এজন আছিল আধুনিক বিজ্ঞানৰ বাৰ্ত্তাবহক আৰু আনজন যুক্তিবাদৰ প্ৰৱৰ্ত্তক । সেয়া এক প্ৰকাৰ মনিকাঞ্চনৰ সংযোগ আছিল। যেতিয়া নিউটনৰ মৃত্যু হ'ল 'ওৱেষ্ট মিনিষ্টাৰ এবিত 'ত ইংৰাজ সকলে তেওঁৰ যি ৰাজকীয় সন্মানেৰে অন্তেষ্টি ক্ৰিয়া সমাপন কৰিছিল তাক দেখি ভল্টেয়াৰ গভীৰ ভাবে আকৃষ্ট হৈছিল। ভল্টেয়াৰে ভাবি পালে যে ফ্ৰান্সত এজন বিজ্ঞানী কেতিয়াও নাইট উপাধিৰে সন্মানিত নহ'লহেতেঁন বা বিজ্ঞানীৰ মৃত্যুত এনে গাম্ভীৰ্য্যপূৰ্ণ অন্তেষ্টি ক্ৰিয়া অনুষ্ঠিত নহ'লহেতেন। কিন্তু গুণীৰ গুণ বুজা ইংৰাজ সকল ভল্টেয়াৰৰ কাৰণে ব্যতিক্ৰম হৈ পৰিল। অকল ইমানেই নহয় তেওঁ ব্ৰিটিছ সংসদৰ শক্তি আৰু স্বতন্ত্ৰতা দেখি স্তম্ভিত হৈছিল। তাতোধিক ইংলণ্ডৰ ন্যায় পালিকাৰ কাৰ্য্য প্ৰণালী দেখি তেওঁ বিস্ময় মানিছিল।

ইংলণ্ডত কিছুবছৰ থকাৰ পাচত ১৭২৯ চনত ভল্টেয়াৰে ফৰাচী চৰকাৰৰ পৰা নিজদেশলৈ ঘূৰি যোৱাৰ অনুমতি পালে। তেতিয়া তেওঁৰ বয়স আছিল ৩৫ বছৰ। ফ্ৰান্সলৈ ঘূৰি আহি তেওঁ দেখিলে যে চৰকাৰে ৰাষ্ট্ৰীয় লটাৰী টিকেত বিক্ৰিৰ ব্যৱস্থা কৰিছে। এই বিষয়ত চৰকাৰৰ হিচাপৰ এটা ক্ৰেটি বৈ যোৱা ভল্টেয়াৰৰ চকুত পৰিল। তেওঁ এই সুবিধা নেৰিলে। তেওঁ তৎ ক্ষণাত এটি সংস্থা খুলি সকলো টিকত কিনি পেলালে। এই চতুৰালিৰ দ্বাৰা তেওঁ শীঘ্ৰে এজন ধনী মানুহ হৈ পৰিল আৰু ধন ভোগ কৰিলে। কোনো লুক ঢাক নাছিল। তেওঁ আৰাম ভাল পাইছিল, ধূনীয়া পোচক পিন্ধিছিল, ধুনীয়া যান বাহনত ফুৰিছিল। কিন্তু সেয়ে হ'লেও চাৰিওফালে দেখা নিৰ্য্যাতিত মানুহৰ দুখ-যাতনাৰ প্ৰতিও সজাগ আছিল। উপভোগ প্ৰয়াসী সমাজ আৰু বিলাস প্ৰিয় আমোলাই মন্তব্য কৰাৰ দৰে এই যাতনা ''ঈশ্বৰৰ ইচ্ছা '' বুলি তেওঁ গ্ৰহণ কৰিব নোৱাৰিছিল। ভল্টেয়াৰে জীৱনত বহুত ভুলো কৰিছিল। তেওঁ আছিল স্বাৰ্থপৰ, কাজিয়াপ্ৰিয়। যেতিয়া সঙ্কটত পৰিছিল তাৰ পৰা হাত সাৰিবৰ বাবে মিছা মাতিছিল। কিন্তু যেতিয়া প্ৰকৃততে বিপদত পৰিছিল তেওঁ আঠুল'বলৈও কুণ্ঠাবোধ নকৰিছিল।

এই বিলাক ক্রটী বিচ্যুতি থকা স্বত্বেও ভল্টেয়াৰৰ এটা গুৰুত্বপূর্ণ নৈতিক ধাৰণা আছিল। তেওঁ মানুহক এজন মুক্ত এজেন্ট হিচাপে গণ্য কৰিছিল। মানুহ নিজে নিজৰ কৰ্ম্মৰ বাবে দায়ী; মানুহৰ বিবেক হৈছে বিচাৰৰ আধাৰ।

ভল্টেয়াৰে নিষ্ঠুৰতা আৰু অসহিষ্ণুতা ঘিন কৰিছিল। এই বিলাক অশুভ শক্তিক তেওঁ ন্যায়ৰ পোহৰে আলোকিত কৰিছিল। ব্যঙ্গ-হাস্যৰে আক্রমণ কৰিছিল। খণ্ডক তেওঁ ধেমালীলৈ আৰু জুইক পোহৰলৈ ৰূপান্তৰ কৰিছিল। তেওঁ কৈছিল '' মোৰ ধৰ্ম্ম হৈছে মই যি ভাবো তাক প্রকাশ কৰা।'' জানিলে আচৰিত লাগে যে তেওঁৰ যি ভাব-চিন্তা উদ্রেগ হৈছিল সেই বিলাক প্রকাশ হৈছিল নাটক, কবিতা, উপন্যাস আৰু প্রবন্ধত। তেওঁ মুঠতে ৯৯ খন গ্রন্থ ৰচনা কৰিছিল। তেওঁ জীৱন কালত আঠ হাজাৰ খন চিঠি পৃথিৱীৰ বিখ্যাত লোকসকলৈ লিখিছিল। এই বিখ্যাত মানুহ বিলাকৰ ভিতৰত আছিল ৰাছিয়াৰ কেথেৰিন ডেনমার্কৰ খৃষ্টিয়ান ৭ম, চুইডেনৰ গুষ্টাভাচ ৩য়, প্রুচিয়াৰ ক্রাউন যুৱৰাজ আদি। চেন্সৰ বিভাগে সঘনে ভল্টেয়াৰৰ ঘৰ তালাচী কৰিছিল। এবাৰ তেওঁ এখন অগ্নিস্ফুলিঙ্গ স্বৰূপ নতুন কিতাপ চেন্সৰ বিভাগে নি ৰাজহুৱাকৈ জ্বলাই দিছিল। সেই কিতাপখনত আছিল সেনাবাহিনীৰ মুৰব্বীসকল, অলৌকিক আৰোগ্য লাভ, ৰজাৰ স্বৰ্গীয় স্বাধীনতা, আইন কানুনৰ বিচাৰ আদি বিষয়ত ভল্টেযাৰৰ চিন্তা ধাৰা কি তাৰ ..াস্তৱ বিশ্লেষণ।

১৭৪৯ চনত ভল্টেয়াৰে প্রুচিযাৰ ৰজা ফ্রেডেৰিক দি গ্রেট ৰ বহুদিনীয়া আমন্ত্রণ ৰক্ষা কৰি প্রুচিয়াৰ পটচ্ডামত পতা নতুন ৰাজসভাত বিশেষ অতিথি হিচাপে উপস্থিত হ'বলৈ মান্তি হৈছিল। ১৭৫৫ চনৰ কথা । প্রৌঢ়তাৰ কবলত পৰা দার্শনিক ভল্টেয়াৰে সৰু ৰাষ্ট্র স্বাধীন জেনেভাত থাকিবলৈ সিদ্ধান্ত কৰিলে। ইয়াৰ তিনিবছৰ পাচত তেওঁ জেনেভাৰ পৰা চাৰিমাইল দূৰত ফ্রান্সৰ ভূমিখণ্ডত অৱস্থিত ফার্নাচ নামৰ ঠাইত কিছু সম্পত্তি কিনি ল'লে।

তাত থাকোতে ইউৰোপৰ প্ৰায়বিলাক মহৎ ব্যক্তিয়ে ভল্টেয়াৰক দেখা কৰিবলৈ আহিছিল। দৈত্যকায় শৰীৰটোত চিক্চিকিয়া হালধীয়া চেতিন কাপোৰৰ এটা ক'ট পৰিধান কৰি মুখত চতুৰালি ভৰা হাঁহি এটা মাৰি অতিথি সকলক সাদৰ সম্ভাষণ জনাইছিল। সৰস বাল্যলাপেৰে তেওঁ অতিথিক আপ্যায়িত কৰিছিল। সেই সময়ত ইৰোপত তেওঁৰ দৰে সৰৱ সদালাপী লোক কমেই আছিল। কোনোবা আলহী তিনিদিনৰ বাবে তেওঁৰ ওচৰতে কটাবলৈ আহি তিনিমাহ পর্যন্ত থাকি গৈছিল। শেষত এনে অৱস্থা হৈছিল যে ভল্টেয়াকে ঈশ্বৰক খাটিব লগা হ'ল-'' হে ঈশ্বৰ মোক বন্ধুৰ পৰা ৰক্ষা

কৰা ।'' ''মই শত্ৰুৰ পৰা নিজকে ৰক্ষা কৰিম ।''

আধ্যাত্মিক আৰু ৰাজনৈতিক ৰোষৰ বলি হোৱা বহুত মানুহে ভল্টেয়াৰ ওচৰত নিৰাপত্তা বিচাৰি আহিবলৈ ধৰিলে। তেওঁ সেই দূৰ্গতিঃ মানুহ বিলাকৰ কাৰণে আৱাস গৃহ নিৰ্মাণ কৰালে। তেওঁলোকক ৰুচি আকু ব্যুপত্তি অনুসৰি কাঠ মৃ শিল্পৰ কামত নিয়োগ কৰি আত্ম নিৰ্ভৰশীল কৰি তুলিছিল। জীৱনৰ প্ৰতি আস্থা বঢ়াইছিল। এইদৰে তেওঁৰ মাটিতে অচিৰে এখন গাঁৱ গঢ়ি উঠিল। সেই গাঁৱতে এটি গীৰ্জ্জা ঘৰ আৰু ল'ৰা ছোৱালীৰ কাৰণে এখন বিদ্যালয় পাতি দিলে। ইমান বিলাক মহৎ কাম কৰাৰ পাচত ভল্টেয়াৰৰ জীৱনৰ শেষচোৱা সময় শান্তিপূৰ্ণ হ'ব লাগিছিল। কিন্তু সেয়া নহ'ল। এখন তিক্ততাপূৰ্ণ যুদ্ধ আৰু আন এটা মহান কামে তেওঁক হাত বাউল দি মাতিলে। সেয়া ১৭৬২ চনৰ কথা । ধৰ্ম্মীয় মৌলবাদী সকলে তেতিয়াও ধৰ্ম্ম বিশ্বাসৰ বিৰোধিতা ককা মানুহৰ নিমূল কৰাৰ বাৰ্ষিক উৎ সৱ পালন কৰিছিল। তেনে উৎ সৱ পালনৰ অংশ হিচাপে টউলুজ নামৰ এখন ঠাইত এখন দোকানৰ সম্মুখত এই মৌলবাদী সকলে এজন ডেকা মানুহক ফাঁচী দিয়া দেখা গ'ল। কিন্তু আচল কথাটো লুকাবলৈ গৈ তেওঁলোকে এটা উৰাবাতৰি প্ৰচাৰ কৰিলে যে সেই ডেকাজন প্ৰটাষ্টাণ্ট আছিল আৰু তেওঁ কেথেলিক হ'ব বিচাৰিছিল। খঙত অগ্নিশৰ্ম্মা হৈ ডেকাজনৰ দেউতাক জিন্ কেলাচ যদিও এজন ক্ষীন কায়ৰ নম্ৰ ব্যক্তি আছিল পুতেক এই সিদ্ধান্তৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। পুতেক নিজৰ ইচ্ছাত অটল হৈ ৰ'ল। দেউতাকে খঙত হিতাহিত জ্ঞান হেৰুৱাই পুতেকক ফাঁচী দিয়ালে। এই নিৰ্ম্মম ঘটনাৰ কাৰণে ন্যায়ালৰ দ্বাৰা জিন্ কেলাচক ভয়ঙ্কৰ শাস্তি প্ৰদান কৰা হ'ল; কিন্তু কেলাচে কোনো স্বীকাৰোক্তি নিদিলে। ফলত শেষত তেওঁক মৃত্যু দণ্ড দিয়া হ'ল।

ভল্টেয়াৰ এই গোচটোৰ বিষয়ত বৰকৈ আকৃষ্ট হ'ল। তেওঁ দেখিলে যে ইংলণ্ডৰ বাহিৰে ইউৰোপৰ প্ৰায় সকলো দেশতে ফৌজদাৰী দণ্ডবিধি আইনৰ ভয়লগা, স্থানীয় প্ৰয়োগ হৈ আছিল। তেওঁ এই ৰোমান্সকৰ ব্যৱস্থাৰ মুখা খুলিবলৈ কাম আৰম্ভ কৰিলে। এই আইনৰ ব্যৱস্থা ইমানেই এক পক্ষীয়, ঘৃণণীয় আছিল যে ভাবিলে ভয় লগা। তাত কোনো জুৰি নাছিল। দোষীৰ হৈ ক'বলৈ কোনো উকীলক অনুমাতি দিয়া নহৈছিল। দোষীৰ সপক্ষে কোনো সাক্ষীবাদী গ্ৰহনৰ ব্যৱস্থা নাছিল। ফৰীয়াদী পক্ষই গোপনে আচামীৰ বিপক্ষে সাক্ষ্য প্ৰমাণ দিছিল। বিচাৰক সকলে আচামীৰ বিপক্ষে সাক্ষ্য প্ৰমাণ দিছিল। বিচাৰক সকলে নিজে গোচৰীয়াৰ ভূমিকালৈ বিচাৰ কৰিছিল। তাতোধিক ভল্টেয়াৰে জানিব পাৰিলে যে ফৌজদাৰী দণ্ডবিধি আইন লিখিত নাছিল।

আইন জীৱিসকলৰ মূৰত যি আছিল তাকে তেওঁলোকে শাস্তি প্ৰদানৰ উপযোগী কৈ নিজৰ সুবিধানুসৰি ব্যাখ্যা কৰিছিল।

ভল্টেয়াৰ ৰ'ব নোৱাৰিলে।তেওঁ এই বৰ্ব্বৰ ব্যৱস্থাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰি কামত জপিয়াই পৰিল। জীৱনৰ ভাটি বয়সৰ সমষ্ট শক্তি প্ৰভাৱ আৰু ভাগ্য প্ৰয়োগ কৰি তেওঁ এই সংগ্ৰামত লিপ্ত হ'ল। পুৰা তিনিবছৰ ধৰি তেওঁ চিন্তা কৰি কোনো সঠিক হ'ব বা নহ'ব এই অন্তৰ্দ্বন্দত জুৰুলা হৈছিল। তেওঁ আনকি হাঁহিবলৈও পাহৰি গৈছিল। ৰাতি উজাগৰে কটাইছিল চিন্তা কৰি কৰি যে কেনেকৈ আইনজীৱীসকল গীৰ্জ্জাৰ মূৰবীসকল, ৰজা, সম্রাট আৰু ইউৰোপৰ সমষ্ঠ প্ৰচাৰ মাধ্যমক প্ৰতিবাদৰ গোলাবৰ্ষণ কৰি কেলাচৰ মোকৰ্দ্দমাটো পুনৰ মুকলি কৰাব পাৰি তাৰ উপায় উলিয়া হ'ল। অৱশেষত ৰাইজৰ তীব্ৰ হেঁচাত ৰজাই গোটেই গোটেই বিষযটো পুণৰ বিবেচনা কৰিবলৈ বাধ্য হ'ল।বিচাৰ কৰি মৃত মানুহজন অথাৎ জিন কোলচৰ পুতেকজনক নিৰ্দ্দোষী বুলি ঘোষণা কৰিলে। এই মোকৰ্দমাটোতে ফৌজদাৰী দণ্ড বিধি আইন সংস্কাৰৰ প্ৰক্ৰিযাটো আৰম্ভ হ'ল। বিগত ৮০০ বছৰ ধৰি চৰকাৰে এই বিষয়টো সম্পূৰ্ণৰূপে অৱজ্ঞা কৰি আছিল।

কেলাচৰ এই মোকৰ্দমাটো জিকাৰ লগে লগে তেনে একেজাতিয় মেকৰ্দমাৰ বলি হোৱা অনেক মানুহ ভল্টেয়াৰৰ ওচৰলৈ দিহা পৰামৰ্শ বিচাৰি আহিবলৈ ধৰিলে। পিচে এটা কথাই ভল্টেয়াৰক বৰকৈ আতিষ্ঠ কৰিছিল। সেয়া হ'ল নিৰক্ষৰ সাধাৰণ মানুহ বিলাকে যেতিয়া জ্ঞাত বা অজ্ঞাতসাৰে গীৰ্জ্জা ঘৰৰ নিয়ম কানুন ভঙ্গ কৰিছিল তেতিয়া গীৰ্জ্জা ঘৰৰ কতৃপক্ষই সেই মানুহ বিলাকক ভীষণ শাস্তি প্ৰদান কৰিছিল। এই বিলাক দেখি শুনি ভল্টেয়াৰে দাবী কৰিলে যে ধৰ্ম্ম ৰাজনীতি আৰু আইনৰ বাহিৰত থাকিব লাগে আৰু ধৰ্মহ ধৰ্ম্ম সম্বন্ধীয় অৱহেলিত বিষয়বোৰত চকু দিব লাগে। ভল্টেয়াৰৰ এই আহ্বানত জনতাই বিপুল আদৰণি জনালে। ভল্টেয়াৰে পৰ্য্যায় ক্ৰমে আইন উলঙ্ঘন আৰু পাপৰ মাজত তেতিয়া বৰ্ত্তি থকা সন্দেহ বিলাক দূৰ কৰাত লাগিল।

ভল্টেয়াৰৰ এই বিলাক বৈপ্লৱিক কাৰ্য্যই কেৱল যে তেওঁৰ নিজলৈকে যশ-মান আনিছল এনে নহয় ফৰাচী দেশেও ভল্টেয়াৰক লৈ গৌৰৱ কৰিব পৰা হ'ল। এই পৰিস্থিতিতে ভল্টেয়াৰৰ তেওঁৰ অতিমৰমৰ পেৰিচ খন আকৌ এবাৰ চাবলৈ তীব্ৰ হেঁপাহ হ'ল। কাৰণ তেওঁ ভাবি পাইছিল যে তেতিয়াই নেচালে মৃত্যুৰ আগতে হয়তো মৰমৰ পেৰিচখন দেখা নাপবই ''যত ইচ্ছা ত'তে বাট''। ১৭৭৮ চনৰ ফ্ৰেব্ৰুৱাৰীৰ কোনোবা এদিন এখন বাহনত উঠিভল্টেয়াৰ পেৰিচলৈ যাত্ৰা কৰিলে। বাটত এজন ফৰাচী শুল্ক

বিষয়াই গাড়ীখন ৰখাই ভিতৰত কিবা আৱকাৰী শুল্ক যুক্ত আছিলনেকি জানিব বিচাৰিলে। গাড়ীৰ ভিতৰৰ পৰা এজন বৃদ্ধৰ ক্ষীণ কণ্ঠস্বৰ ভাহি আহিল এই বুলি- '' ভিতৰত মোৰ বাহিৰে কোনো নিষিদ্ধ বস্তু নাই।'' কথাষাৰ শুনি বিষয়াজনে দুৱাৰখন খুলি চালে। চাই তেওঁ আনন্দত আত্মহাৰা হৈ চিঞৰি উঠিল, ''মন ডিউ'' '' এয়া চোন মনচিউৰ ভল্টেয়াৰ! '' তেওঁ ভাবিব পৰা নাছিল লক্ষ জনৰ প্ৰিয় গোটোৰা গোটোৰ চালৰ হটঙা, বুঢ়াহৈ যোৱা ভল্টেয়াৰ এইদৰে গাড়ীখনত আহি আছিল।

বহুত দিনৰ মূৰত ঘৰৰ ল'ৰা যেন ঘৰলৈ ঘূৰি আহিছিল। পেৰিচে ভল্টেয়াৰক আড়ম্বৰপূৰ্ণ স্বাগতম জনালে। পেৰিচৰ ৰাষ্ট্ৰীয় একডেমিয়ে বিষোদগাৰ কৰি ১৭৪৬ চন পৰ্য্যন্ত ভল্টেয়াৰক একাডেমিৰ সদস্য পদকে নিদিছিল। সেই একাডেমিয়ে পুনৰবাৰ ভল্টেয়াৰক আজীৱন সদস্য পদ দি সম্ভাষণ ও কৃতজ্ঞতা জনালে। অকল ইমানেই নহয় পেৰিচৰ জাতিয় নাট্য সংঘই ''কমেডি ফ্ৰেঙ্কইচ'' নাট্যশালত এই বৈপ্লৱিক নাট্যকাৰ জনক অভূতপূৰ্ব ভাৱে আদৰ সম্ভাষণ জনালে। ভল্টেয়াৰৰ ৰচিত ভালেমান নাটক তেওঁৰ সম্মানাৰ্থে সেই ভ্ৰমণ কালতে মঞ্চস্থ কৰা হৈছিল। তেওঁৰ নতুন নাট সমূহে দৰ্শকসকলৰ পৰা আদিৰ পকা অন্তলৈকে বিপুল প্ৰশংসা আৰু হৰ্ষধ্বনি লাভ কৰিছিল। সেই বছৰতে এনে আনন্দ উৎসৱ চলি থকাৰ মাজতে মে' মাহত ৮৩ বছৰ বয়সত এই বহুমূখী প্ৰতিভা সম্পন্ন বুঢ়া মানুহজন মৃত্যু শৰ্য্যাত পৰিল। মৃত্যু শৰ্য্যাত পৰি শেষ মূহুৰ্ত্তত তেওঁ নিজে লিখিব নোৱাৰি চেক্ৰেটাৰীৰ দ্বাৰা এইষাৰ লাখটকীয়া কথা লিখি উত্তৰ পুৰুষলৈ যেন এখন ইচ্ছা পত্ৰ এৰি গ'ল। তেওঁ ইচ্ছা পত্ৰত লিখিলে- '' ঈশ্বৰক প্ৰসংশা কৰি, বন্ধুক ভালপাই অথচ শত্ৰুক ঘৃণা নকৰি আৰু অন্ধ বিশ্বাসক ঘিন কৰি মই মৃত্যু বৰণ কৰিছো।'' গীৰ্জ্জা ঘৰৰ কতৃপক্ষই ভল্টেয়াৰৰ প্ৰতি তেতিয়াও সদভাৱ নাছিল। সেইকাৰণে তেওঁলোকে গীৰ্জ্জাৰ নিয়মনুসৰি ভল্টেয়াৰ সৎ কাৰ কাৰ্য্য কৰিবলৈ অস্বীকাৰ কৰিলে। অৱশেষত তেওঁৰ বন্ধুসকলে তেওঁক জীৱিত বুলি কৈ নগৰৰ চিপাহী চণ্টৰীৰ চকুত ধূলি দি পেৰিচৰ পৰা দূৰত এখন কবৰস্থাত সমাধিস্থ কৰিলে।

ভল্টেয়াৰৰ মৃত্যুৰ পাচত ফ্ৰান্স দেশে নিষ্ঠুৰ ৰাজতন্ত্ৰৰ বিৰোদ্ধে সংগ্ৰাম কৰি অৱশেষত ভল্টেয়াৰৰ পদাঙ্ক অনুসৰণ কৰিবলৈ ধৰিলে যি জীৱন কালত চিঞৰি চিঞৰি কৈ গ'ল- ''ৰাইজ জাগি উঠক! দাসত্বৰ শিকলি চিঙি পেলাওক।'' ১৭৯১ চনৰ কথা। তেতিয়া ফ্ৰন্সত বিপ্লৱ তুঙ্গত চলি আছিল। জনতাই ভল্টেয়াৰৰ মৃতদেহ পেৰিচলৈ ঘূৰাই আনি বেষ্টিল কাৰাগাৰৰ ধংশস্তূপৰ মাজত এৰাতি ৰাখি বিজয় ধবজা উৰাইছিল। হাজাৰ হাজাৰ মানুহে সেইদিনা শাৰী শাৰী চিপাহীৰ গাৰ্ডৰ মাজেদি আগবাঢ়িবগৈ

তেওঁলোকৰ প্ৰিয় মানুহজনক শেষ শ্ৰদ্ধা নিবেদন কৰিছিল। তাৰ পাচত ভল্টেয়াৰৰ অৱশিষ্ট শৱদেহ ফ্ৰান্সৰ মহান লোক সকলক কবৰ দিয়া পেনথিয়ন শশ্মানত ৰাষ্ট্ৰীয় সম্মানেৰে সমাধিস্থ কৰা হ'ল। শৱযাত্ৰাৰ সমদল আগবাঢ়ি যাওঁতে সম্মূখত এখন বেনাৰ বতাহত মুকলি ভাৱে ভাহি গৈছিল। সেই বেনাৰখনত এইখিনি কথা লিখা আছিল - " তেওঁ মানৱ মনত ডেউকা সংযোগ কৰিছিল। তেওঁ আমাক স্বাধীন হ'বলৈ প্ৰস্তুত কৰিছিল।" এয়া আছিল ইউৰোপৰ এজন অনন্য সাধাৰণ চিন্তা নায়কৰ জীৱন আলেখ্য।





# অভিনন্দন, চিজাৰ ! অভিনন্দন ।

ভূমধ্য সাগৰীয় জল দস্যু সকলে ভাবিবই পৰা নাছিল যে তেওলোকে কি এটা মূল্যবান পুৰস্কাৰ হস্তগত কৰিছিল। তেওঁলোকে বন্দী কৰা এই ৰোমান যুৱক জনৰ গাৰ ৰং আছিল সুন্দৰ, চকুহাল গভীৰ ক'লা আৰু বিয়পি পৰা ওঁঠ। তেওঁ আছিল অত্যন্ত নম্ৰ। সেইদেখি তেওঁলোকে তেওঁৰ পণবন্দীৰ মূল্য বিশ্ টেলেন্ট নিৰ্ধাৰণ কৰিছিল। এই বন্দী যুৱক জনৰ নাম আছিল জুলিয়াচ্ চিজাৰ। জুলিয়াচ্ চিজাৰে দস্যু সকললৈ চাই হাঁহিলে আৰু ক'লে যে তেওঁৰ মূল্য পঞ্চাশ টেলেন্ট হ'ব লাগিছিল। তেওঁ প্ৰতিজ্ঞা কৰিছিল যে ঘূৰি আহি প্ৰতিটো কথা আখৰে আখৰে পালন কৰিব। পণ-বন্দী, ডেকা চিজাৰ কথাত যেনে কামতো তেনে আছিল। তেওঁ এটা নৌ অভিযানৰ তদাৰকী কৰি যাওঁতে বন্দী কৰা সকলক অতি কৌশলৰে জব্দ কৰি পঞ্চাশ টেলেন্ট হস্তগত কৰিলে আৰু জল দস্যু সকলক ফাঁচী দিয়ালে।

এই ঘটনাটো ঘটিছিল খৃঃপূঃ৭৬ ত । তেতিয়া চিজাৰ আছিল কুৰি বছৰীয়া অথচ এজন প্ৰাপ্ত বয়স্ক ব্যক্তি। ৰ'ডছৰ এখন আগশাৰীৰ বিদ্যালয়ত চিজাৰে শিক্ষা জীৱনৰ পাতনি মেলিছিল। এই বিদ্যালয়ত কথা কোৱা আৰু লিখাৰ কৌশল শিকোৱা হৈছিল। চিজাৰে এই দুযোটা বিষযতে এনে ব্যুৎ পতি লাভ কৰিছিল যে সেই সময়ত তেওঁ এজন বহু চৰ্চ্চিত মেধাবী, আলাপী আৰু নিপুন বক্তা হিচাপে পৰিগণিত হৈছিল। এইবোৰ গুণ আৰু লগতে দুৰ্ণিবাৰ আকাঙ্খাই চিজাৰক ৰাজহুৱা জীৱন ধাৰাত নিমজ্জিত হ'বলৈ ব্যতিবস্ত কৰিছিল। এই ৰাজহুৱা জীৱনৰ আৰম্ভনিতে চিজাৰে এটা ডাঙৰ কাম কৰি যথেষ্ট খ্যাতি লাভ কৰিছিল। সেই কামটো হ'ল কেইখনমান গ্ৰীক মহা নগৰৰ হৈ তেওঁ, তেওলোকৰ ৰোমান গৱৰ্ণৰজনক দূৰ্নীতিৰ অভিযোগত দণ্ড বিহিছিল। এই ঘটনাই ৰোমৰ চকু মুকলি কৰিলে যদিও চিজাৰৰ এই কাৰ্য্যত চিনেটৰ কেট'ই ভবিষ্যতে এই বিষয়ে অনুসন্ধান কৰিবৰ কাৰণে মনে মনে পাঙি থাকিল। কিন্তু চিজাৰো উলা মূলা মানুহ নাছিল। কোনোবা ডালে ডালে গ'লে তেওঁ পাতে পাতে গৈছিল। কাৰণ চিজাৰ আছিল অত্যন্ত পৰি পাটী আৰু সিয়ান ৰাজনীতিজ্ঞ। তেওঁৰ মাজত প্ৰকাশিত হোৱা ৰাজনৈতিক বিচক্ষণতাৰ বলত এটাৰ পাচত আন এটা বিভাগ চিজাৰৰ অধীনস্থ হ'ল । এই বিলাক উপযুক্ত ভাবে চোৱা-চিতা কৰবিৰ কাৰণে তেওঁ

আগ-পিচ- নুগুনি বৃহৎ পৰিমান ঋণৰ কবলত পৰিল। পাচত এনেহে হ'ল যে এই ঋণ পৰিশোধ কৰিবৰ বাবে তেওঁ কোটিপতি বন্ধু ক্রেচাচৰ পৰা টকা ধাৰে ল'ব লগা হৈছিল। ক্ষমতা লাভৰ অণ্বেষণত তেওঁ আটাইতকৈ নিমন্তৰ আৰু আটাইতকৈ উচ্চস্তৰৰ মানুহৰ সান্নিধ্যলৈ আহিছিল। চিজাৰ এজন বিলাসপ্রিয় আৰু ইন্দ্রিয় বশীভূত মানুহ আছিল। তেওঁ দ্বিতীয় পত্নী পম্পিয়াক বিবাহ বিচ্ছেদ কৰিছিল কাৰণ পম্পিয়াৰ চাল-চলন, আচৰণ-বিধি সন্দেহৰ উৰ্দ্ধত নাছিল। ইফালে চিজাৰৰ দৃঢ মত আছিল যে তেওঁৰ নিচিনা মানুহৰ পত্নী সততে সন্দেহৰ উৰ্দ্ধত থাকিব লাগিছিল। গতিকে পত্নীৰ লগত এই বিচ্ছেদ অনিবাৰ্য্য হৈ পৰিছিল। গ্রীচ দেশৰ দৰে ৰোমতো বিভিন্ন দেৱ-দেৱীৰ পূজা-পাৰ্বন ব্যৱস্থা ব্যাপক হাৰত প্রচলন হ'ব ধৰিছিল। ইয়াৰ লগে লগে ৰোমত ধীৰে ধীৰে গা-কৰি উঠিল দুর্নীতি। এই দুর্নীতিৰ ক'লা ডাৱৰে চিজাৰৰ সুন্দৰ প্রতিজ্ঞাবোৰ আচ্ছন্ন কৰিব ধৰিলে।

পত্নী বিচ্ছেদৰ পাচত বিশৃঙ্খল ভাবে বহুবছৰ অতিবাহিত কৰাৰ পাচত কিয় জানো চিজাৰৰ জীৱনলৈ পৰিবৰ্ত্তণ নামি আহিল। তেওঁ হঠাতে না-না বদ্ অভ্যাস ত্যাগ কৰিলে। লেতেৰা, অপৰিপাটি পোচাক - পৰিচ্ছদ পৰিধান কৰিবলৈ এৰিলে। নিজস্ব দক্ষতাৰ বলত তেওঁ পশ্চিম স্পেইনৰ গৱৰ্ণৰ পদত নিযুক্তি লাভ কৰিলে। এই পদত তেওঁ অতি নিষ্ঠাৰে কৰ্ত্তব্য পালন কৰিছিল। তেওঁ সেই দেশৰ সেনা বাহিনী, জনতাৰ সুখ-দুখ আৰু ক্ষুধাৰ অংশীদাৰ হৈ পৰিছিল। শৰীৰ আৰু মনক একত্রিত কৰি তেওঁ নিজকে এজন লোহ কঠিন মানুহ হিচাপে গঢ় দিছিল। ইতি পূৰ্বে বিদেশী লুণ্ঠন কাৰীৰ দ্বাৰা ধৰাশায়ী হোৱা এই দেশ খন সুস্থিৰ কৰিবলৈ তেওঁ বিৰামহীন ভাবে ইয়াৰ জলবায়ুৰ লগত নিজৰ সত্ত্বা একাকাৰ কৰিলে। তেওঁ এই লুণ্ঠনকাৰী বিলাকক খেদি নি আটলাণ্টিক মহাসাগৰৰ পাৰ পোৱালেগৈ আৰু এই অঞ্চলটো (যাক এতিয়া পৰ্ত্তুগাল নামে জনা যায়) ৰোমান সম্রাজ্যৰ লগত চামিল কৰিলে।

ইয়াৰ পাচত এটা সময়ত যেতিয়া চিজাৰ ৰোমলৈ ঘূৰি আহিল তেতিয়া তেওঁক সৰ্বৱ সম্মতি ক্রমে ৰোমৰ ৰাজ প্রতিনিধি ৰূপে নিৰ্বাচিত কৰিলে। দেশৰ এজন উচ্চ পদস্থ বিষয়া হিচাপে তেওঁ বিদেশত যুদ্ধ কৰি অহা জেষ্ঠ সৈনিক সকলক তেওঁলোকৰ দেশ সেৱাৰ স্বীকৃতি স্বৰূপে বিনামূল্যে ভূমি আৱন্টন দিয়াৰ বাবে এখন আইন প্রণয়ণ কৰিছিল। এটা সময় পৰ্যন্ত যি বিলাক প্রাক্তন সৈনিকে পেঞ্চন আৰু মাটি আৱন্টন লাভ কৰিছিল তেওলোক ভাগ্যবান আছিল। কিয়নো ইয়াৰ পাচত চিজাৰৰ এই আঁচনিত চিনেটৰ সকলে বাধা আৰোপ কৰিলে। উপায়ন্তৰ হৈ চিজাৰে তেওঁৰ এই আইনৰ বিলখন

জনসাধাৰণ আগত ৰোমৰ কেন্দ্ৰস্থলৰ বজাৰত পেচ্ কৰিলে আৰু ইয়াৰ বৈধতাৰ ওপৰত ভোট দিবলৈ ৰাইজক আহ্বান কৰিলে। এই ধৰণৰ ভোট গ্ৰহণ প্ৰথাক ৰোমৰ সংবিধানে অনুমোদন জনাইছিল যদিও এজন ৰাজ প্ৰতিনিধি ৰাজহুৱা ভাবে ইমান অৱনমিত হোৱাটো ৰোম প্ৰশাসনে ভাল চকুৰে নেচাইছিল। সেই সময়তে চিজাৰে মহান পম্পেইৰ প্ৰস্তৰ মূৰ্ত্তিটো লাভ কৰিছিল। এই মূৰ্ত্তিটোৱে তেওঁক বক্তৃতা মঞ্চত প্ৰচুৰ সমৰ্থণ লাভ কৰাত বিস্তৰ সহায় কৰিছিল। চিজাৰে বক্তৃতা দিয়া এই মঞ্চখন এতিয়াও প্ৰাচীন ৰোমৰ ধবংসাৱশেষত দেখা যায়। চিজাৰৰ যুক্তিপূৰ্ণ বক্তৃতা শুনাৰ পাচত জনসাধাৰণে তেওঁ পেচ্ কৰা বিধেয়ক বিলখন অনুমোদন কৰিলে। এই অনুমোদন পাই চিজাৰ চিনেটলৈ ঘূৰি গ'ল আৰু বিলখন আইনত পৰিণত হোৱা বুলি ঘোষণা কৰিলে। এই ঘটনাৰ পাচত জনসাধাৰণক চিনেটৰ কাৰ্য্যক্ৰমনিকাৰ বিষয়ে দৈনিক দেৱাল লিখনৰ দ্বাৰা নগৰত প্ৰচাৰ কৰাৰ ব্যৱস্থা হ'ল। চিজাৰে চিনেট সভাত এখন আইন পাচ কৰালে যাৰ দ্বাৰা ৰোমৰ অধীকৃত ৰাজ্য সমূহৰ ৰাজহৰ হিচাপ - নিকাচৰ বাবে ৰাজ্যপাল সকলক জবাবদিহি কৰা হ'ল। অৱশেষত খৃঃপূঃ ৫৯ত চিনেটৰ হিচাপে চিজাৰৰ ঘটনা বহুল ম্যাদ শেষ হ'ল। কিন্তু গুণীৰ মোল বুজা চিনেট সভাই তৎকালে চিজাৰক ৰোমান গ'য়ল প্ৰদেশৰ গৱৰ্ণৰ পদত নিযুক্তি দিলে। বৰ্ত্তমান এই প্ৰদেশখন ভূমধ্য সগাৰীয় ফ্ৰান্সৰ অন্তৰ্গত । এই প্ৰদেশখন অহৰহ আদিবাসী সকলৰ দ্বাৰা ভীতিগ্ৰস্ত হৈ আছিল।

জুলিয়াচ্ চিজাৰে নিজে তেওঁৰ জীৱনালেখ্যৰ এটি গুৰুত্বপূৰ্ণ অধ্যায় লিখিছিল আৰু ভাবিলে আচৰিত লাগে যে হয়াত বৰ্ণিত কথাবোৰ বাস্তৱিকতে পাচত তেওঁৰ জীৱনত প্ৰযোজ্য হৈছিল। কেৱল ইমানেই নহয়, ''গেলিক ওৱাৰ'' নামৰ সামৰিক বিষয়ত লিখা তেওঁৰ গ্ৰন্থখন দেশে বিদেশে বহু সমাদৃত হৈছিল। দেশ - বিদেশৰ অগনন যুৱক-যুৱতী এই কিতাপখন পঢ়ি উদ্বেলিত হৈছিল। কিন্তু লেটিন ভাষাৰ দুৰ্বোধ্য মেৰপেচত পাৰি এই কিতাপখনৰ গল্প বিলাকত প্ৰকাশিত উত্তেজনাপূৰ্ণ সামৰিক বাহিনীবোৰত এখন অবোধ্য আৱৰণ পৰিছিল। সেনা বাহিনীৰ দৃষ্টিত চিজাৰ আছিল এজন আদৰ্শ কামাণ্ডাৰ । কিয়নো তেওঁ সৈন্য সকলৰ বাবে খাদ্য বস্তু আৰু বেতন নিয়মীয়াকৈ যোগান ধৰাত গুৰুত্ব দিছিল। কাৰণ তেওঁ বিশ্বাস কৰিছিল যে খালী পেটত সৈন্য আগ নেবাঢ়ে। লগতে তেওঁ ইয়াকো বিশ্বাস কৰিছিল যে এই যোগান ব্যৱস্থাই সেনা বাহিনীৰ ভাৱ-মূৰ্ত্তি আৰু গৌৰৱ অটুট ৰাখে। তেওঁৰ বিশেষত্ব আছিল যে তেওঁ সকলোতকৈ আগতে বিপদৰ সন্মূখীন হ'বলৈ আগঢ়ি গৈছিল। যুদ্ধ ক্ষেত্ৰত তেওঁৰ ঢাল আৰু তৰোৱালৰ চিক্ মিকনিয়ে শত্ৰুক চমক্ খুৱাইছিল। এই পদ্ধতিৰে তেওঁ নিজৰ

সেনা বাহিনীক চুইচ্ উপত্যকাৰ পৰা অহা হেল্‌ভেটিয়ান সকলৰ সম্মুখীন হৈছিল। হেল্‌ভেটিয়ান সকল যুদ্ধত পৰাস্ত হৈছিল। কিন্তু মহান, ক্ষমাশীল চিজাৰে এই পৰাজিত শত্রু সৈন্য সকলৰ কাৰণে এবছৰৰ খাদ্য দ্ৰব্য, শস্যৰ বীজ যোগাৰ কৰি খেতি কৰিবৰ বাবে নিজ দেশলৈ ঘূৰাই পঠোৱাৰ ব্যৱস্থা কৰিছিল। সেই সময়তে জাৰ্মান সকলে তেওঁলোকৰ দেশৰ হাবি জংঘল ভেদ্ কৰি পূব ফ্ৰান্সৰ অন্তৰ্গত আল্‌চাক্ অঞ্চললৈ অনুপ্ৰৱেশ কৰি এটা বিভীষিকা সৃষ্টি কৰিছিল। চিজাৰে এই অনু প্ৰবেশ কাৰী ৰূপত অহা আক্ৰমনকাৰী সকলক বিধবংস কৰিলে আৰু পাচত প্ৰথম বাৰৰ কাৰণে ৰাইন নদীৰ ওপৰত এখন দলং সজাই সম্ভাব্য যুদ্ধখন জাৰ্মানলৈ প্ৰত্যাবৰ্ত্তন কৰিলে। তেওঁ বেলজিয়ান সকলক 'মাৰ্ণে', 'মিউজে', 'চামত্ৰে' আৰু 'চমেত' পৰাস্ত কাৰলে। আন দুটা অভিযানত তেওঁ বিদ্ৰোহী বৃটিছ বিলাকক শাস্তি দিয়াৰ উদ্দেশ্যে ইংলিছ প্ৰণালী পাৰ হৈ বৃটিছৰ এটা সেনা বাহিনী পৰাস্ত কৰিলে। একেৰাহে আঁঠ বছৰ ধৰি তেওঁ আভিযান চলাই 'গল'ৰ দুৰ্দ্দমাণয় মানুহ বিলাকক শান্ত কাৰি অনুগত ৰোমান নাগাৰিকলৈ পৰিবৰ্ত্তণ কৰিলে। চিজাৰে প্ৰতিষ্ঠা কৰা শান্তি আৰু ঐক্য আজিও ফ্ৰান্স আৰু বেল্‌জিয়ামত বিদ্যমান। সেই কাৰণে 'গল' হৈ পৰিল ৰোমৰবাবে এটি শক্তিশালী আৱেষ্টনী যি ৰোমান সাম্ৰাজ্যৰ মহৎ জীৱন কাল চাৰিশ বছৰ বৰ্ত্তাহ ৰাখিছিল। অকল সেয়ে নহয়, আজিৰ ফৰাচী দেশৰ আইন, ভাষা, সাহিত্য আৰু কলা সংস্কৃতি আৰু ভাস্কৰ্য্যৰ যি সবল ৰূপ বিদ্যমান সেয়া নিসন্দেহে চিজাৰৰ অৱদান।

চিজাৰে ইতিমধ্যে এটা নতুন দল গঠন কাৰিছিল। এই দলটোৰ নাম ৰখা হৈছিল 'অপ্‌টিমেটচ্'। এই দলটোৱে ৰোমৰ আঢ্যৱন্ত, সুবিধাভোগী সকলক প্ৰতিনিধিত্ব কৰিছিল। বিভিন্ন দিশত চিজাৰে অৰ্জন কৰা মহান সাফল্যই দলটোলৈ সুনাম কঢ়িয়াই আনিছিল। 'পম্পে' আছিল তেওঁলোকৰ নেতা। তেওঁ চিজাৰে লাভ কৰা নতুন নতুন সম্মান বোৰক বৰ ঈৰ্ষা চকুৰে চাইছিল। 'সিদ্ধি খুজি যুৰন্তে দুৱাৰে পাইল পথ'। প্ৰতিবাদী সকলে চিজাৰক শ'লঠেকত পেলাবলৈ চান্দি আছিল আৰু তেনে এটা সুবিধা তেওঁলোকে পাই গ'ল। যুদ্ধ জয় কৰি অহা সেনা বাহিনীক যেতিয়া চিজাৰে ৰোমৰ উত্তৰ ফালে থকা 'প' উপত্যকাত ৰখালে তেতিয়া চিনেট সভাই অসন্তুষ্ট হৈ তেওঁৰ বিষয়ে অনুসন্ধান কৰালে, তেওঁৰ পুৰণা কেলেঙ্কাৰি বোৰ পুনৰ খুচৰিলে। চিনেটে প্ৰথম পদক্ষেপতে চিজাৰৰ সেনাবাহিনীৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিলে। অকল ইমানেই নহয় চিনেটে চিজাৰক বিচাৰৰ সম্মূখীন হ'বৰ বাবে ৰোমৰ আদালতত হাজিৰ হ'বলৈ নিৰ্দেশ দিলে। অৱশ্যে চিজাৰে জানিছিল যে তেওঁৰ সেনাবাহিনীয়ে যি কোনো

পৰিস্থিতিতে যিকোনো ঠাইতে তেওঁক অনুসৰণ কৰিব। উল্লেখ্য যে তেতিয়ালৈকে কোনো মানুহে এসময়ৰ ঐতিহ্যময়, গণতান্ত্ৰিক ৰাষ্ট্ৰখনৰ ক্ষয়িষ্ণু ৰূপটো দেখা নাছিল। লাহে লাহে যেন এই ক্ষয়িষ্ণু ৰূপটো প্ৰকট হৈ উঠিছিল। চিনেট সভাই কাৰ্য্যবাহী ক্ষমতা দখল কৰিলে। পম্পে এই ক্ষমতা দখলৰ প্ৰধান হাথিয়াৰ আছিল। সেই সময়ত ৰোমৰ উত্তৰ দিশৰ ভৌগলিক সীমাৰেখা চিহ্নিত কৰিছিল 'ৰুবিকন্' নামৰ এটা সৰু জুৰিয়ে। চিজাৰ অতি সাহসৰে এইজুৰিটো পাৰ হ'ল। তাৰ পাচত সময় অতিবাহিত হোৱাৰ লগে লগে চিজাৰ এটা সময়ত চিনেটৰ সৈতে যেন এখন খণ্ড যুদ্ধত লিপ্ত হ'ল। চিজাৰক প্ৰতিহত কৰিবৰ কাৰণে সেনাবাহিনী আগুৱাই গৈছিল। বিৰাট সৈন্য বাহিনী ৰোমৰ ফালে অগ্ৰসৰ হে াৱা দেখি পম্পেয়ে উত্তৰ গ্ৰীচত থকা প্ৰধান সেনা বাহিনীলৈ পলাই গ'ল। খৃঃপূঃ ৪৮ ৰ ৯ আগষ্টত দুয়োটা সামৰিক বাহিনীয়ে 'ফাৰচালুচ'ত নিজৰ ক্ষমতা প্ৰদৰ্শণ কৰিলে। দিনটোৰ যুদ্ধৰ শেষত চিজাৰ তেওঁৰ বিজিত পৃথিৱীৰ গৰাকী হ'ল আৰু পম্পে হ'ল পলৰীয়া। পম্পে ইজিপ্তলৈ পলাই গ'ল আৰু তাত ৰোমৰ বিৰোদ্ধে মূৰ ডাঙি উঠিবলৈ ইজিপ্তিয়ান সকলক উচটনি দিব ধৰিলে। কিন্তু চিজাৰ বহি নেথাকিল। তেওঁ পম্পেক অনুসৰণ কৰিলে। নিয়তিৰ কি পৰিহাস, পম্পে ইজিপ্তৰ যুৱৰাজ দ্বাদশ টলেমিৰ ৰোষত পৰিল। টলেমিয়ে পম্পেক হত্যা কৰাই তেওঁৰ ছিন্ন শিৰ সাহসী চিজাৰক উপহাৰ দিলে। কিন্তু লগতে টলেমিয়ে ইয়াকো ক'লে যে ইয়াৰ দ্বাৰা তেওঁ চিজাৰৰ অনুগ্ৰহ বিচৰা নাছিল। যুৱৰাজ টলেমিয়ে ইয়াৰ পাচত তেওঁৰ ভনীয়েক ক্লিওপেট্ৰাক সিংহাসন চ্যু ত কৰিলে। দৰাচলতে পিতাকৰ শেষ ইচ্ছানুসৰি ভাই-ভনী দুয়ো যুটীয়া ভাবে দেশ শাসন কৰিব লাগিছিল। ভাতৃৰ এই বিশ্বাস ঘাটকতাতত ক্ষুভিত হৈ যুৱাৰণী ক্লিওপেট্ৰাই চিজাৰক ত্ৰাণ-কৰ্ত্তা হিচাপে স্বাগত সম্ভাষণ জনালে।

ইজিপ্তৰ প্ৰচলিত প্ৰথানুসৰি ৰাজকুঁৱৰীয়ে চিধা চিধিকৈ কোনো অতিথিক সাক্ষাৎ কৰি ব নোৱাৰিছিল। কিন্তু ক্লিও পেট্ৰাৰ চিজাৰক লগপোৱাৰ দুৰ্ণিবাৰ বাসনা হ'ল। কিয়নো চিজাৰৰ বল-বীৰ্য্য আৰু সাহসিকতাই যু বৰাণীৰ মনত এক প্ৰবল আকৰ্ষণ সৃষ্টি কৰিছিল। যুৱৰাণীয়ে এই অভি প্ৰায় চৰিতাৰ্থ কৰিবৰ কাৰণে এটা অভিসন্ধি কৰিলে। তেওঁ নিজকে এখন অতি দামী কাৰ্পেটেৰে মেৰাই ল'লে আৰু কাৰ্পেটখন ৰোমান সকলৰ আগত বিক্ৰীৰ বাবে ৰখালে। কিনিবৰ কাৰণে চাবলৈ বুলি ৰোমান সকলে এই কাৰ্পেটখন খুলি দিলে। লগে লগে তাৰ মাজৰ পৰা ওলাই পৰিল ইজিপ্তৰ যৌৱন দীপ্ত ৰাজকুৱঁৰী ক্লিওপেট্ৰা। এই ৰাজকুৱঁৰীৰ গাত ইজিপ্তৰ তেজ নাছিল, আছিল মেচিডনিয়াৰ গ্ৰীকৰ তেজ। তেওঁৰ মাতটো যেন মাত নাছিল, আছিল এটি

মনভুলোৱা কুকিল কন্ঠৰ সঙ্গীত; শৰীৰত আছিল নাচনী ছোৱালীৰ দৰে লয় লাস ভঙ্গী, এটি বিতোপন মন, এখন শীতল হৃদয়, উত্তপ্ত তেজ। তেওঁৰ মস্তিষ্ক আছিল ৰাজনীতি কৰাৰ উপযোগী যিটো তেওঁ আনকি প্রেম বিনিময় কৰোঁতেও স্থিৰ কৰি ৰাখিছিল। এই গৰাকী বিৰল সুন্দৰী ৰাজকুৱঁৰীক লাভ কৰিবৰ কাৰণে, ৰোমৰ স্বাৰ্থত চিজাৰে ৰজা টলেমিক পৰাস্ত কৰিলে। ৰোমান সকলৰ সুৰক্ষাৰ আৱেষ্টনীত তেওঁ ক্লিওপেট্রাক পুনৰ ইজিপ্তৰ ৰাজ সিংহাসনত উপবিষ্ট কৰালে। ইয়াৰ লগে লগে চিজাৰে পৃথিৱীৰ ভিতৰত চহকী এখন ৰাজ্যক ৰোমান সাম্রাজ্যৰ অন্তৰ্ভূক্ত কৰিলে। তাৰ পাচত চিজাৰ আৰু ক্লিওপেট্রা দুই প্রেমিক প্রেমিকাই নীল নদীয়েদি উজাই এটা চিৰস্মৰণীয় যাত্রা আৰম্ভ কৰিলে। এই যাত্রাত সঙ্গী আছিল সৈন্যৰে ভৰা চাৰিখন নাও। অকল সৈন্যই নহয় তাত আছিল লগুৱা-লিকচৌ, সঙ্গীতজ্ঞ, ফুল, সুৰা আৰু পৰ্য্যাপ্ত খাদ্য সম্ভাৰ।

ইতিমধ্যে পম্পেৰ অনুগামী সকলে তেওঁলোকৰ সেনাবাহিনী স্পেইন আৰু উত্তৰ আফ্রিকাত পুনৰ সংগঠন কৰিলে। এই বাতৰি পাই চিজাৰে উত্তৰ আফ্রিকা অতিক্রম কৰি টিউনিচিয়ালৈ অগ্রসৰ হ'ল। ইয়াত তেওঁ ভেটাভেটি হ'ল কেট'ৰ দহটা সেনা বাহিনী, ৰজা নুমিদিয়াৰ অশ্ব বাহিনী আৰু এশ বিশটা যোদ্ধাহাতীৰ। থাপচুচ্ নামে খ্যাত এই যুদ্ধ খনৰ পূৰ্বে তেওঁৰ এটা পুৰণা শত্রু মৃগী ৰোগে চিজাৰক আক্রমন কৰিলে। এই ৰোগত আক্রান্ত হোৱাৰ উমান পাই তেওঁ শান্ত ভাবে নিজৰ ভাগৰুৱা সেনা বাহিনীক উৎসাহ দিছিল, সেনাপতি সকলক যথোচিত পৰামৰ্শ দিছিল। ৰোগৰ পৰা সকাহ পাই তেওঁ যেতিয়া চেতনা লাভ কৰিছিল তেতিয়া কেট' যুদ্ধ ক্ষেত্রত নাছিল; নুমিদিয়াৰ ৰজা সিংহাসন বিহীন হৈছিল।

চিজাৰ আৰু কিলওপেট্রা বেচিদিন প্রেমিক প্রেমিকা হৈ নেথাকিল। তেওঁলোক দুয়ো বিবাহ পাশত আৱদ্ধ হ'ল। এটা সময়ত তেওলোক সন্তানৰ পিতৃ-মাতৃ হ'ল। অৱশেষত বিজেতা হৈ চিজাৰ, পত্নী ক্লিওপেট্রা, কিশোৰ পুত্র কেচাৰ সহ ৰোমলৈ ঘূৰি আহিল। সপৰায়ালে চিজাৰৰ ৰোমলৈ হোৱা প্রত্যাৱৰ্ত্তন বিজয় উৎসৱ হিচাপে চাৰীদিন ধৰি উদ্‌যাপিত হৈছিল। খেল-ধেমালি, আনন্দ, খোৱা বোৱা, নাচ-গান, শোভা যাত্রাদিয়ে ৰোম নগৰ উল্লাসিত হৈ পৰিছিল। উতপ্ত, উজ্জ্বল ৰোমক বতাহত নাচি থকা ফুলৰ মালাৰে যৌৱন দীপ্ত কৰি তুলিছিল। এনে উদ্বেলিত বাতাবৰণৰ মাজেদি যেন পৃথিৱী কঁপাই যোৱা ৰথত আৰোহন কৰি বিজেতা চিজাৰ উন্নত শিৰে ৰাজ পথেদি আগুৱাই গৈছিল। তেওঁৰ পাচে পাচে সেনা বাহিনীয়ে যুদ্ধ জয়ৰ বিকুল বজাই

আগবঢ়িছিল। ৰোমান সকলে সমস্বৰে বিজয়ৰ ধবনি দিছিল। অকল ইমানেই নহয়, জি্ মিক্ চিল্কৰ পৰ্দাৰে আবৃত্ত ৰথৰ কাষে কাষে সিংহ চিকাৰী চাৰিশ জন আফ্ৰি কানে এচিয়াটিক নাচ আৰু গ্ৰেচিয়ান বেলেট নাচ দি শোভা বৰ্দ্ধন কৰিছিল।

এই বিজয়ৰ পাচত চিনেট সভাই চিজাৰৰ ওচৰত শিৰ নত কৰিলে। চিনেট সভাই চিজাৰক আজীৱন 'আদেশ কৰ্ত্তা' উপাধিৰে বিভূষিত কৰিলে। যুদ্ধ ক্ষেত্ৰত দেখুৱা অসাধাৰণ পাৰদৰ্শিতাৰ কাৰণে সেনা বাহিনীয়ে ইতিপূবেৰ্ব মৰমত চিজাৰক এই একেটা উপাধি প্ৰদান কৰি থৈছিল। চিজাৰে এই সম্মানজনক উপাধি এক প্ৰত্যাহবান হিচাপে গ্ৰহণ কৰিলে। তেওঁ ৰোমৰ শাসন তন্ত্ৰ এনে ধৰণে সংস্কাৰ কৰিব বিচাৰিলে যাতে ই সুদূৰ ভবিষ্যতৰ বাবেও ৰোমত প্ৰযোজ্য হৈ থাকে, তেহেঁলৈ ৰোম যিমানেই বিশাল নহওক কিয়।

চিজাৰে সংস্কাৰৰ কাম আৰম্ভ কৰিলে । প্ৰথমে তেওঁ সম্ভ্ৰান্ত সকলৰ ক্লাব, চিনেট সভাৰ সম্প্ৰসাৰণ কৰাৰ সিদ্ধান্ত ল'লে । অৱহেলিত ব্যৱসায় গোষ্ঠী, বৃত্তিধাৰী শ্ৰেণী আৰু অধিগ্ৰহন কৰা দেশ বিলাকৰ পৰা বচা বচা তিনিশ প্ৰতিনিধি আনি চিনেট সভাত অৰ্ন্তভূক্ত কৰিলে। তেওঁ দাস বিলাকৰ মুক্ত পুত্ৰ সকলক ৰোমান নাগৰিকত্ব প্ৰদান কৰিলে। কেৱল ইমানেই নহয়, 'গল্' বিলাক আৰু ৰোমান সাম্ৰাজ্যৰ সকলো মুক্ত মানুহকে নাগৰিকত্ব দিবলৈ আঁচনি হাতত লৈছিল। উৎ পীড়িত ইহুদী সকলক চিজাৰে পূজা কৰাৰ স্বাধীনতা প্ৰদান কৰিছিল।

চিজাৰে দল ত্যাগী সৈন্য আৰু নিবনুৱা সকলৰ মাজত গঢ়ি উঠা মতভেদ বন্ধ কৰিবলৈ চেষ্টা কৰিছিল আৰু ইয়াক কৰিবলৈ যাওঁতে তেওঁ আশী হেজাৰ উপনিবেশীক 'চেভিল', 'আৰ্লচ', কৰিন্থ', কাৰ্থেজ আদি ঠাইত সংস্থাপন কৰিছিল । তেওঁ ৰাজধানী চহৰখন পৰিস্কাৰ কৰা আৰু সুন্দৰ কৰি ৰখাত হেজাৰ হেজাৰ কৰ্ম্মী নিয়োগ কৰিছিল। তেওঁ কৰ সংগ্ৰহকাৰী সকলে নীতি বৰ্হিভূত ভাৱে ব্যৱসায় আৰু কৃষি খণ্ডৰপৰা আদায় কৰা লাভ বন্ধ কৰিছিল। সোনৰ মূল্যমানৰ ওপৰত নিৰিখ বান্ধি তেওঁ আৰ্থিক ব্যৱস্থা নিয়ন্ত্ৰণ কৰিছিল। গৱৰ্ণৰ সকলক নিযুক্তি দিয়া ক্ষমতা তেওঁ চিনেট সভাৰ নিয়ন্ত্ৰনৰ বাহিৰলৈ লৈ আহিল। ৰাষ্ট্ৰীয় পঞ্জিকাখন সংস্কাৰ কৰা হ'ল। পুৰণা ৰোমান মাহ আছিল আঠাইস দিনৰ এটি চন্দ্ৰ মাহ। কিন্তু ৰোমান ৰাজ প্ৰতিনিধিৰ ইচ্ছানুসৰি অতিৰিক্ত দিন আৰু মাহ যোগ দিয়া হৈছিল। ৰোমান কেনেণ্ডাৰ নুসাৰে শৰত কাল আৰম্ভ হৈছিল জুলাই মাহত। 'জুলাই' মাহৰ নামটো মহান 'জুলিয়াচ'ৰ নামানুসাৰে দিয়া হৈছিল। চিজাৰে আলেক জেন্দ্ৰিয়াৰ পৰা এজন গ্ৰীক জ্যোতিৰ্বিদক মতাই অনাই তেওঁৰ

পৰামৰ্শনুসৰি কেলেণ্ডাৰখন সংস্কাৰ কৰি ৩৬৫ দিনৰ এখন সৌৰ বৰ্ষৰ কেলেণ্ডাৰলৈ পৰিবৰ্ত্তণ কৰিলে। ইয়াত প্ৰতি চাৰি বছৰৰ মূৰত লিপিয়েৰ হোৱাৰ ব্যৱস্থা কৰিলে। কিন্তু তেওঁ সময় যি কেলেণ্ডাৰনুসৰি নিৰূপন নকৰক কিয়, চিজাৰৰ সম্মূখেদি পাখি লগা কাঁড়ৰ দৰে সময় পাৰহৈ গৈছিল। খৃঃপূঃ ৪৪ বছৰ ১৫ মাৰ্চত অমৰ নাট্যকাৰ শ্বেক্স পিয়েৰৰদ্বাৰা চিজাৰৰ আত্ম জীৱনীৰ আধাৰত ৰচিত মহান নাটক '' প্লুটাৰ্ক লাইভচ''ত আৱশ্যকীয় তথ্য থাকিলেও কৰ্মৰাজিৰ অৰ্থৰ পৰিবৰ্ত্তণ ঘটিছিল। ইয়াৰ সত্য কথাটো হ'ল চিজাৰৰ বিৰোদ্ধে ষড়যন্ত্ৰ কৰা সকলৰ সৰহিখিনি মানুহৰ জীৱন আৰু ভাগ্য চিজাৰৰ ওচৰত ঋণী আছিল। এই ষড়যন্ত্ৰকাৰী সকলে তেওঁলোকৰ কাৰ্য্যৰ সমৰ্থনত জনতাৰ স্বাধীনতাক পণ ৰখা নাছিল, ৰাখিছিল ; তেওঁলোকৰ সিচঁৰিত হৈ থকা সা-সুবিধা সমূহক।

চিজাৰৰ ওপৰত আক্ৰেমন হৈছিল সমগ্ৰ চিনেটৰ সকলৰ উপস্থিতিত। কেচ্কা নামৰ ষড়যন্ত্ৰ কাৰী জনে প্ৰথমে চিজাৰৰপাচফালে লুকাই থকাৰ পৰা ওলাই আহি তেওঁক প্ৰচণ্ড খুণ্ডাটো মাৰিছিল যাৰ ফলত তেওঁৰ ডিঙিৰ হাড় ভাগি গৈছিল। এই প্ৰচণ্ড খুণ্ডাত পাক ঘূৰণি খাই চিজাৰ পৰি গৈছিল। তেতিয়া চিজাৰৰ হাতত আছিল এটা সুন্দৰ কলম। ষড়যন্ত্ৰ কাৰী সকলে একগোট হৈ এটা দুটা নহয় তেইশটা খুণ্ডা চিজাৰৰ গাত দিছিল। কেচিযাচ্ নামৰ ষড়যন্ত্ৰকাৰী জনে বিনাদ্বিধাৰে চিজাৰৰ মুখত ডেগাৰখন বহুৱাই দিলে। লগে লগে তেজৰ চিটিকনিৰে চিজাৰৰ চকু চানি ধৰিলে। উস্ কি যে বৰ্বৰোচিত আক্ৰেমন, ভাবিলে গা -শিয়ৰি উঠে। তেজে ধোৱা চকুৰে চিজাৰে দেখিল যে তেওঁৰ বিশ্বস্ত বন্ধু, পুত্ৰ প্ৰতিম ব্ৰুটাচে তেওঁৰ ওপৰত জপিয়াই পৰি চোকা তৰোৱালখন তেওঁৰ তলপেটত বহুৱাই দিলে। এই নৃশংস হত্যাৰ দ্বাৰা শেষ নিশ্বাস পেলোৱা চিজাৰৰ মুখৰ পৰা অন্তিম কথাষাৰ গ্ৰীক ভাষাত নিগৰি আহিল এইদৰে - ''কেইচু টেক্ নন্'' - অৰ্থাৎ '' তুমিও নে মোৰ পুত্ৰ প্ৰতিম ব্ৰুটাচ'', এইষাৰ হৃদয় বিদাৰক কথা কৈ চিজাৰৰ নিস্প্ৰাণ দেহ তেওঁৰ পুৰণা শত্ৰু পম্পেইৰ প্ৰস্তৰ মূৰ্ত্তিৰ সম্মূখত বাগৰি পৰিল। লগে লগে প্ৰত্যক্ষ দৰ্শী সকল পলাই পটং দিলে। যদিও ষড়যন্ত্ৰ কাৰী সকলে তেজে ধোৱা তৰোৱাল ঘূৰাই মুক্তিৰ জয়ধবনি দিছিল তথাপি তেওঁলোকৰ মাজত আনন্দ নাছিল ; আছিল ভয় আৰু ভয়াৰ্ত্ত চাৱনি। এই নিৰ্ম্মম হত্যা কাণ্ডই জনসাধাৰণৰ মাজত গভীৰ শোকৰ ছাঁ পেলাইছিল। চিজাৰৰ বন্ধু মাৰ্ক এন্টনিৰ গভীৰ হৃদয়স্পৰ্শক বক্তৃতাই এই শোকৰ মাত্ৰা অধিক মৰ্মান্তিক কৰি তুলিছিল।

চিজাৰৰ ৰক্তাক্ত মৃতদেহ চিনেটৰ ওচৰৰ মুকলি ঠাইত চিতা জ্বলাই অন্তিম

সংস্কাৰকৰা হ'ল। কিন্তু এই চিতাগ্নিত চিজাৰৰ সৎ গুণ ৰাজি ভস্মীভূত নহ'ল। চিজাৰে ভূমধ্য সাগৰীয় সমগ্ৰ ভূখণ্ডৰ অসুখী হেজাৰ হেজাৰ জনতাক দি গ'ল তেওঁলোকে পূৰ্বে নজনা আটাইতকৈ ন্যায়নিষ্ঠ, ক্ষমাশীল আৰু বৌদ্ধিক শাসন তন্ত্ৰ। চিজাৰে জীৱন কালত যিমান খিনি অনুধাৱন কৰিছিল তাৰ আধাখিনি সফলতা লাভ কৰিছিল। তেওঁ অনুধাৱন কৰিছিল এখন পৃথিৱী য'ত সকলো মানুহ মুক্তভাৱে এটা বিশাল মানৱ সম্প্ৰদায়ৰ নাগৰিক হ'ব। তেওঁ ৰোমান সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। এই সাম্ৰাজ্যৰবৰ্ত্তি থকা, গৌৰৱময় শিলাস্তম্ভৰ ওপৰত গঢ়লৈ উঠিছিল মহান পশ্চিমীয়া সভ্যতা, সংস্কৃতি যাৰ প্ৰভাৱ আজি পৃথিৱীৰ চুকে কোনে বিদ্যমান। হে মহান ৰোম নিৰ্মাতা, তোমাক পুনঃ পুনঃ প্ৰণাম।।

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



## উইণ্ডচ'ৰৰ বিধৱা গৰাকী ঃ ভিক্ত'ৰিয়া

আমাৰ দেশ তেতিয়া ইংৰাজ শাসনৰ অধীনত। ৰাণী ভিক্ত'ৰিয়া আছিল ইংলণ্ডৰ ৰাণী আৰু ভাৰতৰো সম্ৰাজ্ঞী। হ'লে কি হ'ব, আমাৰ আইতাইঁতৰ দৰে তেওঁ এগৰাকী কষ্ট সহিষ্ণু মৰমীয়াল আইতা আছিল। পৰিয়ালৰ জীৱিত সদস্যসকলৰ অসুখ-বিসুখ হ'লে তেওঁৰ যেনে চিন্তা হৈছিল সেইদৰে মৃতসকলৰ বছেৰেকীয়া তিথি পালনৰ বাবেও সমানে সচেতন আছিল। তেওঁৰ দৃষ্টিত ইউৰোপৰ ৰাজ্যবিলাক পৰিয়ালৰ একো একোখন পাম মাত্ৰ আছিল। জাৰ্মাণী, গ্ৰীচ, ৰোমানিয়া, চুইডেন, ডেনমাৰ্ক, নৰৱেৰ ৰজা আৰু ৰাজপসাদৰ লগত থকা তেওঁৰ ব্যক্তিগত সম্পৰ্ক আৰু ইংলণ্ডৰ লগত বিদেশী শক্তিৰ যি সম্পৰ্ক তাৰ মাজত তেওঁ কোনো পাৰ্থক্য দেখা নাছিল।

১৮৯৯ চনৰ কথা, যেতিয়া তেওঁৰ বয়স আশী আছিল তেতিয়াও তেওঁ ইংলণ্ডৰ প্ৰথম আৰু প্ৰধান মহিলা আছিল। সেই সময়ৰ ইতিহাস তেওঁৰ মনত পুঞ্জীভূত হৈ আছিল আৰু সেইয়াই আছিল তেওঁৰ জীৱন। এসময়ত অৱসৰ বিনোদনৰ কাৰণে ৰাণী ভিক্ত'ৰিযা গৈ ফৰাচী দেশৰ 'নাইচ্' নামৰ ঠাইত বসবাস কৰিছিল। সেই সময়তে 'চিয়াম' নামৰ ঠাইখন অধিগ্ৰহন কৰা বিষয়ত ফ্ৰান্স আৰু ইংলণ্ডৰ মাজত বিৰোধ হৈছিল। এই বিৰোধৰ চোক ইমানেই গভীৰ হৈছিল যে দুয়োখন দেশৰ মাজত এখন যুদ্ধ আসন্ন হৈছিল। কথা বিষম দেখি ৰাণী ভিক্ত'ৰিয়াই তেওঁৰ প্ৰধান মন্ত্ৰীলৈ লিখিলে - "মই আশাকৰো এই সংকট জাতিয় স্বাৰ্থৰ খাতিৰত এৰাই চলিব পৰা যাব। তদুপৰি যিখন দেশত বৰ্ত্তমান মই বসবাস কৰি আছো, সেইখন দেশৰ লগত যুদ্ধ এখন এৰাই নচলিলে মোৰ কাৰণে কি এটা অসস্তিকৰ পৰিস্থিতি হ'ব তাক বুজিবলৈ চেষ্টা কৰিব।"

ৰাণী ভিক্ট'ৰিয়া তেওঁৰ প্ৰজাসকলৰ প্ৰতি বৰ সহানুভূতিশীল আছিল। বহু কাৰ্য্যত তেওঁ এইকথা প্ৰতিপন্ন কৰিছিল। এবাৰ ৰাজকোষৰ অধ্যক্ষ গৰাকীয়ে সাধাৰণ মানুহে সেৱন কৰা বিয়েৰৰ ওপৰত অতিৰিক্ত কৰ লগোৱাৰ প্ৰস্তাৱ কৰিলে। এই প্ৰস্তাৱৰ বিৰোধে ৰাণীয়ে তীব্ৰ প্ৰতিবাদ কৰিলে। কাৰণ অনাহকত প্ৰজাৰ ওপৰত কৰৰ বোজা জাপি ৰাজকোষ টনকীয়াল কৰাৰ পক্ষপাতী তেওঁ নাছিল। প্ৰজা বুলি কঁওতে তেওঁ ঘাইকৈ মধ্যবিত্ত শ্ৰেণী সমূহকে বুজাইছিল। এই মধ্যবিত্ত শ্ৰেণীৰ মানুহখিনি তেওঁৰ দিনতে

লালিত - পালিত হৈ গা-টঙাই উঠিছিল। এইখিনি মানুহৰ সহায়ত তেওঁৰ ৰাজত্ব কালতে শিল্প বিপ্লৱৰ দ্বাৰা উদ্যোগ ৰাষ্ট্ৰ ইংলণ্ডই পৃথিৱীৰ বজাৰ দখল কৰিছিল। এই ক্ষেত্ৰত কৃষি শ্ৰমিক বা উদ্যোগৰ বনুৱা কোনোটোৱে তেওঁক সহায় কৰা নাছিল। সন্তুষ্টিৰ চিন স্বৰূপে ৰাণীয়ে বৃদ্ধ মহিলা সকলৰ মাজত গৰম পেটিক'ট বিতৰণ কৰিছিল। এই মহিলা-সকলেও কৃতজ্ঞতাৰে হিয়া উজাৰি ৰাণীৰ হাতত ধৰি স্বৰ্গীয় আশীষ প্ৰদান কৰি ছিল। ইংলণ্ডৰ বাল মৰাল নামৰ ঠাইত হোৱা এই দৃশ্যটো বৰ আৱেগ প্ৰৱন, স্পৰ্শকাতৰ আছিল। কিন্তু লণ্ডনৰ পজা ঘৰ বোৰত থকা দুখীয়া-নিচলা মানুহ খিনিৰ প্ৰতি ৰাণীৰ মনত আছিল কেৱল অৱজ্ঞা আৰু অন্তঃসাৰ শূণ্য ছবি। তথাপি ৰাণী সেইদিনা আচৰিত হৈছিল যি দিনা বনুৱা দলৰ সদস্যসকল ''হাউচ অৱ কমনচ্'' সভালৈ এই অৱহেলিত, দুখীয়া মানুহ খিনিৰ সমৰ্থনত নিবৰ্বাচিত হৈ আহিল। ৰাণীয়ে এই সদস্যসকলক উইণ্ডচ'ৰ প্ৰসাদলৈ নিমন্ত্ৰণ জনালে যাতে তেওঁলোকে ৰাণীক দেখা কৰে। এই কথাষাৰ ৰাণীয়ে তেওঁৰ ৰাজ প্ৰসাদৰ মুখপত্ৰত প্ৰকাশ কৰিলে আৰু লগতে তেওঁ লোকক কৃতজ্ঞতা ও জনালে।

মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ সৰলতা আৰু জুতিয়ে আছিল ৰাণীৰ নিজৰ সৰলতা আৰু জুতি। আঢ্যৱন্ত শ্ৰেণীৰ মানুহক তেওঁ সাধাৰণতে ঢুকি নেপোৱা উচ্চ খাপৰ মানুহ হিচাপে গণ্য কৰিছিল। সেই দেখি তেওঁ ইংৰাজ আঢ্যৱন্ত মানুহক শিল্প বিপ্লৱৰ পৰ্ব্ব পৰত ফৰাচী আঢ্যৱন্ত শ্ৰেণীৰ লগত মাজে মাজে তুলনা কৰি চাইছিল। তেওঁ লগতে হয়তো বিশ্বাস কৰিছিল যে আঢ্যৱন্ত শ্ৰেণীটোৰ মাজত থকা আমোদ প্ৰিয়তাই এদিন এই শ্ৰেণীটোক ধবংস কৰিব। ৰাণীৰ এই মনোভাৱ দেখি আমেৰিকাৰ এগৰাকী যুৱতী মহিলাই লণ্ডনৰ বিষয়ে তেওঁৰ পৰিয়ালৰ মানুহক বৰ্ণনা দিবলৈ গৈ লিখিছিল''ৰাণী ভিক্ট'ৰিয়া সমাজ প্ৰিয় নহয়।'' এখন শক্তিশালী দেশৰ ৰাণীৰ বিষয়ে আন এখন দেশৰ এগৰাকী মহিলাই কৰা এই মন্তব্য অৰ্থবহ আছিল। সঁচা কথা, সমাজে উইণ্ডচৰৰ এই বিধৱা গৰাকীৰ অৱসৰ কালিন জীৱন যাপনৰ প্ৰতি অসন্তুষ্টি প্ৰকাশ কৰিছিল। ৰাজ দৰবাৰৰ জাক জমকতা কমি আহিল। এই দৰবাৰ আৰু পৰম্পৰা যুক্ত জীৱন যাপনৰ কেন্দ্ৰ হৈ নেথাকিল।

কলা-সংস্কৃতিৰ বিষয়ে ৰাণীৰ কিছু নিজস্ব ধ্যান ধাৰণা আছিল। তেওঁৰ ধাৰণা অছিল যে সুকুমাৰ কলা হ'ল ইংৰাজ মধ্যবিত্ত শ্ৰেণীৰ সৃষ্টি এক বৰ্ণাঢ্য কলা য'ত জীৱনৰ স্পন্দন অনুভূত হয়। এই ধাৰণাৰ বশবৰ্ত্তী হৈ এটা সময়ত বিখ্যাত ইংৰাজ সঙ্গীতজ্ঞ ওৱাগ্নাৰৰ সঙ্গীত শুনিবলৈ অমান্তি হৈছিল আৰু কৈছিল - '' এই সঙ্গীত

হৃদয়ঙ্গম কৰিব নোৱাৰি।'' অথচ সেই সময়ত ওৱাগ্‌নাৰৰ সঙ্গীতকে ''ইংলণ্ডৰ ভৱিষ্যত সঙ্গীত'' বুলি সদৰি কৰা হৈছিল। ইয়াৰ প্ৰত্যুত্তৰত ৰাণীয়ে কৈছিল - ''মই ভৱিষ্যতৰ প্ৰতি পূৰা বিৰক্ত আৰু ইয়াৰ বিষয়ে মই আৰু শুনিব নিবিচাৰো।''

ৰাণীয়ে নিজে সৃষ্টি কৰা ধাৰণাত কেতিয়াও আন এটা চিন্তা সংযোগ নকৰিছিল। গীৰ্জাত তেওঁ দীঘলীয়া কাৰ্য্যসূচী ভাল নেপাইছিল। কেতিয়াবা আনকি এনেকুৱাও হৈছিল যে তেওঁ হাতৰ পৰা বাদ্য যন্ত্ৰ আঁতৰাই গীৰ্জাৰ পুৰুহিতে অৱাবতে ধৰ্ম্মো পদেশ দি প্ৰাৰ্থনা সভা দীঘলীয়া কৰে বুলি অপবাদ দি বিদ্ৰুপ কৰিছিল। এবাৰ ৰাজ সভাৰ কোনো এজন বিষয়াই নৱনিযুক্ত ৰাষ্ট্ৰদূত এজনে ৰাণীৰ বিষয়ে কৰা মন্তব্য এটা তেওঁৰ ওচৰত অৱগত কৰিলে। ইয়াৰ উত্তৰত ৰাণীয়ে কৈছিল - '' ৰাষ্ট্ৰ দূতে মোৰ বিষয়ে কি কয় সেইটো ডাঙৰ কথা নহয়। ডাঙৰ কথাটো হৈছে তেওঁৰ বিষয়ে মই কি ভাবো।'' এই মন্তব্যৰ পাচতো তেওঁ অব্যৰ্থ হৈ স্বাভাৱিক স্থিতিতে থাকিব পাৰিছিল। নিচেই সুক্ষ্ম অথচ বৰ শক্তিশালী হিচাপে তেওঁ নিজৰ মৰ্য্যদা অক্ষুন্ন ৰাখিছিল।

সৌন্দৰ্য্যত ৰাণী আছিল তুলনাবিহীন । ঈষৎ নীলা অথচ বিদীৰ্ণ দৃষ্টিৰ চকুহালত ভাটি বয়সতো যৌৱনৰ দীপ্তি বিদ্যমান। বুঢ়া বয়সতো তেওঁৰ আকৰ্ষণীয় ভঙ্গিমা আৰু শৰীৰত বে থকা লয় লাস চকুত লগা আছিল। তেওৰ মাতটো আছিল মৰম লগা মিঠা। হাঁহিটো আছিল প্ৰসন্ন, অন্তৰ খোলা। হাস্য ব্যঙ্গ কৰা আৰু সংস্কৃতিৰ প্ৰতি বহল দৃষ্টি প্ৰদান কৰাত ৰাণীয়ে কোনোদিন কৃত্ৰিমতা দেখুৱা নাছিল। সাধাৰণ জ্ঞানেই তেওঁৰ প্ৰতিভাৰ পৰিচয় দিছিল। লৰ্ড চেলিচ্‌ বেৰিয়ে কৈছিল - '' মই সদায় ভাবিছিলো, মই যেতিয়া জানিছিলো ৰাণীৰ ভাৱ-চিন্তাৰ কথা, তেতিয়া প্ৰজা সকলে, বিশেষকৈ মধ্য বিত্ত সকলে তেওঁক কি দৃষ্টিৰে চাইছিল তাৰো উমান মই সুন্দৰকৈ পাইছিলো।''

কঠোৰ নিয়মানুবৰ্ত্তিতাৰ মাজেদি বিৰামহীন ভাৱে নিজৰ কাম কৰি যাবলৈ, দিনবোৰ ব্যস্ততাৰে অতিবাহিত কৰিবলৈ ৰাণীয়ে ভাল পাইছিল। ৰাণীৰ দিন পঞ্জী আৰম্ভ হৈছিল এইদৰে - প্ৰতিদিন পুৱা ৯-৩০ বজাত এখন ঘোঁৰা গাড়ী নিজে চলাই তেওঁ ফুৰিবলৈ গৈছিল। এইদৰে ফুৰোতে একোগৰাকী মহিলাই ঠায়ে ঠায়ে বৈ সেই অঞ্চলৰ প্ৰজাসকলৰ ঘৰত কি কি ঘটিছিল, কি কি সমস্যা উদভৱ হৈছিল তাৰ বতৰা ৰাণীক দিব লাগিছিল। ৰাণীয়ে গুৰুত্ব সহকাৰে সেইবোৰ দেশৰ সমস্যা বুলি শুনিছিল, গণ্য কৰিছিল। এবাৰ এনেখবৰ দিয়া যুৱতী এগৰাকী দুদিন পূৰ্বে প'টচ মাউথলৈ গৈছিল। দুদিন পাচত ৰাণীয়ে সেই যুৱতী গৰাকী ঘূৰি আহিল নে নাই খবৰ হৈছিল; প'টমাউথৰ

সাগৰ শান্ত হৈ আছিল নে নাই তাৰো খবৰ তেওঁ লৈছিল। এনে প্ৰাতঃভ্ৰমণত ৰাণীয়ে শাৰীৰিক ভাৱে অক্ষম লোক থকা কুটিৰৰ দুৱাৰত থিয় হৈ তেওঁ লোকৰ খা-খবৰ লৈছিল। যদি প্ৰাতঃভ্ৰমণত দৈৱক্ৰমে ৰাণীয়ে বান্দৰৰ নাচ আৰু খেল দেখুৱাই ফুৰা সৰু ফুটীয়া ইটালীয়ান মানুহজনক লগ পায়, তেওঁ ঘোঁৰা গাড়ী ৰখাই বান্দৰ টোৰ স্বাস্থ্যৰ খা-খবৰ লৈছিল। কেৱল ইমানেই নহয়, তেওঁ ৰাজ্যৰ বেণ্ড মাষ্টৰ সকলৰ পদোন্নতিৰ কথা, গ্ৰামফ'ন ৰেকৰ্ডত থকা তেওঁৰ বক্তৃতাৰ ৰেকৰ্ড ইথিওপিয়াৰ ৰাণীলৈ পঠোৱাৰ বিষয়ে, চীন দেশৰ মুৰব্বী লি. হাং চাঙলৈ তোঁৰ বাৰ্ত্তা প্ৰেৰন কৰাকে ধৰি সকলো বিষয়তে তেওঁ নিজকে জড়িত কৰি ৰাখিছিল।

ৰাণীয়ে নিজহাতে চহী কৰি ব লগা নথি পত্ৰৰ সংখ্যা আছিল বৃহৎ । তেওঁ সচিব সকলৰ উপস্থিতি যি কোনো সময়তে বিচাৰিছিল। আনকি ব্যাক্তিগত সচিব আৰ্থাৰ বেগে উইণ্ডচ'ৰৰ পৰা লণ্ডনলৈ যাবৰ বৰে ৰাণীৰ পৰা বিশেষ অনুমতি ল'ব লাগিছিল। ৰাণীৰ কটকীয়ে যদি চাৰ আৰ্থাৰক তেওঁ বিচৰা সময়ত হাজিৰ কৰাব নোৱাৰে তেন্তে আৰ্থাৰৰমেজত ৰাণীৰ কৈফিয়ৎ তলবৰ টোকা লগে লগে পৰিছিল গৈ। টোকাটোৰ সাৰ মৰ্ম হৈছিল '' কিয় আৰ্থাৰ নিজৰ কাৰ্য্যালয়ত অনুপস্থিত আছিল?''

এই গৰাকী মহিয়সী ৰাণীৰ জন্ম হৈছিল ১৮১৯ চনত। মাত্ৰ ১৮ বছৰতে ইংলণ্ডৰ ৰাজসিংহাসন আৰোহন কৰা ৰাণী ভিক্টৰিয়াই আছিল ইউৰোপৰ সাৰ্বভৌম ৰাষ্ট্ৰ সমূহ ৰাজত্ব কৰা আটাইতকৈ কম বয়সীয়া অথচ আটাইতকৈ দীৰ্ঘদিনীয়া শাসন কৰ্ত্তা ।ৰাণী ভিক্ট'ৰিয়াৰ শাসন কাল ইমানেই দীঘলীয়া আছিল যে ইয়াৰ ভিতৰত ফৰাচী দেশত দুটা বংশৰ শাসন শেষ হৈ গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল , স্পেইনত তিনিজন সম্ৰাটৰ শাসন চলিল, ইটালীয়েও চাৰিজন ৰজাৰ শাসনৰ সোৱাদ পালে।

১৮৯৭ চনত যেতিয়া ৰাণীয়ে তেওঁৰ শাসন কালৰ ৬০ বছৰপূৰ্ণ হোৱা উপলক্ষে হীৰক জয়ন্তী উদ্‌যাপন কৰিছিল, তেতিয়া ইংলণ্ডই ইয়াক এক প্ৰত্যাহবান হিচাপে পৃথিৱীৰ আন দেশৰ আগত জাহিৰ কৰিলে। এই দেশ তথা জাতি বোৰে তেওঁক ঈৰ্ষাৰ চকুৰে চাইছিল এই বাবে যে ইংলণ্ডই ৰাণীৰ যোগেদি নিজকে বিশ্ব দৰবাৰত প্ৰতিষ্ঠা কৰিব পাৰিছিল। ইংলণ্ডৰ অধীনস্থ সকলো সৰু বৰ ৰাজ্য, উপনিবেশৰ পৰা সৈন্য বাহিনী ইংলণ্ডলৈ ঘূৰাই অনা হ'ল যাতে সৈন্য সকলে হীৰক জয়ন্তী উৎ সৱৰ শোভা যাত্ৰাত যোগ দিব পাৰে। ৰোমান সকলে দেশ জয় কৰি অহা বিজয় শোভা যাত্ৰাৰ দৰে আছিল এই জয়ন্তীৰ শোভা যাত্ৰা। এই জয়ন্তী উৎ সৱৰ সম্পৰ্কত ৰাণীয়ে তেওঁৰ ৰাজ পত্ৰিকাত এইদৰে লিখিলে - '' মোৰ বিশ্বাস, মোক যি সম্বৰ্দ্ধনা জনালে ইয়াৰ পূবৰ্বে

কোনেও এনে সম্বৰ্দ্ধনা লাভ কৰা নাছিল।''

১৮৯৭ চনৰ জুন মাহৰ এই হীৰক জয়ন্তী উৎসৱৰ দিনটোয়ে ইংলণ্ডত আনন্দ আৰু সুখৰ প্লাৱন বোৱাই দিছিল। এই দিনটো আছিল ৰাণীৰ শাসন কালৰ উচ্চতম শিখৰ আৰু সম্ভৱ ইংৰাজ শক্তিৰ শৈল শিখৰ। এই ঐতিহ্যপূৰ্ণ জয়ন্তী উৎসৱৰ তিনিবছৰৰ ভিতৰত দক্ষিণ আফ্ৰিকাৰ দুখন সৰু গণতান্ত্ৰিক ৰাজ্যই বিশ্বক আটাইতকৈ শক্তি শালী সাম্ৰাজ্যৰ অধিপত্যৰ বিৰোদ্ধে প্ৰতিৰোধ সাবস্ত্য কৰিলে। প্ৰথমে এই ৰাজ্য দুখনৰ লগত হোৱা ''বৱাৰ'' যুদ্ধত বৃটিছ সৈন্যৰ অসমকক্ষ সৈন্য বলৰ কথা শুনি লণ্ডনত ইংৰাজ সকলে বিদ্ৰুপ কৰিছিল। কিন্তু ১৯০০ চনৰ গোটেই বছৰটো আছিল দুঃসংবাদৰ বছৰ। এই দুৰ্বিসহ সময়খিনিৰ কাৰণে সকলোতকৈ বেছি কষ্ট পাইছিল একাশী বছৰীয়া ৰাণী ভিক্টৰিয়াই। তেওঁ এই ঘটনা ৰাজিৰ কাৰণে অতিশয় বিশ্ৰামহীন হৈ পৰিছিল গভীৰ উদ্বিগ্ন, তেওঁ যুদ্ধ ক্ষেত্ৰলৈ যোৱা সেনাধ্যক্ষ আৰু সৈন্য সকললৈ চিঠি লিখি বিদায় সম্ভাষণ জনাইছিল। যুদ্ধত আঘাত প্ৰাপ্ত হৈ চিকিৎসালয়ত থকা সকলক লগ ধৰিবলৈ চিকিৎসালয়লৈ ঢাপলি মেলিছিল। ৰাণী অথবা আন কোনেও এই যুদ্ধ বিচৰা নাছিল। কিন্তু জাৰ্মানী আৰু ফ্ৰান্সত বাৰ্তাৰ কাকত বোৰে ৰাণীক বৰ অযুক্তিকৰ ভাবে আক্ৰমন কৰি তেওঁক ধৰাশায়ী কৰিছিল।

১৯০০ চনৰ ১৮ ডিচেম্বৰৰ কথা। ৰাণীয়ে আযৰলেণ্ড ভ্ৰমণ কৰি আহি লণ্ডন বিমান বন্দৰত ইয়াষ্ট্ এল্ বাটী যানৰ পৰা অৱতৰণ কৰিলেহি। নিৰীক্ষক সকল ৰাণীক আদৰণি জনাবলৈ গৈ থ'মকি ৰ'ব লগা হৈছিল। কিয়নো তেওঁলোকে ৰাণীৰ মাজত এটা ডাঙৰ পৰিবৰ্ত্তণ প্ৰত্যক্ষ কৰিছিল। আগৰ বছৰৰ ৰাণী গৰাকী যেন সেই গৰাকী নহয়। এনে উপলব্ধি হ'ল। হীৰক জয়ন্তীৰ দিনা লণ্ডনৰ ৰাজ পথেদি গাড়ী চলাই যোৱা, সৰু, নিপোটল অথচ ধুনীয়া মহিলা গৰাকী যেন ক'ৰবাত হেৰাই গ'ল। বাৰ্ধক্যৰই সৃষ্টি কৰা পীড়া আৰু সেই বিষাদ গ্ৰস্ত বছৰটোৰ ব'ব নোৱাৰা বোজাৰে ভাৰাক্ৰান্ত এগৰকাকী মহিলা হিচাপে তেওঁ সেইদিনা আত্ম প্ৰকাশ কৰিছিল। আহি পায়েই তেওঁ পুত্ৰ যুৱৰাজ ওৱেলচক তৎক্ষণাৎ মতাই অনালে। আনজন পুত্ৰ ডিউক অৱ কনাৰ্ড আছিল জাৰ্মানত। তেওঁলৈ এটি তাঁৰ বাৰ্ত্তা পঠালে এই বুলি '' নাতিয়েক সম্ৰাট ২য় উইলিয়ামৰ ঘৰত ৰাণী মৃত্যু শয্যাত।'' তাঁৰ বাৰ্ত্তাটো পাই জাৰ্মান চেঞ্চেলৰ প্ৰিন্স ভন্ বুলি'ই যুৱৰাজ কনাৰ্ডক শান্তনা দি ক'লে - '' ৰাণীৰ অসুখে কি গতি লয় আমি নজৰ ৰখা ভাল হ'ব।'' এই বাৰ্ত্তাটো প্ৰিন্স ভন্ আৰু কনাৰ্ডয়ে সম্ৰাট দ্বিতীয় উইলিয়ামলৈ পঠালে। সম্ৰাটে কনাৰ্ডৰ এই বাৰ্ত্তা পাই বিৱত হৈ উত্তৰ দিলে এই বুলি - '' এয়া তেওঁৰ

আইতাকৰ জীৱন মৰণৰ প্ৰশ্ন। গতিকে কনাৰ্ড আহি তেওঁক এবাৰ দেখা কৰা বৰ জৰুৰী।''

কিছুদিন ধৰি ইংলণ্ড আৰু জাৰ্মানিৰ মাজৰ সম্পৰ্ক বৰ সৌহাদ্যপূৰ্ণ নাছিল। কিয়নো জাৰ্মানি সম্ৰাট কেইচাৰে ব'য়েৰৰ ৰাষ্ট্ৰপতি ক্ৰুগেৰ ক ইংৰাজ আক্ৰমন এটা প্ৰতিহত কৰা বাবে অভিন্দন জনাই তাঁৰ বাৰ্ত্তা পঠাইছিল আৰু মিতিৰালিৰ কথা ইংৰাজ সকলে গম পাইছিল। কিন্তু কালৰ কুটিল গতিত ১৯০১ চনৰ ২২ জানুৱাৰী দিনা জাৰ্মানি সম্ৰাট আৰু যুৱৰাজ ওৱেলচে একেলগে ইংলণ্ডনৰ ৰাজ পথত খোজ কঢ়া দেখা গ'ল। অহি নকুল বুলি ভবা দুখন দেশৰ দুজন মূৰববীৰ এই অপ্ৰত্যাশিত মিতিৰালি দেখি সকলো আচৰিত হৈছিল। এই মিলনৰ পাচতে প্ৰথম বাৰৰ বাবে সম্ৰাট কেইচাৰ ইংলণ্ডত জনপ্ৰিয় হৈ পৰিল। তেওঁ আনন্দত অভিভূত হৈ সম্ৰাজ্ঞীলৈ লিখিলে যে যিদিনা ৰাতি তেওঁ আহি আইতাক ৰাণী ভিক্টৰিয়াৰ ওচৰ পালেহি, এই কথা জানি লণ্ডন বাসী মানুহৰ আনন্দৰ অশ্ৰু বৈ গৈছিল। ৰাণীআইতা আছিল সম্ৰাট কেইচাৰক প্ৰকৃততে ভাল পোৱা মুষ্টিমেয় মানুহৰ ভিতৰত অন্যতম।

অৱশেষত নিষ্ঠুৰ নিয়তি আহি হাজিৰ হ'লহি। ৱাইট্ দ্বীপত যিদিনা ৰাণীৰ মৃত্যু হ'ল সেইদিনা সমগ্ৰ ইংলণ্ড শোকত ম্ৰিয়মান হ'ল। অন্ত্যেষ্টি ক্ৰিয়াৰ বাবে যুদ্ধ কালিন ব্যস্ততাৰে কাম চলিল। যুদ্ধৰ জাহাজ আৰু শত্ৰু সন্ধানী জাহাজ বোৰ ইয়াট্‌ এলবাৰ্টত সাগৰত দুটা শাৰী পাতি সাজু হ'ল আৰু ৰাণীৰ নশ্বৰ দেহ লৈ নিৰ্দ্দিষ্ট পথেদি জাহাজ বোৰ আগবাঢ়িল। লগে লগে জাহাজত 'চপিন'ৰ অন্ত্যেষ্টি ক্ৰিয়াৰ শোভা যাত্ৰাৰ বেণ্ড বাজি উঠিছিল। বন্দুক আৰু কামান বিলাক গৰ্জি উঠিল। কি যে এক গৌৰৱময়, আকৰ্ষণীয় দৃশ্য হৈছিল সেই অন্ত্যেষ্টি শোভা যাত্ৰা। দেখা জনেহে উপলব্ধি কৰিব পাৰিব। আঠ মাইল জোৰা এই শব-যাত্ৰাত যুদ্ধ জাহাজ , মেৰাইন জাহাজ বোৰে যেন বন্দুক আৰু কামানৰ গৰ্জনত মূৰ দোৱাঁইছিল। সেই সন্মানজনক টোপ ধ্বনিৰ মাজেদি বিস্ফোৰিত হৈছিল, বেদনাৰ আৱহ সঙ্গীত।

নতুন সম্ৰাট ৭ম এড ৱাৰ্ড ৰাণীৰপুত্ৰ আছিল। তেওঁ যেতিয়া জাহাজেৰে আহি ইয়াষ্টৰ ৰাজহাউলী পালেহি তেতিয়া তেওঁ দেখিলে ইংলণ্ডৰ ৰাষ্ট্ৰীয় পতাকা অৰ্দ্ধ নমিত হৈ আছিল। তেওঁ কমাণ্ডাৰক ইয়াৰ অৰ্থ কি সুধিলে। কমাণ্ডাৰে উত্তৰ দিলে - ''চাৰ, মহাৰাণীৰ মৃত্যু হ'ল।'' ৭ম এডৱাৰ্ডে পুনৰ ক'লে ''কিন্তু ৰজা জীৱিত আছে।'' এই দৰে কৈ ৰাষ্ট্ৰীয় নতাকাখন যথা স্থানলৈ উত্তোলন কৰালে। এনেদৰে ৰাণী ভিক্ট'ৰিয়াৰ মৃত্যুৰ লগে লগে বুৰঞ্জীৰ এটা অধ্যায়ৰ যৱনিকা পৰিল।

ৰাণীৰ অন্ত্যেষ্টি ক্ৰিয়া হৈ যোৱা পাচতো সম্ৰাট কেইচাৰ কেইদিনমান লণ্ডনত আছিল। তেওঁ অৱশ্যে এই কথাত নিশ্চিত হৈছিল যে ৰাণীৰ অন্ত্যেষ্টি ক্ৰিয়াত যোগ দি তেওঁ যি আন্তৰিকতা পূৰ্ণ শোক প্ৰকাশ কৰিলে, তেওঁ ইংলণ্ড এৰি যোৱাৰ পাচত ইংৰাজ সকল পুনৰ বিজয় যাত্ৰাত অগ্ৰসৰ হ'ব। কাৰণ তেওঁ জানিছিল যে ইংৰাজ জাতিটো আৱেগ প্ৰৱন জাতি। আৱেগৰ বশবৰ্ত্তী হ'লে তেওঁলোকে কোনো কামতে পিচ নোহোঁহকে। কিন্তু অনতহাতে জাৰ্মানি সকল আছিল উগ্ৰ স্বভাৱৰ। কাৰণ তেওঁ দেখিছিল যে ব'য়াৰ যুদ্ধ বিজেতা ফিল্ড মাৰ্শ্বলি লৰ্ড ৰবাৰ্টচক সন্মান সূচক 'ব্লেক ঈগল' উপাধি প্ৰদান কৰিব খোজাত জাৰ্মান সকল খঙত জাঙুৰ খাই উঠিছিল। অৱে এৰিলেও পৰকিতিয়ে নেৰাৰ দৰে জাৰ্মানলৈ ঘূৰি অহাৰ বহুত দিনৰ পাচলৈকে ব্যক্তিগত ভাৱে সম্ৰাট কেইচাৰ ইঁলণ্ডৰ মোহনীয় প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল । সময় বাগৰি যোৱাৰ লগে লগে ৰাজধানী চহৰ লণ্ডনৰ জীৱন যাত্ৰাই লাহে লাহে স্বাভাৱিকতা লাভ কৰিলে।

তাৰ পাচত ইংলণ্ডত উইনষ্টন চাৰ্চিল নামৰ এজন ডেকা বিষয়াই দুপৰীয়া আহাৰ খাই থাকোতে এজন জেষ্ঠ নেতা চাৰ উইলিযাম হাৰক'ৰ্টক প্ৰশ্ন কৰিলে - '' চাৰ, এতিয়া কি হ'ব?'' ইযাৰ উত্তৰত চাৰ উইলিয়ামে নিৰুদ্বেগ কন্ঠৰে ক'লে - '' প্ৰিয উইন্‌ষ্টন, এটা দীৰ্ঘ জীৱনৰ অভিজ্ঞতাই মোক এটা কথাত পতিযন যোৱাইছে যে একো অঘটন নঘটে।'' স্বাভাৱিকতে ৰাণীৰ মৃত্যুৰ পাচত ইংৰাজ জাতিৰ মনত যি শূন্যতা অনুভূত হৈছিল তাৰেই বহিঃ প্ৰকাশ আছিল চাৰ্চিলৰ এই প্ৰশ্নটো । আনৰ কথানো কি ক'ম, জৱহৰলাল নেহেৰুৰ মৃত্যুৰ পাচত আমাৰ দেশৰ মানুহৰ মুখতো এনে এটা প্ৰশ্ন উচ্চাৰিত হৈছিল - '' নেহেৰুৰ পাচত কি হ'ব ?'' জনতাৰ অন্তৰ দখল কৰাএনে মূৰব্বী নেতাৰ বিয়োগত স্বাভাৱিকতে এটা শূন্যতা উপলব্ধি কৰা হয়।

বাস্তৱিকতে ৰাণীৰ আমোলত বিগত ষাঠি বছৰত এটা অঘটন ঘটা নাছিল। ৰাণীয়ে ৰাজদত্ব কৰিছিল, নথি পত্ৰত হস্তাক্ষৰ কৰিছিল, মানুহকভাল পাইছিল আৰু এই দৰেকালৰ সোঁতত এদিন বুঢ়ী হৈছিল। ৰাণীৰ শাসন কালতে ইংৰাজ সম্ৰাজ্য শক্তিশালী হৈ উঠিছিল। ইংৰাজ সকল অধিক ঐক্যবদ্ধ হৈছিল। ইংলণ্ডৰ সম্পত্তি বাঢ়ি বাঢ়ি বৃহৎ তৰ পৰা বৃহত্তৰ ৰূপ ধাৰণ কৰিছিল। ইংলণ্ডৰ জন সংখ্যাও দুগুণ হৈছিল। কিন্তু তাৰ পাচত কেইমাহ মানৰ ভিতৰতে সকলো সলনি হৈ গ'ল। ১৯০১ চনৰ জানুৱাৰীত ৰাণী ভিক্ট'ৰিয়াৰ মৃত্যু হৈছিল। এজন নতুন গুৰিয়ালে ইংৰাজ নাৱৰ গুৰি ধৰিলে। ইয়াৰ পাচত আফ্ৰিকাত থকা ইংৰাজ উপনিবেশৰ খেতিয়ক সকলে

ইংৰাজ সাম্ৰাজ্য বিৰোধিতা কৰিলে। ইংৰাজ পৰিয়াল বহুতে যুদ্ধ ক্ষেত্ৰত থকা তেওঁলোকৰ আত্মীয় সৈন্য সকলৰ পৰা চিঠি পাব ধৰিলে। চিঠিত সৈন্যসকলে লিখিছিল - '' যুদ্ধ অৱসান হোৱাৰে কোনো লক্ষণ নাই, ই সুদূৰ পৰাহত।'' আফ্ৰিকাৰ উপনিবেশত আৰম্ভহোৱা যুদ্ধই ক্ৰমে ব্যাপ্তি লাভ কৰিলে । এনে পৰিস্থিতিতে সমগ্ৰ ইংলণ্ডৰ সন্মুখত আশ্চৰ্য্য জনক উদ্বিগ্নতাৰে ডেকা উইন্‌ষ্টন, চাৰ্চিলেএ সময়ত উত্থাপন কৰা সেই লাখটকীয়া প্ৰশ্নটো পুনৰ উদয় হ'ল - ''এতিয়া কি হ'ব?''

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



# প্ৰবাদ পুৰুষ ৰুছভেল্ট

ক্ষণজন্মা কি ছুমান মানুহে একোটা সময়ত ইতিহাসৰ বাবে কিংবদন্তি হৈ পৰে। বুৰঞ্জী প্ৰণেতাই যেতিয়া এনে প্ৰবাদ পুৰুষৰ চৰিত্ৰ আৰু প্ৰভাৱৰ বিষয়ে বুৰঞ্জীত লিপিবদ্ধ কৰে তেতিয়া তেওঁ সিবিলাকৰ বিষয়ে কিছুমান গুৰুত্বপূৰ্ণ মতামত দাঙি ধৰে। তেনে এজন প্ৰবাদ পুৰুষ ফ্ৰেঙ্কলিন ডেলান ৰুছভেল্টৰ বিষয়ে ইতিহাস ৰচকে যি সিদ্ধান্ত দিলে হেঁতেন, সেই গৌৰৱময় কিংবদন্তি ১৯৪৫ চনত মৃত্যু হোৱা ৰুচভেল্টে মৃত্যুৰ কেইবছৰমানৰ ভিতৰতে সৃষ্টি কৰি গৈছিল।

সময় বাগৰি যোৱাৰ লগে লগে তেওঁৰ বিষয়ে লিখা গ্ৰন্থ আৰু স্মৃতিচাৰণ ধাৰাবাহিক গতিত প্ৰকাশ পাব ধৰিলে। ফ্ৰান্সিচ পাৰ্কিনচ নামৰ লেখিকা গৰাকীয়ে লিখিছিল যে তেওঁ যুক্তৰাষ্ট্ৰৰ ভৱিষ্যত ৰাষ্ট্ৰপতিজনক প্ৰথম যেতিয়া লগ পাইছিল তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ ২৮ বছৰ। সেই সময়তে তেওঁ নিউয়ৰ্কৰ ৰাজ্যিক বিধান সভালৈ নিৰ্বাচিত হৈছিল। ফ্ৰেন্সিচৰ দৃষ্টিত ৰুছভেল্ট আছিল এজন সাধাৰণ অথচ সন্মানীয় ডেকা মানুহ। পাৰ্কিনচৰ ধাৰণা হৈছিল ৰুছ ভেল্টৰ আৰৱত সমাজ সংস্কাৰ বিষয়ত কোনো স্পষ্ট ভাৱাবেশ নাই মাথো তেওঁৰ ব্যক্তিত্বত তেনে এটা কৃত্ৰিমতা বিদ্যমান হৈছিল। ৰুছভেল্টে সততে মুৰটো উচ্চ কৰি ঠুৰ্টাৰিটো আগলৈ দি ফুৰিছিল। শৰীৰৰ এই দুটা বিশেষ ভঙ্গীমাৰ লগত বিৰাট উচ্চতাটোৰ সংযোগ ঘটি তেওঁ চেহেৰাটো বৰ আভজা কৰি তুলিছিল। তদুপৰি আগবাঢ়ি থকা নাকটোৱে তেওঁৰ মুখমণ্ডলটো আৰু আৰ্ভজা কৰিছিল। এই চেহেৰা দেখিয়েই নেকি এবাৰ এজন জ্যেষ্ঠ ৰাজনীতিকে পাৰ্কিনচক কৈছিল, '' ৰুছভেল্ট নামৰ এই মানুহজন অত্যন্ত দাম্ভিক আছিল।'' পাৰ্কিনচে তেওঁৰ কিতাপত ৰুছভেল্টৰ সাংসদ জীৱনৰ চমু বৰ্ণনা দাঙি ধৰিছে। এই বৰ্ণনা দিবলৈ যাওঁতে তেওঁ চিনেট সভাত ৰুছভেল্টৰ তৰ্কৰ অংশ বিশেষ উদ্ধৃত কৰিছে। তেওঁ উল্লেখ কৰিছে যে তৰ্ক কালত ৰুছভেল্টে নাক মুখ ফুলাই চিঞৰিছিল, '' নাই, নহয়, মই এইবিলাক নুশুনো, মই মান্তি নহওঁ ইত্যাদি।'' নিউয়ৰ্কৰ শিল্প উদ্যোগত এটা সময়ত মহিলা কৰ্মীয়ে ৫৪ ঘণ্টাতকৈ অধিক কাম কৰিব লাগিছিল। এই বিষয়টো সাব্যস্ত কৰিব কাৰণে এখন বিধেয়ক উত্থাপন কৰিবৰ উদ্দেশ্যে মিচ পাৰ্কিনচ্ এল্‌বিনৰ ৰাজধানী চহৰলৈ গৈছিল। তেওঁৰ এই কামত ৰুছভেল্টে সহায় কৰিব বুলি আশা কৰিছিল, কিন্তু

তেওঁ এই বিষয়ত কোনো সহায় নকৰিলে। পাৰ্কিনচে ৰুছভেল্টৰ এই অমনোযোগিতাৰ মনোভাৱক সহজভাৱে ল'ব পৰা নাছিল। কিন্তু পিছত তেওঁ স্মৃতিচাৰণ কৰি সমাজ সংস্কাৰৰ প্ৰতি ৰুছভেল্টৰ প্ৰাৰম্ভিক অনিহাৰ অনুসন্ধান কৰি লিখিছিল- '' ডেকা কালৰ উদণ্ড স্বভাৱ বিনম্ৰতাৰ অভাৱ আত্মপ্ৰত্যয়ৰ প্ৰভাৱ আৰু সবাৰোপৰি সাধাৰণ মানুহৰ আশা আকাঙ্খা ভয় ভীতৰ প্ৰতি থকা অমনোযোগিতাৰ কাৰণে ৰুছভেল্ট তেতিয়া সমাজ সংস্কাৰৰ দিশত অনিহা আছিল ''।

১৮৮২ চনৰ ৩০ জানুৱাৰীত ফ্ৰেঙ্কলিং ডনাৰ্ল' ৰুছভেল্টৰ জন্ম হৈছিল। তেওঁৰ দেউতাক হাড্চনৰ সম্ভ্ৰান্ত লোকৰ এটি আগশাৰী সংস্থাৰ এজন অগ্ৰণ্য সদস্য আছিল। এই সন্থাৰ সদস্যসকল আত্মনিৰ্ভৰশীল, ভোগ বিলাসী আৰু ধনী শ্ৰেণীৰ আছিল। কিশোৰ ৰুছভেল্টৰ খেলৰ লগৰীয়া বিলাক ধনী আঢ্যৱন্ত ঘৰৰ আছিল। সবৰ্বসাধাৰণৰ ঘৰৰ ল'ৰাৰ লগত তেওঁৰ তেনেকোনো সম্পৰ্ক নাছিল। সাধাৰণ মানুহৰ ল'ৰা-ছোৱালী পঢ়া বিদ্যালয়লৈ তেওঁ যোৱা নাছিল। ঘৰুৱা শিক্ষকৰ দ্বাৰা তেওঁক শিক্ষা দিয়া হৈছিল। শিক্ষাদানৰ বন্ধৰ সময়ত তেওঁ পৰিয়ালৰ লগত কেম্পবেল' আৰু নিউব্ৰান্সউইকৰ গ্ৰীষ্ম নিবাসত প্ৰমোদ ভ্ৰমণ কৰিবলৈ প্ৰায়ে গৈছিল। চৈধ্য বছৰ বয়সত ৰুছভেল্ট যুক্তৰাষ্ট্ৰৰ ভিতৰত অন্যতম প্ৰখ্যাত স্কুল গ্ৰটনত ভৰ্ত্তি হৈছিল। এই স্কুলতে তেওঁ সমবযসৰ আন ল'ৰাৰ লগত মিলা জোলাৰ সুবিধা পাইছিল।

গ্ৰন্থকাৰ এলগুেন হেট্চে কৈছে,'' যেতিয়া ৰুছভেল্ট স্কুললৈ যোৱা আৰম্ভ কৰিছিল তেতিয়া তেওঁৰ মনটো কাউৰিৰ বাঁহৰ কূটাৰ দৰে বিভিন্ন অসংলগ্ন জ্ঞানৰে আচ্ছন্ন আছিল।'' হেট্চে লগতে ইয়াকো কৈছে যে ৰুছভেল্টে আয়ত্ব কৰা জ্ঞান ৰাজিৰ ভিতৰত এটা বিষয় একেবাৰে শূণ্য আছিল ; আৰু সেইটো হ'ল টকা পইচা বিষয়ৰ জ্ঞান। ৰুছভেল্টৰ বিৰোধী মানুহ বিলাকে এইটোকে লৈ তেওঁক সমালোচনা আৰু ইতিকিং কৰিছিল। ইয়াৰ কাৰণ হিচাবে হেট্চে কৈছে যে ৰুছভেল্টৰ আৰ্থিক স্বচ্ছলতা ইমানেই নিৰাপদ আছিল যে এই বিষয়ে তেওঁৰ ভবাৰ দৰকাৰ নাছিল। গ্ৰটন স্কুলত তেওঁ খেলা-ধূলা আৰু কিতাপ অধ্যয়নত বিশেষ মনোযোগী হৈ পৰিছিল। খেলৰ ভিতৰত নাওঁ খেলত বেছি ৰাপ আছিল আৰু এই ৰাপ তেওঁ কেতিয়াও হেৰুওৱা নাছিল।'' যাৰ যি পৰকিতি লগতে যায় '' বোলাৰ দৰে ৰাষ্ট্ৰপতি ৰুছভেল্ট হিচাপেও তেওঁ যেতিয়া নাওঁ খেল আৰু নৌকা বিহাৰৰ প্ৰসংগ উলিয়াইছিল তেতিয়া তেওঁৰ চিত্ত কিশোৰৰ দৰে চঞ্চল হৈ উঠিছিল।

গ্ৰটনত স্কুলীয়া শিক্ষা শেষ কৰি ৰুছভেল্ট 'আৱাপলিচ'ত উচ্চ শিক্ষা লবলৈ

যাবলৈ বিচাৰিছিল। কিন্তু দেউতাকে তেওঁক তাৰ পৰিবৰ্তে হাৰ্ভাডলৈহে শিক্ষা ল'বলৈ পঠালে। হাৰ্ভাডত তেওঁ ইতিহাস আৰু প্ৰশাসন বিষয়ত সন্মাজনক শিক্ষা লাভ কৰিলে। তাত তেওঁ কেইবাটাও ক্লাবৰ সদস্য হ'ল। এটা সময়ত তেওঁ হাৰ্ভাড ক্রিমচন নামৰ সংবাদ পত্ৰৰ সম্পাদক হিচাবে নিযুক্ত হ'ল। ১৯০৪ চনত তেওঁ তাৰ পৰা গৈ কলম্বিয়াৰ আইন স্কুলত ভৰ্ত্তি হ'লগৈ ।কিন্তু ইয়াতো তেওঁ গ্ৰটন আৰু হাৰ্ভাডিৰ দৰে অমনোযোগী ছাত্ৰ হৈ পৰিছিল। ফলত তেওঁ আইনৰ স্নাতক ন'হল। তথাপিও পৰীক্ষাৰ ভিত্তিত ৰুছভেল্টক ১৯০৭ চনত উকিল হিচাবে ভৰ্ত্তি কৰা হৈছিল। মজাৰ কথাটো হ'ল আইন অধ্যয়ন কৰাত তেওঁৰ যিমান ধাউতি আছিল ওকালতি কৰাত তেওঁৰ সিমান ৰাপ নাছিল। কোনো কামতে নিজক খাপ খুৱাব নোৱাৰি ফ্ৰেঙ্কলি ডনাল' ৰুছভেল্ট কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিছিল। গতিকে দেখা যায় যে অন্য কাৰণ থাকিলেও বহু পৰিমাণে এই কাৰণে সম্ভৱতঃ ৰুছভেল্ট ৰাজনীতিত প্ৰৱেশ কৰিলে। ৰাজনৈতিক জীৱনৰ প্ৰথম পথ পৰিক্ৰমাত তেওঁ ১৯১০ চনত নিউয়ৰ্কৰ ৰাজ্য চিনেট সভালৈ চিনেটৰ হিচাপে নিবৰ্বাচিত হ'ল। ১৯১২ চনত ডেমক্ৰেটিক নেচনেল কনভেনচন দলৰ ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী হিচাপে উইড্ৰ উইল্চনৰ নিবৰ্বাচনত তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল। সম্ভৱতঃ সক্ৰিয় ৰাজনীতিৰ পৰা আঁতৰাই অনাৰ মানসেৰে ৰুছভেল্টক যুক্তৰাষ্ট্ৰৰ নৌ বিভাগৰ সহকাৰী সচিব পদ যঁচা হৈছিল। এই পদ প্ৰত্যাখান কৰি ৰুছভেল্টে কৈছিল, '' মই এই পদ গ্ৰহণ কৰাৰ পৰিবৰ্ত্তে ৰাজহুৱা জীৱনৰ যিকোনো পদ গ্ৰহণ কৰিবলৈ প্ৰস্তুত।'' নিজৰ দলৰ সক্ৰিয় সদস্য হিচাবে তেওঁক ৰাজ্যিক কমিটিৰ সদস্য সকলৰ অভাৱ অভিযোগ বিলাক গ্ৰহণ আৰু পৰ্য্যালোচনা কৰিবলৈ দায়িত্ব দিয়া হৈছিল। এই কাম কৰোতে ৰাজনীতিৰ নাড়ি-নক্ষত্ৰ বুজাত তেওঁৰ প্ৰচুৰ, দীৰ্ঘস্থায়ী অভিজ্ঞতা লাভ হৈছিল। ৰাজনৈতিক জীৱন পৰিক্ৰমাত ৰুছভেল্টৰ বিচিত্ৰ অভিজ্ঞতা হৈছিল। তেওঁ কৈছিল, '' ৰাজনীতিবিদৰ অলপিয়া পৃষ্ঠপোষকতাই প্ৰচুৰ আনন্দ, সন্তুষ্টি সৃষ্টি কৰাৰ উপৰিও ই তেওঁৰ বাবে সমাজত বন্ধুত্ব আৰু সন্মান লাভৰ আহিলা হৈ পৰে।'' সম্ভৱতঃ এই অভিজ্ঞতাৰ ভিত্তিতে ৰুছভেল্টে প্ৰথিত যশা লেখিকা সতীৰ্থ ফ্ৰেন্সিচ্ পাৰ্কিনচক কৈছিল, '' এই কেইটা উপাদান যি ৰাজনীতিবিদৰ থাকিব তেওঁ নিজৰ স্থান জনসাধাৰণৰ ওচৰত নিৰাপদ হৈ থাকে।''

১৯২১ চনত ৰুছভেল্ট পলিঅ' ৰোগত আক্ৰান্ত হৈছিল। আচৰিত কথা এইয়ে যে তেওঁৰ বিষয়ে লিখা প্ৰতিজন লেখকৰ মত আছিল যে পলিঅ' ৰোগত আক্ৰান্ত হোৱা কথাটো ৰুছভেল্টৰ জীৱনৰ শৈক্ষিক বিকাশৰ উত্তৰণৰ প্ৰকৃত প্ৰক্ৰিয়া আছিল।

মিচ্ পাৰ্কিন্সে লিখিছিল,'' পলিঅ' ৰোগৰ পৰা আৰোগ্য হৈ ৰুজভেল্ট সম্পূৰ্ণৰূপে উষ্ম হৃদয়ৰ বিনম্ৰ উদ্যম যুক্ত অথচ গভীৰ দাৰ্শনিক চিন্তাৰে প্ৰভাৱিত মানুহ হিচাপে আত্ম প্ৰকাশ কৰিলে। তেওঁৰ সামৰ্থ, অভিজ্ঞতাৰ প্ৰত্যুত্তৰত গঢ় লৈ উঠা তেওঁৰ ক্ষমতাই ক্ৰমান্বয়ে প্ৰকাশ পাই উঠিল।''

ৰুজভেল্ট দুবাৰ নিউইয়ৰ্কৰ গৰ্ভনৰ হৈছিল। কিন্তু ১৯৩২ চনৰ প্ৰথম ভাগতে তেওঁ স্বাস্থ্যৰ কিছু অৱনতি ঘটিল। তেওঁৰ স্বাস্থ্য একেবাৰে ভাগি পৰিছিল বুলি গুজৱ ওলাল। তথাপি অপৰিসীম ক্ষমতাৰ দ্বাৰা তেওঁ এই গুজৱ বিলাক নাকচ কৰিছিল। তেওঁ দেখুৱাব পাৰিছিল যে তেওঁৰ বল শক্তি হেৰাই যোৱা নাছিল। ১৯৪৪ চনত ৰুজভেল্টৰ স্বাস্থ্য সম্বন্ধীয় উৰা বাতৰিবোৰ সত্য প্ৰমানিত হ'ল। কিয়নো বাৰ বছৰৰ পাচত পাতল চুলিৰ, ক্ষীনাকায়, মুখমণ্ডলত বয়সৰ আঁচ পৰা এজন বেলেগ ৰূপৰ ৰুজভেল্টক মানুহে দেখা পালে। ইতেমধ্যে ৰুজভেল্ট তিনবাৰ যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপাত পদত অধিষ্ঠিত হৈ গৈছিল। ১৯৪৪চনত তেওঁ চতুৰ্থ বাৰ এই পদৰ বাবে স্বাস্থ্য জনিত কাৰণত প্ৰতিদ্বন্দিতাত নমাৰ ইচ্ছা নাছিল। কিন্তু বাতৰি ওলাল যে ৰুজভেল্টৰ প্ৰতিদ্বন্দী টম ডিউয়ে যথেষ্ট ভাল নিবৰ্বাচন অভিযান চলাইছে, তেওঁ ৰ'ব নোৱাৰিলে মন সলনি কৰিলে। ভগ্নস্বাস্থ্যৰ প্ৰতিকূল অৱস্থাৰ বিৰোদ্ধে তেওঁ যুঁজ দিবলৈ স্থিৰ কৰিলে। সেই সময়ত এনে এটা উৰাবাতৰি প্ৰচাৰ হ'ল যে ৰাষ্ট্ৰপতি পদলৈ পুণৰ নিবৰ্বাচিত হ'লে তেওঁ বেছি দিন জীয়াই নাথাকিব। এই উৰাবাতাৰ ৰুজভেল্টৰ কাণটো পাৰাছিল। কিন্তু বজ্ৰ কঠিন তেওঁৰ মন। যেনে ইচ্ছা তেনে কাম। এদিন তেওঁ নিবৰ্বাচনী প্ৰচাৰৰ পৰা ঘূৰি আহি ৱাছিংটন পাই দেখিলে যে তেওঁৰ শৰীৰৰ ওজন ১২ পাউণ্ড বাঢ়িছে। সেইবাৰ নিবৰ্বচনী প্ৰচাৰ কাৰ্য্য কিছু কঠিন আছিল যদিও তেওঁ সেইবোৰ অতিক্ৰম কৰিব পাৰিছিল , আশাতীত ভাৱে সফল হৈছিল।

ইংলণ্ডৰ লৌহ পুৰুষ উইনষ্টন চাৰ্চ্চিলৰ প্ৰতি ৰুজভেল্টৰ অকৃত্ৰিম শ্ৰদ্ধা, মৰম আছিল। তেওঁৰ বিশ্বাস হৈছিল ষ্টেলিনৰ লগতো সমানে তেওঁ যাব পাৰিব। কিন্তু তেওঁ ধাৰণা উলতি গ'ল। কিয়নো তেওঁ ১৯৪৩ চনত টেহেৰাণ সম্মিলনত দেখিলে যে সেনা নায়ক ষ্টেলিন মানুহজন তেওঁ ভবাৰ দৰে সহজ বিধৰ নাছিল। সম্মিলনৰ সময়ত ষ্টেলিনে যি কৰিবলৈ কৈছিল ৰুজভেল্টে তাকে বিনাবাক্যে কৰিছিল। ৰুজভেল্ট ষ্টেলিনৰ দূতাবাসত থাকাছিল , নৈশ ভোজলৈ গৈছিল, তেওঁৰ সেনাধক্ষ্য এডামিৰেল আদিক লগ ধৰাছিল; কিন্তু ষ্টেলিন নিজে কঠিন আৰু গহীন আছিল। ষ্টেলিনৰ এই আচৰণ দেখি ৰুজভেল্ট হতভম্ব হ'ল। তেহেৰাণ সম্মিলনলৈ অহা এই যাত্ৰাটো অৰ্থহীন হোৱা বুলি ৰুজভেল্টৰ

ধাৰণা হ'ল। কিন্তু ৰুছভেল্ট উলা মুলা মানুহ নাছিল। তেওঁ স্থিৰ কৰিলে যে বৰফ কঠিন ষ্টেলিনক তেওঁ জয় কৰিবই লাগিব।

এই সম্মিলনৰ এখন সভাত উপস্থিত হ'বলৈ যাওঁতে এদিন পুৱা ৰুছভেল্টে উইষ্টন চাৰ্চ্চিলক লগ পালে। ৰাষ্টাৰ কাষলৈ চাৰ্চ্চিলক মাতিনি ৰুছভেল্টে ক'লে, '' উইনষ্টন মই আশা কৰো মই যি কাম কৰিবলৈ ওলাইছো তাৰ বাবে তুমি মোক খং নকৰিবা।'' মুখত থকা চিগাৰটোৰ স্থান সলাই চাৰ্চ্চিলে গোৰ গোৰনি শব্দ কৰিলে ।পাছত সভা কক্ষত ৰুছভল্টে ডাঙৰ অথচ ফুচফুচনি স্বৰত ক'লে, ''আজি পুৱা বিচনাৰ পৰা বেয়াকৈ উঠাত উইনষ্টনৰ ভৰি বেকা হ'ল।'' এই কথা শুনি সভাত থকা ষ্টেলিনৰ মুখত এটা অস্পষ্ট হাঁহি বিৰিঙি উঠিল। ৰুছভেল্টে এই সুবিধা নেৰিলে। ৰুছভেল্টে ইংৰাজৰ বদনাম কৈ, জ'ন বুল অৰ্থাৎ চাৰ্চ্চিলে আৰু তেওঁৰ চিগাৰৰ বিষযে কৈ উইনষ্টনৰ খং তুলিছিল। চাৰ্চ্চিলে চকু ৰঙা কৰি পোন্দোৰা কৰি উঠিল। এইদৰে লঘূ কথা কৈ ৰুছভেল্টে চাৰ্চ্চিলৰ খং উঠাই গৈ থাকিল। ৰুছভেল্টে যিমানেই চাৰ্চ্চিলক বিৰক্ত কৰিছিল তাকে দেখি ষ্টেলিনে সিমানেই হাঁহিবলৈ ধৰিলে। অৱশেষত ৰ'ব নোৱাৰি ষ্টেলিনে সজোৰে কিৰিলি পাৰি হাঁহি দিলে । তেতিয়াৰ পৰা ৰুছভেল্টে ষ্টেলিনক , 'আঙ্কল জো' বুলি মাতিব ধৰিলে। সেইদিন ধৰি ষ্টেলিনৰ লগত ৰুছভেল্টৰ এটা নিবিড ব্যক্তিগত সম্পৰ্ক গঢ লৈ উঠিল। এই গোটেই কাহিনীটো পাচত ৰুছভেল্টে বন্ধু লিখক মিচ্ পাৰ্কিন্সক সদৰি কৰিছিল।

ৰুছভেল্ট মানুহজন যিমানেই গহীন গম্ভীৰ নহওক কিয় তেওঁৰ ব্যক্তিগত আদব-কায়দা অভ্যাসবোৰ তেনেই সাধাৰণ আছিল। শুনিলে আঁচৰিত লাগে যে আনকি যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি হৈ থাকোতেও তেওঁ বগা ৰং দিয়া লোহাৰ ঠেক বিছনা এখনত শুইছিল। বিছনাখনৰ লগত আছিল দুটামান গাৰু আৰু কম্বলৰ পৰিবৰ্তে এখন ধোঁৱা বৰণীয়া শ্বাল তেওঁ ব্যৱহাৰ কৰিছিল। ৰাতি ঠাণ্ডাৰ পৰা ৰক্ষা পাবলৈ তেওঁ এটা চুৱেটাৰ পিন্ধি শুইছিল। তেওঁৰ বিচনাৰ ওচৰত আছিল বগা ৰং কৰা এখন কাঠৰ সৰু টেবুল। এই টেবুলখনৰ ওপৰত তেওঁ ৰাখিছিল এচপিৰিনৰ বড়ি, নাকৰ দৰব, এগিলাচ পানী, ফোন নম্বৰ লিখা কিছুমান কাগজৰ টুকুৰা, কেইখনমান কিতাপ, এটা ঘড়ী, এখন প্ৰাৰ্থনা গীতৰ পুথি, এপেকেট চিগাৰেট, এটা ছাঁই দানি আৰু দুটামান টেলিফোন। ইয়াৰ উপৰিও কোঠাটোত আছিল গধুৰ, ডাঙৰ কাঠৰ আলমিৰা। হোৱাইট হাউচত কাপোৰ থোৱা কাপ ব'ৰ্ড নাছিল। এখন ওখ চকী আৰু কেইটামান পুৰণা ড্ৰয়াৰও কোঠাটোত আছিল।

এখন দেশৰ ৰাষ্ট্ৰপতি হোৱা স্বত্তেও ৰুজভেল্টৰ ধৰ্মৰ প্ৰতি এটা সত্যনিষ্ঠ অনুভৱ আছিল। ধৰ্মৰ প্ৰতি নিষ্ঠা থকা দেখি বহুত মানুহে ৰুজভেল্ট গিৰ্জ্জালৈ যাব বুলি ভাবিছিল যদিও তেওঁ মাজে মাজেহে গীৰ্জ্জালৈ গৈছিল। সেয়ে হলেও তেওঁ বাইবেল আৰু আন প্ৰাৰ্থনা গীতৰ কিতাপবোৰ খৰচি মাৰি পঢ়িছিল। এইবিলাক কিতাপৰ বহুত পংক্তি তেওঁৰ মুখস্থ আছিল। অৱশ্যে ৱাছিংটনৰ পৰা বাহিৰত থকা সময়ছোৱাত তেওঁ সঘনে গীৰ্জ্জালৈ গৈছিল। ৰুজভেল্টে এবাৰ বন্ধু লিখক মিচ্ পাৰ্কিন্সচক কৈছিল - '' মই ৰাষ্ট্ৰপতি জীৱনৰ সোণালী ৱেষ্টনীৰ ভিতৰত প্ৰায় সকলো কামকে কৰিব পাৰো; কিন্তু ইয়াৰ ভিতৰত মই প্ৰাৰ্থনা কৰিব নোৱাৰো ।কিয়নো মই যদি ৱাছিংটন ভ্ৰমনলৈ অহা ভ্ৰমণকাৰী বিদেশী অতিথি সকলক আদৰ আপ্যায়িত নকৰি গীৰ্জ্জাত প্ৰাৰ্থনা কৰিবলৈ যাওঁ তেনেহ'লে মোৰ কৰ্ত্তব্য অৱহেলা কৰা হ'ব আৰু মোৰ গুৰুতৰ শাস্তি হ'ব।''

যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি জেফাৰচন, জেকচন, আব্ৰাহাম লিংকনৰ দৰে ৰুজভেল্টকো জনপ্ৰিয় জননায়ক হিচাপে আখ্যা দিয়া হৈছিল। জনসাধাৰণে ৰুজভেল্টক তেওঁলোকৰ মাজৰ এজন বুলি গণ্য কৰিছিল আৰু জনতাৰ বাবে তেওঁ সৰ্বস্ব আছিল বুলি ভাবিছিল। ৰুজভেল্ট কেৱল এই সুহৃদয়তাৰ বাবে কিংবদন্তি হৈ ৰ'ল, হৈ ৰ'ল এজন প্ৰবাদ পুৰুষ হিচাবে। এই শক্তিনিহিত হৈ আছে তেওঁৰ সৰলতাৰ মাজত আৰু এই সৰলতাৰ বাবে ৰুজভেল্ট এক বিৰল কিংবদন্তি হৈ অনন্ত কাল বৰ্ত্তি থাকিব যুক্তৰাষ্ট্ৰৰ ইতিহাসত।

ooooooooooooooooooo



# এটা জাতি নির্ম্মাতা ঃ জৰ্জ্জ ৱাছিংটন

ঠাইখন আছিল আমেৰিকাৰ ফিলাডেলফিয়া। চনটো আছিল ১৭৭৫ । ইয়াতে অনুষ্ঠিত হৈছিল আমেকিাৰ দ্বিতীয় মহাদেশীয় কংগ্ৰেছৰ সভাখন। লেক্সিংটন আৰু কংকৰ্ড যুদ্ধৰ পাচত অনুষ্ঠিত হোৱা এই সভাখনে সৰ্বসন্মতিক্ৰমে মানুহজনক আমেৰি কাৰ সেনা বাহিনীৰ মূখ্য অধিনায়ক হিচাপে নিৰ্ব্বাচন কৰি লে। সেই মানুহজন আছিল জৰ্জ্জৱাছিংটন। সেনাধিনায়ক নিববাঁচিত হোৱা সময়ত তেওঁৰ বয়স আছিল ৪৩ বছৰ। এক অভিনৱ চেহেৰা আছিল ৱাছিংটনৰ । শুৱনি চুলি একোচা, সবল বাহু, ছয়ফুট দুই ইঞ্চি ওখ, অশ্বাৰোহীৰ দৰে আটি ল উৰু, তীক্ষ্ন নীলা চকুহাল আৰু গহীন গহীনকৈ আদেশ দিব পৰা উদাত্ত অথচ গম্ভীৰ কন্ঠস্বৰৰ গৰাকী আছিল জৰ্জ্জৱাছিংটন । জন্মসূত্ৰে ভাৰ্জিনিয়াৰ সন্তান হোৱা হেতুকে তেওঁ ৰাজনৈতিক ভাবেও এই উচ্চ পদবীৰ বাবে উপযুক্ত আছিল। তেওঁ যেতিয়া সেনাবাহিনীৰ অধিনায়কত্ব কৰিছিল, তেওঁক সঁচাকৈ সেনাধ্যক্ষৰ দৰে দেখা গৈছিল। ৰঙা-নীলা কাপোৰেৰে তৈয়াৰী ইউনিফৰ্ম পৰিহিত ৱাছিংটনৰ যি মনোৰম চেহেৰাৰ অভিব্যক্তি প্ৰকাশ পাইছিল সেই দৃশ্য দেখাজনে কেতিয়াও পাহৰিব পৰা নাছিল। কংগ্ৰেছত যোগ দিয়া প্ৰতিনিধিসকল তেওঁৰ শান্ত সৌম্য চিন্তা, তেওঁৰ সময় সচেতনতা আৰু উপযুক্ত সিদ্ধান্ত গ্ৰহনৰ সামৰ্থ্য দেখি স্তম্ভিত হৈছিল; মোহিত হৈছিল।

তেওঁলোকৰ সেনাধিনায়ক বাচনিটো যে কিমান সুন্দৰ আছিল এই কথা সেইসময়ত কংগ্ৰেছৰ প্ৰতিনিধিসকলে ভাবিবই পৰা নাছিল। ৱাছিংটন নিজেই যেন এটি বিপ্লৱ হ'ল। তেওঁৰ আকাশ লঙ্ঘী ইচ্ছা শক্তি আৰু আশ্চৰ্য্যজনক ধৈৰ্য্যই এই বিপ্লৱী সত্বাক জীয়াই ৰাখিছিল। দেশৰ দুবৰ্বলতাৰ বিষয়ে তেওঁ তিতা লগাকৈ উপলব্ধি কৰিছিল যদিও ইয়াৰ অন্তৰ্নিহিত শক্তিৰ ওপৰত আস্থা হেৰুৱা নাছিল। প্ৰচণ্ড বোধগম্যতাই তেওঁক লৌহ কঠিন দায়িত্ব লৈ ভয়ানক যুদ্ধ ক্ষেত্ৰৰ মুখামুখী হ'বলৈ সাহস দিছিল। তেওঁ নিজৰ উগ্ৰ অবয়বৰ বিষয়ে সচেতন আছিল কিন্তু দুবৰ্বলতা আৰু অহঙ্কাৰ মুঠেই নাছিল। তেওঁৰ চখ্ আছিল অনন্য, পিন্ধন, খাদ্য সকলোতে। পিন্ধিবৰ বাবে চিল্কৰ দীঘল মোজা আৰু ৰূপালী লেচ যুক্ত জোতা সুদুৰ ইংলণ্ডৰ পৰা আমদানি কৰি অনাইছিল। কিন্তু কেতিয়াবা তেওঁ মৃগাবৰণীয়া চুলিখিনি কাটিবলৈ আৰু আঁচুৰিবলৈ পাহৰি গৈছিল । বাহিৰে ৰং চং ভিতৰত কোৱাভাতুৰীৰ দৰে ৱাছিংটন দেখাত সুন্দৰ আছিল সঁচা কিন্তু দাঁত তেওঁৰ খুব বেয়া আছিল। তেওঁৰ কষ্টকৰ দাঁত বিষ আছিল । বেয়া

দাঁতৰ কাৰণে তেওঁ গোটেই জীৱন কষ্ট খাইছিল। তেওঁ আমোদ প্ৰমোদ ভাল পাইছিল, নাচিবলৈ ভাল পাইছি ল। মাছ মৰা, চৰাই চিকাৰ কৰাত তেওঁপাকৈত আছিল। চিকাৰী কুকুৰৰ পিঠিত উঠি তামাসা কৰিও তেওঁ ভাল পাইছিল। সূৰ্য্যৰ তাপ তেওঁ বৰকৈ সহ্য কৰিব নোৱাৰিছিল। সেই দেখি নিজৰ পামখন পৰিদৰ্শণ কৰিবলৈ যাওঁতে ঘোঁৰা গাড়ীৰ চেদেলত এটা ছাতি সদায় বান্ধি লৈছিল।

জন্মসূত্ৰে সম্ভ্ৰান্ত পৰিয়ালৰ ভদ্ৰলোক আছিল যদিও ৱাছিংটনে মাটি ভাল পাইছিল। ইতিহাসে অনুধাৱন কৰাতকৈ তেওঁ বেচি বাস্তৱ ধৰ্ম্মী, বেচি অভিলাষী আৰু কঠোৰ ভাৱাপন্ন আছিল। ১৭০০ শতিকাৰ দোক মোকালিত ভাৰ্জিণিয়াৰ আন সম্ভ্ৰান্ত পৰিযালৰ দৰে ৱাছিংটনৰ পৰিয়ালো মাটি সম্পত্তিত চহকী আছিল যদিও আৰ্থিকভাবে বৰ চহকী নাছিল।পৰিয়ালৰ স্থিতি চাই জৰ্জ্জৰ আনুষ্ঠানিক শিক্ষা আছিল চুটি আৰু এৰা-ধৰা ধৰণৰ। ঘৰুৱা শিক্ষকৰ তত্বাৱধানত তেওঁ পঢ়া, লেখা কৰিছিল আৰু লগতে ভূগোলৰ শিক্ষা গ্ৰহণ কৰিছিল। অৱশেষত তেওঁ গণিত শাস্ত্ৰও অধ্যায়ন কৰিছিল। এইখিনি বিষযৰ শিক্ষা লোৱাৰ পাচত লৰ্ড ফেয়াৰ ফেক্স নামৰ এজন জমিদাৰৰ ভূ-সম্পত্তিৰ চাৰ্ভেয়ৰ সহকাৰী হিচাবে ৱাছিংটনে কামত যোগ দিয়ে। মাটি আৰু ধন সম্পত্তি নথকা মানুহক সেইসময়ত ভাৰ্জিণিয়ান সকলে হেয় জ্ঞান কৰিছিল। সেয়েহে ৱছিংটনে মাটি আৰু ধন-সম্পত্তি আৰ্জ্জি ভাৰ্জিণিয়ান সকলৰ আগত সম্মানিত ব্যক্তি হ'বলৈ আশা কৰিছিল। পিচে কথাতে কয় সিংহ যি হাবিতে নেথাকক সি সময়ে সময়ে গাজৰণি মাৰিবই। মাত্ৰ একৈশ বছৰ বয়সত তেওঁৰ নিজৰ ব্যগ্ৰতা আৰু ৰাজ-প্ৰশাসক ৰবাৰ্ট ডিন্‌উইদিৰ সদিচ্ছাৰ বলত তেওঁ এবাৰ এটা দুৰ্দান্ত সামৰিক আভিযানৰ নেতৃত্ব লৈ হাবিয়ে জঙ্গলে আগুৱাই গৈ ফৰাচী সকলক সতৰ্ক কৰি দিছিল যাতে তেওঁলোকে অহায়' উপত্যকাত অনাধিকাৰ প্ৰবেশ নকৰে। নোম আকলুৱা ফৰাচী বিলাক কিন্তু পিচ হুঁহকি নগ'ল আৰু সিহঁতৰ মুখামুখি হোৱা ভাৰ্জিণিয়াৰ প্ৰথমজন মুখ্য সৈনিক আছিল ৱাছিংটন। ৰণত এবাৰ ৱাছিংটনে নিজৰ সাহসিকতাৰ প্ৰমান কৰাৰ সুবিধা পাইছিল তেতিয়া, যেতিয়া বৃটিছৰ সেনাধক্ষ্য এডৱাৰ্ড ব্ৰেডক স-সৈন্যে মনন গাহেলা নদীৰ উপত্যকাৰ বনাঞ্চলৰপৰা বিতাৰণ কৰা হৈছিল। এই কাম ৱাছিংটনে ইমান কৌশলেৰে কৰিলে যে চোপ লৈ থকা শত্ৰু সৈন্যও তিষ্ঠিব নোৱাৰিলে। শত্ৰু সৈন্যৰ এই চোৰাং স্থিতিৰ কথা গম পাই ৱাছিংটন থিৰেৰে থাকিব নোৱাৰিলে। সেই সময়ত টান বেমাৰৰ পৰা উঠি ৱাছিংটন বৰ দুব্বৰ্ল হৈ আছিল। ঠিক আমাৰ লাচিত বৰফুকনৰ দৰে, দুব্বৰ্ল শৰীৰেই তেওঁ বাৰ ঘন্টা ঘোঁৰাৰে গৈ যুদ্ধ ক্ষেত্ৰ পালেগৈ। তুমুল যুদ্ধ হ'ল শত্ৰুৰ লগত। চকুৰ আগতে দুটা ঘোঁৰা যুদ্ধত নিহত হ'ল। চাৰিটা বন্দুকৰ গুলি তেওঁৰ কাপোৰৰ

মাজেদি সৰকি গ'ল। তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই। তেওঁ কৰ্ত্তব্য বিমুখ নহ'ল আৰু সাহসৰে যুদ্ধ কৰি জয়ী হ'ল। ঈশ্বৰে ও তেওঁক ৰক্ষা কৰি লে। তেওঁ সফল হ'ল।

এই যুদ্ধ জয়ৰ পাচত ৱাছিংটন ভাৰ্জিণিয়া সৈন্য বাহিনীৰ কমাণ্ডাৰ নিযুক্ত হ'ল। অকল সেয়ে নহয়, ভাৰ্জিণিয়াৰ সীমান্ত অঞ্চলত বসবাস কৰা প্ৰতিজন আমেৰিকানক ৰক্ষা কৰাৰ দায়িত্বও তেওঁক অৰ্পণ কৰা হ'ল। সেই সময়চোৱাতে তেওঁ কঠোৰ সামৰিক শিক্ষা লাভ কৰিলে। আমেৰিকান বিলাকক সেই সময়ত সামৰিক বাহিনীত মকৰল কৰা বৰ টান কাম আছিল । ৱাছিংটনে এই কামো কৰিলে। বহুত আমেৰিকান সৈন্য বিভাগত তেওঁৰ উদগনিত ভৰ্ত্তি হ'ল। সৈন্য বাহিনীত কটকটিয়া অনুশাসনৰ প্ৰয়োজন।এই অনুশাসন তেওঁ আয়ত্ব কৰিলে, প্ৰযোগো কৰিলে। উপদেশতকৈ আহিঁ ভাল। অনুশাসন ভঙ্গ কৰ াৰ পৰিনাম কিমান ভযানক তাক সৈন্য বাহিনীৰ আগত প্ৰতিপন্ন কৰিবৰ কাৰণে এবাৰ দুজন পলৰীয়া সৈন্যক ফাঁচী দি চৰম শাস্তি বিহিছিল। ৰাজহুৱা পদবীত পৰম্পৰাগত ভাবে চলি অহা ঈৰ্ষাপৰাযণতা, আৰু পৰণিন্দা দস্তুৰৰ বিষয়েও তেওঁ ভাল শিক্ষা লাভ কৰি ছিল। সৰ্ব্বশেষত সৈন্য বিভাগত থাকোতে ইংৰাজ সামৰিক াবভাগৰ লগত তেওঁৰ সেনা বাহিনীৰ পদবীৰ স্থান আৰু অধিকাৰৰ সম্পৰ্কত মত বিৰোধ হ'ল আৰু এই আপাহতে তেওঁ সেনা বিভাগৰ চাকৰি ইস্তফা দিলে। ইযাৰ পাচত তেও ভাৰ্জীণযাৰ বাৰ্গচেচ্ ( ভাৰ্জীণয়াৰ পাৰ্লিয়া মেন্টক বাৰ্গিচেচ্ বোলা হৈছিল ) সভালৈ নিৰ্বাচিত হ'ল। এই পদবীত ১৩ ষোল বছৰ থাকি দেশৰ আন সম্মানিত নাগৰিকৰ দৰে জীৱন যাপন কৰিছিল কিন্তু ইযাৰ ভিতৰতে এটা নতুন সমস্যাই গা কৰি উঠিল। বিদ্ৰোহৰ উত্তেজিত বতাহে যুক্তৰাষ্ট্ৰৰ উপনিবেশ সমূহ কোবাই গ'ল। ইয়াকে দেখি ৱাছিংটনে এইদৰে লিখিলে '' যুক্তৰাষ্ট্ৰৰ শান্তিপূৰ্ণ সমতল ভূমি হয় তেজেৰে প্লাৱিত হ'ব, নহয দাসৰ বাসস্থান হ'ব। কোনোবা ন্যায় পৰায়ন মানুহে ইয়াৰ এটা বাচনি কৰি বলৈ ইতস্তত ঃ কৰিব পাৰেনে?''

এই বিদ্ৰোহ দেখি ইংৰাজ সকলে ভাবিছিল যে ই উপনিবেশিক সকলৰ উত্তেজনা জড়িত উশৃংখলাৰ বহিঃ প্ৰকাশ মাথোন। সেনাপতি সকলৰ এই অনুভৱ হয়তো অযুক্তিকৰ নাছিল। ইফালে উপনিবেশ বিলাক অনিশ্চিত ভাৱে এক গোট হৈ আছিল যদিও পৰস্পৰ বেয়াধৰণে বিদ্বেষী আছিল। সিইঁতৰ শিল্প উদ্যোগ নাছিল, সামৰিক নীতি নাছিল, সামৰিক ভঁৰাল নাছিল; নাছিল সহযোগী আৰু যুদ্ধৰ জাহাজ । মুঠতে ইউৰোপীয় মানদণ্ডৰ তুলনাত সিইঁতৰ সৈন্য বাহিনী নগন্য আছিল। কিন্তু তথাপি এইদৰে সিইঁতে পৃথিৱীৰ ভিতৰত এটা শ্ৰেষ্ঠ সামৰি ক শক্তিৰ মুখামুখি হ'ল। এই সামৰিক বাহিনীৰ আছিল এটা শক্তিশালী নৌ সেনা গোট যাৰ গুৰিত আছিল বৰ্ব্বৰ

স্বভাৱৰ ভাৰতীয় আৰু যুক্তৰাষ্ট্ৰৰ অনুগামী আন দেশৰ লোক।

বাঙ্কাৰ পাহাৰত নতুন ইংলণ্ডৰ দেশীয় প্ৰজা সৈন্য সকলে ইতিমধ্যে যি কাম কৰিলে, সি দেখাত আশ্চৰ্য্য জনক আছিল। তেওঁলোকে এইটো প্ৰমাণ কৰিব পাৰিছিল যে পমুৱা হ'লেও তেওঁলোকে ইংৰাজৰ আক্ৰমন সহিব পাৰিছিল। আঁৰৰ পৰা লক্ষ্য ভেদ কৰা আৰু যুদ্ধ কৰাৰ যি পাৰ্গতালি তেওঁলোকৰ আছিল ইংৰাজ বিলাক তাৰ সমকক্ষ হ'ব পৰা নাছিল। কিন্তু বষ্টন অৱৰোধ কৰা কাৰ্য্যই ৱাছিংটনক এজন আচৰিত দায়িত্বশীল আৰু কৰ্ত্তব্য পৰায়ন ব্যক্তি হিচাপে প্ৰতিপন্ন কৰিলে। পোন্ধৰ হেজাৰ আমেৰিকান সৈন্য বষ্টনৰ চাৰিওফালে ডাঙৰ অৰ্দ্ধবৃত্তাকাৰ আৰ্হিত বাহৰ পাতি আছিল। ৱাছিংটনে এইবিলাক সৈন্যক খুৱাই-বোৱাই ৰখাৰ উপৰিও সিহঁতৰ মাজত নিয়ম শৃংখলা বজাই ৰখা আৰু সিহঁতক সামৰিক যুদ্ধত কৌশলৰ মূল পাঠ শিকাব লাগিছিল। সৈন্য সকলৰ কিছুমানৰ হাতত বন্দুক, খাৰ আছিল, কিছুমান ইউনিফৰ্ম পৰিহিত আছিল, কিছুমান নাছিল। সিহঁতে সুৰাপান কৰি হুলস্থূল কৰিছিল। ওচৰত থকা খেতি পথাৰৰ জেওৰা ভাঙি আনি খড়ি গোটাইছিল আৰু ওপৰৱালা বিষয়াৰ লগত কাজিয়া কৰিছিল। তাতোতকৈ ডাঙৰ কথাটো আছিল যে ৱাছিংটনৰ সৈন্য লাহে লাহে পলাবলৈ ধৰিছিল; প্ৰজা সৈনিক সকলে মাত্ৰ কেইমাহমানৰ বাবে সেনা বাহিনীত নাম ভৰ্ত্তি কৰিছিল আৰু সময় শেষহোৱাৰ পাচত হাতত বন্দুক বাৰুদ লৈ ঘৰলৈ গুচি যাবলৈ চেষ্টা কৰিছিলে।

এবাৰ ট্ৰাইকন্ডাৰ্গ দূৰ্গৰ পৰা অহাৰ পথত পোদাৰী সৈন্যৰ পৰা ৱাছিংটনৰ ক্ৰমে হ্ৰাস পাই অহা এনেহুৱা, অপ্ৰশিক্ষণপ্ৰাপ্ত সেনা সকলে অস্ত্ৰ শস্ত্ৰ কাঢ়ি ল'বলৈ চেষ্টা কৰোতে তেওঁ কোনোৰকমহে এটা সংঘৰ্ষ হোৱাৰ পৰা ৰক্ষা কৰিছিল। কাৰণ যেতিয়া ডৰ চেষ্টাৰত বন্দুকৰ গৰ্জ্জন উঠিল ইংৰাজ সৈন্য ফৰিংচিটি কা দিলে। দক্ষিণ নিউইয়ৰ্কত পিচৰ বছৰ গ্ৰীষ্ম কালত ৱাছিংটনৰ দুখ পুনৰ দ্ৰুত গতিত আৰম্ভ হ'ল। কাৰণ লংআইলেণ্ডত বাৰে বাৰে প্ৰহৃত হৈ তেওঁৰ সৈন্যদল কোনোৰকম বৰফৰ মাজে মাজে পলাই গৈ ইষ্ট ৰি ভাৰ হৈ মেনহটন্ পালেগৈ। তেওঁৰ সৈন্য দল যুদ্ধ কৰি দুখোজ আগুৱাই এখোজ পিচুৱাই হোৱাই প্ৰেইন পালেহি। পুনৰ যুদ্ধ কৰি আগুৱাই-পিচুৱাই হাড্চন নদী পাই নিউ জাৰ্চি হৈ ডিলাৱাৰ নদী পাৰ হৈ পেন্চিলভেনিয়াত উপস্থিত হ'লহি। গ্ৰীষ্ম আৰু বৰ্ষা শেষ হৈ প্ৰচণ্ড শীতে আৱৰি ধৰিলে। এনে প্ৰাকৃতিক দুৰ্যোগৰ কবলত পৰি মাত্ৰ ২৪০ জন জৰ্জ্জৰিত সৈন্যহে তেওঁৰ সৈন্য দলত বাচি থাকিল। ১৭৭৬ চনৰ ২০ ডিচেম্বৰত ৱাছিংটনে কংগ্ৰেছলৈ এই বুলি বাৰ্ত্তা প্ৰেৰন কৰিলে - " মাত্ৰ আৰু দহ দিনৰ ভিতৰত আমাৰ সৈন্যৰ অস্তিত্বঃ শেষ হ'ব।"

তাৰপাচত তেওঁ কৃত কাৰ্য্যতাৰ বাবে খেল খেলিলে। পাচঁ ৰাতিৰ পাচত বৰ দিনৰ নিশা তেওঁ নিজৰ সৰু সৈন্য দলটো বৰফাবৃত্ত ডেলাৱাৰ নদী পাৰ কৰি আগুৱাই লৈ গ'ল। ঠেৰেঙা লগা জাৰত বৰফ মিহলি বৰষুণত তিতি তিতি সৈন্য দলটো ন-মাইল দূৰত থকা ট্ৰেন্টন্ চহৰত উপস্থিত হৈ নগৰ খনকে আচৰিত কৰা নাছিল বৰং হেচিয়ান প্ৰতিবাদী সকলকো স্তম্ভিত কৰিছিল। আমেৰিকান সৈন্য সকলে দুঘন্টাতকৈ কম সময়ত কোনো মানুহ হতাহত নোহোৱাকৈ যুদ্ধ কৰি জয় লাভ কৰিলে। তাৰ এসপ্তাহৰ পাচত সিহঁতে অসীম সাহসেৰে পুনৰ নিউজাৰ্চি আক্ৰমন কৰিলে প্ৰিন্সটনত। ৱাছিংটনে ছেদেলি ভেদেলি হোৱা সেনা বাহিনী পুনৰ একত্ৰিত কৰি কোনো অনিষ্ট নোহোৱাকৈ শত্ৰুৰ গৰ্জ্জি থকা বন্দুকৰ মাজেদি আগবাঢ়ি গ'ল। গোটেই বিশ্ব এই কাৰ্য্য দেখি চমৎ কৃত হ'ল- বিপ্লৱটো ৰক্ষা পৰিল। কেইমাহ মান সময়ৰ বাবে হোৱা পৰাজয়, হতাশা আৰু ধ্বংসৰ গ্লানি এটা সাহসী আৰু বিজয়ৰ স্বাদে নিৰাময় কৰি দিলে। এইখন এখন ডাঙৰ যুদ্ধ আছিল। এফালে জৰ্জিয়াৰ পৰা কুইবেকলৈ আৰু আনফালে নিউইয়ৰ্কৰ পৰা মিচিচিপিলৈকে এই যুদ্ধ বিয়পি পৰিছিল। শেষত এই যুদ্ধই ইংলণ্ড আৰু ফৰাচী যুদ্ধ জাহাজ বোৰকো জড়িত কৰিছিল। যুদ্ধৰ গতি ধীৰ আছিল। কেতিয়াবা এনেকুৱাও হৈছিল যে কোনো ডাঙৰ ঘটনা নঘটাকৈ মাহ মাহ পাৰ হৈছিল। দেখাত যুদ্ধখন স্তিমিত আছিল। যুদ্ধ বন্দী আৰু সংশোধিত বুলেটিন (টোকা) নিয়মানুসাৰে সলনি কৰা হৈছিল। অস্থায়ী সন্ধিৰ পতাকাক সম্মান জনোৱা হৈছিল। জাৰ্মাণ টাউনত আমেৰিকান সৈন্যই বন্দী কৰা সেনাধক্ষ্য চাৰ উইলিয়াম হোৰ কুকুৰ টো তেওঁক সসম্মানেৰে ঘূৰাই দিয়া হৈছিল। তথাপি যুদ্ধখন মাজে মাজে তিক্ততা পূৰ্ণও আছিল। আমেৰিকাৰ স্বেচ্ছাসেৱক দলক মৰা হৈছিল। হাড্চন নদীৰ পাৰত ষ্টনি পইন্টত থকা ইংৰাজ প্ৰতিৰক্ষা শিবিৰৰ আইন ভঙ্গৰ অপৰাধ দোহাই স্বেচ্ছা সেৱকক মৰা হৈছিল বা জখম কৰা হৈছিল। আমেৰিকান আৰু ইংৰাজ সৈন্য দলে টান শিল, বন্দুকৰ কুন্দা আৰু কুঠাৰেৰে নিউইয়ৰ্কৰ অৰিচ্কেনিক অৰণ্যত যুদ্ধত লিপ্ত হ'ল। কাউপেনচ্, ব্ৰেণ্ডি ওৱাইন, জাৰ্মান টাউন আদি ঠাইত তেজৰ নৈ বৈ গ'ল। এই সকলো বিলাকৰ যোগেদি ৱাছিংটনৰ বোজা বাঢ়ি গ'ল। কংগ্ৰেছৰ সদস্যবৰ্গই তেওঁক উত্তপ্তভাৱে দোষাৰোপ কৰিলে। কাৰণ তেওঁলোকৰ অভিযোগ হ'ল ৱাছিংটনে দেশখনক এনে সামৰিক নিৰ্য্যাতিনৰ বলি কৰিলে, যিটো ইংলণ্ডত প্ৰচলিত শাসন ব্যৱস্থাতেকৈও নিকৃষ্ট। ইয়াৰ ডেৰ বছৰৰ পাচত তেওঁক এনে এটা সৈন্যদল মকৰল কৰিবলৈ কৰ্তৃত্ব দিলে যিটো সঙ্কটৰ কালত দেশৰ প্ৰতি দায়বদ্ধ হ'ব। কিন্তু এই সৈন্যদলক পাৰিতোষিক দিবৰ বাবে ধনৰ অভাৱ আছিল।

ৱাছিংটনে কংগ্ৰেছৰ সংশয়ৰ কথা বুজি পালে। তেওঁ কংগ্ৰেছৰ অসামৰিক

নীতিক সম্মান জনালে আৰু শেষত নিষ্ঠা আৰু বিজয়ৰ নেৰানেপেৰা আশাৰে তেওঁ কংগ্ৰেছৰ মন জয় কৰিলে। তেওঁ নিজৰ সৈন্য সকলক হীনমন্য চকুৰে নেচাইছিল। তেওঁ সৈন্য সকলৰ ওপৰত আস্থা ৰাখিছিল। কাৰণ তেওঁ বিশ্বাস কৰিছিল যে সৈন্য কেতিয়াবা ভাগি যাব পাৰে কিন্তু তেওঁলোকে প্ৰায়ে ঘূৰি আহি যুদ্ধ কৰিব পাৰে । তেওঁ লোক ইংৰাজ সৈন্যৰ বেয়নেটৰ খোচত পৃষ্ঠভঙ্গ দিব পাৰে কিন্তু পিচদিনা পুণৰএকত্ৰিত হৈ যুদ্ধ কৰিব পাৰে। তেওঁ কৈছিল ''সৈন্য সকলে অপৰিসীম কষ্ট সহ্য কৰিব পাৰে, পাৰিতোষিক নেপোৱাকৈ থাকিব পাৰে, উপযুক্ত সাজ পোচাক আৰু খাদ্য নোহোৱাকৈ চলি থাকিব পাৰে । কিন্তু লাগে মাথো তেওঁলোকক আগবঢ়াই নিব পৰা এটা সবল-সুস্থ নেতৃত্ব।'' ১৭৭৭ চনৰ শৰত কালত ইংৰাজসকলৰ হাড়চন নদী উপত্যকা দখল কৰাৰ আঁচনি যেতিয়া বিফল হ'ল, তেতিয়া যুদ্ধৰ সোঁত সলনি হ'ল। ইয়াৰ প্ৰত্যক্ষ প্ৰভাৱ পৰিল চাৰট'গা নামৰ ঠাইত। সেনাধক্ষ্য জন্ বাৰ্গনি আঠ হেজাৰ ইংৰাজ আৰু হেচিয়ান সৈন্য লৈ অপ্ৰতিহতভাৱে কানাডাৰ পৰা দক্ষিণলৈ আগবাঢ়ি আহিল। কিন্তু অসীম সাহসী সেনাধ্যক্ষ হ'ৰাচিঅ' গেটচৰ অধীনত এটা আমেৰিকান সেনা বাহিনী লৈ হাডচন্ নদীৰ পশ্চিম উপকূলত সেনাধক্ষ্য বাৰ্গনিক বাধা দিলে। ইতিমধ্যে প্ৰজা সৈন্য বাহিনীও আহি ইংৰাজ সৈন্যক ভেটি ধৰিলেহি। তিনি ফালে সৈন্য আৰু উত্তৰ ফালে থকা অটব্য অৰণ্যৰ মাজত ইংৰাজ সৈন্য আৱদ্ধ হ'ল। উপায়হীন হৈ সেনাধক্ষ্য বাৰ্গনিয়ে আত্মসমৰ্পণ কৰিলে।

আমেৰিকাৰ কাৰণে এই বিজয় মহান আছিল। এই বিজয়ৰ দ্বাৰা প্ৰভাৱান্বিত হৈ ফ্ৰান্সে ধন, জন আৰু নৌ বাহিনী যোগান ধৰিলে। লগতে হলেণ্ড আৰু স্পেইনেও আমেৰিকাৰ এই ন্যায় প্ৰাপ্তিৰ বাবে সহায় সহানুভূতি প্ৰকাশ কৰিলে। চাৰি বছৰ ধৰি এই যুদ্ধ চলিল। আমেৰিকান সকলে ফ'ৰ্জ উপত্যকা অৱৰোধ কৰিলে। উত্তৰ অঞ্চলত তেওঁলোক অলৰ অচৰ হৈ থাকিল কিন্তু কেৰ 'লিনাত কৰ্ণৱালিচৰ অভিযান অব্যাহত থকাত তাৰ পৰা আমেৰিকান সকল বঞ্চিত হৈ থাকিল। কিন্তু সময়ৰ চকৰি আনফালে ঘূৰিল। আমেৰিকান সকলৰ হাতত অকথ্য লাঞ্ছনা খাই খাই কৰ্ণৱালিচৰ বাঁহিনী কেৰ'লিনাৰ পৰা ভাৰ্জিনিয়ালৈ আগবাঢ়ি আহিল আৰু ইয়ৰ্ক চহৰ দখল কৰিলে। সেই সময়ত ৱাছিংটন নিউইংলণ্ডত আছিল। তাত তেওঁ নিউইয়ৰ্ক আক্ৰমনৰ বাবে যোজনা তৈয়াৰ কৰাত ব্যস্ত আছিল। ফৰাচী সকলে এই উদ্দেশ্যে পাঁচ হেজাৰ সৈন্যৰ এটা দল ৱাছিংটনক সহায় কৰিবৰ বাবে পঠালে। ৱেষ্টএণ্ডিজৰ ফালৰ পৰা এটা বিশাল নৌ-বাহিনীও তেওঁলোকে প্ৰস্তুত কৰি পঠালে। কিন্তু কি মন চলিল ক'ব নোৱাৰি, ৱাছিংটনে ৰাতিৰ ভিতৰতে সিদ্ধান্ত সলনি কৰি নিউইয়ৰ্কৰ সলনি কৰ্ণৱালিচৰ বিৰোদ্ধেহে আক্ৰম কৰিবলৈ আগবাঢ়ি গ'ল। ফৰাচী যুদ্ধ জাহাজো লগে লগে ভাৰ্জিণিয়া অভিমূখে

অগ্ৰসৰ হ'ল। পাঁচ সপ্তাহ জোৰা তীব্ৰ গতিৰ অগ্ৰসৰৰ পাচত ৱাছিংটনে ষোল হেজাৰ ফৰাচী আৰু সহায় কাৰী দেশৰ সৈন্য লৈ ইয়ৰ্ক চহৰ অৱৰোধ কৰিলে। উপায়ন্তৰ হৈ কৰ্ণৱালিচে ইয়ৰ্ক আৰু জেমচ্ নদীৰ মাজৰ এটা সৰু অন্তৰীপেদি সাগৰ অভিমূখে ৰাওনা হ'ল। কিন্তু ফৰাচী সেনাপতি ডি. গ্ৰাছেৰ নৌবাহিনী ইতিমধ্যে 'চেচাপিকে' উপসাগৰ দখল কৰি নিয়ন্ত্ৰনত ৰাখিছিল। পদাতিক সৈন্যৰ অহোৰাত্ৰ কচৰতত লৰচৰ কৰিব নোৱাৰি কৰ্ণৱালিচ কিংকৰ্ত্তব্য বিমূঢ় হ'ল। এনে পৰিস্থিতিত ১৭৮১ চনৰ ১৯ অক্টোবৰত কৰ্ণৱালিচৰ ৭০০০ সৈন্য তিষ্ঠিব নোৱাৰি অস্ত্ৰ সম্বৰণ কৰি বিদায় ল'লে। পৃথিৱী স্তম্ভিত হ'ল ।এখন দীৰ্ঘ দিনীয়া যুদ্ধৰ অৱসান হ'ল। বিদ্ৰোহী সকলৰ জয় হ'ল।

সৈন্য বিভাগৰ পৰা অৱসৰ লোৱাৰ বিষয়ে ৱাছিংটনে এইদৰে লিখিলে - '' কোনো প্ৰতিদান নেপোৱাকৈ যদি মই সুখী হৈছো সেয়া মই মোৰ দেশ বাসীৰ পৰা পোৱা অনুমোদনৰ কাৰণে হৈছো আৰু মই সন্তুষ্ট হ'ম সেই কাৰণেহে। মোৰ প্ৰবল ইচ্ছাত এতিয়াও সম্পূৰ্ণ হোৱাৰ শক্তি নিহিত হৈ আছে মোৰ দেশবাসীৰ মাজত। তেওঁলোকে এনে এটা পদ্ধতি গ্ৰহণ কৰিব লাগিব যিটোয়ে এই বিশাল সাম্ৰাজ্যৰ ভবিষ্যত খ্যাতি, সুখ, শান্তি আৰু গৌৰৱ নিশ্চিত কৰিব পাৰিব।'' জৰ্জ্জ ৱাছিংটন এই বিলাক সম্পদ লাভ কৰাৰ বাটেৰে অগ্ৰসৰ হৈছিল। তেওঁৰ নম্ৰতা, গৌৰৱ, সম্মানৰ প্ৰতি থকা দৃষ্টিভঙ্গী আছিল এই বিশাল আমেৰিকান সম্ৰাজ্যখনৰ পাথেয, আদৰ্শ। তেওঁ মনে বিচৰা আমেৰিকান জাতিটো অৱশ্যে তেতিয়াও জন্ম হোৱা নাছিল ; হোৱা নাছিল ''নীতি নিৰ্দ্ধাৰণৰ পদ্ধতি।'' দীৰ্ঘ দিনৰ যুদ্ধ এখনৰ পৰা হোৱা সাহস আৰু নিৰ্য্যাতন, নীতি বা পদ্ধতিৰ অবিহনে শান্তি বেমেজালিৰ পাক-চক্ৰত হেৰাই যাব পাৰে । ইয়াৰ পাচতে ৱাছিংটনে অৱসৰ লোৱাৰ কথা চিন্তা কৰিলে। অৱসৰ লৈ মাউন্ট ভাৰ্ণনলৈ যোৱাৰ পূবেৰ্ব বন্ধু সকললৈ তেওঁ লিখিছিল - '' কিবা এটা নিশ্চয় কৰিব লাগিব। নহলে গোটে ই জাতিটোৰ গাঠনি ধ্বংস হ'ব।'' তেওঁৰ এই সংশয় অমূলক নাছিল । ১৭৮৭ চনত হোৱা সাংবিধানিক অভিবৰ্ত্তনত তেওঁৰ প্ৰভাৱে প্ৰাধান্য লাভ কৰিছিল। এইখন অভিবৰ্ত্তনৰ সভাপতি আছিল ৱাছিংটন নিজে। উৎকৃষ্ট চিন্তা শক্তিযুক্ত, পাণ্ডিত্যপূৰ্ণ ৰাজনৈতিক বিজ্ঞানী আৰু নিবন্ধকাৰৰ দ্বাৰা এই অভিবৰ্ত্তণ গঠিত হৈছিল। এইসকল পণ্ডিত প্ৰৱৰৰ লগত ৱাছিংটনে ফেৰ মাৰিব নোৱাৰিছিল। ইয়াৰ বাবে তেওঁ চেষ্টাও কৰা নাছিল। তেওঁ কথা কম কৈছিল, কামত আগভাগ বৰকৈ নলৈছিল। যুক্তৰাষ্ট্ৰৰ সংবিধানৰ কোনো খণ্ড তেওঁ ৰচনা কৰা বুলি ক'ব নোৱাৰি। কিন্তু তথাপি আন যিকোনো মানুহৰ দৰে তেওঁও সংবিধানৰ গোটেই নথি খনৰ অধিকাৰী আছিল ।ব্যৱহাৰিক জ্ঞান,

সাহসী দৃষ্টিভঙ্গী আৰু ৰক্ষণশীলতাই সকলো ভেদ কৰি তেওঁক এক বিশেষ সাফল্যৰ শিখৰত উপবিষ্ট কৰিছিল। সময়ৰ প্ৰসন্ন দৃষ্টি ৱাছিংটনৰ ওপৰত পৰিছিল। সংবিধান ৰচনাৰ পাচত আহিল ৰাষ্ট্ৰপতি নিৰ্ব্বাচন পৰ্ব্ব। সেই সময়ত ৱাছিংটনৰ বাহিৰে এই পদবীৰ বাবে আন বিকল্প নাছিল। কিন্তু তেতিয়া এই উচ্চ পদটোৰ পৰিসৰ ন্যায় পালিকা আৰু বিধান পৰিষদৰ দৰে স্পষ্টভাৱে নিৰ্দ্ধাৰিত কৰা হোৱা নাছিল। সেই কাৰণে ৰাষ্ট্ৰপতি পদবীটো পুতলা পদলৈ অৱনমিত হোৱাৰ সম্ভাৱনা প্ৰবল আছিল। ৱাছিংটনে এই পদবী গ্ৰহন কৰি ইয়াৰ পৰিধি নিৰ্দ্ধাৰণ কৰিলে। নিজৰ চৰিত্ৰৰ লগত খাপ খুৱাই তেওঁ এই পদত উপযুক্ত মৰ্য্যদা ন্যস্ত কৰিলে।

এবছৰ দুবছৰ নহয় পুৰা আঠ বছৰ তেওঁ এই পদত অধিষ্ঠিত আছিল। এই সময় চোৱাত তেওঁ কাৰো লগত কৰমৰ্দ্দন কৰিবলৈ অনিচ্ছুক আছিল। তেওঁ উপলব্ধি কৰিছিল যে এনে এটা পৰিচিত আচৰণ ৰাষ্ট্ৰপতি পদৰ লগত ৰজিতা খোৱা বিধৰ নাছিল। সেয়েহে তেওঁ কৰমৰ্দ্দনৰ পৰিবৰ্ত্তে মূৰ দোঁৱাইছিল। তেওঁ ভেল্‌ভেটৰ চৌখীন আৱৰৰ পূৰ্ণ পোচাক পিন্ধিছিল; ছয়টা ঘোঁৰাৰে টনা ৰথ সদৃশ গাড়ীত ফুৰিছিল। তেওঁ নিজকে পৃথিৱীৰ যিকোনো ৰজা, মহাৰজাৰ সমতুল্য বুলি অনুভৱ কৰিছিল। কিন্তু তৎ সত্ত্বেও তেওঁ নিজে সদায় ভাবিছিল যে তেওঁ যি পদবীতে নেথাকক তেওঁ যুক্তৰাষ্ট্ৰৰ জনসাধাৰণৰ এজন অতি বাধ্য, সম্মানিত ভৃত্য আছিল। অতি দক্ষতাৰে আঠবছৰ ৰাষ্ট্ৰপতি পদত অধিষ্ঠিত থাকি অৱসৰ লোৱাৰ পাচত মাত্ৰ দুবছৰহে ৱাছিংটন জীয়াই আছিল। যুক্ত ৰাষ্ট্ৰৰ জাতি নিৰ্ম্মাতা এই মহান নায়ক জনে শেষ মূহুৰ্ত্তত এইষাৰ কথা কৈছিল - '' মই বৰ কষ্টকৰ মৃত্যু বৰণ কৰিছো।'' আৰু ইয়াকে কৈ তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে। ৰাষ্ট্ৰপতি পদত থাকোতে ৱাছিংটনে অভিজ্ঞতাৰ ভিত্তিত এষাৰ সোন সেৰীয়া কথা কৈছিল সেয়া হ'ল - '' ন্যায় শাসনেই হৈছে এখন চৰকাৰৰ সবাতোকৈ শক্তিশালী স্তম্ভ।'' যুক্তৰাষ্ট্ৰৰ এইজন স্বনামধন্য মহা নায়ক আজি মৰিও অমৰ হৈ আছে।।





# কানাডাৰ নিপুন নিৰ্মাতা ঃ জ'ন মেক্ ডনাল্ড

উত্তৰ আমেৰিকাৰ ইতিহাস প্ৰসিদ্ধ প্ৰবাদ পুৰুষ বিলাকৰ ভিতৰত জ'ন মেক্ ডনাল্ড হৈছে অন্যতম। তেওঁ হৈছে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি আব্ৰাহম লিংকনৰ সমকক্ষ কানাডাৰ ৰাষ্ট্ৰ নায়ক। কাৰণ মেক্ ডনাল্ডেই আছিল সেইজন সিদ্ধ পুৰুষ যি কানাডাক এখন ৰাষ্ট্ৰ হিচাপে নিৰ্মান কৰিছিল।

এটা সময় আছিল যেতিয়া কানাডা আমেৰিকা যুক্তৰাষ্ট্ৰৰ লগত একীভূত হৈ আছিল। কিন্তু মেক্ ডনাল্ডে এই যুক্ত ৰাষ্ট্ৰক স্থায়ীভাৱে দুভাগত বিভক্ত কৰি আমেৰিকা যুক্তৰাষ্ট্ৰৰ উত্তৰ দিশে এটা সুকীয়া জাতি, এখন সুকীয়া ৰাষ্ট্ৰ নিৰ্মাণ কৰিলে যাৰনাম হ'ল কানাডা। তথাপি এটা কথা ক'ব পাৰি যে যুক্তৰাষ্ট্ৰইহে এক প্ৰকাৰে মেক্ ডনাল্ডক সৃষ্টি কৰিলে। ভাগ্যদেৱী মেক্ ডনাল্ডৰ প্ৰতি প্ৰসন্ন আছিল। দেখাত সাঁথৰ যেন লগা অথচ সত্য যে ৰাজহুৱা কাম কৰি আনন্দ পোৱা কিন্তু ব্যক্তিগত জীৱনত সামান্য ভাৱে বিষন্ন স্বভাৱৰ এই মানুহ জনৰ সপোনৰ কানাডা জাতি কেতিয়াও গঢ়ি নুঠিল হেতেন যদিহে সেই সময়তে আমেৰিকাত গা কৰি উঠা নাগৰিক যুদ্ধই উৰ্দ্ধমুখী ৰূপ ধাৰণ নকৰিলেহেতেন। আচলতে মেক্ ডনাল্ড খুব বেচি এখন সৰু চহৰৰএজন স্থায়ী ৰাজনীতিজ্ঞ হোৱাৰ বাহিৰে আন একো হ'ব নোৱাৰিলে হেতেন।কিন্তু আমেৰিকাৰ এই অভাৱনীয় ঘটনাই তেওঁৰ জীৱনৰ গতি পথ আমৰভনিতে সলনি কৰি দিলে। এটা অপ্ৰত্যাশিত পৰিবৰ্ত্তন সমাগত হ'ল।

১৮৩৮ চনৰ কথা। মেক্ ডনাল্ড আছিল অন্টাৰি'ৰ কিংষ্টনৰ এজন তেইশ বছৰীয়া উদণ্ড ডেকা। পেচাত তেওঁ আছিল উকিল। তেওঁ আছিল সুৰা সক্তও। সেই সময়ত কানাডাত ইংলণ্ডৰ ৰাণী ভিক্ত'ৰিয়াৰ শাসন চলিছিল। সেই শাসন আছিল নিষ্ঠুৰ, অত্যাচাৰী। এই কুশাসনৰ পৰা কানাডাক ৰক্ষা কৰিবলৈ আমেৰিকাৰ এটি সৰু বিদ্ৰোহী দলে চেন্ট লৰেন্স নদী পাৰ হৈ কানাডা আক্ৰমন কৰিছিল। ৰাজ ৰোষত পৰি এই আমেৰিকান দলটি আদালতত বিচাৰৰ সম্মূখীন হৈছিল। ডেকা উকিল মেক্ ডনাল্ডে তেওঁলোকৰ পক্ষে ওকালতি কৰিছিল। এই গোচৰত মেক্ডনাল্ড হাৰিল আৰু তেওঁৰ পক্ষৰ মুখ্য অপৰাধী জনৰ মৃত্যু দণ্ড হ'ল।এই মকৰ্দমাত ওকালতি কৰি যি মৰসাহ দেখুৱালে সি তেওঁৰ অঙ্কুৰিত হোৱা ৰাজনৈতিক জীৱন ধ্বংশ কৰি পেলোৱাৰ সম্ভাৱনা আছিল যদিও কিংষ্টনৰ নাগৰিক সকলে কিন্তু তেওঁৰ এই মৰসাহস দেখি ভূয়সী প্ৰশংসা

কৰিছিল। তদুপৰি এই ব্যৰ্থ আক্ৰমনৰ দ্বাৰা তেওঁৰ এটা তীব্ৰ উপলব্ধি হ'ল যে ওচৰ চুবুৰীয়া শক্তিশালী দেশ বিলাকৰ হেঁচা প্ৰতিৰোধ কৰিবৰ কাৰণে কানাডা নিশ্চয় একত্ৰিত হ'ব লাগিব।

কানাডা সেই সময়ত ইংৰাজৰ উপনিবেশ আছিল। চেন্ট লৰেন্স নদীৰ উপত্যকাত অৱস্থিত কেইখনমান পক্কাকুল চহৰ, কিছুমান অৰ্দ্ধমুক্ত পাম আৰু ইয়াৰ পাচত থকা বিশাল সেউজীয়া অৰণ্যই আছিল কানাডাৰ সৰ্বস্ব। ১৮৪১ চনত দুখন প্ৰদেশ অন্টাৰিও আৰু কুৱেবাক একত্ৰিত হ'ল। আটলান্টিক মহাসাগৰৰ উপকূল অঞ্চলত তেতিয়া চাৰিখন পৃথক পৃথক উপনিবেশ আছিল। সেই কেইখন হৈছে - 'নভাস্কতিয়া', নিউব্ৰুন্চ উইক', প্ৰিন্স এডৱাৰ্ড দ্বীপ আৰু নিউফাউণ্ড লেণ্ড। এই উপনিবেশ কেইখনে পৰস্পৰ কাজিয়া কৰিছিল আৰু কানাডাক তেওঁলোকে এখন এমূৰীয়া বিদেশী ৰাষ্ট্ৰ হিচাপে গন্য কৰিছিল। ১৮৪৪ চনত এই উপনিবেশ বিলাকত চলি থকা বিধান মণ্ডলত অচল অৱস্থাই দেখা দিলে। কিয়নো ইংৰাজ প্ৰটাষ্টান আৰু ফৰাচী কেথলিক সকলৰ মাজত তীব্ৰ সংঘাটে দেখা দিছিল।

কানাডা বিধান সভালৈ কিংষ্ট'নৰ পৰা যি জন প্ৰতিনিধি নিৰ্বাচিত হৈছিল তেওঁ আছিল কন্‌জাৰ ভেটিভ্ দলৰ এজন শিক্ষা নবীচ। তেওঁৰ জন্ম হৈছিল ১৮১৫ চনত স্কট্‌লেণ্ডত। পাঁচ বছৰ বয়সতে পিতৃ-মাতৃয়ে তেওঁক কানাডালৈ লৈ আহিছিল। পিতৃ-মাতৃৰ তত্বাৱধানত তেওঁ আনুষ্ঠানিক শিক্ষা পাঁচ বছৰমানহে লৈছিল। কিন্তু নেতৃত্ব দিব পৰা তেওঁৰ এক অসাধাৰণ গুণ আছিল আৰু সেয়া তেওঁ মূলতঃ আয়ত্ব কৰিছিল সাধাৰণ মানুহৰ বিষয়ে লিখা কিতাপ পঢ়ি, কিংষ্টন'ৰ আদালতত আৰু উকিল খানাত। তেওঁৰ ধেমেলিয়া সাজ পোচাক আৰু সততে আনন্দ দায়ক ঠাট্টা-মস্কাৰা, হাস্য ব্যঙ্গৰ প্ৰতি থকা আসক্তি দেখিলে তেওঁৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে মানুহৰ সাধাৰণতে ভুল ধাৰণাই হৈছিল যে তেওঁৰ ভিতৰত এজন অতি প্ৰতিভাশালী ৰাজনৈতিক নেতা সোমাই আছিল। বহুতে তেওঁক ক'লা. কেকোৰা চুলিৰে মুখ ভেঙুচাই, সুৰাসক্ত হৈ ৰাজহুৱা সভা ঘৰত বক্তৃতা দি থকা দেখা পাইছিল। তেওঁ কৈছিল যে কানাডাই তেওঁৰ মুখ্য শত্ৰু জৰ্জ্ ব্ৰাউনতকৈ মেক্‌ডনাল্ডক বেচি পচন্দ কৰে, ভাল পায়। আনহাতে বহুতে তেওঁক পাৰিবাৰিক জীৱনৰ দুখ-যাতনাই অশ্ৰুসিক্ত কৰা, অকালতে চকু মুখত বাৰ্ধক্যৰ চাপ পৰা এজন বিষন্ন মানুহ হিচাপে প্ৰত্যক্ষ কৰিছিল। কেৱল ইমানেই নহয়, তেওঁ আছিল পক্ষাঘাট ৰোগাক্ৰান্ত পত্নীৰ কাষত নিশা অকলশৰে বহি থকা এজন আড়ষ্ট স্বামী; মাত্ৰ তেৰ মাহ বয়সতে ওপৰৰ পৰা পৰি মৃত্যু হোৱা তেওঁৰ প্ৰথম মৰমৰ পুত্ৰ হাৰা এজন বেদনা বিধূৰ পিতৃ।

মেক্ ডনাল্ডৰ অভিষ্ট আছিল মহান, কিন্তু একত্রিত এখন কানাডা গঠনৰ প্রক্রিয়া আছিল মন্থৰ, কষ্ট সাধ্য। ৰাজনৈতিক ভাৱে বিৰোধী পক্ষত থাকোতে জীৱনৰ মাজভাগত তেওঁ কৰা সকলো কাম দেখাতে বিফল হৈছিল। কিন্তু পাচৰ বছৰ বোৰত তেওঁৰ মহান ফৰাচী-কানাডীয় মিত্রতাৰ দ্বাৰা, বিশেষতঃ জৰ্জ এটিনি কাৰ্টিয়াৰৰ লগহৈ কানাডাত প্রথম এটি সংযুক্ত ৰানৈতিক দল গঠন কৰিলে। এই দলটো আছিল ইংৰাজ আৰু ফৰাচী বিলাকৰ মধ্যম পন্থী মানুহৰ দ্বাৰা গঠিত দল। ই আছিল তথা কথিত সংস্কাৰ পন্থী দলৰ বিৰোধী। তেতিয়ালৈকে তেওঁ স্বাভাবিক জ্ঞান - বুধিৰে আৰু দুখোজ আগলৈ, এখোজ পিচলৈ দিয়া কৌশলেৰে কাম কৰি গৈছিল, যাৰ কাৰণে মানুহে তেওঁক 'অ'ল্ড টুমৰু'' উপনাম দিছিল। এই সময়তে তেওঁ কানাডাৰ দুটা গোষ্ঠীক দুৰ্বলভাৱে একত্রিত কৰি ''লিবাৰেল কন্‌জাৰভেটিভ্'' দল গঠন কৰিছিল। কিন্তু এই দলৰ দ্বাৰা ভৱিষ্যতৰ এটা জাতি আৰু এখন দ্বৈত সমাজ শাসন কৰাৰ বাহিৰে আন কোনো সম্ভাৱনা তেওঁ দেখা নাছিল। মেক্‌ডনাল্ডৰ এই ধাৰণা ক্রমান্বয়ে গৃহীত হ'ব ধৰিলে। সম্ভৱতঃ এই কাৰণে ১৮৫৭ চনত তেওঁ উপনিবেশ খনৰ প্ৰধান ৰূপে নিযুক্ত হ'ল । মেক্‌ডনাল্ডে স্পষ্টভাৱে দেখিলে যে সিচঁৰিত আৰু বিভক্ত হৈ থকা ইংৰাজ আৰু উত্তৰ আমেৰিকাৰ উপনিবেশ বিলাকৰ ভবিষ্যত অন্ধকাৰচ্ছন্ন । ঠিক সেই সময়তে বিভিন্ন কাৰণত আন এজন সীমান্তবৰ্ত্তী ৰাজনীতিজ্ঞই বিভক্ত কানাডাৰ বিষয়ে এটি সমান্তৰাল ৰাজনৈতিক সিদ্ধান্তত উপনীত হৈছিল। কাৰণ যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি লিঙ্কনৰ কাৰ্য্যাৱলীয়ে অতি সোনকালে কানাডিয়ান সকলৰ অৱস্থা চকুত লগাকৈ পৰিবৰ্ত্তন কৰিছিল। এই পৰিবৰ্ত্তন ৰাষ্ট্ৰপতি লিঙ্কনৰ চতুৰ ৰাজনৈতিক বিচক্ষনতাৰ ফলশ্ৰুতি আছিল।

মেক্‌ডনাল্ডে যুক্তৰাষ্ট্ৰৰ নতুন ৰাষ্ট্ৰপতিৰ সেনাবাহিনীৰ সৰ্বাধি নায়কৰ হাতত ন্যস্ত ক্ষমাতৰ প্ৰতি বৰ ভয় কৰিছিল। কিয়নো ৰাষ্ট্ৰপতিয়ে এই ক্ষমতা যুক্তৰাষ্ট্ৰৰ নাগৰিক যুদ্ধৰ সময়ত প্রয়োগ কৰিছিল। যেতিয়া ইংৰাজ সৈন্যই দক্ষিণ জয় কৰি উত্তৰ ফালে গতি কৰিছিল তেতিয়া যুক্ত ৰাষ্ট্ৰ চৰকাৰে বৃটেইনৰ লগত মত বিৰোধ কৰিছিল আৰু এখন কাজিয়াৰ সূত্ৰপাত হৈছিল। এই কাজিয়াখনে এটা যুদ্ধ প্ৰায় অৱস্থাৰ সৃষ্টি কৰিছিল। এই অৱস্থাৰ পৰিপ্ৰেক্ষিতত ৱ াছিংটনৰ কিছু সংখ্যক চিনেটৰে ইংৰাজৰ অসহায়উপানবেশ বিলাকৰ ওপৰত প্ৰাতিশোধ লোৱাৰ প্ৰস্তাৱ দিছিল। আমেৰিকা যুক্তৰাষ্ট্ৰৰ এই সমৰ সজ্জাৰ সংশয় মেক্‌ডনাল্ডৰ ৰাজনৈতিক প্ৰতিদ্বন্দী সকলে অনুভৱ কৰিছিল। ইংৰাজ উপনিবেশৰ বিধায়ক সকলৰ 'কুইবেক' মহানগৰত অনুষ্ঠিত হোৱা সভাখন বিশ্বাস আৰু সংশয়ৰ টনা-আঁজোৰাত পৰি চূড়ান্ত অচলাৱস্থাত উপনীত হৈছিল। ইফালে মেক্‌ডনাল্ডে ইতিমধ্যে ইংৰাজ গৱৰ্ণৰ জেনেৰেলৰ পৰা উপনিবেশ

সমূহৰ বিধান সভা ভঙ্গ কৰা এটা আদেশ লাভ কৰিছিল। লগতে তেওঁ ইয়াকো জানিলে যে সংস্কাৰ ধৰ্মী সকলৰ নেতা আৰু তেওঁৰ আজীৱন শত্রু জৰ্জ ব্ৰাউনে তেওঁৰ লগত সসৈন্যে যোগদান কৰিবলৈ ইচ্ছুক হৈ পৰিছে।

মেক্‌ডনাল্ড আৰু জৰ্জ ব্ৰাউনৰ মাজত ইমানেই শত্রুতা যে বিধান সভাৰ বাহিৰত তেওলোকৰ কথা বতৰাই নহৈছিল আৰু পৰস্পৰে ইজনে সিজনক ঘৃণাৰ চকুৰে চাইছিল। তথাপি কিন্তু মেক্‌ডনাল্ডে জৰ্জ ব্ৰাউনৰ প্ৰস্তাৱত ইতঃস্ততঃ কৰা নাছিল। তেওঁ গৱৰ্ণৰ জেনেৰেলৰ আদেশটো টেবুলৰ দ্ৰয়াৰত থ'লে আৰু লগে লগে ব্ৰাউন থকা হোটেললৈ ৰাওনা হ'ল। হোটেলৰ কোঠাত দুয়ো এঘন্টা কথা-বতৰা হোৱাৰ পাচত এটা যুক্ত চৰকাৰ গঠন কৰাত একমত হ'ল। এই সিদ্ধান্তৰ একমাত্র উদ্দেশ্য হ'ল সকলোবিলাক ইংৰাজ উপনিবেশ একত্রিত কৰি এখন যুক্ত ৰাষ্ট্ৰৰ অধীনস্থ কৰা। তেওঁলোকৰ এই গুৰুত্বপূর্ণ সিদ্ধান্তৰ ঘোষণাই বিধান সভা বিলাকত অভূত পূৰ্ব্ব আনন্দ-উল্লাসৰ হিল্লোল সৃষ্টি কৰিলে। মেক্‌ডনাল্ডৰ কাৰণে ব্ৰাউনৰ এই কঠোৰ অথচ নিষ্ঠাবান ব্যক্তিত্ব বিৰক্তিকৰ আছিল যদিও তেওঁ ইয়াক চম্ভালি ল'ব পাৰিছিল। অন্যহাতে ব্ৰাউনৰ কাৰণে মেক্‌ডনাল্ডৰ গাত থকা ৰাজহুৱা নৈতিকতা আৰু ব্যক্তিগত স্বভাৱ কেলেঙ্কাৰি যুক্ত হ'লেও সহ্য কৰিব পৰা বিধৰ আছিল।এই বুজা বুজিৰে অহি-নকুল সম্বন্ধৰ মানুহ দুজন আট্‌লাণ্টিক মহাসাগৰৰ পাৰৰ সমভূমি অঞ্চলৰ উপনিবেশ বিলাকৰ মাজেদি ধুমুহা গতিৰে পাৰ হৈ গৈছিল। এইদৰে ১৮৪৬ চনত মাহ-মাহ ধৰি বক্তৃতা দি, ভোজমেল পাতি আৰু ৰাজনৈতিক পৃষ্ঠ পোষকতাৰ প্ৰতিশ্ৰুতি দি এটা সময়ত তেওঁলোক কুইবেক চহৰত সমবেত হ'ল। ইতিহাসৰ পাতত এওঁলোকৰ দলটো যুক্তৰাষ্ট্ৰৰ পিতৃ পুৰুষ স্বৰূপে চিহ্নিত হৈ ৰ'ল। এইটোৱে আছিল কানাডা পৰিক্ৰমাৰ বিবৰ্ত্তন বিন্দু আৰু মেক্ ডনাল্ডৰ সপোন বাস্তৱত ৰূপায়িত হোৱাৰ সন্ধিক্ষণ।তেওঁ এই সত্যটো জানিছিল আৰু ইয়াক কঠোৰ নিয়ন্ত্রণত ৰাখিছিল ।কুইবেকৰ এই ঐতিহাসিক সম্মিলনৰ আঁত ধৰোতা হিচাপে মেক্ ডনাল্ডে তেওঁৰ নম্রতা, বাকুপটুতা আৰু সংবিধানৰ সমস্যাৰ বিষয়ে থকা জ্ঞানেৰে সকলোকে মোহিত কৰিব পাৰিছিল। তেওঁ আইনৰ কৌশল প্ৰয়োগ কৰি গোটেই দিন ধৰি ৰাষ্ট্ৰীয় সংবিধানৰ বিষয়ে যুক্তি প্ৰদৰ্শণ কৰিছিল আৰু ৰাতিলৈ তেওঁৰপ্ৰতি অপ্ৰিয় প্ৰতিনিধি সকলক হাঁহি উঠা গল্পৰে মুগ্ধ কৰিছিল। তেওঁলোকৰ প্ৰতি অপ্ৰিয় মানুহ বিলাকৰ মনোবৃত্তি চাইচাই কিছুমানক ভৱিষ্যতে চৰকাৰী চাকৰি দিয়াৰ প্ৰতিশ্ৰুতি দিছিল আৰু মান্তি নোহোৱা বিলাকক যুক্তৰাষ্ট্ৰৰ ক্ষমতা প্ৰয়োগৰ দ্বাৰা ভীতি প্ৰদৰ্শণ কৰিছিল। কুইবেক সম্মিলনত পঠিত ভাষণ বোৰ তেওঁ পূৰ্ব্বে লিখি থৈছিল আৰু সেইবোৰ বেগত ভৰাই লৈ ফুৰিছিল। তেওঁৰ হাতৰ আখৰ আছিল কাউৰী ঠেঙীয়া। আনে সহজে বুজিবকে

নোৱাৰিছিল। অথচ কুইবেক সম্মিলনত ৰচিত কানাডাৰ সংবিধানখন মেক্ ডনাল্ডৰ সৃষ্ট। এই সংবিধানৰ পটভূমিত এই সম্মিলনত এখন দেশৰ জন্ম হ'ল, যাৰ নাম ৰখা হ'ল 'কানাডা'। আটাইতকৈ ডাঙৰ উপনিবেশ ৰাজ্য কানাডাৰ নামানুসৰি এই দেশখনৰ নাম 'কানাডা' ৰখা হ'ল।

মেক্‌ডনাল্ড আৰু তেওঁৰ সহযোগী কাৰ্চিয়াৰ, ব্ৰাউন আৰু আলেক জেণ্ডাৰে নতুন সংবিধানৰ খচৰাটো অনুমোদনৰ কাৰণে বৃটিছ্ কেবিনেটৰ ওচৰত দাখিল কৰিবলৈ লণ্ডনলৈ লৈ গ'ল। সময়ৰ কি যাদুকৰী পৰশ। ব্ৰাউনে তেওঁৰ পুৰণা শত্ৰু মেক্ ডনাল্ডৰ ব্যক্তিত্বৰ মাজত এজন অপ্ৰতিৰোধী বন্ধু আৱিষ্কাৰ কৰিলে। অন্যহাতে মেক্ ডনাল্ডে তেওঁক কেতিয়াও ঘৃণা নকৰিছিল, বৰং তেওঁক প্ৰশংসা কৰি তেওঁৰ মন জয় কৰিছিল। তিনিবছৰ মেক্‌ডনাল্ড ব্ৰাউনৰ শিক্ষা নবীচ্ আছিল যদিও ডনাল্ডে ব্ৰাউনৰ বিষয়ে ধেমেলিয়া কথা লিখি তেওঁক জোকাইছিল।

মেক্ ডনাল্ড আৰু ব্ৰাউনৰ মাজত সততে প্ৰকাশ পোৱা ব্যঙ্গ আৰু সততাৰ যুটীয়া প্ৰভাৱৰ বশ হৈ আৰু আমেৰিকাৰ শক্তিৰ কাৰণে ভয় কৰি ইংৰাজ চৰকাৰে অতি সোনকালে নতুন সংবিধানৰ প্ৰতি অনুমোদন জনালে। এই সাফল্যৰ আনন্দ উদ্‌যাপন কৰিবলৈ মেক্ ডনাল্ড আৰু ব্ৰাউন ডাৰ্বিলৈ গ'ল। তাত আনকি ঘোৰ সংস্কাৰ বাদী সকলেও এই উৎসৱত যোগ দিলে, উপভোগ কৰি লে। তেওঁলোকে এই বিজয় যাত্ৰা কৰোতে ঠায়ে ঠায়ে মানুহৰ মাজত মটৰ মাহ আৰু আটাৰ পেকেট বিলাই গৈছিল।

ৱেষ্ট মিনিষ্টাৰৰ সংসদত নিয়মানুসাৰে অনুমোদিত হোৱা কানাডা সম্পৰ্কীয় আইনখন ''বৃটিছ - উত্তৰআমেৰিকা'' আইন নামে জনাজাত হৈছিল। এই নতু ন সংবিধান খনেই হ'ল আধুনিক 'বৃটিছ কমন্‌ওৱেলথ'ৰ আধাৰ।অৱশ্যে সেই সময়ত কোনেও এই সংবিধান খনৰ সুদূৰ প্ৰসাৰি প্ৰতিফল হ'ব পাৰে বুলি আগ জাননী পোৱা নাছিল। ১৮৬৭ চনৰ ১লা জুলাই অট'ৱাত যিখন কানাডা যুক্তৰাজ্য ঘোষণা কৰা হ'ল তাৰ অন্তৰ্গত হ'ল এই চাৰিখন প্ৰদেশ - অন্টৰিঅ', কুইবেক, নভাস্কটি'য়া আৰু নিউ ব্ৰান্স উইক্। অজস্ৰ টোপ ধবনি, আতচ বাজি আৰু তেজস্বী বক্তৃতাৰ মাজেদি এই যুক্তৰাষ্ট্ৰ গঠনৰ ঘোষণা কৰা হৈছিল। কিংষ্টনৰ সেই ল'ৰা জনেই এই নতুন যুক্তৰাজ্যৰ প্ৰথম প্ৰধান মন্ত্ৰী আৰু সেনা বাহিনীৰ সৰ্বাধিক নায়ক পদত অধিষ্ঠিত হৈছিল। তাৰ পাচৰ পৰা তেওঁ চাৰ জ'ন. এ. বুলি জনাজাত হ'ল। তেওঁ অৱশ্যে জানিছিল যে তেতিয়া তেওঁলোকৰ জাতিটোৰ গাঠনি কাগজৰ দলিলতে আৱদ্ধ আছিল। আনকি এই যুক্তৰাজ্যৰ জন্ম লগ্নতে আটলান্টিক মহাসাগৰীয় উপনিবেশ বিলাকে বিচ্ছিন্ন হোৱাৰ ভাবুকি দিছিল। পশ্চিম প্ৰান্তৰ ম'হ চিকাৰি আদিবাসী সকলে নিজকে 'মেটিচ্

নেচন্' হিচাপে পৰিচয় দি আমেৰিকাৰ ৰাজ্য সমূহৰ লগত বানিজ্যিক সম্পৰ্ক ৰাখিছিল আৰু তেওঁলোকে নতুন যুক্তৰাজ্যৰ লগত চামিল হোৱাৰ আগ্ৰহ প্ৰকাশ কৰিছিল। অন্যহাতে ৰকি পৰ্ব্বত মালাৰ সিপাৰে থকা বৃটিছ্ কলম্বিয়াৰ দুখীয়া গ'ল্ডৰাচ নামৰ উপনিবেশ খনে আলস্কা আৰু উন্নত অৰিগনৰ মাজত ধৰাশায়ী হৈ নতুন যুক্তৰাজ্যত যোগ নিদি আমেৰিকা যুক্তৰাষ্ট্ৰত যোগ দিয়াৰ পক্ষে আছিল।

যদি বিধিগত ভাৱে এই যুক্তৰাজ্যৰ কাঠামো তৈয়াৰ কৰা হয় তেনেহলে ইয়াৰ চাৰিসীমা আটলাণ্টিকৰ পৰা প্ৰশান্ত মহাসাগৰৰ সমীপলৈ বিয়পি পৰিব। এই ক্ষেত্ৰত প্ৰথম পদক্ষেপ হ'ব বৃটিছ্ কলম্বিয়াক ইয়াত যোগ দিবৰ বাবে প্ৰলোভিত কৰা। মেক্ ডনাল্ডে ইয়াৰ বাবে উচ্চ হাৰৰ মূল্য দিবলৈ ঠিৰাং কৰিলে। তেওঁৰ বিৰোধী সকলে ভীতিগ্ৰস্ত হৈ ইয়াৰ প্ৰতিবাদ জনালে। মেক্ ডনাল্ডে প্ৰস্তাৱ আগবঢ়ালে যে তেওঁ চেণ্ট লৰেন্সৰ পৰা প্ৰশান্ত মহাসাগৰৰ উপকূললৈকে এটা ৰেল লাইন সজা হ'ব। কলম্বিয়ান সকলক প্ৰলোভিত কৰাৰ উদ্দেশ্যে এই ধুমখুলীয়া মানুহ জনে এনে এটা বিচাৰ বিবেচনাহীন প্ৰস্তাৱ আগবঢ়াই তাক ৰূপায়ন কৰাৰ সিদ্ধান্তত আকোঁৰগোজ হৈ ৰ'ল। মেক্ ডনাল্ডৰ সিদ্ধান্তনুসৰি মাত্ৰ চাৰি কৌটিতকৈ কম কানাডিয়ান সকলে উত্তৰ আমেৰিকাৰ আটাইতকৈ জটিল ৰেল লাইন নিৰ্মান কাৰ্য্যত অৰ্থ যোগান ধৰিব লগা হ'ল। এই ৰেল লাইন গ্ৰেট লেকৰ পৰা আৰম্ভ হৈ প্ৰেইৰী পাৰ হৈ ৰকি পৰ্বত মালাৰ কাষেদি প্ৰশান্ত মহাসাগৰ পৰ্য্যন্ত বিস্তাৰিত হৈছিল।

তেওঁ আশাকৰা অনুসৰি বৃটিছ্ কমম্বিয়ান সকলে কানাডা যুক্ত ৰাজ্যত যোগ দিলে। মেক্ ডনাল্ডৰ মতে সেইটো আছিল ভঙা আৰু গঢ়াৰ সময়। কেৱল ৰেল লাইন নহয়, এটা জাতি গঢ়াৰ সময়। ৰেল লাইন সজাৰ কাম প্ৰায় ব্যৰ্থ হওঁ হওঁ হৈছিল। কিয়নো মেক্ ডনাল্ডে নজনাকৈ মন্ত্ৰিল ৰেল বিভাগৰ লগত হোৱা আদান প্ৰদান সম্পৰ্কৰ নথি-পত্ৰবোৰ তেওঁৰ উকীলৰ ড্ৰয়াৰৰ পৰা চুৰি হ'ল আৰু সেইবিলাক নি সংসদৰ বিৰোধী দলক হস্তান্তৰ কৰিলে। ১৮৭২ চনৰ কথা। নিৰ্ব্বাচন আহিল। নিৰ্ব্বাচন খেলিবলৈ মেক্ ডনাল্ডে মন্ত্ৰিল ৰেল চিণ্ডিকেটৰ পৰা পুঁজি বিচাৰিলে। সুৰাসক্ত স্বভাৱৰ মানুহ আছিল মেক্ ড নাল্ড। সম্ভৱতঃ নিচাযুক্ত হৈ ডনাল্ডে চিণ্ডিকেটলৈ এই বুলি এখন সাংঘাটিক তাঁৰ বাৰ্ত্তা পঠালে - ''আৰু দহ হেজাৰ ডলাৰ মোলৈ পঠাওক। আৰু নিবিচাৰো। বিমুখ নকৰিব।'' বিৰোধী পক্ষই এই তাঁৰ বাৰ্ত্তা পঠোৱাৰ কথা জানি জপিয়াই উঠিল। 'সিন্ধি খুজি ফুৰন্তে দুৱাৰে পাইল পথ'। এনেয়ে আগৰ পৰা বহুত ওজৰ - আপত্তিৰ বাবদ বিৰোধী পক্ষই ডনাল্ডক শ'ল ঠেকত পেলাবলৈ চেষ্টা কৰি আছিল। গতিকে এইবাৰ মেক্ ডনাল্ড ফাওত পৰিল। যদিও নিৰ্ব্বাচনী প্ৰচাৰ অভিযানত

চৰকাৰী ঠিকাদাৰৰ পৰা আৰ্থিক সাহায্য লোৱাটো সেই সময়ত একো নতুন কথা নাছিল তথাপি কিবা অথন্তৰ হোৱাৰ ভয়ত সমৰ্থক বিলাকে ডনাল্ডক ত্যাগ কৰিলে। পিচত এই গৰ্হিত কথাটো সদৰি হৈ পৰিল। প্ৰশান্ত মহাসাগৰীয় এই কেলেঙ্কাৰিটোয়ে চৰকাৰ, মেক্ ডনাল্ডৰ ব্যক্তিগত জীৱন আৰু ৰেল লাইন নিৰ্মান কামটো জোকাৰি পেলালে। অন্যহাতে নৰম পন্থী আলেক জেণ্ডাৰ মেকেঞ্জীৰ কাৰণে ৰেল লাইন নিৰ্মাণৰ আঁচনিখন অৰ্থনৈতিক দিশৰ পৰা লাভজনক নহ'ল। এই চৰকাৰে চেগা চোৰোকাকৈহে ৰেল লাইনৰ চিৰি বহুৱালে। বৃটিছ্ কলম্বিয়াই চৰকাৰৰ এই জোৰাতাপলি মৰা কামটো বিশ্বাস ঘাটকতা বুলি গণ্য কৰি যুক্তৰাজ্য জোঁটৰ পৰা নিজৰ সমৰ্থণ প্ৰত্যাহাৰ কৰিবলৈ সাজু হ'ল। জীৱন মানে সংঘাট হ'বই। ব্যক্তিগত জীৱনলৈ অনেক সংঘাট আহিছিল যদিও মেক্ডনাল্ড জাতি গঢ়া কামত কিন্তু অসফল হৈছিল বুলি ক'ব নোৱাৰি। পিচৰ নিবৰ্বাচনত নিজৰ চৰকাৰ গঠন কৰিব নোৱাৰি তেওঁ এখন অসুস্থ অন্তৰলৈ সংসদৰ বিৰোধী পক্ষত বহিল। তেওঁৰ মুখমণ্ডলত যেন ক্ষয়িষ্ণু ইতিহাসৰ ধ্বংসাৱশেষৰ প্ৰতিচ্ছবি বিদ্যমান। অতীতৰ মহান, গৌৰৱময় দিন বোৰৰ স্মৃতি জৰিত হৈ এটি স্তিমিত, নিচ্ছল ভূতৰ দৰে তেওঁ নতুন চৰকাৰৰ কক্ৱকান চাই থাকাছিল।

মেক্ ডনাল্ডৰ শত্ৰু বিলাকে পুতৌভাৱেৰে হয়তো মানি লৈছিল যে তেওঁ বিষহীন সাপৰ দৰে হ'ল, তেওঁৰ দিন গ'ল। কিন্তু শত্ৰুবিলাকে মেক্ ডনাল্ডৰ ভিতৰৰ লৌহ মানুহজন চিনিপোৱাত ব্যৰ্থ হৈছিল। তদুপৰি তেওঁলোকে মেক্ ডনাল্ডৰ হাস্য, ব্যঙ্গভৰা প্ৰচাৰ অভিযানৰ অন্তৰ্গত লজ্জাহীন বক্তৃতা সমূহৰ, উগ্ৰ অঙ্গীকাৰ সমূহৰ আঁৰত যে জাতীয়তা বাদৰ এটা নিভাঁজ দৃষ্টি ভঙ্গী নিহিত হৈ আছিল তাক অনুধাৱন কৰিব পৰা নাছিল।

সময় বাগৰাৰ লগে লগে ক্ৰমান্বয়ে নৰম পন্থী সকলৰ চৰকাৰৰ ভুল নীতি আৰু নিষ্ঠুৰ শাসন প্ৰণালীৰ পৰা জন্ম হোৱা এটা নতুন ক্ষমতাই মেক্ ডনাল্ডলৈ যেন কাঢ়িয়াই আনিলে বিশাল কানাডা গঢ়াৰ সপোন । জনসাধাৰণে সোনকালে এই পৰিবৰ্ত্তিত সত্বাটো উপলব্ধি কৰিলে। এখন নগৰৰ পৰা আন এখন নগৰলৈ লানি নিচিগাকৈ এই পুনৰ্জ্জীৱিত যোদ্ধা জনে শত্ৰু শিবিৰত তেওঁৰ যুদ্ধৰ বতাহ বোৱাই দিলে। মেক্ ডনাল্ডে ৰাজনৈতিক বনভোজৰ পূৰ্ণ সুযোগ ব্যৱহাৰ কৰিলে। লগত অপৰ্য্যাপ্ত দেশীয় খাদ্য সম্ভাৰ লৈ তেওঁ ঠায়ে ঠায়ে মানুহৰ নাম ধৰি, তেওঁলোকৰ পৰিয়ালৰ কথা সুঁৱৰি, উদ্বেলিত বক্তৃতা দি সাগৰৰপৰা সাগৰলৈকে ব্যাপি থকা কানাডাৰ ছবি প্ৰদৰ্শণ কৰি জনতাক জাগৃত কৰি তুলিলে।

দেখাত ক্ষীণ, কুঁজা কৃতিৰ মানুহ জনৰ মূৰত বগা কেকোঁৰা চুলি , মুখত

গভীৰতাৰ ৰেখা, চকুত হাঁহি আৰু মাত -কথাত দৃঢ়তাৰ আৱাজ বিদ্যমান। এই সকলোবিলাক বৈশিষ্টই ডনাল্ডক এটি সাঁথৰ কৰি তুলিছিল। ৰাষ্টাৰ তিনি আলিৰ আড্ডা বোৰ আছিল তেওঁৰ হাঁহি ধেমালিৰ আৰু ফকৰা দিয়া নিয়মীয়া ঠাই। সংসদত মেক্ ডনাল্ড আৰু বিৰোধী পক্ষৰ মাজত অনেকবাৰ অপ্ৰীতিকৰ বাক্ বিতণ্ডা হৈছিল।এই বিষয়ে বহুত মুখৰোচক কাহিনী তেতিয়া প্ৰচলিত হৈছিল। এই দোষ ত্ৰুটী বিলাক মানুহে অতিৰঞ্জিত কৰি সজাই টৌ টোকে ৰৌটো কৰিছিল। অৱশ্যে বাস্তৱিকতে তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল আৰু সুৰাপানৰ পৰিমান পূৰ্বতকৈ বহুত কমাইছিল। জনতাৰ স্মৃতি ক্ষণস্থায়ী। কানাডা বাসী সৰহভাগেই প্ৰশান্ত মহাসাগৰীয় পুৰণা কেলেঙ্কাৰীটো শীঘ্ৰে পাহৰি পেলাব ধৰিলে। তেওঁলোকে ইয়াকো ভাবি পালে যে যদি কোনোবাই কানাডা যুক্তৰাজ্য এই সঙ্কটৰ পৰা বচাব পাৰে সেইজন হ'ল ইয়াৰ প্ৰতিষ্ঠাতা মেক্ ডনাল্ড। আচৰিত কথা হ'ল যে ৰাইজৰ আশীৰ্বাদত মেক্ডনাল্ড পাঁচ বছৰৰ ভিতৰত পুনৰ ক্ষমতালৈ ঘূৰি আহিল। ক্ষমত ালৈ প্ৰত্যাৱৰ্ত্তন কৰিয়ে তেওঁ উপলব্ধি কৰিলে যে যিমান খৰছ নহওক কিয় ৰে ল লাইন প্ৰশান্ত মহাসাগৰলৈকে বিস্তাৰ কাৰব লাগিব। কিন্তু লগতে তেওঁ এইটোও জানিছিল যে কানাডাৰ পূব-পশ্চিম প্ৰান্তৰ অস্বাভাৱিক অৰ্থনৈতিক অৱস্থাই মহাদেশ খনৰ উত্তৰ-দক্ষিণ অঞ্চলৰ ব্যৱসায়িক দিশটো আগুৱাই নিয়াত ব্যাঘাট জন্মাব। সেইটোৰ পৰা হাত সাৰিবলৈ হলে এই অৰ্থনৈতিক নীতিটোৰ শ্ৰীবৃদ্ধি ঘটাব লাগিব আৰু ইয়াৰ বাবে ল'ব লগা ব্যৱস্থাটো হ'ব কঠোৰ।

মেক্ ডনাল্ড চৰকাৰৰ শাসনৰ প্ৰথম কেইমাহ মানতে কানাডাৰ চালুকীয়া শিল্প উদ্যোগবোৰ ৰক্ষা কৰিবৰ কাৰণে কৰ-কাটল বৃদ্ধি কৰিব লগা হ'ল। ইয়াৰ দ্বাৰা পূবৰ পৰা পশ্চিমলৈ মাল বস্তু সৰবৰাহ কৰা ব্যৱস্থাটো উন্নত কৰা হ'ল। এই ব্যৱস্থাবোৰ যদিও দেখাত আপত্তিজনক আছিল তথাপি জাতিটোৰ বুলি মেক্ ডনাল্ডে অস্তিতঃ ৰক্ষা কৰাত ই আপৰিহাৰ্য্য আছিল বুলি মেক্ ডনাল্ডে দৃঢ় যুক্তি প্ৰদৰ্শণ কৰিছিল। তেওঁ কৈছিল "ভুল হওক শুদ্ধ হওঁক এই ৰাষ্ট্ৰীয় নীতি চুবুৰীয়া দেশ সমূহৰ লগত সম্বন্ধ বজাই ৰাখিবৰ বাবে কানাডাৰ চাবি কাঠি হৈ সদায় থাকিব।"

প্ৰশান্ত মহাসাগৰীয় ৰেল লাইন বহুৱা অসম্পূৰ্ণ বৃহৎ কামটো সম্পূৰ্ণ কৰিবৰ কাৰণে এটি নতুন চিণ্ডিকেট গঠন কৰা হ'ল। প্ৰেইৰীৰ সেউজীয়া বনাঞ্চল পাৰ হৈ ৰকি পৰ্বত মালাৰ কাষেদি দ্ৰুত গতিত ৰেল লাই নিৰ্মান কাৰ্য্য সম্পূৰ্ণ হৈ উঠিল। ইয়াৰ ফলত ১৮৮৫ চনৰ ৭ নবেম্বৰত কানাডা-প্ৰশান্ত মহাসাগৰীয় ৰেল গাড়ী চালু হ'ল। অচিৰে দেশৰ প্ৰধান মন্ত্ৰীজনে এদিন এই ৰেলত উঠি কানাডাক এখন বাণিজ্যিক ভাবে

বিবৰ্ত্তনশীল ৰাষ্ট্ৰ হিচাপে ঘোষণা কৰিলে। সেই প্ৰধান মন্ত্ৰীজন আছিল মেক্ ডানাল্ড।

সদায় হাস্য - ব্যঙ্গৰে দপ্‌দপাই থকা এই উদ্যমী, প্ৰবীণ যোদ্ধাজন কৰ্ম্মশীল অৱস্থাতে পৰলোক প্ৰাপ্ত হ'ল। চিকিৎসকৰ পৰামৰ্শকি আও কান কৰি ছয়সত্তৰ বছৰীয়া প্ৰধান মন্ত্ৰীজন ভগ্ন, অসুস্থ শৰীৰেৰে প্ৰচণ্ড শীতক নেওচি ১৮৯১ চনৰ নিৰ্বাচনী প্ৰচাৰত হাতত টৰ্চ লাইট আৰু বেগুপাৰ্টি লৈ পূৰ্ণ উদ্যমে লাগি গৈছিল। কিন্তু কি হ'ব, দাতাই দিলেও বিধাতাই নিদিয়ে, ভোটদাতা সকলে তেওঁক পুনৰ বাৰ ক্ষমতা প্ৰদান কৰিছিল যদিও অট'ৱা নদীৰ পাৰত থকা নিজৰ ঘৰত একাঙ্গী ৰোগত আক্ৰান্ত হৈ তেওঁ শয্যাশায়ী হৈ পৰিল। জীৱন কালত মেক্ ডনাল্ডে নিজকে কানাডা যুক্তৰাষ্ট্ৰৰ সত্বাৰ লগত অভিন্ন শৰীৰ কৰি ৰাখিছিল। অনেক দোষ থাকিলেও বহুত গুণৰ বাবে কানাডা বাসীয়ে তেওঁক ইমানেই ভাল পাইছিল যে মেক্ ডনাল্ড বিহীন কানাডাৰ কথা তেওলোকে কল্পানাই কৰিব নোৱাৰিছিল। সেয়ে এক গভীৰ প্ৰত্যাশাৰে কানাডাবাসীয়ে চাৰ জন্. এ. ৰ পৰা এই বিষয়ে কিবা এটা সিদ্ধান্তকাৰী কথা শুনিবলৈ ব্যগ্ৰ হ'ল। কিন্তু কোনো নাহিল, হয়তো অহাৰ কোনো প্ৰয়োজন নহ'ল।

মেক্ ডনাল্ডৰ দীঘলীয়া, বিজয়ী অথচ যন্ত্ৰনাময় জীৱন কানাডা বাসীৰ কাৰণে অতি আপোন আছিল। তেওঁ এখন সৰ্ব্বাঙ্গ সুন্দৰ কানাডাৰ সপোন দেখিছিল আৰু সেইখন কানাডাক তেওঁ দেশবাসীলৈ উৰ্চগা কৰিছিল। মেক্ ডনাল্ড ওৰফে 'অ'ল্ডটুম'ৰো'ৰ আৱাজে এতিয়াও যেন কানাডা বাসীক কথা কয়। সেই কথাত মিশ্ৰিত হৈ থাকে হাঁহি, কান্দোন আৰু সতৰ্কতাৰ সংলাপ। এই সংলাপ আজিও কানাডা আৰু যুক্তৰাষ্ট্ৰৰ মাজত বিনিময় হৈ আছে।

৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪



# পিকাচোৰ বিস্ময়কৰ পৃথিৱীখন

কিম্বদন্তি আছে বিশ্বব্ৰহ্মাণ্ডৰ সকলো সুন্দৰ, সুকোমল বস্তু গোটাই ঈশ্বৰে নাৰী সৃষ্টি কৰিছিল। ইতিহাসে যিয়ে নকওক এগৰাকী নাৰী নাৰীযেই। কিন্তু পৃথিৱীৰ সবাতোতকৈ বিখ্যাত শিল্পী পাব্লো' পিকাচোৰ দৃষ্টিত নাৰী কেৱল নাৰী নহয়, তাতোতকৈ অধিক কিবা এটা নাৰীৰ মাজত নিহিত আছে। নাৰীৰ মাজত বিলীন হৈ আছে ৰূপ, ৰেখা, আকৃতি আৰু ৰং। পিকাচোৱে এই সংমিশ্ৰণ সলনি কৰি নিজৰ ধ্যান ধাৰণাৰ লগত খাপ খুৱাই লৈছিল যদিও কাচিৎ হে তেওঁৰ শিল্প সৃষ্টি আদি নাৰী ইভৰ দৰে হৈছিল। সাইলাখ ইভ্। নাৰী গৰাকীৰ হাতীৰ নিচিনা কাণ, বৈপৰা দুটা চকু, নাক, স্তন, নাভি আৰু ডিঙি য'ত থাকিব লাগে তাতেই থকা উচিত। কলাৰ নামত পিকাচোয়ে এইবিলাক স্বাভাৱিক দৃশ্যপটত ৰূপান্তৰ ঘটাইছিল অৰ্দ্ধশতিকাৰ অধিক কাল।

যিবিলাক মানুহে অগতানুগতিক কলা ভাল নেপাইছিল সেইবিলাকে মন্তব্য কৰিছিল যে পিকাচোয়ে জনতাক প্ৰতাড়ণা কৰিছিল। জনতাই তেওঁক নিন্দা কৰিছিল, নিন্দা কৰিছিল তেওঁৰ শিল্প কলাক। যেতিয়া তেওঁৰ প্ৰথম মূখ্য চিত্ৰকলা ''গুয়েৰ নিকা'' প্ৰদৰ্শণ কৰা হৈছিল মানুহে ইয়াক এক নৃত্যসুৰী সাঁথৰ বুলি ভাৱিছিল। কিন্তু গুণীযেহে গুণৰ মোল বুজে। যিসকল কলাকাৰে পাচত পিকাচোৰ পদানুসৰণ কৰিছিল তেওঁলোকৰ বক্তব্য হ'ল পিকাচোয়ে শিল্প-কলাক এলান্ধুকলিয়া, পৰম্পৰাগত ৰীতিৰ পৰা মুক্ত কৰিছিল। পাবল' পিকাচোয়ে নিজে এই কথা বিশ্বাস কৰিছিল যে তেওঁহে কলা আৰু প্ৰাকৃতিক সাজ-সজ্জা যে দুটা পৃথক বস্তু তাক প্ৰকাশ কৰি দেখুৱালে।

পিকাচোয়ে গাতানুগতিক ভাৱে চিত্ৰাঙ্কণ কৰিছিল আৰু ইচ্ছা কৰিলে ইভক তেওঁ ইভৰ দৰে অঙ্কন কৰি চমক লগাব পাৰিছিল। এইদৰে কিশোৰ শিল্পী হিচাপে অসংখ্য বাস্তৱ সম্মত চিত্ৰ অঙ্কন ককাৰ পাচত তেওঁৰ এটা উপলব্ধি হ'ল যে তেতিয়ালৈকে তেওঁ মাথো প্ৰকৃতিকে অনুকৰণ কৰি চিত্ৰকলাত বন্দী কৰি ৰাখিছিল।

তেওঁৰ অনুসন্ধিৎসু কলাকাৰ মনে নতুন কিবা এটা বিচাৰি হাবাথুৰি খাই ফুৰিছিল। অৱশেষত কেইবছৰমানৰ ভিতৰতে তেওঁ নিজাববীয়াকৈ এনে এটা একক চিত্ৰকলাৰ ধৰণ উদ্ভাৱন কৰিলে যিটোত মুষ্টিমেয় চিত্ৰশিল্পীহে সাফল্য লাভ কৰিব পাৰিছিল। এই কালচোৱাত পিকাচোৱে যিবিলাক চিত্ৰ অঙ্কন কৰিছিল সেই বিলাক আছিল অৰ্দ্ধ প্ৰাকৃতিক, মানৱ বেদনাৰ অন্তৰস্পৰ্শী প্ৰতিচ্ছবি। এয়া আছিল তেওঁৰ

জীৱন জোৰা সাধনা লব্ধ চিত্ৰ শৈলীৰ প্ৰথম খোজ স্বৰূপ। আধুনিক চিত্ৰ শিল্পৰ বিখ্যাত "কিউবিজিম" আছিল পিকাচোৰে অৱদান আৰু ইয়াক তেওঁ মাত্ৰ কুৰি বছৰীয়া কৈশোৰ জীৱনতে উদ্ভাৱন কৰিছিল।

পিকাচো যে কেৱল এজন চিত্ৰ শিল্পীয়ে আছিল এনে নহয়। তেওঁ একেধাৰে এজন উল্লেখযোগ্য ভাস্কৰ্য্যবিদ, মৃৎ শিল্পী আৰু গ্ৰাফিক্ কলাকাৰো আছিল। অন্যকাৰণে নহ'লেও এজন বহুমূখী ভিন্নসুৰী কলাকাৰ হিচাপে পিকাচোৰ খ্যাতি অনন্তকাললৈ ৰৈ ৰৈ থাকিব।

পাব্‌ল' পিকাচোৰ জন্ম হৈছিল স্পেইন দেশৰ মালাগা নামৰ ঠাইত। তেওঁৰ দেউতাক আছিল এজন দুখীয়া, কলা শিক্ষক। পিচে যি মূলা বাঢ়িব দুপাততে চিন। সাত বছৰ বয়সৰ পৰা চেমনীয়া পাবলোয়ে সদায় ছবি আঁকিছিল আৰু তেওঁৰ ছঁবি অঁকাৰ সুন্দৰ কৌশলে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। এনে বিৰল প্ৰতিভাৰ গুণতে মাত্ৰ ষোল বছৰ বয়সতে পিকাচোৰ নাম মাদ্ৰিদৰ সুকুমাৰ কলা প্ৰদৰ্শনিত সম্মানজনক ভাৱে অন্তৰ্ভূক্ত হ'ল। ইয়াৰ এবছৰৰ পাচত অৰ্থাৎ সোতৰ বছৰত মালাগাৰ কলা প্ৰদৰ্শনিত তেওঁ লাভ কৰিছিল সোণৰ পদক। ল'ৰাজনৰ এই অসাধাৰণ প্ৰতিভা দেখি দেউতাকৰ অগাধ বিশ্বাস জন্মিছিল। সেইদেখি দেউতাকে তেওঁৰ জীৱনভৰ কৰা অলপীয়া সঞ্চয়ৰ ধনখিনি খৰচ কৰি পুতেক পাবলোক পৃথিৱীৰ বিখ্যাত চিত্ৰকলা চৰ্চাৰ কেন্দ্ৰ পেৰিচ চহৰলৈ পঠালে। তেতিয়া পিকাচোৰ বয়স আছিল উনৈশ বছৰ। কিন্তু দুখীয়াৰ দুখ ক'ত গুছিব। পিকাচোয়ে বৰ অভাৱত অতি কষ্টৰে পেৰিচত দহ বছৰ থাকিব লগা হৈছিল। এটা সময়ত তেওঁৰ অভাৱ ইমানেই চৰম সীমাত উপনীত হৈছিল যে তেওঁ সুকীয়া ঘৰৰ কথাই নাই এজন লেখকৰ লগত একেখন বিচনাতে শুব লগা হৈছিল।

ৰাতি যেতিয়া লেখকজন শুইছিল, তেতিয়া পিকাচোৱে কাম কৰিছিল আৰু দিনত যেতিয়া লেখকজনে কাম কৰিছিল তেতিয়াতেওঁ গোটেই দিন শুই পৰিছিল। এইদৰে বহুত দিন বাগৰি গৈছিল। পিছে এদিনাখন এটা নোহোৱা নোপজা কাম হ'ল। সেইদিনা ৰাতি প্ৰচণ্ড শীতৰ পৰা নিজকে বচাবৰ কাৰণে পিকাচোয়ে সেইবছৰ অঙ্কন কৰা সমস্ত ছবি পুৰি পেলাইছিল।

সেই মূল্যবান ছবি বিলাকৰ মূল্য আজিৰ দিনত বহুত হাজাৰ পাউণ্ড হ'ল হৈঁতেন। কিন্তু এই বিষয়ে পিকাচোৰ কোনো খেয়াল নাছিল।

সুন্দৰৰ সাধনা কৰা, পেচাত এজন নিখুঁত শিল্পী হ'লেও চুটি চাপৰ, আটিল শৰীৰ কিচ কিচিয়া ক'লা চুলি আৰু তীক্ষ্ণ, ক'লা দুৰ্ণিবাৰ সাহস ভৰা চকুযোৰৰ সৈতে

পিকাচোক দেখাত কলাকাৰতকৈ বেলেগ দিন মজুৰী কৰা শ্ৰমিক যেনহে লাগিছিল। নীলা পোচক আৰু নীলা চুৰেটাৰ পৰিহিত পিকাচোৰ চেহেৰাত এই প্ৰতিচ্ছবি অধিক স্পষ্ট ভাৱে প্ৰকাশ পাইছিল।

পেৰিচত থকা প্ৰথম পাঁচ বছৰতে পিকাচোৱে দুশখন অইল পেইটিং ছবি সম্পূৰ্ণ কৰিছিল। এনে বৃহৎ সংখ্যক পেইন্টিং কোনো শিল্পীয়ে সমষ্ট জীৱনতহে সম্পূৰ্ণ কৰিব পাৰে। পিকাচোৰ এই ছবি বোৰৰ কিছুসংখ্যক প্ৰদৰ্শন কৰা হৈছিল যদিও দুই চাৰিখন ছবিহে কাচিৎ দুই-চাৰি পাউণ্ড দামত বিক্ৰী হৈছিল।

বহুত দিন দৰিদ্ৰতাৰ লগত সংগ্ৰাম কৰি কৰি এটা সময়ত পিকাচোয়ে কৈছিল '' মই ধনী হ'বলৈ ভালপাম আৰু দুখীয়া মানুহ হিচাপে থাকিবলৈ ইচ্ছা কৰিম।''

সঁচাকৈ তেওঁৰ এই ইচ্ছা বাস্তৱত পৰিণত হৈছিল। কাৰণ পাচত ছবিৰ পৰা হোৱা উপাৰ্জনৰ দ্বাৰা তেওঁ এজন কোটিপতি হৈছিল যদিও তেওঁ সাধাৰণ খাদ্য খাইছিল। আড়ম্বৰহীন অথচ উচ্চ চিন্তা ধাৰাৰে জীৱন কটাইছিল।

পেৰিচ আৰু দক্ষিণ ফ্ৰান্সত থাকা তেওঁৰ ঘৰ দুটাৰ অৱস্থা তেনেই জৰাজীৰ্ণ আছিল। অকল সেয়ে নহয় দ'ম দ'ম ছবি, মাটিৰ পাত্ৰ-শিল্প, কিতাপ, বাতৰি কাকতৰ কাটিং আকৰ্ষণীয় প্ৰস্তৰ ভাস্কৰ্য্য, সাগৰীয় শামুকৰ খোলা, গাঁঠিযুক্ত শিপাৰ থোপাৰে ঘৰ দুটা ঠাহ খাই আছিল। ঘৰ সলনি কৰিলে তেওঁ বাকচত ভৰাই এই খিচিৰি সামগ্ৰীবোৰ লৈ গৈছিল। তাত নতুনকৈ অঙ্কন কৰা ছবি আৰু সংগ্ৰহ কৰা বস্তুৰ মাজত এই বাকচবোৰ বন্ধ হৈ পৰি আছিল।

পিকাচোৰ অগতানুগতিক ছবিসমূহে আন শিল্পীসকলক বাৰুকৈ আকৰ্ষণ কৰিছিল। বিশেষকৈ পৰিবৰ্ত্তনশীল পৃথিৱীৰ বিষয়ত অঙ্কিত ছবি সমূহে শিল্পজগতৰ হাজাৰ হাজাৰ কলাকাৰৰ ওপৰত গভীৰ প্ৰভাৱ পেলাইছিল। এইবিলাক যুগান্তৰকাৰী চিত্ৰ শিল্পই উত্তৰ পুৰুষক উদ্বেলিত কৰিবনে নকৰে সেইকথা সময় আৰু কলাৰ সমালোচক সকলেহে নিৰ্ণয় কৰিব। কিন্তু ইতিমধ্যে 'বিস্ময় সৃষ্টিকাৰী পাব্‌ল' পিকাচোয়ে আধুনিক শিল্প কলা জগতত অৰ্দ্ধ শতিকাৰো অধিক কাল ধৰি অভূতপূৰ্ব্ব প্ৰভাৱ বিস্তাৰ কৰিছে। হে নিপুন শিল্পী তোমাক সহস্ৰ প্ৰণাম ॥

------------------------



# এজন শ্ৰেষ্ঠ কলাকাৰৰ প্ৰতিকৃতি
# ৰেম্ ব্ৰেণ্ড ভান্

ভাল আৰু মহৎ কাম কৰা মানুহক সমাজে স্বীকৃতি দিয়ে। কিন্তু এই স্বীকৃতি লগে লগে নাহে। স্বীকৃতি প্ৰাপ্তিৰ বাবে অপেক্ষা কৰিব লগা হয়। সেইদৰে শিল্পী, কলাকাৰে ও স্বীকৃতি লাভৰ কাৰণে বছৰ বছৰ ধৰি প্ৰতীক্ষা কৰি ব লগা হয়। তেনেকুৱা এজন কলাকাৰ আছিল হলেণ্ডৰ ৰেম্ ব্ৰেণ্ড ভান্। এইজন মহান শিল্পীযে সোতৰ শতিকাত এটা অখ্যাত, অন্ধকাৰ অৱস্থাৰ পৰা নিজৰ প্ৰতিভা আৰু অধ্যৱসায়ৰ বলত যশস্যাৰ শৈল শিখৰত আৰোহন কৰিবলৈ সমৰ্থ হৈছিল। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ চাবিশ বছৰ। ডেকা ৰেম্ ব্ৰেণ্ডৰ দেউতাক আছিল কাৰাখানাত কাম কৰা এজন সাধাৰণ শ্ৰমিক। কপালৰ ঘাম মাটিত পেলাই তেওঁ যি ধন উপাৰ্জন কৰিছিল তাৰে অলপ সাঁচি গৈছিল। সকলো দেউতাকৰ দৰে তেওঁ ও ভাবিছিল এই সঞ্চিত ধনেৰে পুতেক ৰেম্ ব্ৰেণ্ডক ওচৰৰে লেইডেন্ বিশ্ববিদ্যালয়ত পঢ়ুৱাই এজন শিক্ষিত মানুহ হিচাপে গঢ়ি তুলিব। কিন্তু কি হ'ব মনে খন্দা পুখুৰীৰ পানী খাবলৈ নেপায়। কাৰণ বিদ্যালয়ত পঢ়ি থকা অৱস্থাতে ল'ৰাজনে এই কথা প্ৰতিপন্ন কৰিলে যে কিতাপ অধ্যয়নত তেওঁৰ মুঠেই ৰাপ নাই। অৱশ্যে ল'ৰাজন সচেতন, বুধিযক আৰু পৰিশ্ৰমী আছিল। তেওঁ এই অফুৰন্ত শক্তি নিয়োগ কৰিলে চিত্ৰাঙ্কন আৰু নক্সা অঁকাত।

যি মূলা বাঢ়িব তাৰ দুপাততে চিন। সৰু কালৰে পৰা চিত্ৰ কলা বিদ্যাত অত্যন্ত ৰাপ দেখি পিতৃ-মাতৃয়ে ল'ৰাজনক লেইডেনৰ এজন বিখ্যাত কলাকাৰৰ ওচৰত চিত্ৰ কলা বিদ্যা অধ্যয়নৰ কাৰণে পঠালে। অলপ দিনৰ ভিতৰতে ল'ৰাজন চিত্ৰ কলা বিদ্যাত ইমানেই পাৰ্গত হৈ উঠিল যে তেওঁ লেইডেনৰ পুৰুষ আৰু মহিলাৰ জীৱন আৰু জীৱিকা জড়িত বাস্তৱক চিত্ৰপটত তুলিকাৰে সুন্দৰ ভাৱে অঙ্কন কৰি সেইবোৰ বিক্ৰী কৰি তাৰ পৰা পোৱা ধনেৰে নিজৰ খৰচ উলিয়াব পৰা হ'ল। জুই শালত গঢ়িলেহে কমাৰ শালত গঢ়িব পাৰি। লেইডেনত হোৱা কৃতকাৰ্য্যতাক সম্বল কৰি ৰেম ব্ৰেণ্ড নিজৰ শিল্প-কলাৰ বহুল প্ৰচাৰ আৰু ব্যৱসায়ৰ কাৰণে আৰ্মষ্টাৰ ডামৰ দৰে ডাঙৰ চহৰলৈ ঘনে ঘনে যাব ধৰিলে। তাত তেওঁ হেণ্ডৰিক আৰু উলেন্ বাৰ্গ নামৰ দুজন চিত্ৰ কলাৰ লগত জড়িত ব্যৱসায়ী তথা পৃষ্ঠপোষকৰ সান্নিধ্যলৈ আহিল। এই দুজন পৃষ্ঠ পোষকে

উইলেন্ বাৰ্গৰ ধুনীয়া ঘৰ এটাত এটা ষ্টুডিঅ' খুলিবলৈ ৰেমব্ৰেণ্ডক পৰামৰ্শ দিলে। লগতে তেওঁলোকে ইয়াকো ক'লে যে সেই ঘৰটোতে থাকি তেওঁ ধনী, মানী, আঢ্যৱন্ত নাগৰিক সকলৰ প্ৰতিকৃতি অঙ্কন কৰিব আৰু তাৰ পৰা হোৱা আয়ৰ এটা কমিচ্ন চিত্ৰকলা ব্যৱসায়ী দুজনক দিব। ''সিন্ধি খুজি ফুৰন্তে দুৱাৰে পাইলে পথ।'' চিত্ৰ শিল্পী ৰেম্ ব্ৰেণ্ডে এনে এটা সুবিধাকে মনে মনে বিচাৰি আছিল। বিলম্ব নকৰি তেওঁ এই সুবিধা গ্ৰহণ কৰিলে।

পৰস্পৰ লাভজনক এই ব্যৱস্থাৰ দ্বাৰা তেওঁ হয়তো বহুত দিন নিচিন্তে চলি যাব পাৰিলে হেতেন। কিন্তু সেই সময়তে এটা ঘটনা ঘটিল। ডেকা মানুহ, তাতে কলাকাৰ। উইলেন্ বাৰ্গৰ চাচ্কিয়া নামৰ এজনী তোলনীয়া অথচ মৰম লগা ভতিজা ছোৱালী আছিল। কলাকাৰ ৰেমব্ৰেণ্ড চাচ্কিয়াৰ প্ৰেমত পৰিল। চাচ্কিয়াই প্ৰথমে ৰেম্ ব্ৰেণ্ডৰ পিতৃ পৰিচয় জানি এই প্ৰেম প্ৰত্যাখান কৰিব বিচাৰিছিল। কিন্তু ৰেম্ ব্ৰেণ্ড নাচোৰ বাণ্ডা। তেওঁ চাচ্কিয়াক এই কথা প্ৰতিপন্ন কৰিব বিচাৰিলে যে কাৰাখানাৰ বনুৱাৰ পুতেকো প্ৰতিভা সম্পন্ন বিশিষ্ট ব্যক্তি হ'ব পাৰে। সম্ভৱতঃ ভগৱান তেওঁৰ প্ৰতি প্ৰসন্ন হ'ল। ১৬৩২ চনৰ শেষৰ ফালে আৰ্মষ্টাৰডাৰ্মৰ চাৰ্জন সকলৰ সন্থাটোয়ে তেওঁলোকৰ ক্লাব ঘৰটোৰ কাৰণে এখন উপযুক্ত চিত্ৰ আঁকিবলৈ ৰেম ব্ৰেণ্ডক পাচিলে। চিত্ৰখনৰ বিষয় বস্তু হ'ব লাগিব শৰীৰ বিজ্ঞানৰ এটা চিত্ৰমধৰ্ম্মী পাঠ য'ত সন্থাৰ সদস্য ডাক্তৰ সকলৰ প্ৰতি কৃতি অন্তৰ্ভূক্ত হ'ব। হলেণ্ডত হোৱা হলে এইটো বিষয় বস্তুৰে এখন সাধাৰণ মান বিশিষ্ট চিত্ৰহে হ'লহেতেন। কিন্তু ইয়াত ৰেম্ ব্ৰেণ্ডে এই চিত্ৰখনত এটা নতুনত্ব প্ৰদান কৰিলে। তেওঁ চিত্ৰখনত শৰীৰ বিজ্ঞানৰ পাঠ এটা পঢ়ি সাধাৰণ মানুহৰ মনত ওপজা ভয় আৰু আশ্চৰ্য্যজনক অনুভূতি অঙ্কন কৰিলে। তেওঁ নিপুন ভাৱে ৰেখা-চিত্ৰৰ দ্বাৰা ত্ৰিভূজাকৃতিত এই চিত্ৰখন আঁকিলে। ইয়াৰে ভিতৰতে তেওঁ ডাক্তৰ সকলক নাটকীয় প্ৰবাল্যৰে বিভক্ত কৰিলে। তেওঁলোকৰ স্তম্ভিত মুখ মণ্ডলৰ পৰা যিমান কমকৈ পাৰি আকৰ্ষণ আঁতৰাই আনিবৰ বাবে তেওঁ চিত্ৰপাঠটোৰ ভিতৰত এটা নিৰ্জ্জু মুহূৰ্ত্ত অঙ্কন কৰিলে ; অঙ্কন কৰিলে হাতৰ মাংস পেশী। এইদৰে এখন অসাধাৰণ চিত্ৰ অঙ্কিত হ'ল যি আৰ্মষ্টাৰডাম বাসীক বাৰুকৈ আকৰ্ষণ কৰিলে। এই চিত্ৰখন চাবৰ বাবে দৰ্শকৰ ভীৰ হ'ল। অতি কম সময়ৰ ভিতৰত ৰেম্ ব্ৰেণ্ড হলেণ্ডৰ আটাইতকৈ জনপ্ৰিয় চিত্ৰ শিল্পী হৈ পৰিল। ১৬৩১ চনত তেওঁ শামূকীয়া গতিৰে মাত্ৰ এখন ছবিহে কমিচন ভিত্তিত অঙ্ক ন কৰিছিল। কিন্তু পিচৰ বছৰত তেওঁ ষোল খন তেনে ছবি অঙ্কন কৰিলে। জনপ্ৰিয়তা

বাঢ়িযোৱাৰ লগে লগে তেওঁৰ শিল্প-কৰ্ম্মৰ চাহিদাও বৃদ্ধি হ'ল। একোখন প্ৰতিকৃতি চিত্ৰৰ পৰা তেওঁ পাঁচশ গিল্ডাৰ পৰ্যন্ত মূল্য উপাৰ্জ্জন কৰিব ধৰিলে। সেই সময়ত পাঁচশ গিল্ডাৰ (হলেণ্ডৰ মুদ্ৰা) মূল্য যথেষ্ট আছিল। তেওঁৰ ছবিসমূহ যিমানে মূল্যবান হৈ পৰিছিল সিমানেই তাৰ চাহিদাও বৃদ্ধি হৈছিল। কেৱল এয়ে নহয়; বিভিন্ন ঠাইৰ পৰা বহুত ছাত্ৰ আহি তেওঁৰ অধীনত চিত্ৰ কলা বিদ্যাৰ শিক্ষা ল'বলৈ ধৰিলে। ইয়াৰ বাবে তেওঁ ছাত্ৰ সকলৰ পৰা গাইপতি বছৰি এশ গিল্ডাৰ মাচুল লৈছিল। সেই সময়ত এশ গিল্ডাৰ যথেষ্ট বেচি মাচুল বুলি গণ্য কৰা হৈছিল। ৰেম্ ব্ৰেণ্ডৰ প্ৰেমিকা চাচিকাৰ চকুহাল আছিল গভীৰ নীলা যেন, আমাৰ কবি দেৱকান্তই কোৱাৰ দৰে ''তোমাৰ চকুত প্ৰিয়া সাগৰৰ এচা মূচ নীলা।'' এই সাগৰ নীলা চকু থকা ধুনীয়া ছোৱালী জনীয়ে ৰেম্ ব্ৰেণ্ডক প্ৰথম লগ পোৱাৰ দিনাৰ পৰা বৰুকৈ মোহিত কৰিছিল। ৰেম্ ব্ৰেণ্ডেও চাচিকাৰ নিৰুত্তাপ হৃদয়ৰ অভিভাৱক উইলেন্ বাৰ্গৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিলে। ঘঁহি থাকিলে শিলো ক্ষয় যায়। ৰেম্ ব্ৰেণ্ডৰ এই প্ৰচেষ্টাই কাম দিলে। কেই বছৰ মানৰ ভিতৰ তে চহকী, আঢ্যৱন্ত, মাউৰা ছোৱালী চাচিকা আৰু কল ঘৰৰ বনুৱাৰ সন্তান ৰেম্ ব্ৰেণ্ডৰ মাজত থকা সামাজিক ব্যৱধান প্ৰেমৰ বানে ভাঙি দিলে। দুয়োৰে মাজত গঢ়ি উঠিল অভিন্ন প্ৰেমৰ সৌধ। এই প্ৰেমৰ সফল পৰিণতি স্বৰূপে দুয়ো বিবাহ পাশত আবদ্ধ হ'ল। সেই সময়ত তেওঁলোকৰ বয়স আছিল ক্ৰমে ২৮ বছৰ আৰু ২১ বছৰ। ৰেম্ ব্ৰেণ্ডে চাচিকাক প্ৰতিমা যেন জ্ঞান কৰিছিল। বিনিময়ত চাচিকাইও ৰেম্ব্ৰেণ্ডক প্ৰেৰণা আৰু উল্লাসেৰে জীৱন ভৰাই তুলিছিল। আৰ্মষ্টাৰডামৰ শ্ৰেষ্ঠ নাগৰিক সকলে তেওঁক ওচৰলৈ আহি ঘণ্টাৰ পাচত ঘণ্টা বহি নিজৰ প্ৰতিকৃতি এখন অঙ্কন কৰি দিবলৈ খাটনি ধৰিছিল। এই সকল সম্ৰান্ত লোকৰ ভিতৰত অৰেঞ্জৰ যুৱৰাজ ফ্ৰেডেৰিক হেন্ৰিও আছিল। চাচিকাৰ প্ৰতি থকা অগাধ প্ৰেমৰ কাৰণে ৰেম্ ব্ৰেণ্ডে বাৰে বাৰে চাচিকাৰ প্ৰতিকৃতি বিভিন্ন ভঙ্গীত অঙ্কন কৰিছিল। ততোধিক চাচিকাক মডেল হিচাপে লৈ ৰেম্ ব্ৰেণ্ডে বাইবেলৰ সমষ্ট দৃশ্য আৰু ৰূপ কথা চিত্ৰপটত অঙ্কন কৰিছিল ভিন্ন ভঙ্গীত। এই ছবি সমূহৰ পৰা এইটো প্ৰতীয়মান হৈছিল যে চাচিকা কেৱল ৰেম্ ব্ৰেণ্ডৰ আঁচলৰ ধন, প্ৰেয়সী পত্নীয়ে নাছিল, বৰং তেওঁ আছিল নাৰী সত্ত্বাৰ এক অনন্য আদৰ্শ প্ৰতিভূ।

ৰেম্ ব্ৰেণ্ডে অৱশেষত এটা আটক ধুনীয়া অট্টালিকা কিনিলে। কাৰণ পত্নী চাচিকাই এটা সুন্দৰ ঘৰত থাকিবলৈ ৰেম্ ব্ৰেণ্ডক তাগিদা দি আছিল। প্ৰথম এটা কিস্তি ধন পৰিশোধ কৰি খৰ যেদাকৈ ঘৰটোত সোমাই পৰিল। তেওঁ ঘৰটো সুন্দৰ, ঐতিহ্যপূৰ্ণ

বস্তুৰে সজাই পৰাই তুলিলে। অতীতৰ বিখ্যাত চিত্ৰ শিল্পী সকলৰ চিত্ৰ কলাৰে বেৰ শুৱনি কৰি তুলিলে। কেৱল ইমানেই নহয়, দুৰ্লভ বস্তু আৰু মূল্যবান আ-অলঙ্কাৰে তেওঁ ঘৰ টোৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছিল। অৱশ্যে এটা কথা সত্য আছিল যে উপাৰ্জনতকৈ তেওঁ খৰচ বেচি কৰিছিল। এই আঁঠুৱা চাই ঠেং নেমেলা কথাটোয়ে কিন্তু তেওঁক চিন্তিত কৰা নাছিল। তেওঁ কৈছিল ''পইচা আহিব ; যাব ; চলি থাকিব। গতিকে তেওঁলোক ইমান হিচাপত চলাৰ কোনো দৰকাৰ নাই।'' পত্নী চাচিকাৰ সৈতে তেওঁৰ সংসাৰ কিছুবছৰ বেচ সুন্দৰকৈ চলি আছিল। কিন্তু চক্ৰবত পৰি বৰ্ত্তন্তে দুঃখানি চঃ সুখানি চঃ। ১৬৪২ চনত এটা নিশকটিয়া সন্তান জন্ম দিয়াৰ পাচতে চাচিকাৰ মৃত্যু হ'ল। এটাৰ পাচত আন এটা দুখে ৰেম্ ব্ৰেণ্ডক আৱৰি ধৰিলে। ঘৰটো কিনিবৰ কাৰণে লোৱা ধাৰ, অন্য কাৰণত লোৱা ধনৰ ধাৰৰ বোজা তেওঁৰ বহুত হ'ল। কাৰণ তেওঁৰ স্বভাৱ আছিল ''ঋণং কৃত্বা ঘৃতং পিবেত'' ৰ দৰে। ধাৰ ঋণ কৰিও ভাল দৰে থকা, খোৱাৰ স্বভাৱ আছিল ৰেম্ ব্ৰেণ্ডৰ। পত্নীৰ মৃত্যুৰ পাচত ধাৰ দিওঁতা বিলাকে শিল্পী জনক ধন পৰিশোধৰ তাগিদা দিব ধৰিলে। এবছৰ ধৰি অঙ্কন কৰা এখন ডাঙৰ গ্ৰুপ প্ৰতিচ্ছবি, যাৰ নাম তেওঁ ৰাখিছিল '' দি নাইট ওৱাটচ্'' এদিন নীৰৱে উন্মোচন কৰিব লগা হ'ল। প্ৰতিকৃতি অঙ্কন কৰি পোৱা কমিচনো কমি আহিব ধৰিলে। তেওঁ এইদৰে জীৱনৰ পাচৰ ১৪ বছৰ আৰ্থিক ভাবে বৰ টনাটনিৰ মাজেদি কটাব লগা হৈছিল। শেষত আনকি এনে অৱস্থা হ'ল যে পূৰা টকা দিব নোৱাৰাৰ কাৰণে ঘৰটোৰ পৰা ৰেম্ ব্ৰেণ্ডক উচ্ছেদ কৰা হ'ল। উপায়ন্তৰ হৈ তেওঁ ঘৰ টো সজোৱা মূল্যাবান বস্তুবোৰ নীলামত খুব কম দামত বিক্ৰী কৰি সেই টকাৰে ধাৰ পৰিশোধ কৰিব লগা হৈছিল।

এটা প্ৰচলিত কথা আছে যে কলাকাৰ সকলে কষ্ট খাব লাগে, খং কি জানিব লাগে, জানিব লাগে হতাশা কি বস্তু? তেতিয়াহে তেওঁলোকৰ শিল্প কলা গভীৰতা, শক্তি, বিশ্ব ব্যাপ্ত আবেদন আৰু সৰলতাৰ শক্তিশালী প্ৰভাৱেৰে অলংকৃত হ'ব, মহিমা মণ্ডিত হ'ব। ওপৰে ওপৰে চালে শিল্প কলাৰ বাবে এই বিলাকৰ প্ৰয়োজন বৰ আচহুৱা যেন লাগে। কিন্তু ৰেম্ ব্ৰেণ্ডৰ শিল্প কলাৰ ক্ষেত্ৰত এই সকলোবোৰ উপাদান শাশ্বত সত্য হিচাপে প্ৰকাশ পাইছিল।

সময়ৰ গতিত যিমানে তেওঁৰ দায়িত্বৰ বোজা বাঢ়ি গৈছিল সিমানে তেওঁৰ শিল্প কলা মহান হৈ উঠিছিল। পৃথিৱীৰ শিল্প কলা জগতৰ অদ্বিতীয় বুলি পৰিগণিত ৰেম্ ব্ৰেণ্ডৰ কেইখনমান অমৰ চিত্ৰ হৈছে - '' দি অ'ল্ড ওৱমেন কাটিং হাৰ নেইলচ্'';

দি মিল্''; ''এৰিষ্ট'টেল'' কন্‌টেম্প প্লেটিং দি ৰাষ্ট অব হমাৰ''; '' খ্ৰীষ্ট এট ইম্মাওচ'', দি দিচেন্ট ফ্ৰম দি ক্ৰছ'' আদি। কিন্তু এই সকলোৰে মূলতে আছিল ডেকা ৰেম্ ব্ৰেণ্ডৰ স্মৰণীয় চিত্ৰ কলা '' দি এনাটমি লেচন''। এইখন চিত্ৰই তেওঁৰ শিল্পী জীৱনলৈ কঢ়িয়াই আনিছিল প্ৰথম কৃতকাৰ্য্যতাৰ মেটমৰা সম্ভাৰ। এই সাফল্যা আছিল ৰেম্ ব্ৰেণ্ডৰ শিল্পী জীৱনৰ মূলধন। কলাকাৰ , তে ামাৰ সৃষ্টিক প্ৰণাম জনাওঁ।।

৹৹৹৹৹৹৹৹৹৹৹৹৹৹৹৹৹৹



# ঃ প্ৰথম আধুনিক মানুজন ঃ
## লিওনাৰ্ড ডি. ভিঞ্চি

সুন্দৰ ভাৱে অতি বাহিত হোৱা জীৱনটোয়ে হৈছে সুদীৰ্ঘ জীৱন (দি লাইফ ডেট ইজ ৱেল স্পেন্ট এ লং লাইফ)। এই সোণসেৰিয়ী কথাষাৰ কোৱা মানুহজন সঁচাকৈ সেই সুন্দৰ মানদণ্ডৰে যুগ যুগ ধৰি জীয়াই আছিল। তেওঁ জীয়াই আছিল এটা জীৱন কাল নহয় যেন দহটা জীৱন কাল। পৃথিৱীৰ প্ৰখ্যাত চিত্ৰ শিল্পীৰ তালিকা প্ৰস্তুত কৰিলে প্ৰথম দহজনৰ ভিতৰত যি জন শিল্পীৰ স্থান একেবাৰে ওপৰত হ'ব তেওঁ হৈছে অমৰ শিল্পী, কলাকাৰ লিওনাৰ্ড' ডি. ভিন্সি।

লিওনাৰ্ড' ভিন্সি চিত্ৰ শিল্পৰ সোণালী যুগৰ মহান চিত্ৰকৰ আছিল হয়, কিন্তু লগতে এইটোও পাহৰিব নোৱাৰি যে তেওঁ এজন বহুমুখী প্ৰতিভাশালী বিজ্ঞানীও আছিল। তেওঁ একেধাৰে এজন শিল্পী, বিজ্ঞানী আৰু আধুনিক যুগৰ প্ৰথম প্ৰতিনিধি। এই সকলো বিশেষণেৰে বিভুষিত হ'লেও এজন চিত্ৰ-শিল্পী হিচাপেহে পৃথিৱীৰ মানুহৰ বাবে তেওঁ বেচি পৰিচিত। ৰেণেচাঁ বা পুনৰজাগৰণ আন্দোলনৰ দোক্ মোকালিতে এই মানুহ জনৰ জন্ম হৈছিল। তেওঁৰ মেধা শক্তি ইমান প্ৰখৰ আছিল যে সেই সময়ত তেও এনে কিছুমান ভৱিষ্যতবানী কৰিছিল তথা এনে কিছুনান বস্তু আৰু তথ্যৰ উদ্‌ঘাটন কৰিছিল যি বিলাক উদ্‌ঘাটন কৰিবলৈ তেতিয়াৰ বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাক কেইবা যুগো লাগিল হেতেন।

বিজ্ঞানী হিচাপে ড্যাভিন্সিৰ গুৰুত্বপূৰ্ণ আৱিষ্কাৰ সমূহ বহুত দিনলৈকে তেওঁৰ দিনলিপিত গুপ্ত হৈ আছিল। তেওঁৰ মৃত্যুৰ পাচতহে এই তথ্য বিলাক সংগ্ৰহ কৰি প্ৰকাশ কৰা হৈছিল। তথাপিও বহুত তথ্য সিচঁৰিত অৱস্থাত আৰু আধামান একেবাৰে নিচিহ্ন হৈ গ'ল। এই সংগৃহীত তথ্যবোৰৰ গুৰুত্ব সংগ্ৰহকাৰী সকলে বুজা নাছিল। কেৱল ভিন্সিৰ জীৱনী যুগুত কৰিব লগা হোৱাত হে সেই বিলাক সংগ্ৰহ কৰা হৈছিল। ভিন্সিৰ বিষয়ে আন এটা আশ্চৰ্য্যজনক কথা হ'ল যে তেওঁ আছিল বাঁওহতীয়া আৰু তেওঁৰ লিখাৰ নিয়ম সাধাৰণ নাছিল। আৰবী ভাষাৰ দৰে তেওঁ লিখিছিল সোঁ হাতৰ পৰা বাওঁ হাতলৈ। গতিকে তেওঁৰ লিখা পঢ়িবৰ বাবে আয়নাত প্ৰতিফলিত কৰিহে পঢ়িব লাগিছিল। কিন্তু বিস্ময়কৰ কথা হ'ল পাচলৈ তেওঁ সব্যসাচী হৈছিল ( দুয়ো হাতে কাম কৰিব পৰা)। সব্যসাচী এই ল'ৰাজনৰ দুয়োখন হাত উজ্জ্বল উপহাৰেৰে

উপচাই পেলাবলৈ প্ৰকৃতিয়ে কিন্তু বাচনি কৰিছিল এহাল অগতানুগতিক দম্পতি। কাৰণ তেওঁৰ মাতৃ কেটেৰিণা আছিল এটা দুখীয়া কৃষক পৰিয়ালৰ ছোৱালী। পিতৃ প্যেৰ'ডি ভিন্সি আছিল এজন আইন জীৱি। বিয়াৰ সময়ত কেটেৰিণাৰ বয়স আছিল মাত্ৰ ষোল বছৰ। কেটেৰিণাৰ পিতৃ-মাতৃ যে কেৱল দুখীয়া আছিল সেয়াই নহয় জাত-কুলতো তেওঁলোক নিম্ন শ্ৰেণীৰ আছিল। পিতৃ-মাতৃৰ ইচ্ছাৰ বিৰোদ্ধে গোপনে পিয়ৰ' ডি. ভিন্সিয়ে কেটেৰিণাক বিয়া কৰাইছিল। কিয়নো কেটেৰিণাক প্যিৰ'য়ে গভীৰ ভাৱে ভাল পাইছিল, তেওঁলোকৰ মাজত প্ৰেম আছিল। এই যুৱক-যুৱতী হালৰ মিলনত প্ৰকৃতিৰ যেন আশীৰ্ব্বাদ আছিল। সেয়ে বোধহয় প্ৰকৃতিয়ে দয়া কৰি তেওঁৰ নিপুন শিল্পী হাতেৰে এদিন এই দম্পতি হালৰ হাতত এটি বিৰল, অনবদ্য উপহাৰ তুলি দিছিল ইটালীৰ টচ্‌কেন চহৰত গ্ৰীষ্মৰ এটা দিনত।

সেইদিনা আছিল ১৪৫২ চনৰ ১৫ এপ্ৰিল, যি দিনা এই অসাধাৰণ প্ৰতিভাশালী শিশুটিৰ জন্ম হৈছিল। সন্তান জন্ম হ'ল সঁচা কিন্তু তেতিয়াও প্যিয়েৰ' ডি ভিন্সিৰ পিতৃ-মাতৃয়ে এই বিবাহ মানি লোৱা নাছিল একমাত্ৰ বংশ মৰ্য্যদা ৰক্ষা আৰু জাত কুলৰ অমিলৰ বাবে। সেই কাৰণে নীচ কুলিয়া কেটেৰিণাৰ পৰা বিৰত ৰাখিবৰ বাবে তেওঁলোকে ততাতৈয়াকৈ প্যিৰ'ডি ভিন্সিক এটা সম্ভ্ৰান্ত, ধনী পৰিয়ালৰ এজনী ছোৱালীৰ লগত বিয়া পাতি দিলে। পিতৃ-মাতৃৰ সিদ্ধান্তৰ বিৰোদ্ধে প্ৰতিবাদ কৰিব নোৱাৰি প্যিৰ'ডি ভিন্সি বাধ্য হ'ল এই দ্বিতীয় বিবাহত সম্মতি দিবলৈ। বিয়া পাতিলে হয় কিন্তু প্যিৰ'ডি ভিন্সিয়ে তেওঁৰ মৰমৰ সন্তানটিৰ মোহ এৰিব নোৱাৰিলে। গতিকে সেই সময়ৰ ৰীতি অনুসৰি প্যিৰ' ডি. ভিন্সিয়ে হিয়াৰ আমঠু স্বৰূপ সন্তানটিক মাকৰ পৰা কিনি আনিলে। লিওনাৰ্ডক পৰিয়ালৰ সকলোৰে পুত্ৰ হিচাপে স্বীকৃতি দিলে। এটি মাত্ৰ সন্তান হোৱাত প্যিৰ' ভিন্সিয়ে লিওনাৰ্ডক ইমান মৰম স্নেহে আপ্লুত কৰিছিল যে ল'ৰা মূৰত থ'লে ওকনিয়ে খোৱা, মাটিত থ'লে পৰুৱাই খোৱা অৱস্থা হ'ল। এই অপৰ্য্যাপ্ত মৰমৰ কাৰণে লিওনাৰ্ড' নষ্টও হৈছিল। দেখাত অত্যন্ত চকুত লগা হোৱাৰ উপৰিও আছিল খুহুতিয়া স্বভাৱৰ। এই দুটা গুণৰ কাৰণে লিওনাৰ্ড'ৰ সাত খুন্ মাফ্ হৈছিল। অৰ্থাৎ তেওঁৰ সকলো দোষ ৰেহাই হৈছিল। দোষ কৰিলেও তেওঁ কেতিয়াও স্বীকাৰ নকৰিছিল। খুহুতীয়া স্বভাৱৰ বাবে তেওঁ কৌতুক আৰু ব্যঙ্গ কৰি ভাল পাইছিল। তেওঁৰ আছিল গভীৰ আত্ম বিশ্বাস আৰু কল্পনা বিলাস।

ল'ৰাজন ফ্ল'ৰেঞ্চৰ ওচৰৰ গাৱঁৰ ঘৰতে ডাঙৰ দীঘল হৈছিল। দেউতাকৰ পৰা পোৱা অফুৰন্ত মৰম স্নেহৰ আবেষ্টনীত থাকি দুখ-দৈন্য কি তাক বুজা নাছিল। সুখ

স্বাচ্ছন্দ্যৰে ভৰা অনাবিল আনন্দৰ মাজত অতিক্ৰম হৈছিল তেওঁৰ শৈশৱ আৰু কৈশোৰ। গাঁৱৰ আশে পাশে থকা চিৰিলি চিৰিলি পাতৰ সৰল গছৰ ৰিব্ ৰিব্ কঁপনি, ঝিৰ ঝিৰ কৈ বৈ থকা জুৰি, সপোন সপোন লগা ওখ-চাপৰ পাহাৰ আৰু সুকোমল বনৰীয়া ফুলৰ সৌন্দৰ্য্য চাই তেওঁ আত্মা হাৰা হৈ ঘূৰি ফুৰিছিল। তেওঁৰ মন আৰু আত্মা এই নিৰুপম সৌন্দৰ্য্যই বিধৌত কৰি তুলিছিল। উল্লেখ্য যে পাচৰ কালত এই অপৰূপ, স্বৰ্গীয় সৌন্দৰ্য্যৰাশি তেওঁৰ ছবি বিলাকত অলঙ্কাৰ হৈ আত্ম প্ৰকাশ কৰিছিল। লিওনাৰ্ড' যে কেৱল সৌন্দৰ্য্য প্ৰিয় আছিল এনে নহয়। মনৰ সৌন্দৰ্য্য প্ৰকাশ পোৱা অন্য এক মাধ্যম সঙ্গীতো তেওঁ সমানে ভাল পাইছিল। সুললিত কণ্ঠে তেওঁ গীত গাব পাৰিছিল, বাদ্য যন্ত্ৰও বজাব জানিছিল নিৰ্ভুল ভাবে। তেওঁৰ কাৰণে গোটেই জীৱনটোৱেই আছিল শিক্ষৰ স্বৰূপ।

স্পষ্ট কাৰণত কিশোৰ লিওনাৰ্ডক তেওঁৰ মাক কোন আছিল জানিবলৈ দিয়া নাছিল। তৎ সত্ত্বেও তেওঁ জানিছিল যে তেওঁৰ মাক জীৱিত আছিল। হেজাৰ হওঁক, জন্ম দাতৃ মাকৰ কথা জাবিলৈ, মাকক লগ পাবলৈ কোন সন্তানে নিবিচাৰে। সেই কাৰণে মাকক এবাৰ লগ পোৱাৰ দুৰ্নিবাৰ আশা তেওঁ বহুত দিন গুপুতে বুকুত বান্ধি লৈ ফুৰিছিল। বিচাৰি নেপাই হতাশাত তেওঁ মাজে মাজে প্ৰায়ে কুমাৰী মেৰীৰ প্ৰস্তৰ মূৰ্ত্তিৰ ভৰিত পৰি আবেগত বিহবল হৈ শ্ৰদ্ধাৰ চকুলো বোৱাইছিল। কোনেও দেখা নাছিল তেওঁৰ এই বিষাদৰ চকুলো, বুজা নাছিল লিওনাৰ্ডৰ মাতৃ স্নেহৰ পৰা বঞ্চিত হোৱা এই নিৰ্মম দুখ। তেওঁ উপলব্ধি কৰিছিল যি সন্তান মাকৰ মৰমৰ পৰা বঞ্চিত হৈছে তাৰ সমান দুৰ্ভগীয়া নাই। অন্যহাতে যি মাতৃয়ে কোলাত সন্তান লৈ ফুলি থকা ফুলৰ পাহি, খেলি থকা গৰু - ছাগলীৰ পোৱালী, সৰু সৰু চৰাই আৰু গছগছনি, পাহাৰৰ সৌন্দৰ্য্য আকুণ্ঠ উপভোগ কৰা নাই সেই মাতৃয়ে বহুত পায়ো একো নোপোৱাৰ দৰে। সেই মাতৃ বহুতৰ পৰা বঞ্চিত।

লিওনাৰ্ড' ভিঞ্চিয়ে সৰু কালৰে পৰা ছবি আঁকিছিল। এদিন দেউতাকে যেতিয়া লিওনাৰ্ডৰ প্ৰথম ছবিখন দেখিলে তেওঁ তেতিয়াই পুতেকৰ চিত্ৰত ভৱিষ্যতৰ এজন মহান চিত্ৰ শিল্পীৰ সত্বা ও সম্ভাৱনা আৱিষ্কাৰ কৰিলে। সেইকাৰণে তেওঁ লিওনাৰ্ডক ফ্ল'ৰেঞ্চৰ ভেৰ'চিয়ৰ ষ্টুডিঅ'ত শিক্ষা নবীচ হিচাপে ভৰ্ত্তি কৰাই দিলে। সেই সময়ত ভেৰ'চিয় আছিল সকলো দিশতে পাৰ্গত এজন কলাকাৰ, চিত্ৰ-ভাস্কৰ। তেওঁৰ তত্ত্বাৱধানত লিওনাৰ্ডই ছবি আঁকা, ভাস্কৰ্য্য, স্থপতি বিদ্যা, সঙ্গীত, জ্যামিতি আৰু প্ৰাকৃতিক বুৰঞ্জীৰ শিক্ষা গ্ৰহণ কৰিছিল আৰু কালক্ৰমত তেওঁ গুৰুৰ দৰে এজন

পাকৈত শিষ্য হ'ব পাৰিছিল। ভেৰ'চিয়ৰ ষ্টুডিঅ'ৰ আশে পাশে আন ভালেমান ডেকা শিল্পী আছিল। ইয়াৰ ভিতৰত 'বটিচেলি' নামৰ এজন শিল্পীৰ লগত লিওনাৰ্ডৰ বন্ধুত্ব গঢ়ি উঠিছিল। বন্ধুসকলৰ লগত আজৰি পৰত, বন্ধৰ দিনত আলাপ আলোচনা, নানা বিষয়ত তৰ্ক যুদ্ধ হৈছিল। মাজে মাজে খং উঠাব পৰা মুষ্টি যুদ্ধও খেলিছিল। ঘোঁৰা দৌৰ খেলিছিল। ঘোঁৰাত উঠা আৰু ঘোঁৰা দৌৰ খেল লিওনাৰ্ড বৰ প্ৰিয় আছিল। প্ৰবাদ আছে যে ইমান বলী আছিল যে ঘোঁৰাৰ খুড়া তেওঁ এখন হাতে বেঁকা কৰিব পাৰিছিল।

লিওনাৰ্ড' ভিঞ্চিয়ে প্ৰায়ে ফ্ল'ৰেঞ্চৰ ৰাজ প্ৰাসাদৰ পুৰণী হাউলী, দেৱাল, গীৰ্জা আদি চাই ঘূৰি ফুৰিছিল আৰু এই বিলাকত থকা শিল্প-কলা সম্পদ বোৰ একান্ত মনে অধ্যয়ন কৰিছিল। তদুপৰি তেওঁ চহৰৰ প্ৰখ্যাত গণিতজ্ঞ জ্যোৰ্তিবিদ, ভূগোলবিদ সকলৰ লগত ফুৰিছিল আৰু তেওঁলোকৰ পৰা সেই সেই বিষয়ৰ জ্ঞান অৰ্জন কৰিছিল। পিচে ইমানেই নহয় তেওঁ কথা কৈ ভাল পাইছিল। অনৰ্গল বহুত সময় কথা ক'ব পাৰিছিল। সেইকাৰণে বোধ হয় তেওঁ প্ৰায়ে বজাৰৰমাজত বৈ বেপাৰীয়ে বস্তু বেচিবলৈ চিএঞৰাৰ দৰে ডাঙৰ মাতেৰে বক্তৃতা দিছিল, দেশৰ গৌৰৱৰ কথা কৈছিল আৰু কৈছিল তেওঁৰ কল্পনা বিলাসৰ কথা। কিছুমানে তেওঁৰ কথা শুনি হাঁহিছিল আৰু কিছুমানে ভয় আৰু সমীহ কৰিছিল। কাৰণ তেওঁৰ কথা বিলাকৰ সৰহখিনি আছিল গছত গৰু উঠা আৰু হোলোঙাৰে কাণ বিন্ধাৰ দৰে। তেওঁ পৰ্বতৰ তলেদি সুৰঙ্গ খন্দা, অট্টালিকা বোৰ নগৰৰ মাজেদি টানি লৈ যোৱাৰ পৰিকল্পনাৰ কথা কৈছিল।

লিওনাৰ্ডক কেৱল এজন কলাকাৰ, চিত্ৰশিল্পী বুলি ক'লে সত্যৰ অপলাপ কৰা হ'ব। কিয়নো কলাৰ অংশ হিচাপে তেওঁ গণিত, পদাৰ্থ বিজ্ঞান আৰু এনাটমি অধ্যয়ন কৰিছিল। তেওঁ কৈছিল আৰু বিশ্বাস কিৰিছিল যে দৰাচলতে কলা আৰু বিজ্ঞানৰ মাজত তেনে কোনো পাৰ্থক্য নাই। কাৰণ এই দুয়োটা হৈছে ঈশ্বৰৰ সৃষ্টি আৰুএই বিনন্দিয়া বিশ্ব ব্ৰহ্মাণ্ড খন বৰ্ণনা কৰা দুটা পথ। সেইকাৰণে লিওনাৰ্ড চিত্ৰ-কলাত সততে প্ৰতিভাত হৈছিল সৃষ্টিৰ মহিমা মণ্ডিত ৰহস্য। যেতিয়া লিওনাৰ্ডই চিত্ৰ অঙ্কন কৰিছিল, তেওঁ বাস্তৱৰ শীতল, নগ্ন তথ্য প্ৰকাশৰ কাৰণে তাত উত্তপ্ত সৌন্দৰ্য্যৰ আলো সিঁচি দি সেই বিলাক বৰ্ণাঢ্য কৰি তুলিছিল। তেওঁৰ কলা কৌশলত নিহিত আছিল তেওঁৰ উপলব্ধ জ্ঞান আৰু বিমোহনৰ কুশলতা। তেওঁ এনে এজন মানুহৰ দৰে ছবি আঁকিছিল যি জীৱনক গভীৰ ভাবে উপলব্ধি কৰে, ভাল পায়। নক্সা বহীৰ, দিন পঞ্জীৰ শ-শ পৃষ্ঠাত চকু ফুৰাই চালে তেওঁ জীৱনক কিমান ভাল পাইছিল তাৰ ভূ-পোৱা গৈছিল।

নক্সা বহীৰ এখন পাতত দেখা যায় যুদ্ধত সৈনিক বিলাকে কেনেকৈ শত্ৰু নিধন কৰিছে আৰু নিজেও নিধন হৈছে। আন এখন পাতত দেখা যায় এগৰাকী যুৱতীয়ে আঁঠু কাঢ়ি ঈশ্বৰৰ প্ৰাৰ্থণা কৰিছে আৰু এখনত দেখা যায় স্নায়বিক উদ্বিগ্নতাত ভোগ এজন দুখীয়া বুঢ়া মনুহৰ ছবি। আকৌ আন এখনত দেখা যায় তেওঁ ৰং তুলিকাৰে বন্দী কৰিছে খেলি থকা, আনন্দোচ্ছল এটি নিস্পাপ শিশু। জন শ্ৰুতি আছে যে কেতিয়াবা গোটেই দিনটো লিওনাৰ্ডে হয়তো ধুনীয়া, নহয় কুৎ চিৎ মানুহৰ পাচে পাচে ঘূৰিছে, তেওঁলোকৰ বিষয়ে বিশদ অধ্যয়ন কৰিছে। ইয়াৰ বাহিৰেও তেওঁৰ কিছুমান অস্বাভাৱিক, ব্যতিক্ৰম অভ্যাস আছিল। চিকিৎ সালয়ত কোনোবা বুঢ়া মানুহ মৃত্যু হোৱা খবৰ পালে তেওঁ মৃতকক চাবলৈ ঢাপলি মেলিছিল; অপৰাধী মানুহক মৃত্যু দণ্ড দিয়া চাবলৈও তেওঁ যথা সময়ত যথা স্থানত উপস্থিত হৈছিল গৈ। মাতৃৰ বুকুত সোমাই দুগ্ধ পান কৰিবলৈ উদ্‌গ্ৰীৱ হাৱা তৃষ্ণাতুৰ শিশুৰ নিৰ্মোহ ক্ষুধা চাবলৈ তেওঁ পিন্ পিনাই ফুৰিছিল। কাৰণ এইবিলাক সাধাৰণ মানুহে সাধৰণতে চাই নুফুৰা পৰিঘটনা। কেতিয়াবা তেওঁ এনাটমিৰ জ্ঞানেৰে মানৱ দেহৰ প্ৰতিকৃতি দ্বি-খণ্ডিত কৰি তাক তুলিকাৰে নিখুঁত ভাৱে অঙ্কন কৰিছিল, ঠাৱৰ কৰিছিল কিমান নিৰ্ভুল ভাৱে ঈশ্বৰে এই ভাগ দুটাৰ অনুপাত নিৰুপন কৰিছিল। দৰাচলতে এনাটমিৰ বিষয়ত লিওনাৰ্ডে যিমান সময় খৰচ কৰিছিল আন কোনো বিজ্ঞানৰ বিষয়ত সিমান সময় খৰচ কৰা নাছিল। তেওঁ পৰীক্ষা কৰি দেখুৱাইছল যে আমাৰ পেশী বোৰ হৈছে মানৱ শৰীৰযন্ত্ৰৰ লিভাৰ, চকু কেইটা লেন্স বা আয়না, কলিজাখন এটা হাইড্ৰলিক্ পাম্প আৰু নাড়ীৰ কম্পন হৃদপিণ্ডৰ স্পন্দনৰ লগত সঙ্গতি যুক্ত কৰি ৰখা হৈছে। চিকিৎ সালয়ত কৰা বহুত পৰীক্ষা নিৰীক্ষা কৰাৰ পাচত তেওঁ এই তথ্য আৱিষ্কাৰ কৰিলে যে বুঢ়া বয়সত ধমনী কঠিন হোৱাৰ ফলত মানুহৰ মৃত্যু হয়।

আগতে উল্লেখ কৰা হৈছে যে লিওনাৰ্ডে কেইবা বিধো বাদ্য যন্ত্ৰ বজাব জানিছিল, তাৰ ভিতৰত বীণা আছিল অন্যতম। লৰেঞ্জো ডিয় মেডি নামৰ এজন সম্মানীয় ব্যক্তিয়ে ত্ৰিশ বছৰীয়া ভিঞ্চিক এজন ভাল বীণা বাদকৰ উপৰিও এজন প্ৰতিভাশালী কলা কুশালী হিচাপে মিলানৰ অধিকৰ্ত্তা লুডভিক্ স্ফৰজা বা 'দি মুৰ' লৈ অনুমোদন কৰি ৰাজ অনুগ্ৰহ লাভৰ বাবে পঠালে। তেওঁ ভিঞ্চিৰ বিষয়ে বহুত কথা সংগ্ৰহ কৰিছিল। সংগৃহীত তথ্যৰ পৰা দি মুৰে ইয়াকো জানিলে যে ভিঞ্চি, পাতল, লৈ ফুৰিব পৰা দলঙৰ আৱিষ্কাৰক। মুৰে ভাবিলে এনে দলং শত্ৰু পদানুসৰণ কামত বৰ উপযোগী হ'ব। তদুপৰি তেওঁ নিষ্কাশন পাম্প, অসংখ্য বন্দুক এটা সাঁচত গঢ়া আদি যুদ্ধত ব্যৱহাৰ হোৱা অসংখ্য সমৰ সা-সৰঞ্জাম নিৰ্মাণৰ পাৰ্গত কাৰিকৰ বুলি ডি. মুৰে

জানিব পাৰিলে। ডি. মুৰ মিলানৰ ৰাজ সিংহাসনত বহা অত্যাচাৰী, নিষ্ঠুৰ শাসন কৰ্ত্তা আছিল। তেওঁ লিওনাৰ্ডৰ এই প্ৰযুক্তি কৌশল কামত লগাবলৈ মনস্থ কৰিলে। এই কাৰিকৰি জ্ঞান থকা হেতু ভিঞ্চিক দ্বিতীয় মহাসমৰ ক্ষেত্ৰলৈ পঠোৱা প্ৰায় খাটাং হৈছিল। অৱশ্যে শেহত তেওঁৰ যোৱা হৈ নুঠিল। ভিঞ্চিয়ে এক অভিনৱ কৌশলৰে তেত্ৰিশটা নলীযুক্ত এটা বন্দুক তৈয়াৰ কৰিব পাৰিছিল আৰু তাৰে এঘাৰটাই একে সময়তে গুলী ফুটাব পাৰিছিল। তেওঁ শঙ্কু আকৃতিৰ, আঙ্গুৰাকৃতি আৰু গজাল আকৃতিৰ গুলী তৈয়াৰ কৰিব পাৰিছিল। কেৱল ইমানেই নহয় তেওঁ টাইম ফিউজ্, হেণ্ড গ্ৰেনেট, গেচ বোমা, গেচ মুখা আদি অনেক সমৰ সঁজুলি নিৰ্মাণ কৰিব পাৰিছিল।

কিছুদিনৰ পাচত লিওনাৰ্ডক ফ্ল’ৰেন্সৰ পৰা মিলানলৈ পঠোৱা হ’ল। ইয়াত অন্যান্য কামৰ উপৰিও তেওঁ ডিউকৰ পত্নীৰ কাৰণে স্নানাগাৰত পানী যোগান ব্যৱস্থা কৰা আৰু ‘মুৰ’ৰ ভাল লগা ছবি আঁকা কাম কৰিব লগা হৈছিল। তেওঁ মিলান নগৰৰপানী নিষ্কাশনৰ বাবে বিস্তৃত নলা-নৰ্দমাৰ আঁচনি তৈয়াৰ কৰিছিল আৰু যান-বাহন নিয়ন্ত্ৰণৰ বাবে দুখলপীয়া ৰাষ্ট্ৰীয় ঘাই পথ নিৰ্মাণৰ পৰি কল্পনা কৰিছিল। কিন্তু লিওনাৰ্ডৰ এই বিলাক আঁচনি কৰ্তৃ পক্ষই কেতিয়াও গ্ৰহন কৰা নাছিল। অৱশ্যে নিৰাপত্তা বিশেষজ্ঞ হিচাপে চৰকাৰে তেওঁক আলপ্‌চ উপত্যকালৈ পঠাইছিল যাতে উত্তৰ দিশৰ পৰা শত্ৰুয়ে এই উপত্যকা আক্ৰমন কৰিব নোৱাৰে। এই ঠাইত তেওঁ ওখ উপত্যকাৰ পৰা অকাই-পকাই নামি আহি জল প্ৰপাতৰ পানী সমতলত সিঁচৰিত হৈ থকা দেখিছিল। পাহাৰৰ শিলাস্তৰ আৰু তাৰ গাত থকা ফুল আৰু ঢেকীয়া বোৰ জল প্ৰপাতৰ পানীৰ লহৰত হালি জালি থকা তেওঁ দেখিছিল। পাচত তেওঁ এই মনোৰম দৃশ্য ৰাশি কেনভাচত ৰং-তুলিকাৰে বন্দী কৰি ৰাখিছিল যি বোৰ অমূল্য চিত্ৰ-কলা হিচপে সৰ্ববতি কালৰ বাবে থাকি গ’ল। এই অবিস্মৰণীয় অভিজ্ঞতা আৰু হেৰাই যোৱা শৈশৱৰ মধুৰ স্মৃতিৰ সংমিশ্ৰনত সৃষ্টি হ’ল লিওনাৰ্ডৰ আন এখন অমৰ চিত্ৰ '' ডি. ভাৰ্জিণ অৱ দি ৰকচ্''। এই ছবি খনত প্ৰাকৃতিক দৃশ্য আৰু গছ গছনিয়ে যেন এক বন্য সুবাস আৰু পবিত্ৰতা নিৰবিচ্ছিন্ন বোৱাই দিছিল, য’ত সপোনৰ দেৱদূতে আহি আলফুলকে আঙুলী বুলাই গ’ল। লিওনাৰ্ডে কৈছিল যে তেওঁৰ শৈশৱৰ মৰমৰ বন্ধু চেন্ট জ’নৰ লগত কৰা খেলা-ধেমালীৰ মধুৰ স্মৃতি জড়িত আছিল এই ছবি খনত।

মিলানৰ এটি ধৰ্মীয় সংগঠনে বৰকৈ আকৃষ্ট হৈ এই ছবিখন মাত্ৰ বিশ ডুকেট (সেই সময়ৰ হটচালীৰ মুদ্ৰা) ৰ বিনিময়ত কিনিবৰ বাবে প্ৰস্তাৱ দিলে। কিন্তু লিওনাৰ্ডৰ মতে এই ছবিখনৰ মূল্য এশ ডুকেটৰ কম হ’ব নেলাগিছিল। লিওনাৰ্ডে ছবিখন দিবলৈ

অমান্তি হ'ল ইফালে সংগঠনটোয়ে জোৰ জুলুম কৰি কিনিব বিচাৰিলে। ফলত দুয়ো পক্ষৰ মাজত এটা বিবাদৰ সুত্ৰপাত হ'ল। বিবাদ গৈ আদালত পালেগৈ। সংগঠনটোয়ে এটা গোচৰ ৰজু কৰিলে। লিওনার্ডে বিশ বছৰ এই বিবাদ যুঁজিলে । অৱশেষত ফৰাচী ৰজাই ছবিখন কিনি পেৰিচৰ ৰাজ প্ৰাসাদত স্থাপন কৰিলে। পাচত অৱশ্যে লিওনার্ডে সহায়কাৰী সকলৰ সহযোগত এই ছবিখনৰ হুবহু নকল প্ৰস্তুত কৰি সংগঠনটোক অৰ্পণ কৰিছিল। এই ছবিখনেই বৰ্ত্তমান লণ্ডনৰ ৰাষ্ট্ৰীয় গেলেৰীত বিদ্যমান।

পৃথিৱীৰ এসময়ৰ বিখ্যাত ছবি ''দি লাষ্ট চাপাৰ'' খন লিওনার্ডে এখন ধৰমশালাৰ ভোজনালয়ৰ বেৰৰ প্লাষ্টাৰৰ ওপৰত আঁকিছিল। এই প্লাষ্টাৰ ৰং কৰিবৰ উপযোগী নাছিল। কিন্তু বিশ বছৰৰ ভিতৰত শেলাই জাতীয় এবিধ উদ্ভিদ গজি এই ছবিখন িকৃত কৰি পেলাইছিল। পাচত কটা ঘাত নিমখ চতিওৱাৰ দৰে এই ছবিখন থকা বেৰখনৰ মাজেদি এখন দুৱাৰ অপ্ৰয়োজনীয় ভাৱে খোলা হ'ল। কেৱল ইমানেই নহয় , নেপ'লিয়নৰ সৈন্যসকল আহি ছবি খনত থকা যীশু খৃষ্ট আৰু তেওঁৰ উপাসক সকলৰ ছবিক নিচান হিচাপে লৈ গুলী বিদ্ধ কৰি ৰং-তামচা কৰিছিল। ইযাৰ পাচতো শিল্প কলা সংৰক্ষক সকলৰ হাতত পৰি ছবিখন আৰু বিকৃত হ'ল। অৱশেষত উদ্ধাৰকাৰী সকলে সুক্ষ্ম আৰু সুন্দৰ পৰি কল্পনাৰে ছবিখন পুনৰ নিৰ্মাণ কৰি আগৰ অৱস্থালৈ আনিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল যদিও লিওনার্ডে যি মনন শীলতাৰে, যি আঙ্গিকাৰে '' দি লাষ্ট চাপাৰ'' ছবিখন হৃদয়ঙ্গম কৰিছিল আৰু তাক কাৰ্য্যকৰী ৰূপ দিছিল সেইৰূপ পিচৰ কোনো চিত্ৰ শিল্পীয়ে দিব পৰা নাছিল।

লিওনার্ডৰ বহুত ছাবি বিধ্বস্ত হৈ হেৰাই গৈছিল। আচলতে হেজাৰ - বিজাৰ ছবিৰ নক্সা আঁকিছিল যদিও বাস্তৱিকতে তেওঁ বৰ কম সংখ্যক ছবিহে সম্পূৰ্ণকৈ ৰং তুলিকাৰে শেষ কৰিছিল । লিওনার্ডক আন এটা বিশেষত্ব আছিল যে যেতিয়া তেওঁ ৰংতুলিকা হাতত লৈছিল তেতিয়া খাৱন-শোৱন এৰি দিনৰ পাচত দিন ছাৱি আঁকি গৈছিল। আকৌ কোনোবা এদিন তেওঁ গোটেই দিন নিজৰ সদ্য অঙ্কিত ছবি সমূহৰ সম্মুখত বহি কোনো কোনো ছবিত দুই চাৰিটা ৰেখা সংযোগ কৰিছিল। সন্তুষ্ট নহ'লে পাচ দিনা পুৱা সেই সকলো মোহাৰি পেলাই পুনৰ নতুনকৈ আৰম্ভ কৰিছিল। তেওঁৰ কথা কাণ্ডৰ পৰা এইটো বুজাত টান নহয় যে কোনো শিল্প কৰ্ম্মকে তেওঁ নিখুঁট ভাবে সম্পূৰ্ণ হৈছিল বুলি গন্য কৰা নাছিল। সম্ভৱ এই কাৰণে তেওঁ নিজৰ বৃত্তিত তথাকথিত উদ্‌গতি কৰিব পৰা নাছিল। কাৰণ দেৱতাৰ নিপুন হাতৰ পৰা লব্ধ কলা কৌশলেৰে লিওনার্ডে ছবি আঁকিছিল। বিজ্ঞানে এদিন পৃথিৱী জয় কৰা সম্ভৱনা তেওঁ সততে দেখিছিল।

তেওঁৰ কল্পনাৰ পৰিধি আছিল আকাশতকৈ বিশাল, সাগৰতকৈও গভীৰ। এই দুই চৰম বিশালতাৰ মাজলৈ তেওঁ সোমাই গৈছিল মানৱ সত্ত্বাই ঢুকি পোৱা অফুৰন্ত কল্পনাৰ বিৰাট ডেউকা মেলি।

পূৰ্বে উল্লেখ কৰা হৈছে যে লিওনাৰ্ড কেৱল এজন চিত্ৰ শিল্পীয়ে নাছিল, তেওঁ আছিল এজন প্ৰতিভাধৰ বিজ্ঞানীও। বায়ুমণ্ডল জয় কৰিবলৈ চেষ্টা কৰাৰ পূৰ্বে তেওঁ পূৰ্বাভাস পাঠ হিচাপে অধ্যয়ন কৰিছিল, কিয় আৰু কেনেকৈ চৰায়ে বতাহত উৰিফুৰে ? চৰাই বিলাকৰ খাপ-খাপ দিয়া পাখিয়ে কেনেকৈ সিহঁতক থিয়কৈ ওপৰলৈ উৰি যোৱাত সহায় কৰে? এই কৌশল বোৰ তেওঁ আয়ত্ব কৰি লৈছিল। কাগজৰ মডেল সাজি তেওঁ পৰীক্ষা কৰি সৰিপৰা গছপাতৰ পাক, চৰাইৰ নাকেৰে দিয়া দিশ্ নিৰ্দেশনা, ঘূৰ্ণনৰ গতি আদিৰ বিশদ ব্যাখ্যা তেওঁ ডাঙি ধৰিছিল। ড্ৰেগন ফ্লাই বা বাদুলীৰ উৰণ প্ৰণালীৰ আৰ্হিত তেওঁ এটা উৰন্ত মেচিন সজাৰ আঁচনি ইতি পূৰ্বে কৰিছিল। তেওঁ আশা কৰিছিল যে মেচিনটোৰ ব্লেডবিলাকে বাদুলীৰ দৰে পাখি কোবাই আগুৱাই যাব। সেই আৰ্হিত তেওঁ চামৰা জোৰালগাই এখন উৰাজাহাজৰ জঁকা সাজিলে। এই উৰাজাহাজৰ মেচিনটোত কোনো যান্ত্ৰিক ক্ষমতা নাছিল। মাত্ৰ ইয়াত এজন মানুহ থাকিব পাৰিছিল। তেওঁ কল্পনা কৰিছিল যে এই উৰন্ত মেচিনটোৰ চালকজনে তললৈ পেট কৰি মেচিনৰ ফ্ৰেমত পৰি যাব আৰু পাখিৰে বতাহত নাও বোৱাদি বাই যাব। তাৰ পাচত লিওনাৰ্ডে ধাৰণা কৰিলে ইঞ্জিনটো চলাই নিবৰ বাবে এবিধ বঠা সংযোজনৰ কথা। এনে বঠা বা প্ৰপেলাৰৰ ধাৰণা কৰা লিওনাৰ্ড আছিল প্ৰথম মানুহ। তেওঁ সজা মডেল প্ৰপেলাৰ ডালে ভূমি সমান্তৰাল ভাৱে গতি কৰিছিল আৰু উৰাজাহাজৰ সজাটো ইয়াৰ তলত হেলিকপ্টাৰৰ দৰে ওলমি আছিল। প্ৰথমে অৱশ্যে তেওঁ আঁচনি কৰিছিল যে আকাশী ৰথখনৰ চালক জনে ভৰি ৰে লিভাৰ ব্যৱহাৰ কৰি প্ৰপেলাৰ চলাব আৰু লগে লগে ব্লেডবোৰ বৃত্তাকাৰ দিশত ঘূৰিব। কিন্তু কাৰ্ড বৰ্ডৰে সজা মডেলটোত তেওঁ টানকৈ মেৰিওৱা স্প্ৰীং ব্যৱহাৰ কৰি যান্ত্ৰিক ক্ষমতা উৎ পন্ন কৰি ব বিচাৰিছিল। ভিঞ্চিয়ে আগতীয়াকৈ ভাবিছিল যে মেচিনটো চিধা চিধি কৈ ওপৰলৈ উঠি যাব। তেওঁৰ ধাৰণা অৰু সূত্ৰ সমূহ শক্তিশালী আছিল সঁচা কিন্তু লঘূ ইঞ্জিন এটাৰ অভাৱত সেই বিলাকৰ বাস্তৱিক প্ৰয়োগ তেওঁ উপলব্ধি কৰিব নোৱাৰিছিল। তথাপি কিন্তু তেওঁ হতাশ হোৱা নাছিল। তেওঁ এবাৰ এটা উৰণ যাত্ৰা চেষ্টা কৰিছিল আৰু সম্ভৱ সেইটো আছিল গ্লাইডাৰৰ দ্বাৰা কৰা উৰণ। অতি সাৱধানতা আৰু গোপনীয়তা অৱলম্বন কৰি এটা ওখ ঘৰত এই গ্লাইডাৰ খন সজা হৈছিল। সেই সময়তে পোৱা তথ্যানুসৰি এই গ্লাইডাৰ খন

উৰণত পঠোৱা হৈছিল আৰু সম্ভৱ ভিঞ্চি ইয়াৰ নিয়ন্ত্ৰক আছিল। কিন্তু উৰণটো কৃতকাৰ্য্য নহ'ল। মনত বিৰাগ জন্মাত লিওনাৰ্ডে দ্বিতীয় বাৰ এই প্ৰচেষ্টা হাতত নলৈছিল। প্ৰযুক্তি বিদ হিচাপে লিওনাৰ্ডে আৰু কিছুমান সামগ্ৰী নিৰ্মাণ কৰিছিল। তেওঁ, লৈ ফুৰিব পৰা ঘৰ, ৰলিং মিল, স্ক্ৰুকটা মেচিন, বুলডজাৰ, সূতা কটা মেচিন আৰু এটা বন্দৰ খন্দা ড্ৰেজাৰ ডিজাইন কৰিছিল আৰু পৰীক্ষামূলক ভাৱে এই বিলাক নিৰ্মাণ কৰিছিল। ভিঞ্চি প্ৰথম মানুহ আছিল যি এডাল ভূ- সমান্তৰাল দণ্ডত এটা চুম্বকীয় বেজী স্থাপন কৰি চুম্বক কম্পাচ তৈয়াৰ কৰিছিল। বৰ্ত্তমান আমি ব্যাপকহাৰত ব্যৱহাৰ কৰা ডিফাৰেঞ্চিয়েল গিয়েৰ, বতাহৰ বেগ জোখা এনিম'মিটাৰ আৰু বায়ু চাপ জোখা উইণ্ড গজ্ যন্ত্ৰৰ আৱিষ্কাৰক হ'ল লিওনাৰ্ড' ভিঞ্চি।

কেৱল ইমানেই নহয় তেওঁ পানীত বুৰ মাৰি যাওঁতে বজা এটা বেল আৰু জীৱন ৰক্ষক কৌশল আৱিষ্কাৰ কৰিছিল। তেওঁ সন্ধানী চাব্ মেৰিণ সজাৰ পৰিকল্পনা লৈছিল যদিও পাচত এই আঁচনি বাতিল কৰিছিল। কিয়নো তেওঁ বিশ্বাস কৰিছিল যে মানুহৰ ভিতৰত সাংঘাটিক ধূৰ্ত্তালি স্বভাৱ লুকাই থাকে। গতিকে তেওঁলোকক এনে এটা গুপ্ত ৰহস্যৰ সম্ভেদ দি যাব নোৱাৰি। কাৰণ এই গুপ্ত কৌশল তেওঁলোকে ভাল কামত প্ৰয়োগ নকৰি সাগৰৰ গভীৰতাত গুপ্ত ঘাটকৰ কামত ব্যৱহাৰ কৰা সম্ভাৱনা প্ৰচুৰ। এয়া আছিল লিওনাৰ্ডৰ দূৰদৰ্শিতাৰ চানেকি।

লিওনাৰ্ড আছিল প্ৰথম বিজ্ঞানী যি শিলাস্তৰত পোৱা জীৱাশ্মবোৰ বিলুপ্ত হোৱা জীৱ জন্তুৰ ধ্বংশাশেষ বুলি ঠাৱৰ কৰিব পাৰিছিল।এই জীৱাশ্মবোৰৰ বহুত খিনি সাগৰৰ তলিত পোৱা গেদীয় শিলতো পোৱা গৈছিল। তেওঁ মানুহক যুক্তি সহ বুজাইছিল যে পৃথিৱীখন মাত্ৰ পাঁচ হেজাৰ বছৰ পুৰণি নহয়। তেওঁ ভূতত্ত্ব অধ্যয়ন কৰি এই সিদ্ধান্তলৈ আহিছিল যে আৰণ নদীখনে যি উপত্যকা সৃষ্টি কৰিছিল তাক সম্পূৰ্ণ কৰিবলৈ নদীখনক কমেও দুইলাখ বছৰ লাগিছিল। সৌৰ তথা জ্যোতিৰ্বিজ্ঞান সম্বন্ধেও ভিঞ্চিয়ে বিস্তৰ চিন্তা - চৰ্চ্চা, অধ্যয়ন কৰিছিল। আমোদজনক কথা হ'ল যে বিজ্ঞানী গেলিলিৰ আৱিৰ্ভাৱ আৰু দূৰ বীন যন্ত্ৰৰ আৱিষ্কাৰৰ এশ বছৰ পূৰ্ব্বে ভিঞ্চিয়ে এনে এটা ধাৰণা দিছিল যে পৃথিৱী খন বিশ্ব ব্ৰহ্মাণ্ডৰ কেন্দ্ৰ বিন্দু নহয়, বৰং ই সূৰ্য্যৰ চাৰিও ফালে এটা উপবৃত্তাকাৰ পথত ঘূৰি থাকে। তেওঁ লগতে ইয়াকো সাব্যস্ত কৰি কৈছিল যে পৃথিৱীখন এটা গ্ৰহহে। ওচৰত থকা বাবে পৃথিৱী আৰু চন্দ্ৰক ডাঙৰ দেখি অন্যহাতে নক্ষত্ৰ বিলাক অসীম দূৰত থাকে বাবে আকাৰত বিশাল যদিও সৰু দেখি। সৰ্ব্ব শক্তিমান সূৰ্য্যটোও এটা অতি বিশাল নক্ষত্ৰ।

লিওনাৰ্ড' ভিঞ্চিয়ে আনকি পদাৰ্থৰ পৰমানবিক সূত্ৰৰ বিষয়ে ও চিন্তা চৰ্চ্চা কৰিছিল। এই মৰ্ম্মে তেওঁ লিখিছিল ''পৃথিৱীৰ অভ্যন্তৰ ভাগৰ পৰা এদিন এনে শক্তি নিৰ্গত হ'ব যাৰ প্ৰকোপত ওচৰত থকা বোৰৰ কথাই নাই দূৰত, ওপৰত থকা মানুহ, নগৰ-চহৰ, অট্টালিকা সমূহ নিমিষতে ধ্বংশ কৰি পেলাব। মানুহে দেখা পাব আকাশ মাৰ্গত সৃষ্টি হোৱা ধ্বংশাগ্নিৰ লীলা আৰু তাৰ পৰা ধ্বংশৰ লেলিহান শিখা পৃথিৱীলৈ নমি আহিব।''

ভাবিলে বিস্ময় মানিব লাগে যে যি জন মানুহে জীৱনত ইমান বিলাক ঘটনা পৰিক্ৰমা প্ৰত্যক্ষ কৰিলে, ইমান বিলাক বিস্তৰ অভিজ্ঞতা লাভ কৰিলে সেই মানুহজনৰ চকুত তথাপি ক্লান্তিৰ আভাস দেখা নগৈছিল। ১৫১০চনত অঙ্কিত তেওঁৰ নিজস্ব প্ৰতিকৃতিখনৰ পৰা এই কথা প্ৰতীয়মান হৈছিল। সেই সময়ত লিওনাৰ্ড' ভিঞ্চিৰ বয়স আছিল ৮৮বছৰ। তেতিয়া তেওঁ আছিল বয়োবৃদ্ধ।চিন্তাত গভীৰতা আছিল যদিও অলপ হতাশ গ্ৰস্ত হৈছিল।দেখাত এনে লাগিছিল যেন তেওঁ কেইবাটাও জীৱন একেটা জীৱনতে লাভ কৰিবলৈ চেষ্টা কৰিছিল আৰু এই প্ৰচেষ্টাই তেওঁৰ সমস্ত সত্বাক গ্ৰাস কৰি পেলাইছিল।

জীৱনৰ শেষৰ বছৰ কেইটাত তেওঁৰ কিছু অথন্তৰ হৈছিল। এই সময়চোৱাতে তেওঁ মিলান এৰি পলাই যাব লগা হৈছিল। কিয়নো ফৰাচী বিলাকে ইটালী আক্ৰমন কৰি মিলানৰ শাসনকৰ্ত্তা স্ফৰ্জাচিক খেদি পঠাইছিল। তেওঁ পলাই গৈ মন্টুৱা পালেগৈ, তাৰ পৰা অনাই বনাই গৈ ফ্লৰেন্সত উপস্থিত হ'ল। তাৰ পৰা গৈ ৰোম পালেগৈ। ইয়াতে অকলশৰে বৰ অশান্তিত কিছুদিন থাকিল। ৰোমৰ পৰা তেওঁ পুণৰ ফ্ল'ৰেন্সলৈ ঘূৰি গ'ল। ইতিমধ্যে দেশলৈ শান্তি আৰু নিৰাপত্তা ঘূৰি আহিল।গতিকে তেওঁ পুনৰ মিলানলৈ প্ৰত্যাবৰ্ত্তন কৰিলে। এইবাৰ আনএক বিৰম্বনাই দেখা দিলে।মিলানত থকা এই শেষৰ বছৰবোৰত 'মুৰে' তেওঁক চৰম অৱজ্ঞা কৰিব ধৰিলে।আনকি তেওঁক মাহিলী বেতনটো দিবলৈ মন নকৰা হ'ল। উপায়ন্তৰ হৈ ভিঞ্চিয়ে এজন অভিযন্তা হিচাপে কাম কৰিবলৈ ল'লে আৰু ছবি আঁকি বৃত্তিধাৰী মুক্তচিত্ৰ শিল্পী হিচাপে কমিচন লৈ জীৱন নিৰ্ব্বাহ কৰিব ধৰিলে।

এইসময়তে ভিঞ্চিয়ে আঁকা এখন উল্লেখযোগ্য চিত্ৰ হ'ল 'লিচা ঘেৰাৰ ডিনি'ৰ প্ৰতিকৃতি।লিচা আছিল ফ্ল'ৰেন্সৰ সম্ভ্ৰান্ত ব্যক্তি মেচাৰ জিঅ'কনড'ৰ পত্নী। পৃথিৱীৰ মানুহৰ বাবে অতি পৰিচিত ভিঞ্চিৰ একেবাৰে শেষৰ বিখ্যাত ছবিখন হ'ল ''দি মনালিচা'' বা 'লা জিঅ'কনডা'।

মনালিচা আছিল সম্পত্তি আৰু ফেশ্যনৰ অধিকাৰিনী এগৰাকী সম্ভ্ৰান্ত মহিলা। তেওঁ ক'লা পোচাক পিন্ধিছিল কিন্তু আঙুঠি নিপিন্ধিছিল।তেওঁৰ এই বেশভূষা আছিল সেই সময়ত মৃত্যুহোৱা তেওঁৰ অতি মৰমৰ শিশু সন্তানটিৰ দুখত ম্ৰিয়মান হোৱাৰ প্ৰতীক। প্ৰতিকৃতি আঁকিবলৈ যেতিয়া মনালিচা ভিন্সিৰ সম্মুখত বহিছিল তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ একৈশ বছৰ। ডি.ভিন্সিয়ে প্ৰত্যক্ষ কৰিছিল মনালিচাৰ শৰীৰৰ কোঁহে কোঁহে উদভ্ৰান্ত যৌৱনৰ মাদকতা। ভাবিলে আচৰিত লাগে মনালিচাৰএই ছবিখন শেষ কৰোতে লিওনাৰ্ডক ছবছৰ লাগিছিল। এগৰাকী প্ৰকৃত মহিলাতকৈ কোনোগুনে কম নোহোৱা ডি.ভিন্সিৰ এই বিৰল, বহু সমাদৃত ছবি খনৰ মনালিচাই যেন বিশেষ ভঙ্গিমাত সাৰ্থঁৰ সাৰ্থঁৰ লগা ,মনমোহা হাঁহি মাৰিছে। এই অমূল্য ছবিখনত লিওনাৰ্ড' ভিঞ্চিৰ মধুৰ দিবাস্বপ্ন ই যেন প্ৰাণ পাই উঠিছিল। আশ্বৰ্য্যৰ কথা হ'ল ছবছৰ ধৰি অভূত পূৰ্ব্ব কলা কৌশলেৰে সম্পূৰ্ণকৰা মনালিচাৰ বহু প্ৰত্যাশিত এই ছবিখন কিন্তু লিওনাৰ্ডে কাকো নিদিলে;নিদিলে স্বয়ং মনালিচাকো। ইয়াৰ পাচত ফ্ৰান্সৰ শিল্পকলা প্ৰেমী ৰজা ফ্ৰান্সিচ ১ম য়ে ভিঞ্চিক ফ্ৰান্সত বসবাস কৰিবলৈ আমন্ত্ৰণ জনালে। লিওনাৰ্ডে এই নিমন্ত্ৰণ গ্ৰহন কৰিলে আৰু সোনকালে ফ্ৰান্সলৈ গুছি গ'ল। লগত লৈ গ'ল মনালিচাৰ ছবিখনো। ৰজা ফ্ৰান্সিচে ১২,০০০ ফ্ৰাঙ্ক (ফৰাচী মুদ্ৰা)ৰ বিনিময়ত ভিঞ্চিৰ পৰা এই ছবিখন কিনি ল'লে আৰু ইয়াক ল'ভাৰ ৰাজপ্ৰাসাদত সজাই ৰাখিলে যাতে ই ৰাজপ্ৰাসাদৰ শোভা বৰ্দ্ধন কৰাৰ উপৰিও জনসমাজৰ চকুত পৰে। তাৰ পাচৰ পৰা লিওনাৰ্ডৰ যশস্যা, জনপ্ৰিয়তা চাৰিওফালে বৈ বৈ গ'ল । অৱশ্যে সেই খ্যাতি,জনপ্ৰিয়তা আজিৰ তুলনাত সিমান পৰিব্যাপ্ত আৰু উচ্চ নাছিল।

বিজ্ঞানী হিচাপে লিওনাৰ্ডক আমি যি গভীৰ সম্মান আজি জনাওঁ সেয়া সেইসময়ত তেওঁ পোৱা নাছিল। কিয়নো সেই সময়ত বিজ্ঞান আৰু বিজ্ঞানীৰ মোল মানুহে আজিৰ দৰে বুজা নাছিল। কিন্তু কলাকাৰ শিল্পী হিচাপে অৱশ্যে তেওঁ সেই যুগত অভূত পূৰ্ব্ব সম্মান আৰু যশস্যা লাভ কৰিছিল। তথাপি এটা কথা ঠিক যে কলাকাৰ হিচাপে তেওঁ যে অপ্ৰতিদ্বন্দি আছিল তেনে নহয়। লিওনাৰ্ডৰ সমসাময়িক বটিচেলি, ৰাফেল, মাইকেল এঞ্জেল' আদিৰ দৰে বিখ্যাত শিল্পী সকল তেওঁৰ প্ৰতিদ্বন্দি আছিল। কিন্তু সেয়ে হ'লেও পঞ্চদশ শতিকাৰ কলা প্ৰেমী ফ্লৰেঞ্চ বাসী জনতাই তেওঁক ইমান ভাল পাইছিল যে যেতিয়াই ভিঞ্চিৰ ছবি প্ৰদৰ্শণী হৈছিল মানুহে চিনেমা হলত ভাল চিনেমা চাবলৈ টিকতৰ বাবে যি ভীৰ কৰে তেনে ভীৰ হৈছিল ভিঞ্চিৰ ছবি আৰু মানুহ জনক চাবলেকো। নগৰ, মহানগৰ, ৰাজ্য সমূহৰ কথাহ নাহ ধনী, মানী, সম্ভ্ৰান্ত শ্ৰেণীৰ

মানুহে ভিঞ্চিৰ ছবি কিনিবৰ বাবে যেনেকৈ মূল্য আগবঢাইছিল ঠিক সেইদৰে ভিঞ্চিক নিজৰ নিজৰ ঠাইলৈ লৈ যাবলৈও নিবিদা দিছিল। ৰজা, মহাৰজা সকলে লিওনাৰ্ডক নিমন্ত্রণ কৰিছিল তেওঁলোকৰ ৰাজ সভাত আতিথ্য গ্রহন কৰি শোভা বৰ্দ্ধণ কৰিবলৈ। কাৰণ লিওনাৰ্ড ইতিমধ্যে এক জীৱন্ত কিম্ব দন্তিত পৰিণত হৈছিল।

বিচিত্র এই পৃথিৱী, বিচিত্র মানুহৰ জীৱন। ভাবিলে আচৰিত হ'ব লাগে, দুখো লাগে, ইমান বিলাক মান, সম্মান, যশ, খ্যাতি লাভ কৰাৰ পাচতো লিওনাৰ্ডৰ অন্তৰখন শূন্য আছিল। তেওঁ নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিছিল। ইয়াৰ কাৰণ হিচাপে তেওঁ কৈছিল যে তেওঁ জীৱনত এনে এজন মানুহ লগ পোৱা নাছিল যাৰ মানসিক গঠন আৰু স্তৰ তেওঁৰ লগত মিলিছিল। হাঁহি হাঁহি ভিঞ্চিয়ে যুগে যুগে আমাৰ আগে আগে সাধনা আৰু সাফল্যৰ অবিনাশী খোজ পেলাই গ'ল আৰু আমি তেওঁৰ দীঘল ছাঁ টো ধৰিবলৈ যেন ধাব মান হৈছো।

জীৱনৰ শেষৰ বছৰ বোৰ ভিঞ্চিয়ে সহজ, অস্বস্থ ভাৱে মধ্য ফ্রান্সৰ 'এম্‌বইচ' নামৰ ঠাইত অতিবাহিত কৰিছিল। অৱশ্যে দুখৰ কথা হ'ল যিজন শিল্পী-কলাকাৰে গোটেই জীৱন অবিৰাম বিজ্ঞান আৰু শিল্পৰ সাধনাত নিজৰ সমস্ত শক্তি নিযোগ কৰি কৰ্ম্মৰত হৈ আছিল সেইজন অক্লান্ত শিল্পীৰ হাত দুখন শেষ জীৱনত একাঙ্গী ৰোগত আক্রান্ত হৈ অকামিলা হৈ পৰিছিল। এই অৱস্থা দেখি দৰ্শনাৰ্থী সকল তেওঁক দেখা কৰিবলৈ বৰকৈ নহা হৈছিল ; কিন্তু যি সকল আহিছিল তেওঁলোকে লক্ষ্য কৰিছিল যে ভিঞ্চিৰ ভিতৰত সেই চিৰ সুন্দৰ মন আৰু সত্ত্বা তেতিয়াও সজীৱ হৈ আছিল। তেওঁৰ দিনলিপি আৰু ন'ট বহীৰ পাতে পাতে ইতিমধ্যে সিঁচৰিত হৈ থকা সহস্র অনুভৱ, উপলব্ধি, কল্পনা আৰু পৰামৰ্শাৱলি যেন তেওঁৰ মনৰ মনিকোঠত তল্‌মলাই আছিল। তেওঁৰ কথা বতৰাত কেতিয়াও চঞ্চলতা প্রকাশ নেপাইছিল অথচ তেওঁ বৰ হিচাপি কিম্বা পৰিপাটিও নাছিল; নাছিল তেওঁৰ হাঁহিত অধিক বুজা পৰাৰ আভাস । সম্ভৱতঃ মৃত্যু যে লিওনাৰ্ড' ভিঞ্চিয়ে কেৱল অকলে আহৰণ কৰা নিৰ্মল অৰ্থবহ হাঁহি, তেওঁৰ ওঁঠেদি বাগৰি পৰা ৰহস্যৰ মাদকতা আৰু সীমাহীন জ্ঞান ভাণ্ডাৰলৈ অৱক্ষয় নমাই আনিছিল। এই সকলোবোৰ যেন নিষ্ঠুৰ কালে গ্রাস কৰি পেলাইছিল। সেই দিনটো আছিল ১৫১৯ চনৰ ২ মে, যি দিনা চিৰ নিদ্রা আহি এই মহান বিজ্ঞানী, কলাকাৰ লিওনাৰ্ড' ভিঞ্চিক অনন্ত কালৰ বাবে আঁকোৱালি ল'লে। পৃথিৱীৰ বুকুৰ পৰা এটি উজ্জ্বল, মহাৰত্ন হেৰাই গ'ল। কালজয়ী শিল্পী তোমাক জনাওঁ সহস্র প্রণাম।।

°°°°°°°°°°°°°°°°°°

# অপ্ৰতিহত বীথ'ভেন্



জীৱনৰ শেষৰ বছৰবোৰত মহান সঙ্গীতজ্ঞ ৰবার্টস্কুমেন্ চৰম হতাশাত ভাগিপৰিছিল। চিকিৎসকে তেওঁক দৰব দিয়া নাছিল। দিছিল খোজ কঢ়াৰ পৰামৰ্শ। বাধ্য ল'ৰাৰ দৰে তেওঁ এই পৰামৰ্শ মানি দৈনিক কিছুদূৰ খোজ কাটিছিল। তেওঁ নিতৌ একে দূৰত্ব খোজ কাটিছিল। তেওঁ খোজ কাটি কাটি লাড্উইগ ভেন্ বীথ'ভেনৰ প্ৰস্তৰ মূৰ্ত্তি থকা ঠাইখনলৈকে গৈছিল।

মহান ব্যক্তি সকলৰ সমাধিস্থলক পৰবৰ্ত্তী মানুহে তীৰ্থ স্থান বুলি গন্য কৰে ; তাতভ্ৰমণ কৰে। সেইদৰে বীথ'ভেনৰ পাচত প্ৰতিজন সঙ্গীতজ্ঞই বীথ'ভেনৰ শিলামূৰ্ত্তি থকা ঠাই খনলৈ তীৰ্থ যাত্ৰা কৰি গৈছিল। দৰাচলতে সঙ্গীতৰ মুৰ্চ্ছনা বা ছিম্ফনী ৰচনা কৰা প্ৰতিজন সঙ্গীতজ্ঞই ভিয়েনাৰ এই মহান, শক্তিশালী সঙ্গীতৰ যাদুকৰ জনৰ প্ৰতি কৃতজ্ঞতা স্বীকাৰ নকৰাকৈ থাকিব নোৱাৰিছিল। কিয়নো এইজন প্ৰথিত যশা সঙ্গীতজ্ঞই চিন্তা কৰি, যুঁজি, কষ্টকৰি, হাড়ক মাটি কৰি তেজক পানী কৰি পা দি পুনঃ পুনঃ বিবেচনা কৰি এনে এটা বিশাল সঙ্গীতৰ সৌধ নিৰ্মান কৰিলে যাৰ ছাঁয়া তলত আজি পৰ্য্যন্ত সঙ্গীতৰ সকলো দিশ বিৰাজমান।

আজিৰ পৰা প্ৰায় দুশবছৰ পূৰ্ব্বে ১৮০০ চনত যেতিয়া প্ৰথম ছিম্ফনীটো প্ৰদৰ্শিত হৈছিল তেতিয়া বীথ'ভেনৰ বয়স ত্ৰিশো হোৱা নাছিল। দুৰ্ণিবাৰ আত্মপ্ৰত্যয়, উৎসাহ-উদ্দীপনা, আনন্দ আৰু লগতে মাজে মাজে লগ পোৱা নিস্ফলতাকো সাবটি তেওঁ চেষ্টা কৰিছিল এজন নিপুন পিয়ানোবাদ্দক হৈ ভিয়েনাৰ সঙ্গীত জগতৰ দুৰ্গ অধিকাৰ কৰিবলৈ। যদিও তেওঁ অনুভৱ কৰিছিল যে তেওঁৰ ভিতৰত অন্তৰ্নিহিত আছিল অফুৰন্ত শক্তিৰ ফলগু ধাৰা তথাপি তেওঁ প্ৰচলিত ৰীতি অনুসৰি আনন্দ দায়ক সৰু সৰু আৱহ সঙ্গীত ৰচনা কৰিছিল। সুন্দৰ, পৰিপাটিকৈ পোছাক পিন্ধি ৰাজপথৰ কাষত এই সঙ্গীতৰ মুৰ্চ্ছনাৰে জনতাক আপ্লুত কৰিছিল। বহুত গুণগ্ৰাহী লোক আৰু ছাত্ৰ আহি তেওঁৰ ওচৰত সঙ্গীতৰ শিক্ষা লৈছিল। কিন্তু বিধিৰ কি নিষ্ঠুৰ বিধান, অলপদিনৰ ভিতৰত বীথ'ভেনৰ শৰীৰত কাণেৰে নুশুনা লক্ষণে দেখা দিবলৈ আৰম্ভ কৰিলে। প্ৰথমে তেওঁ এই বধিৰতাৰ কথা লুকাই ৰাখিবলৈ চেষ্টা কৰিছিল। ধৰা পৰাৰ ভয়ত তেওঁ সামাজিক অনুষ্ঠান বৰ্জন কৰিবলৈ আৰম্ভ কৰিছিল। কিন্তু এটা সময় আহিল যে তেওঁ শুনাৰ অক্ষমতা

লুকাই ৰাখিব নোৱাৰা হ'ল। তেতিয়া তেওঁৰ বয়স হৈছিল মাত্ৰ বত্ৰিশ বছৰ। উপায়ন্তৰ হৈ তেওঁ ভিয়েনাৰ ওচৰৰ হেলিজেন্সটাড নামৰ এখন সৰু গাঁৱত থাকিব লৈ ল'ল।

আনন্দ আৰু বিষাদ সকলো মানুহৰ জীৱনৰ ঘাই উপাদান। কিন্তু জীৱনৰ এই অবিচ্ছিন্ন উপাদান দুটাৰ প্ৰতি বীথ'ভেনৰ প্ৰতিক্ৰিয়া আছিল চৰম মাত্ৰাৰ । তেতিয়া তেওঁ সমষ্ট বিষাদ নিবন্ধ কৰিলে এখন দীঘলীয়া ইচ্ছা পত্ৰত যাৰ সাৰ মৰ্ম আছিল এনে ধৰণৰ- ''মই কলা, তোমালোকে চিঞৰি, ডাঙৰকৈ কোৱা নহলে মই নুশুনো। এই কথা মই মানুহক কেনেকৈ কওঁ। কাণেৰে নুশুনাৰ নিচিনা এটা শাৰীৰিক অক্ষমতা মই কেনেকৈ মানি লওঁ। যিটো শ্ৰৱণ মোৰ এসময়ত ইমান শক্তিশালী আছিল সেই শক্তি হেৰুৱাৰ যন্ত্ৰনা মই কোন সতে সহ্য কৰো। মোৰ ওচৰত বৈ থকা এজনে দূৰৰ পৰা ভাহি অহা বাঁহীৰ সুমধুৰ সুৰ শুনে আৰু মই একো নুশুনো এইটো মোৰ বাবে কিমান মৰ্মান্তি বেদনাৰ কথা। এনে ঘটনাই মোক ইমান হতাশ গ্ৰস্ত কৰি তুলিছিল যে একোটা সময়ত আত্মহত্যাৰ দ্বাৰা জীৱন সমাপ্ত কৰাৰ কথাও মই ভাৱিছিলো''।

এই নিষ্ঠুৰ বাস্তৱৰ প্ৰতিকূল অৱস্থাৰ মাজতো হাৰনেমানি তেওঁ অতি মোহনীয়াকৈ ৰচনা কৰিলে দ্বিতীয়টো চিম্ফনী।শুনাত নিষ্ঠুৰ যেন লাগিলেও এইটো সঁচা যে সঙ্গীত সৃষ্টিৰ পথত বধিৰতাই তেওঁক যেন গোৰ মাৰি গঙ্গাতহে পেলালে।নিপুন শিল্পী হচাপে বৃত্তি এৰি, বৰ্হি জগতৰ পৰা আঁতৰি থাকি, মগজুৰ ভিতৰত উদ্ভৱহোৱা শব্দ শুনি শুনি তেওঁ একাগ্ৰচিত্তে সঙ্গীতৰ চিন্তাত গভীৰ ভাৱে মনোনিবেশ কৰিলে।সঙ্গীতৰ প্ৰতি জন্ম হোৱা এই গভীৰ অৰ্ন্তদৃষ্টিৰ কাৰণে তেওঁৰ বাহ্যিক আচৰণ বিধি আগতকৈও সংঘাটময় হ'ল। অস্বাভাৱিক আচৰণৰ বশবৰ্ত্তী হৈ তেওঁ কাকো নিজৰ কোঠাত সোমাবলৈ নিদিছিল। কিয়নো কোঠাৰ ভিতৰত থকা চাকি মেজত অসংখ্য কাগজপত্ৰ বিশৃংখল অৱস্থাত পৰি থাকিছিল। পিয়ানোখনত চিয়াঁহীপৰি লেতেৰা হৈ আছিল। আনকি আধা খোৱা খাদ্যৰ প্লেট কাগজৰ তলত পৰি আছিল। কেতিয়াবা তেওঁ ৰেস্তোৰাত খাবলৈ সোমাই বহিছিল আৰু তাতে তেওঁ সঙ্গীত আঁতৰাই অন্যমনস্কভাৱে আপোনপাহৰা হৈ পৰিছিল। শুনি অবাক হ'ব লাগে যে খাবলৈ পাহৰি খাদ্যবস্তুৰ ফৰমাইচ্ নিদিয়াকৈ হোটেলৰ বিল পৰিশোধ কৰি গুছি আহিছিল।

জীৱিকা নিৰ্বাহৰ বাবে আৰ্থিক সামৰ্থ্য নাহ বুলি মানুহে বীথ'ভেনক অৱজ্ঞাৰ চকুৰে চোৱা বুলি তেওঁ সততে অভিযোগ তুলিছিল। কিন্তু ইয়াৰ বিপৰীতে প্ৰকৃতাৰ্থত তেওঁ বিপুল বিখ্যাত আৰু সম্মানিত ব্যক্তি আছিল। তেওঁৰ আৰ্থিক সম্বল তেওঁ ভৱাতকৈ বেচি টনকীয়াল আছিল। কিয়নো মৃত্যুৰ পাচত তেওঁৰ এটা গোপন চন্দুকত যথেষ্ট টকা

পোৱা গৈছিল।

সম্ভৱত ঃ অস্বাভাৱিক আচৰণৰ কাৰণেই নেকি বীথ'ভেনে কাপোৰ নসলাইছিল। ফাটি উৰঁলি যোৱা পুৰণা কাপোৰ কে তেওঁ পিন্ধি ফুৰিছিল। এই স্বভাৱৰ সলনি নোহোৱা দেখি বন্ধু সকলে বুদ্ধি কৰি ৰাতি তেওঁৰ পুৰণা পোচাক বোৰ চুৰি কৰি নি তাৰ ঠাত নতুন সাজ থৈ গৈছিল। সঙ্গীত শিল্পী মানুহৰ সাধাৰ ণতে খং -ৰাগ নাথাকে যেন লাগে, কিন্তু বীথ'ভেন ইয়াৰ ব্যতিক্ৰম । খঙত তেওঁ আছিল অগ্নি শৰ্মা। সেয়েহে কেতিয়াবা কেতিয়াবা খঙৰ ভমকত খাদ্য বস্তুৰ কাঁহী ৰান্ধনিৰ মুখলৈ মাৰি পঠিয়াইছিল। সম্ভৱ খাদ্য প্ৰস্তুতি বেয়া হ'লে তেনে কৰিছিল।

এবাৰ এটা মজাৰ ঘটনা ঘটিছিল। ১৮০৬ চনৰ গৰমৰ এদিন বীথ'ভেন এজন প্ৰাক্তন গন্য মান্য পৃষ্ঠ পোষকৰ ৰাজ প্ৰসাদত আলহী হ'ব লগা হ'ল। এই পৃষ্টপোষক জনৰ নাম আছিল প্ৰিন্স্‌লিচ্‌নৱস্কি। সেইদিনা তেওঁৰ প্ৰসাদত নেপ'লিয়নৰ কেইজন মান সৈনিকো অতিথি হৈ আছিল। লিচ্‌নৱস্কিয়ে বীথ'ভেনক সৈনিক কেইজনৰ মনোৰঞ্জনৰ বাবে পিয়ানো বজাবলৈ অনুৰোধ কৰিছিল।বীথ'ভেনে প্ৰিন্সৰ অনুৰোধ প্ৰত্যাখান কৰিলে। প্ৰিন্স লিচ্‌নৱস্কিয়ে ধেমালিতে ইয়াৰ বাবে বীথ'ভেনক গৃহ বন্দী কৰা হ'ব বুলি ভয় দেখুৱালে। এই কথা শুনি বীথ'ভেন খঙৰ ভমকত লগে লগে প্ৰিন্সৰ প্ৰসাদৰ পৰা ওলাই আহিল। এখন ঘোঁৰা বাগী লৈ ৰাতি ৰাতি আহি তেওঁ ভিয়েনাৰ নিজৰ ঘৰ পালেহি। তেওঁৰ ইমানেই খং উঠিছিল যে আহি পায়ে ঘৰত থকা লিচ্‌নৱস্কিৰ এখন ফটো থেকেচা মাৰি ভাঙি চূৰ্ণীকৃত কৰিলে।

সময় বাগৰাৰ লগে লগে বধিৰতাই তেওঁক ক্ৰমান্বয়ে বেচিকৈ সন্দেহবাদী কৰি তুলিছিল। তেওঁ বন্ধু-বান্ধৱ, প্ৰকাশক আৰু থিয়েটাৰ দলৰ মেনেজাৰক দোষ দিছিল। কাৰণ তেওঁৰ সন্দেহ হৈছিল যে এই মানুহ বিলাকে তেওঁক ঠগিছিল। কিন্তু পিচ দিনাই তেওঁ তাৰ বাবে দুখ প্ৰকাশ কৰি ক্ষমা ভিক্ষাও কৰিছিল। ইতিমধ্যে তেওঁ নিজা ৰচিত "মিচা চলেনিচ" নামৰ সঙ্গীতৰ সংকলন এটা ছয়জন প্ৰকাশকক বিক্ৰী কৰিম বুলি এজনকো নেবেচি সাত নম্বৰ প্ৰকাশ এজনকহে বিক্ৰী কৰিছিল। সেই সময়তে তেওঁ লণ্ডনৰ ফিলহাৰমনিক্ চ'চাইটিক এটা পুৰণা সঙ্গীত ৰচনা নতুন বুলি বক্ৰী কৰি প্ৰতাৰণা কৰাৰ চেষ্টা কৰিছিল।

আচৰিত কথা এইযে ইমান বিলাক অস্বাভাৱিক গুণ আৰু বিসঙ্গতি থকা সত্বেও বীথ'ভেন আছিল এজন অত্যন্ত সহানুভুতিশীল, শান্ত শিষ্ট, দয়ালু মানুহ। ইয়াৰ উমান পোৱা গৈছিল একাধিক ঘটনাৰ মাজত । তেনে এটি হৃদয় স্পৰ্শী কাহিনী আছিল

এনেধৰণৰ। এবাৰ তেওঁৰ এগৰাকী বন্ধু, ৰাজকীয় সম্মানধাৰী আৰ্টমেন নামৰ মহিলা গৰাকীৰ এটি সন্তান অকালতে পৰলোকগামী হ'ল। শোকাৰ্ত্ত মাতৃক শান্তনা দিবলৈ মানুহৰ সোঁত বৈছিল আৰ্টমেনৰ ঘৰলৈ। এই উদ্দেশ্যে বীথ'ভেনো বন্ধু আৰ্টমেনৰ ওচৰ পালেগৈ। হাতত তেওঁ পিয়ানো খনো লৈ গৈছিল। গ'ল হয় তেওঁ কিন্তু বন্ধুক এষাৰো শান্তনাৰ বাণী নুশুনালে। তাক পৰিবৰ্ত্তে পিয়ানোখন লৈ বহুত সময় ধৰি শান্তনাৰ মৰ্ম্মস্পৰ্শী সুৰ বজালে। এই সুৰ শান্তনাৰ বাণীতকৈ বেচি অৰ্থবহ: হৃদয় স্পৰ্শী আছিল।

বীথ'ভেন যে কেৱল সঙ্গীতজ্ঞ আছিল এনে নহয়।সাহিত্যৰ প্ৰতিও তেওঁৰ যথেষ্ট ৰাপ আছিল। তেওঁ সময় উলিয়াই প্লাটৰ্ক আৰু শ্বেক্সপিয়েৰৰ ৰচনা মনোযাগে পঢ়িছিল। কিন্তু অংক শাস্ত্ৰত তেওঁ বৰ দুৰ্বল আছিল। সাধাৰণ পূৰণ, হৰণ অংক এটাও শুদ্ধকৈ কৰিব নোৱাৰিছিল। স্বাধীনতাৰ প্ৰতি তেওঁৰ আছিল গভীৰ ভাল পোৱা। ১৮২৩ চনত দাস প্ৰথাৰ বিষয়ে ইংলণ্ডৰ সংসদত বিতৰ্ক হৈছিল, সেই বিতৰ্ক তেওঁ অতি মনোযোগ দি শুনিছিল। বাহিৰত মানুহ জনৰ গাত সহৃদয়তা প্ৰকাশ পাইছিল সঁচা কিন্তু ঘৰত তেওঁৰ আচৰণ সম্পূৰ্ণ বিপৰীত আছিল। বিশেষকৈ ভতিজাক কাৰ্লৰ সম্পৰ্কত ন-বৌয়েকৰ লগত প্ৰায়ে তেওঁৰ কাজিয়া হৈছিল। চৰিত্ৰহীন, অসৎ বুলি তেওঁ বিধৱা ন-নৌবয়েকক ঘিণ কৰিছিল, আৰু ভতিজাক কাৰ্লক মাকৰ পৰা আঁতৰা ৰাখিছিল। এই লৈ ন্যায়ালয়ত গোচৰ চলছিল। ন্যায়ালয়ে ৰায় দি ৪৫ বছৰীয়া বীথভেনক কালৰ অভিভাৱক নিযুক্ত কৰিলে। বয়স হৈছিল যদিও পাৰি বাৰিক জীৱনৰ বাস্তৱ অভিজ্ঞত' তেওঁৰ বৰ কম আছিল। ভতিজা কাৰ্লক বীথ'ভেনে পিতৃবত মৰম স্নেহে আপ্লুত কৰি ৰাখিছিল যাতে মাকৰ প্ৰতি তাৰ আস্থা কমি থাকে। কাৰ্লক তেওঁ ভাল আচৰণ বিধি, নৈতক শিক্ষৰ ধ্যান ধাৰণা ভালদৰে শিকাইছিল যাতে ভৱিষ্যতে কাৰ্ল এজন সু-নাগৰিক হ'ব পাৰে। কিন্তু আমোদজনক কথাটো হ'ল শিক্ষা-দীক্ষা ভালদৰে দিছিল সঁচা, বহু সময়ত তেওঁ কাৰ্লক খোৱা বোৱা আৰু কাপোৰ কাণিৰ যোগান দিবলৈ পাহৰি গৈছিল। সেয়া হ'লেও কাৰ্লৰ কাৰণে এটা দুখৰ বিষয়ো আছিল। সেইটো হ'ল মাক আৰু দদায়েকৰ মাজত সঘনে হৈ থকা কাজিয়া, দ্বন্দ। এনে হাই-কাজিয়াত অতিষ্ঠ হৈ এবাৰ কাৰ্লে আত্মহত্যা কৰিবলৈ চেষ্টা কৰিছিল যদিও বিফল হ'ল। আত্মহত্যাৰ প্ৰচেষ্টাত বিফল হৈ কাৰ্লে অৱশেষত এটা ছদ্ম নাম লৈ অষ্ট্ৰিয়াৰ সেনা বিভাগত ভৰ্ত্তি হৈ এদিন নিখোজ হ'ল।

'আইলৈ যি হাত বাইলৈও সেই হাত'। বীথ'ভেনে যে কেৱল ন-বৌয়েকৰ লগত কাজিয়া কৰিছিল এনে নহয়, ঘৰৰ কাম কৰা লগুৱা, ৰান্ধনি আদিৰ লগতো

তেওঁ কাজিয়া কৰিছিল। সিহঁতক মুঠেই বিশ্বাস নকৰিছিল। ঘৰৰ কাম কৰা মানুহৰ লগত হোৱা বীথ'ভেনৰ কাজিয়াৰ বৰ্ণনা দি তেওঁৰ এজন অন্তৰঙ্গ বন্ধুয়ে এনেদৰে কৈছিল - ''ঘৰৰ দুজন ভৃত্যৰ লগত এদিন তেওঁৰ এনে কাজিয়া হৈছিল যে ওচৰ চুবুৰীয়া সকলোৱে শুনিছিল, বিৰক্ত হৈছিল। দুয়োজন ভৃত্য ঘৰৰ পৰা গুচি গৈছিল। ইফালে শোৱা কোঠাৰ দুৱাৰ বন্ধ কৰি গৰাকী বীথ'ভেনে পুৰণা গীত চিঞৰি চিঞৰি গোৱা আমি শুনিবলৈ পাইছিলো। বহু সময় ধৰি এই দৃশ্য চোৱাৰ পাচত দুৱাৰ খন খুলি তেওঁ এটা ভীতি-বিহবল চেহেৰাৰে উত্তেজিত হৈ আমাৰ আগত হাজিৰ হ'লহি। ওলাই আহি তেওঁ প্ৰথমে যিটো আস্ফালন কৰিলে আমি তলকিবই নোৱাৰিলো; নুবুজিলোও''। তাৰ পাচত অতি সংযমেৰে তেওঁ ক'বলৈ ধৰিলে - '' কি হৈছে এইবোৰ সকলো পলাই পত্ৰং দিলে, অথচ কালি দুপৰীয়াৰ পৰা মই একো খাবলৈ পোৱা নাই।''

বীথ'ভেনে ৰচনা কৰা শতাধিক ছিম্ফনীৰ এটা বিশেষত্ব আছিল যে সেই বিলাকৰ কোনোটোয়ে পৰস্পৰ প্ৰতিদ্বন্দী নাছিল। কিন্তু তাৰে ন-টা চিম্ফনীৰ জনপ্ৰিয়তা আৰু আবেগিক গুৰুত্ব ইমান প্ৰবল আছিল যে তাক চেৰ পেলাব পৰা আন চিম্ফনী নাছিল। এইখিনিতে প্ৰশ্ন হয় কি কাৰণে এই চিম্ফনী কেইটা আনতকৈ বেলেগ আছিল ? ইহঁতৰ মাজত কিবা সম্মৰণীয়, সুমধুৰ, স্বৰ, সুৰ, লয় নিহিত হৈ আছিল নেকি? সিহঁতৰ গভীৰতাই শ্ৰোতাক এক অন্তহীন ৰহস্যৰ মায়া জালত নিক্ষেপ কৰে নেকি? হয়। কিন্তু কেৱল এয়ে নহয়। এই চিম্ফনী বিলাকত জড়িত সঙ্গীতক মুৰ্চ্ছনা বিশেষত্ব যুক্ত আৰু ইন্দ্ৰিয় পৰবশ নেকি? সম্ভৱ নহয়। ইয়াৰ কাৰণ বিচাৰিলে পোৱা যায় যে বীথ'ভেনে সঙ্গীতক পূৰ্বৱৰ্ত্তী হাইডেন্ আৰু মজাৰ্টে এৰি থৈ যোৱা সৌন্দৰ্য্যৰ পদলেহনক পৰা উদ্ধাৰ কৰি আনি জীৱনৰ চাকনৈয়াত নিমজ্জিত কৰিলে। আশানুসাৰে কাম নকৰা পৰ্যন্ত তেওঁ সঙ্গীতৰ পথাৰ খন কৰ্ষণ কৰি ইয়াক মানুহৰ সমস্যা প্ৰকাশৰ বাহন, আবেগ, উগ্ৰেগ, গতি, সংগ্ৰাম আদিক প্ৰবলভাৱে প্ৰকট কৰা শক্তি শালী হাঁথিয়াৰ হিচাপে কামত লগাইছিল। এই চিম্ফনী বিলাকত তেওঁ প্ৰত্যেকৰে হৃদয়ৰ বেদনা, হাঁহি, কান্দোন প্ৰতিফলিত কৰিছিল। বীথ'ভেনে সঙ্গীতক মানৱ দৰদী কৰিছিল। সেই দেখি আনতকৈ বীথ'ভেনৰ চিম্ফনীৰ প্ৰতি মানুহৰ প্ৰৱল আকৰ্ষণ সৃষ্টি হৈছিল। ই.এম. ফষ্টাৰে কৈছিল - ''বীথ'ভেনৰ পঞ্চম চিম্ফনীয়েই হ'ল মানুহৰ কাণত প্ৰৱেশ কৰা আটাইতকৈ মধুৰ মহৎ কোলাহল''। সেই সময়ত বীথ'ভেনৰ দৰে আন বহুত সঙ্গীতজ্ঞই বহুত সুন্দৰ চিম্ফনী ৰচনা কৰিছিল, কিন্তু বীথ'ভেনৰ ৰচিত চিম্ফনী বিলাকৰ বিশিষ্টতাই

সিবিলাকক এটা সুকীয়া মৰ্য্যদা প্ৰদান কৰিছিল যাৰ বাবে সেই বিলাক হৈ পৰিছিল অপ্ৰতি দ্বন্দী। শ্বেক্সপীয়েৰ নাট সমূহ যিদৰে সাহিত্য জগতৰ অমূল্য পৰম্পৰা হিচাপে পৰিগণিত হৈছে ঠিক সেইদকে বীথ'ভেনক চিম্ফনী সমূহ সঙ্গীত জগতৰ অমূল্য পৰম্পৰা হিচাপে বিদ্যামান। এই ৰিজনি অবান্তৰ, দূৰ সংলগ্ন নহয়। শ্বেক্সপীয়েৰৰ নাটকৰ দৰে বীথ'ভেনৰ সঙ্গীতৰ ধাৰাও আৱেষ্টনীযুক্ত। শ্বেক্সপীয়েৰৰ দৰে তেওঁও নম্ৰ আৰু খঙাল হ'ব পাৰিছিল। অৱস্থাভেদে শিশু সুলভ সৰল আৰু পৈনত জ্ঞানী হ'ব পাৰিছিল। শ্বেক্সপীয়েৰৰ দৰে বীথ'ভেনৰ স্বভাৱতো কৰ্কশতা আৰু কোমলতা গুণ সমানে আছিল; আছিল আনন্দ দাযক কৌতুকতা। শ্বেক্সপীয়েৰৰ নিচিনাকৈ তেওঁও প্ৰকৃতি প্ৰেমী আছিল। সন্দেহাতীত ভাৱে তেওঁ জীৱনৰ জয় যাত্ৰা তথা সাফল্যৰ ওপৰত গভীৰ বিশ্বাস থাপন কৰিছিল।

সাধাৰণ দৃষ্টিত বীথ'ভেন যদিও এজন চিন্তাশীল, জেদী, বধিৰ আৰু অকলশৰীয়া মানুহ আছিল বুলি ভবা গৈছিল, এই ধাৰণা সম্পূৰ্ণ সত্য নাছিল। বীথ'ভেনৰ জীৱনৰ শেষ ভাগত লগপোৱা এজন মানুহে এনেদৰে মন্তব্য দিছিল - ''বীথ'ভেন আছিল সূৰ্য্যমূখী এটি ঈগল চৰাই।'' অন্য এটা সময়ত তেওঁ আছিল নীলাকাশত ঘূৰি ঘূৰি তৃষ্ণা পলোৱা এটি পানী পিয়া চৰাই নাইবা এটা জ্ঞানী ফেঁচা যি পৃথিৱীখন এটি চকুৰ পলকতে নৰীক্ষন কৰিব পাৰিছিল।

অনিশ্চিত মনোভাৱাপন্ন, ভয় লগা আচৰণ আৰু কুৰুচি পূৰ্ণ অবয়ৱ থকা স্বত্বে ও বীথ'ভেনৰ বন্ধুসকল তেওঁৰ প্ৰতি আকৃষ্ট হৈছিল। তেওঁৰ চেহেৰা ইমানেই কুৎচিৎ, ভয লগা আছিল যে এবাৰ এটি শিশুয়ে দেখা কৰিবলৈ আহি তেওঁক ৰ বিন্‌চন্ ক্ৰুছ বুলি ভাবিছিল।

শেষৰ বয়সত বীথ'ভেন্ ৰোগাক্ৰান্ত হৈছিল। নিজৰ অসাৱধানতা আৰু চিকিৎসা বিদ্যাৰ প্ৰতি থকা অজ্ঞতাৰ বাবে ৰোগে তেওঁৰ বেচিকৈ পীড়িছিল। ৰোগ শয্যাত পৰি থাকোতে এমাহৰ ভিতৰত তেওঁ পয়সত্তৰ বটল দৰব খাইছল। শয্যাত পৰি থাকোতে তেওঁৰ শৰীৰত চাল ওকনিয়ে বাঁহ লৈছিল যাৰ বাবে তেওঁক কীটানুনাশক দৰৱ দিব লগা হৈছিল।

জীৱনৰ অন্তিম কালতো তেওঁ দশম শ্ৰেষ্ঠ চিম্ফনীটো ৰচনা কৰিবলৈ পৰিকল্পনা কৰি সামগ্ৰী সংগ্ৰহ কৰিছিল। কিন্তু কি হ'ব 'মানুহে পাতে ঈশ্বৰে ভাঙে'। সেই দিনটো আছিল ১৮২৭ চনৰ ২৬ মাৰ্চ। প্ৰচণ্ড শিলাবৃষ্টিয়ে সেইদিনা ভিয়েনা চহৰ থকা সৰকা কৰিছিল। এনেকুৱা প্ৰাকৃতিক দুৰ্য্যোগ চলি থকা সময়তে নিজ ঘৰতে তেওঁ শেষ নিশ্বাস

ত্যাগ কৰিলে। সেই সময়ত তেওঁক চাবলৈ ঘৰুৱা মানুহ কোনো নাছিল। শয্যাখনেই আছিল শেষ লগৰীয়া। ভাবি দুখ লাগে, এনেদৰে এজন বিৰল প্ৰতিভাশালী সঙ্গীতজ্ঞ অকালতে কালৰ বুকুত হেৰাই গ'ল। তেতিয়া বীথ'ভেনৰ বয়স আছিল মাত্ৰ ৫৬ বছৰ। সঙ্গীত জগতৰ এই জন প্ৰবাদ পুৰুষৰ জীৱ কেনে বৈচিত্ৰপূৰ্ণ আছিল তাক ভাবিলে মনটো গধূৰ লাগি যায়।।

꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉꞉



# সংগীত সম্রাট জহান ষ্ট্ৰ'চ

আজিৰ পৰা প্ৰায় দুশ বছৰ আগৰ কথা । ইউৰোপৰ ভিয়েনা চহৰ আছিল সঙ্গীত চৰ্চ্চাৰ অন্যতম প্ৰাণ কেন্দ্ৰ । কিন্তু হঠাতে সোণত সুৱগা চৰাৰ দৰে দুজন সংগীত সাধকৰ চন্দময় সঙ্গীতৰ মূৰ্চ্চনাই ভিয়েনা চহৰ আৰু সম্ৰাটৰ ৰাজসভা ৰজন্‌জনাই গ'ল। তেওঁলোকৰ উপস্থিতিয়ে যেন চিক্‌চিকিয়া হীৰাৰ দৰে ৰাজপ্ৰসাদ জিলিকাই ৰাখিছিল। উক্ত সংঙ্গীতজ্ঞদ্বয় ভিন্ন মানুহ নাছিল। তেওঁলোক আছিল পিতা-পুত্ৰ; নাম আছিল জহান ষ্ট্ৰচ্ আৰু ষ্ট্ৰচ্। ভাবিলে আচৰিত হ'ব লাগে যে আজিও ষ্ট্ৰ'চৰ সংগীতৰ প্ৰতিধ্বনি ভিয়েনাত ৰিনি ৰিনি বাজি আছে। অৰ্দ্ধ উম্মাদনা, অৰ্দ্ধবেদনাৰে সংমিশ্ৰিত সুৰাৰ মদিৰাত নিমজ্জিত হৈ আছে যেন আজিৰ ভিয়েনা চহৰ।

ভিয়েনা তথা ইউৰোপৰ লঘু সংগীতৰ পিতৃস্বৰূপ জহানৰ জন্ম হৈছিল ১৮০৪ চনত।তেওঁৰ পিতৃ কোনো সম্ভ্ৰান্ত পৰিয়ালয় বংশধৰ নাছিল। তেওঁ আছিল এখন পুৰণা জৰাজীৰ্ণ হোটেলৰ এজন সাধাৰণ দুখীয়া ৰথীয়া। জন্মতে এই শিশুটো আছিল ৰোগীয়া নিশকতীয়া।সন্তানৰ অৱস্থা দেখি, পৰিয়ালৰ অবৰ্ণনীয় আৰ্থিক সংকটৰ কথা ভাবি দেউতাক হতাশত ভাগি পৰিছিল। সম্ভৱ চৰম হতাশাত ভূগি সন্তানটিৰ এবছৰ নৌহওঁতেই দেউতাকে এদিন ওচৰেদি বৈ যোৱা ডানিওব নদীত জাপদি আত্মহত্যা কৰিছিল। স্বামীহাৰা, নিঠৰুৱা মাতৃগৰাকী বেচি দিন এই দৰে নাথাকিল। তেওঁ সেই হোটেলৰ আন এজন ৰথীয়াক পুনৰ বিয়া কৰালে।মাকে দ্বিতীয় স্বামীৰ গৃহলৈ নৱজাত শিশুটোক লৈ গ'ল।স্বামীয়ে আপত্তি নকৰিছিল। জন্মত নিশকটীয়া হ'লেও ক'লা চুলি আৰু উজ্জ্বল চকুহালেৰে শিশুটি বৰ দেখনিয়াৰ হৈ উঠিছিল। চন্দ্ৰকলাৰ দৰে একলা দুকলাকৈ বাঢ়ি বাঢ়ি শিশুটি এদিন কিশোৰ হ'ল। স্বভাৱজনিত কাৰণত সকলো কিশোৰৰ কিবা এটা নহয় কিবা বিষয়ৰ প্ৰতি বেছি ধাউতি উপজে। এই কিশোৰটিৰ সংগীতৰ প্ৰতি আৰু বিশেষকৈ ভায়লিন বাদনৰ প্ৰতি প্ৰচণ্ড ধাউতি জন্মিছিল। এই আগ্ৰহ দেখি পালক পিতৃয়ে কিশোৰটিক এখন ভায়লিন যোগাৰ কৰি দিলে। আনকি স্কুললৈ যাওঁতে ল'ৰাজনে ভায়লিনখন লৈ গৈছিল আৰু সুবিধা পালেই তাঁৰত আঙুলি বুলাইছিল।

এদিন এজন শিক্ষকে ল'ৰাজনৰ বেহেলাত স্বৰচিত সুৰ আৰু সংগীত শুনি পিতৃ-মাতৃক এই কথা অৱগত কৰিছিল যে তেওঁলোকৰ পুত্ৰৰ মাজত প্ৰচুৰ প্ৰতিভাৰ সম্ভাৱনা নিহিত হৈ আছে আৰু উপযুক্ত সুবিধা পালে সেই প্ৰতিভা এদিন সুন্দৰ ভাৱে বিকশিত হৈ উঠিব। 'যি মূলা বাঢ়িব তাৰ দুপাততে চিন'; শিক্ষকজনে সেই চিন দেখিছিল এই ল'ৰাজনৰ গাত। কিন্তু বান্দৰে নাৰিকলৰ মোল কি বুজিব। সংগীতৰ আও-ভাও নুবুজা পিতৃ-মাতৃয়ে পুতেকৰ সুপ্ত প্ৰতিভাৰ মোল নুবুজিছিল। তেওঁলোকে সংগীতজ্ঞ কোনো কামৰ যোগ্য নহয় বুলি উলাই কৰিছিল। তেওঁলোকৰ মানত সংগীতজ্ঞ সকল এসাজ ভাত আৰু এটোপা মদৰ আশাত সংগীতৰ সুৰ বাদ্যত বজাই দোকানে বজাৰে ঘূৰি-ফুৰা কিছুমান নিৰ্কমা মানুহ। পৰিয়ালৰ উপাৰ্জনত সহায় কৰিবৰ বাবে বাপেক মাকে ল'ৰাটিক আৰ্থাৎ জ'হানক এখন কিতাপ বন্ধোৱা দোকানত শিক্ষা নবিচ হিচাবে নিয়োগ কৰাই দিলে। ল'ৰাজন এই কামত মুঠেই সন্তুষ্ট নাছিল। তেওঁ ইপ্সিত লক্ষ্যত উপনীত হ'ব নোৱাৰি হতাশাত ভুগিছিল । কামত মন বহুৱাব নোৱাৰি তেওঁ আঁঠা আৰু কাগজ নষ্ট কৰি নানা অভাৱনীয় কাম কৰিছিল যাৰ বাবে দোকানৰ গৰাকীয়ে তেওঁক মাৰ-পিট কৰিছিল। অৱশেষত জ'হানে এদিন অতিষ্ঠ হৈ কাম এৰি গুচি আহিল। তাৰ পাছত কিছুদিন বাপেকে দিয়া ভায়লিনখনত সুৰ দি দি আপোন মনে সংগীত ভোলা হৈ সময় কটাইছিল। পোন্ধৰ বছৰ বয়সত জ'হানে তৃতীয় শ্ৰেণীৰ অৰ্কেষ্ট্ৰা দলত বেহেলা বাদক হিচাপে যোগ দিয়ে। এইয়া আছিল আনুষ্ঠানিক সংগীত জগতত প্ৰৱেশ কৰা জ'হানৰ প্ৰথম খোজ। এই অৰ্কেষ্ট্ৰা দলত আছিল সুঠাম দেহৰ কেঁকোৰা চুলিৰে শুৱনি আন এজন সুকণ্ঠ গায়ক যচেফ লেনাৰ। কিছুদিন এই অৰ্কেষ্ট্ৰা দলত থকাৰ পাচত লেনাৰে নিজাববীয়াকৈ এটি সুকীয়া অৰ্কেষ্ট্ৰা দল গঠন কৰিলে। জ'হানেও এই নতুন দলত যোগ দিলে। অতি কম সময়তে লেনাৰ ইঁতৰ দললৈ সাফল্য আহিল। লেনাৰৰ প্ৰস্তুত আবেগময় লয়-লাস নৃত্য আৰু সুৰধ্বনিয়ে হাজাৰ হাজাৰ দৰ্শকক আকৰ্ষন কৰা হ'ল। কথাতেই কয় দুটা বাঘ একেটা চোংত থাকিব নোৱাৰে। লেনাৰ অৰ্কেষ্ট্ৰা দলত থাকি যেতিয়া জ'হানে প্ৰথম নিজৰ সৃষ্টি সংগীতৰ মুৰ্চ্ছনা পৰিবেশন কৰিলে তেতিয়া সেই সংগীত শুনি শ্ৰোতা জনতা উদ্বেলিত হৈ পৰিল। দৰ্শকৰ প্ৰশংসাই জ'হানক অভিভূত কৰি তুলিলে। জ'হানৰ এই অভূতপূৰ্ব সাফল্যক লেনাৰে সহজভাৱে ল'ব নোৱাৰিলে। ঈৰ্ষাত লেনাৰ জ্বলি পুৰি মৰিব ধৰিলে। এটা সময়ত

লেনাৰ আৰু জ'হানৰ মাজত তীব্ৰ সংঘাটে দেখা দিলে । অৱশেষত খণ্ডৰ ভমকত জ'হানে লেনাৰৰ অৰ্কেষ্ট্ৰা দলৰ পৰা পদত্যাগ কৰিলে। লেনাৰ দলত জ'হানৰ অনুগামী বহুকেইজন সংগীত শিল্পী আছিল। জ'হানে লেনাৰৰ দল এৰাৰ লগতে আন চৈধ্যজন অনুগামীয়ে এই দল ত্যাগ কৰি জ'হানৰ লগ লাগিল। এই সকলো আছিল লেনাৰ দলৰ উৎকৃষ্ট সংগীত শিল্পী ।এই চৈধ্য জন শিল্পী, সুৰকাৰক লৈ জ'হানে নিজাকৈ আন এটা অৰ্কেষ্ট্ৰা দল গঠন কৰিলে। এই সকল সংগীত শিল্পী হে পৰিল ষ্ট্ৰচ জ'হানৰ প্ৰথম অৰ্কেষ্ট্ৰাৰ মূল জীৱনী শক্তি । অৰ্কেষ্ট্ৰা দলত সংগীত সাগৰত নিমজ্জিত হৈ থকাৰ মাজতে জ'হান প্ৰেমত পৰিল আন্না ষ্ট্ৰেম নামৰ মিঠাবৰণীয়া সুন্দৰ চুলিৰ সুগঢ়ি ছোৱালী এজনীৰ লগত। প্ৰেমৰ জৰি বেছি দীঘলীয়া নকৰি জ'হানে আন্না ষ্ট্ৰেমক বিয়া কৰালে। বিয়াৰ পাছত জ'হানৰ আশা-আকাঙ্খা আৰু বৃদ্ধি পাব ধৰিলে। এই আকাঙ্খাৰ বশবৰ্ত্তী হৈ জহানে সঙ্গীত আৰু সুৰ সৃষ্টিৰ ক্ষেত্ৰত নিজৰ প্ৰতিভা বিকাশৰ কাৰণে বিখ্যাত সংঙ্গীতজ্ঞ বীথ'ভেনৰ এজন বিশ্বস্ত বন্ধু সঙ্গীতজ্ঞৰ ওচৰত শিক্ষা গ্ৰহণ কৰিছিল। এই সময়ৰ ভিতৰতে তেওঁ এনে কেতবোৰ সুন্দৰ সঙ্গীত আৰু সুৰৰ মুৰ্চ্ছনা ৰচনা কৰিছিল যিবোৰ আছিল অভূতপূৰ্ব। ইয়াৰ পাছত জ'হানৰ অৰ্কেষ্ট্ৰাৰ চাহিদা দিনে দিনে বৃদ্ধি পাব ধৰিলে। জ'হানৰ বয়স তেতিয়া মাত্ৰ ২৪ বছৰ হৈছিল। এই বয়সতে তেওঁৰ অধীনত আছিল দুশজন সঙ্গীতজ্ঞ । ইয়াৰোপৰি ভিয়েনাৰ সৰ্ববশ্ৰেষ্ট নৃত্য শালাটো তেওঁৰ হস্তগত হৈছিল। ইমানেই নহয়, সমগ্ৰ ইউৰোপ, শৰীৰত শিহৰণ তোলা, হৃদয় স্পৰ্শকাৰী জ'হানৰ সঙ্গীতৰ মুৰ্চ্ছনা শুনিবলৈ উদগ্ৰীৱ হৈ উঠিল।

সমগ্ৰ ইউৰোপৰ পৰা প্ৰচুৰ সঁহাৰি পাই জ'হানৰ দল অনুপ্ৰাণিত হ'ল। পিচৰ বছৰবোৰত জ'হানৰ অৰ্কেষ্ট্ৰা দলে জাৰ্মান, হলেণ্ড, বেলজিয়াম আদি দেশত সংগীত আৰু অৰ্কেষ্ট্ৰা পৰিবেশন কৰি ভূয়সী প্ৰসংশা অৰ্জন কৰিছিল। এই ভ্ৰমণকালত তেওঁলোকে পেৰিচকো সংগীতৰ লহৰেৰে মুখৰিত কৰিছিল। আনকি ১৮৩৮ চনত জ'হানৰ দলে ইংলিচ প্ৰনালী পাৰ হৈ ইংলেণ্ডলৈ গৈছিল আৰু তাত ১৯ বছৰীয়া ভিক্টৰীয়া, ইংলণ্ডৰ ৰাণী হিচাপে উপবিষ্ট হোৱাৰ ৰাজ-অভিষেকত যোগদান কৰিছিল। জ'হানৰ অবিৰত সংগীতৰ মুৰ্চ্চনাই ভিক্টৰীয়া আমোলৰ নাৰী, পুৰুষ নিৰ্ব্বিশেষে সকলোৰে হৃদয় গলাই এক অনিৰ্ব্বচনীয় প্ৰেমৰ জোৱাৰ তুলিছিল। বিৰামহীনভাৱে ষ্ট্ৰচ জ'হানে জনতাৰ দাবীৰ প্ৰতি সঁহাৰি

জনাই সমগ্ৰ ইংলণ্ডৰ সংগীত মঞ্চত নতুন নতুন সুৰৰ মুৰ্চ্ছনা পৰিবেশন কৰি তড়িৎ গতিত ইংলণ্ডবাসীক আপ্যায়িত কৰিছিল।যদিও জ'হান নিজৰ সংগীতত আকণ্ঠ নিমজ্জিত হৈছিল, ইয়াৰ মাজতে তেওঁ বেহেলাবাদন কমাই নাট মঞ্চস্থ কৰিবলৈ ধৰিলে। নাটৰ শেষত ভায়লিন বজাই দৰ্শকক আমোদ প্ৰদানেৰে মঞ্চ নিশা সামৰিছিল। এনে কষ্ট সাধ্য কাৰ্য্যসুচীয়ে স্বাভাৱিকতে জ'হানৰ স্বাস্থ্য অৱনতি ঘটাইছিল। বহুত নগৰ, মহানগৰত অষ্ট্ৰীয়া গাৱে তেওঁ অনুষ্ঠান পৰিবেশন কৰিব লগা হৈছিল। এবাৰ কালাছি নামৰ ঠাইত তেওঁ অচেতন হৈ পৰি গৈছিল; কিন্তু তথাপি তেওঁ জিৰণী লোৱা নাছিল। লিন্‌জত এদিন জ'হান নিশাৰ পোচাকত বিভ্ৰম হৈ ৰাজপথত বাগৰি পৰিছিল। এইদৰে বহু কষ্টৰে অনেক ঠাই ভ্ৰমণ কৰি আহি অৱশেষত মৃতপ্ৰায় অৱস্থাত তেওঁ জন্মভূমি ভিয়েনাত উপস্থিত হ'লহি।

এজন ক্লান্ত, অসুখীয়া মানুহ হৈ ষ্ট্ৰচ জ'হান নিজৰ বাসগৃহত বন্দী হৈ পৰিল, বাসগৃহটি যেন হৈ পৰিল এটা বন্দীশাল। পত্নী আন্না ষ্ট্ৰীম' খঙে-বিষে জৰ্জ্জৰিত হৈ পাঁচটা ল'ৰা-ছোৱালীসহ অভাৱগ্ৰস্ত পৰিয়ালটোৰে সৈতে অবৰ্ণনীয় দুখৰ সম্মূখীন হ'ব লগা হ'ল। ল'ৰা-ছোৱালী কেইটা দেউতাকৰ অসুখ আৰু মাকৰ খঙৰ ভমক দেখি ভয়ত পেপুৱা লাগি নীৰৱ,নিস্তব্ধ হৈ পৰিল। জ'হানৰ অতি মৰমৰ পুৰণা ভায়লিনখন এটা কোঠাৰ এচুকত অতীতৰ সাক্ষী হৈ পৰি আছিল। ল'ৰা-ছোৱালীহঁতক জ'হানে এই ভায়লিনখন বজাবলৈ হাক দিছিল। কিন্তু কিয় জানো এদিন অক্ষম জ'হানে এই ভায়লিনখনত নিজৰ সঙ্গীতৰ সুৰ এটা বাজি উঠা যেন শুনিলে। কোনোবা অশৰীৰেৰে যেন এই সুৰ বজাইছে; তেওঁৰ এনেভাৱ হ'ল। ৰহস্যাবৃত হৈ ৰোগীয়া জ'হানে কোনে ভায়লিন বজাইছিল চাবলৈ উঠি গ'ল। কোঠাটোত সোমাই জ'হানে দেখিলে তেওঁৰ ডাঙৰ পুতেকে এখন আয়নাৰ সম্মুখত ঠিক তেওঁৰ ভঙ্গীত ভায়লিন অনুশীলন কৰি আছিল। খঙত অগ্নিশৰ্মা হৈ পিতৃ জ'হানে পুত্ৰৰ এই নিষেধ কাৰ্যৰ বাবে কৈফিয়ৎ তলব কৰিলে। পুতেকে শান্ত ভাবে দেউতাকক ক'লে যে তেওঁ সৰু সৰু ল'ৰা-ছোৱালীক ভায়লিন শিকাবৰ বাবে এই অনুশীলন কৰিব লগা হৈছিল। পুতেকে লগতে ইয়াকো ক'লে যে সৰু সৰু ল'ৰা-ছোৱালীক বেহেলা শিকাই যি উপাৰ্জ্জন হয় তাৰে তেওঁৰ নিজৰ বেহেলাৰ শিক্ষাৰ খৰচ ডলিয়াইছিল। পিতৃ জ'হানে খঙেৰে বেহেলাখন পুতেকৰ পৰা কাঢ়ি আনি বাকচত বন্ধ কৰি থ'লে। কিন্তু মাকে দেউতাকৰ উপাৰ্জ্জিত ধনেৰে আন এখন বেহেলা আনি মনে মনে পুতেকক দিলে।

অলপদিনৰ পাচতে জ'হানে পুত্ৰ কনিষ্ঠ জ'হানক বিজিনেছ স্কুলত শিক্ষা গ্ৰহণৰ বাবে পথাই দিলে। কিন্তু কনিষ্ঠ জ'হানে এই স্কুলখন মুঠেই ভালপোৱা নাছিল। তেওঁ স্কুলখন ভূত দেখাদি দেখিব ধৰিলে আৰু ইয়াৰ পৰা পলাই আহিবলৈ চল চাই থাকিল। খামখেয়ালি আৰু মত বিৰোধৰ কাৰণে ষ্ট্ৰচৰ পৰিয়ালত ভাঙোনে ধৰিলে। পৰিয়ালটো দুটা ভাগত বিভক্ত হ'ল। বিৰাগ আৰু তিক্ততাগ্ৰস্ত পিতৃ ষ্ট্ৰচ জ'হানে নিজৰ ল'ৰা-তিৰোতা এৰি সাধাৰণ এগৰাকী পোচাক তৈয়াৰ কৰা মহিলাৰ লগত থাকিবলৈ ল'লে। এই মহিলা গৰাকীৰ নাম আছিল,'এমিলি'। ইতিমধ্যে সংগীত আৰু বেহেলা বাদনত সফলতা অৰ্জন কৰোতে কণিষ্ঠ জ'হানৰ সমস্ত ধন খৰচ হৈছিল। দেউতাক আঁতৰি বেলেগে থকাত তেওঁ এখন ঘৰৰ খৰচৰ বোজা বহন কৰিব লগা হ'ল।

সঙ্গীতৰ ভাল শিক্ষাপ্ৰাপ্ত দেউতাকতকৈ সুশৃঙ্খল মাৰ্জ্জিত স্বভাৱ চৰিত্ৰৰ পুত্ৰ কণিষ্ঠ জ'হান মাত্ৰ ১৯ বছৰ বয়সতে অৰ্কেষ্ট্ৰা দলৰ দলপতি হিচাপে নিজৰ দক্ষতা প্ৰতিপন্ন কৰিব পাৰিছিল। দেউতাকে ব্যৱহাৰ কৰা দৰে এটা সুন্দৰ, জাকমকীয়া সংগীত মঞ্চ কনিষ্ঠ জ'হানেও লাভ কৰিলে। বতৰি কাকত আৰু প্ৰচাৰ মাধ্যমেও দেউতাক ষ্ট্ৰচ জহানেতকৈ শ্ৰেষ্ঠ সংগীতকাৰ হিচাপে কণিষ্ঠ জ'হানৰ সফলতা ব্যাপক হাৰত প্ৰচাৰ কৰিব ধৰিলে। শুনিবলৈ বেয়া যদিও পুতেকৰ এই সফলতাক যেন পিতৃ জ'হানে সহজ ভাবে ল'ব পৰা নাছিল। এইটো আছিল বৃত্তিগত সংঘাত। খং আৰু বিদ্বেষত ষ্ট্ৰচ জ'হান জৰ্জ্জৰিত হৈ পুতেকৰ অৰ্কেষ্ট্ৰা দলৰ নামেই নুশুনা হ'ল। অৱস্থা এনেহে হ'ল যে জ'হানে আশা কৰিছিল পুতেকৰ অৰ্কেষ্ট্ৰা দলৰ সংগীত শুনাৰ পূৰ্বে নিজৰ মৃত্যু হয়। পুত্ৰৰ কৃতকাৰ্যতাৰ প্ৰতি পিতৃৰ এনে বিদ্বেষ ভাৱ থাকিব পাৰে বুলি ভাবিবলৈ টান লাগে। কিন্তু ষ্ট্ৰচ জ'হানৰ বেলিকা ই সত্য আছিল। পিতা পুত্ৰৰ মাজত এটা অহিনকুল সমন্ধই গা কৰি উঠিছিল।

কণিষ্ঠ জ'হানৰ প্ৰতিটো সংগীত সন্ধ্যাৰ হলঘৰ দৰ্শকেৰে ঠাহ খাই পৰিছিল। তেনে এটা সন্ধিয়াত পিতৃ জ'হানেও এটা সঙ্গীতানুষ্ঠান নিজৰ হল ঘৰত পাতিছিল। ষ্ট্ৰচ জ'হানৰ মেনেজাৰ জনে জ'হানৰ প্ৰৰোচনাত কনিষ্ঠ জ'হানৰ সঙ্গীতানুষ্ঠানত ব্যাঘাত জন্মাবলৈ অসৎ লোকৰ এটা দল লৈ গৈ উপস্থিত হলগৈ। দলটি গৈ হল ঘৰত য'ত পৰিচালক কনিষ্ঠ জ'হান আছিল তাতে বাহিল। যথাসময়ত সঙ্গীত অনুষ্ঠান আৰম্ভ হ'ল । দেখাত শেতা, মজবুট

আৰু শান্ত সমাহিত অথচ এহাল উদিপ্ত চকুৰে সৈতে যুৱক কণিষ্ঠ জ'হানে চাৰিটা নিজে ৰচনা কৰা সঙ্গীতেৰে অনুষ্ঠানৰ পাতনি মেলিলে । এই সঙ্গীতৰ মুৰ্চ্ছনাই দেউতাকৰ গুণ্ডা বাহিনীৰ কিৰিলি আৰু ভেঙুচালি তল পেলাই দিছিল। প্ৰতিটো নৃত্যৰ পাচত উপস্থাপন কৰা কনিষ্ঠ জ'হানৰ হৃদয়স্পৰ্শী মৃদু সঙ্গীতৰ লহৰে সমস্ত দৰ্শকক এনেদৰে আপ্লুত কৰি তুলিছিল যে অনুষ্ঠানৰ শেষত তেওঁৰ শত্ৰু দৰ্শকসকলেও হাত চাপৰি বজাই,চিঞৰি তেওঁক অভিনন্দন জনাইছিল, প্ৰসংশা কৰিছিল। সেই সন্ধিয়া এবাৰ দুবাৰ নহয় ১৯ বাৰ দৰ্শক মণ্ডলিয়ে কনিষ্ঠ জ'হানক তেওঁৰ সঙ্গীত পুনৰ গাবলৈ অনুৰোধ কৰিছিল। এনে বুজন সংখ্যক অনুৰোধ দেউতাক ষ্ট্ৰচ জ'হানেও তেওঁৰ সংগীতৰ বাবে লাভ্ কৰা নাছিল। অনুষ্ঠানৰ শেষত হঠাতে কনিষ্ঠ জ'হানে তেওঁৰ সহযোগীসকলক ইংগিত দিলে। এটা অপ্ৰত্যাশিত নিৰৱতাই হল ঘৰ বিৰাজ কৰিলে। তাৰ পাচত সেই সন্ধিয়া কাৰ্যসূচীত নথকা এটা বিষয় আৰম্ভ হ'ল। সেইয়া আছিল দেউতাক ষ্ট্ৰচ জ'হানৰ সৰ্ব্বশ্ৰেষ্ঠ সংগীত পৰিবেশন। এই সংগীতৰ শেষ মুৰ্চ্ছনা শেষ হোৱাৰ লগে লগে দৰ্শক সকল উল্লাসিত হৈ মঞ্চলৈ ঢাপলি মেলিলে। বাউসিত ধৰি সকলোৱে কনিষ্ঠ জ'হানক তেওঁৰ এই বদান্যতাৰ কাৰণে ভূয়সী প্ৰসংশা কৰিলে। গৌৰৱ আৰু প্ৰেমৰ প্ৰজ্বলিত শিখাত যেন দুই পিতা পুত্ৰৰ পুনৰ মিলন হ'ল সঙ্গীতৰ অমৃত সাগৰত।

১৮৪৯ চনৰ কথা। এদিনাখন এখন ডাঙৰ ভোজ মেলত কনিষ্ঠ জ'হানে সঙ্গীত পৰিচালনা কৰাৰ কথা আছিল। কিন্তু বিধিৰ কি বিপাক ভোজ মেলৰ আগতে পিতৃ ষ্ট্ৰচ জ'হান শন্নিপাত জ্বৰত আক্ৰান্ত হৈ মৃত্যু হ'ল। কিন্তু ষ্ট্ৰচ জ'হানৰ মৃত্যুৰ খবৰটো বহু পলমকৈহে জনাজাত হৈছিল। পত্নী আন্না ষ্ট্ৰেম আৰু পুত্ৰ কনিষ্ঠ জ'হান গৈ ষ্ট্ৰচৰ শৱদেহ এমিলিৰ ঘৰত পৰিত্যক্ত অৱস্থাত দেখা পালে। ইতিমধ্যে এমিলিয়ে জ'হানৰ কাপোৰ কানি লাম-লাকুটু সকলো লৈ উধাউ হৈছিল। পুত্ৰ কণিষ্ঠ জ'হান পিতৃৰ এনে শোকাবহ মৃত্যুত কেৱল ম্ৰিয়মান হোৱাই নহয় আতংকিতও হৈছিল। কাৰণ জীৱনত তেওঁ এনে অৱহেলিত মৃত্যুৰ মুখামুখি হোৱা নাছিল। বিপদে কনিষ্ঠ জ'হানৰ লগ এৰা নাছিল। পিতৃ বিয়োগৰ কেইবছৰমানৰ ভিতৰতে মাতৃও পৰলোকগামী হ'ল। মাতৃ বিয়োগত অস্থিৰ হৈ কনিষ্ঠ জ'হান ঘৰ এৰি পলাই গৈছিল। আৰু মাকৰ অন্ত্যেষ্টি ক্ৰিয়া শেষ হোৱাৰ পাচতহে তেওঁ পুনৰ ঘৰলৈ ঘূৰি আহিল। অন্ধকাৰে কনিষ্ঠ জ'হানৰ আত্মা আচ্ছন্ন

কৰিছিল। অথচ কি আচৰিত কথা এই অন্ধকাৰেই আছিল জ'হানৰ ভিতৰৰ আনন্দময় উজ্জ্বলতাৰ উৎস । সেয়েহে জ'হানৰ সংগীতত শুনিবলৈ পোৱা গৈছিল লঘু অন্তৰৰ উল্লাস আৰু তাৰ আৰঁত লুকাই থকা বেজাৰৰ সুৰধ্বনি। কিন্তু এই বেজাৰক তেওঁ সদায় মধুৰ স্বৰেৰে সমাহিত কৰি পেলাইছিল। এই ক্ষেত্ৰত জ'হান সেই সময়ৰ ভিয়েনাৰ সংগীত জগতত অতুলনীয় আছিল।

সময়ে বহু কথা সলনি কৰি দিয়ে পিতৃ জ'হানৰ মৃত্যুৰ পাচত মাতৃ আন্না ষ্ট্ৰিম আৰু ডাঙৰ পুত্ৰ কনিষ্ঠ জ'হানৰ প্ৰচেষ্টাত পিতৃ আৰু পুত্ৰৰ দুয়োটা অৰ্কেষ্ট্ৰা দল একত্ৰিত হ'ল। এই সম্মিলিত অৰ্কেষ্ট্ৰা দলে জ'হান পুত্ৰ আৰু তেওঁৰ সংগীতক সংগীতৰ নতুন পুৰুধা পুৰুষ হিচাবে উপবিষ্ট কৰালে। জ'হানৰ সংগীত দোপদদোপে অগ্ৰসৰ হৈ এনে এটি বিৰাট ব্যৱসায়ৰ ৰূপ ল'লে যে ইয়াক চম্ভালিবৰ বাবে জ'হানৰ দুই ভাতৃ যচেফ আৰু এৰ্ডৱাডৰ সহায় লোৱা উপৰিও কেইবাটাও সৰু অৰ্কেষ্ট্ৰা আৰু নৃত্য দলৰ সহায় ল'ব লগা হ'ল। ব্যস্ততাৰ প্ৰকোপত জ'হান আতিশয় ব্যতিব্যস্ত হৈ পৰিল। মহানগৰৰ এটা হলৰ পৰা আনটো হললৈ সংগীত পৰিবেশনৰ তাগিদাত জ'হান ঢপলিয়াই ফুৰিব লগা অৱস্থা হ'ল। দৰ্শকৰ দাবীত জ'হানে প্ৰতিটো অৰ্কেষ্ট্ৰা নিজেই আৰম্ভ কৰি পাচত তাক এজন ভায়েকৰ হাতত অৰ্পন কৰি নিজেই আনটো অৰ্কেষ্ট্ৰা তদাৰক কৰিবলৈ গুচি গৈছিল। এই পক্ৰিয়াত জ'হান স্বয়ং এক বিৰল প্ৰতিভা আৰু এজন ধনি সংগীতজ্ঞ হৈ পৰিল। লগতে কিন্তু সাফল্যৰ দৌৰত তেওঁ সকলো বিপদ বিঘিনি ও সহিব লগা হৈছিল। এনেবোৰ বিপদ-বিঘিনি অতিক্ৰম কৰিবলৈ ইশ্বৰে যেন জ'হানক এজন সাৰাথ দিলে। পিতৃ ষ্ট্ৰচ্ জ'হানৰ দৰে তেওঁ ও সংগীতৰ লগতে ভাল পাই পেলাইছিল 'হেনৰিয়েটা ট্ৰেফিজ' ওৰফে জেটি নামৰ এগৰাকী গায়িকাক। জেটি আছিল ড্ৰেচ্ডেন অপেৰাৰ এগৰাকী সু-গায়িকা।কিন্তু মজাৰ কথাটো হ'ল জেটি বয়সত জ'হানতকৈ দহ বছৰে ডাঙৰ।পাচে হ'লে কি হ'ব ''তোমাৰ মনে গলে,মোৰো মনে গলে কি কৰিব অজাতি কুলে''ৰ দৰে ''কি কৰিব বয়সৰ লেখে।'' জেটি নিজে সু-গায়িকা হোৱাৰ উপৰিও এগৰাকী চিত্ৰ াশীল, সংগীত আৰু অৰ্কেষ্ট্ৰা পৰিবেশন চুক্তি কৰণত জ্ঞানলব্ধ মহিলা আছিল। জেটিয়ে পত্নী হিচাপে স্বামী জ'হানৰ ওপৰত পূৰা কৰ্তৃত্ব প্ৰয়োগ কৰিব ধৰিলে। তেওঁ জ'হানৰ অপচয় হোৱা ধন, সময় আৰু শক্তি ৰোধ কৰিলে। তাৰ পৰিবৰ্তে জেটিয়ে জ'হানক আজৰি সময়ত উলিয়াই তেওঁৰ লগত অৱসৰ বিনোদন

কৰিবলৈ সুবিধা কৰি দিলে। জ'হানৰ মন সুখেৰে উপচি পৰিল। এই অৱসৰ বিনোদৰ দ্বাৰা জ'হানে এনে শক্তি আহৰণ কৰিলে যে ইয়াৰ দ্বাৰা তেওঁ ইতিপূৰ্বে বহুবাৰ পৰিবেশন কৰা মহৎ সংগীত আৰু সুৰৰ মুৰ্চ্ছনাবোৰে পুনৰ নতুনত্ব লাভ কৰিলে আৰু সেই বিলাক আজিও যেন শ্ৰোতা দৰ্শকৰ মনত ভিয়েনাৰ চুকে কোনে ৰিণি ৰিণি বাজি আছে। জ'হানৰ এই মহৎ সংগীতৰ মুৰ্চ্ছনাবোৰ আছিল সংবেদনশীল,চিন্তা উদ্রেগকাৰী অথচ অনাবিল আনন্দদায়ক। কিন্তু এই সংগীত ৰাশি ৰচনা কৰা হৈছিল কনচাৰ্ট হ'লত পৰিবেশনৰ বাবেহে কোনো বল নৃত্যশালাৰ বাবে নহয়। প্ৰতিটো সংগীততে আছিল চিম্ফনীৰ সৌন্দৰ্য্য। সেই চিম্ফনীয় সমূহৰ ভিতৰত আছিল 'অন দি বিউটিফুল ডানিওৱ', 'আৰ্টি ষ্টচ লাইফ', 'ৰাইন', উইমেন এণ্ড চং, তেলচ্ ফ্ৰম দি ভিয়েনা উদচ্, এম্পেৰৰ ৱাল্টজচ্ ইত্যাদি। শতাধিক বছৰ ধৰি সমগ্ৰ ইউৰোপ এই বিলাক মহৎ চিম্ফনীৰ মধুময় স্বাদ সেৱন কৰি মতলীয়া হৈ আছিল।

১৮৭২ চনত বষ্টন মহানগৰত বিশ্ব শান্তি সম্মিলন অনুষ্ঠিত হৈছিল। এই সম্মিলনত ষ্ট্ৰচ জহানক তেওঁৰ শ্ৰেষ্ঠ সংগীতৰ অৰ্কেষ্ট্ৰা পৰিবেশন কৰিবলৈ দায়িত্ব দিয়া হৈছিল আৰু ইয়াৰ বাবে তেওঁক উপযুক্ত মাননী দিয়া হৈছিল। সভাগৃহত উপস্থিত হৈয়ে জ'হানে গম পালে যে উদ্যোক্তা সকলে আগতেই কি কি সুৰৰ মুৰ্চ্ছনা পৰিবেশন কৰিব লাগিব তাক থিক কৰি থৈছে। হলঘৰটো প্ৰকাণ্ড আছিল। কিন্তু ইয়াৰ শব্দ প্ৰতিফলনৰ প্ৰযুক্তি কৌশল বৰ নিম্নস্তৰৰ আছিল। এই হলঘৰটো এখন ওখ মঞ্চৰ পৰা এশজন সহকাৰীৰ পৰিচালকৰ সহায়ত জ'হানে অৰ্কেষ্ট্ৰা পৰিচালনা কৰিব লগা হৈছিল। মুঠ ১০৮৭ বিধ বাদ্য যন্ত্ৰ এই অৰ্কেষ্ট্ৰাত একেলগে ব্যৱহাৰ কৰা হৈছিল। কোৰাচৰ সংখ্যা আছিল অলেখ। এটা বন্দুকৰ টোপধ্বনিৰ দ্বাৰা কোৰাচৰ আৰম্ভনী সংকেত দিয়া হৈছিল আৰ প্ৰথমে আৰম্ভ হৈছিল " দি ব্লু ডানিয়ুব" নামৰ কোৰাচটো। এনে বিশাল গাম্ভীৰ্য্য পূৰ্ণ শ্ৰোতা দৰ্শকৰ সম্মুখত থিয় হওঁতে জহান প্ৰথমে যদিও কিছু ভয়াৰ্ত হৈছিল, তথাপি জাওঁৰিয়ে জাওঁৰিয়ে পুৰা প্ৰশংসা ধ্বনিৰ প্ৰতি নতশিৰ হৈ শেষলৈকে সুললিত সংগীতৰ মুৰ্চ্ছনাৰে তেওঁ দৰ্শক মণ্ডলীৰ আপ্লুত কৰি বন্দী কৰি ৰাখিছিল।

অনেক ঠাই ঘুৰি জহনে দেখিলে যে উনৈশ শতিকাৰ ঐশ্বৰ্য্য শালী ইউৰোপত বিদ্যমান প্ৰতিটো পৰিস্থিতি তেওঁৰ সংগীত কলাৰ বাবে বেচ অনুকুল আছিল। এনে সময়তে ফৰাচী দেশৰ এটা- হাস্য-ব্যঙ্গ কৰা নাট্য দল তেওঁৰ

ওচৰলৈ আহিল। এই দলটিয়ে জহানক তেওঁলোকৰ বাবে উপযোগী সংগীত ৰচনা কৰি দিবলৈ অনুৰোধ কৰিলে। কামটো বৰ উজু নাছিল । তেওঁ লগে লগে এই সৃষ্টি কাৰ্য্যৰ বাবে বিৰামহীন, সংবেদনশীল কল্পনা ৰাজ্যত দুব গ'ল। খোৱা আৰু শোৱা বাদ দি জহানে অহৰ্নিশে এই কামত আত্মনিয়োগ কৰিলে। এমাহৰ অধিক কাল বহুত কষ্ট কৰি এটা অতি সুললিত আবেদনযুক্ত, মোহনীয় সংগীত ৰচনা কৰি দিলে। এই সংগীত টিৰ নাম আছিল " ডাই ফ্লেডাৰমচ্" । লঘূ অপেৰা প্ৰচলনৰ যুগত এই সংগীতৰ জনপ্ৰিয়তা আছিল অভূতপূৰ্ব । এই সংগীত হৈ পৰিছিল অপেৰাৰ অন্যতম আকৰ্ষণীয় অলংকাৰ স্বৰূপ। ১৮৭৪চনৰ ৫ এপ্ৰিলৰ আৰম্ভণী নিশাৰ পৰা বহু যুগ ধৰি বিশ্ব পশ্চিমীয়া দেশৰ নাট্য মঞ্চৰ সমূহত এই সংগীত ৰজনজনাই আছিল। ইয়াৰ সুন্দৰ, ধেমেলীয়া বাণ্ডয়তাই যুগে যুগে নতুন দৰ্শকৰ পৰাও ভুয়সী প্ৰশংসা লাভ কৰি থাকিব।

"চক্ৰবত পৰিৱৰ্তন্তে দুখানি চ সুখানি চ"। অৰ্থাৎ বৃত্তাকাৰ পথেদি মানুহৰ জীৱনলৈ দুখ আৰু সুখ আহ-যাহ কৰি থাকে। জহানৰ জীৱনটো সেয়ে ঘটিছিল। অভূতপূৰ্ব সাফল্যৰ জয়যাত্ৰাত জহানলৈ এদিন যতি আহিল। ১৮৭৮ চনত চেনেহৰ পত্নী জেটিৰ আকস্মিক মৃত্যুয়ে যেন সকলো স্তব্ধ কৰি দিলে। মৃত পত্নীৰ হিম শীতল হাতখন নিজৰ ওঁঠলৈ নি জহানে শেষ চুমাটো দি পত্নীক চিৰ বিদায় দিলে। কিন্তু এনে মৃত্যুৰ মুখামুখি হব নোৱাৰা শোক বিহ্বল জহানে পত্নীৰ শেষ কৃত্য নিজেই নকৰি ভায়েক এডৱাৰ্ডক এই দায়িত্ব দি চহৰ এৰি গুচি গ'ল। কিযে এক বিৰম্বনা।

পিছে বাস্তৱ কল্পনাতকৈ আশ্চৰ্য্যজনক। কেইসপ্তাহমান নিঃসঙ্গতাৰে পাৰ কৰাৰ পাচত জহানে পুনৰ দ্বিতীয় বিবাহ কৰালে। এই দ্বিতীয় পত্নীৰ নাম আছিল এঞ্জেলিকা ডিয়েটিক । এঞ্জেলিকাৰ আছিল এটা সুন্দৰ চেহেৰা, এটা নাতিমধুৰ গীত কণ্ঠস্বৰ। কিন্তু জহানৰ বিচাৰত তেওঁৰ নৈতিক চৰিত্ৰ বোলা বস্তুটো নাছিল। বয়সত এঞ্জেলিকা জহানতকৈ যথেষ্ট সৰু আছিল । সুন্দৰ চেহেৰাটোক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি এঞ্জেলিকাই জহানক হাত কৰিছিল। সময়ে সকলোকে বৰ নিষ্ঠুৰ ভাৱে প্ৰহাৰ কৰে। ট্ৰচ জহান লাহে লাহে বুঢ়া হৈ আহিল। তেওঁৰ সংগীতেও আগৰ জনপ্ৰিয় আকৰ্ষণ হেৰুৱাব ধৰিলে। ইখনৰ পাচত সিখনকৈ তেওঁৰ নৃত্য নাটসমূহ হতাশজনক ভাবে বিকল হ'ব ধৰিলে। এই বিপৰ্য্যয়ৰ সময়তে দুঃচৰিত্ৰা পত্নী এঞ্জেলিকাই জহানক চৰম প্ৰতাড়না কৰি আন এজন প্ৰেমিকৰ লগত পলাই

গ'ল। কিন্তু অৱে এৰিলেও পৰকতিয়ে নেৰাৰ দৰে হ'ল। ৫৮ বছৰ বয়সত জ'হান পুনৰ প্ৰেমত পৰিল আন এগৰাকী মহিলাৰ। এই প্ৰেম আছিল সঁচা প্ৰেম, প্ৰত্যাশী প্ৰেম। এই মহিলা গৰাকীৰ নাম আছিল 'এডেল ডিউটচ'। এঞ্জেলিকাৰ লগত বিবাহ বিচ্ছেদ কৰি জহানে এডেলক বিয়া কৰায়। এইয়া আছিল জহানৰ তৃতীয় বিবাহ । এডেল আছিল এঞ্জেলিকাতকৈ ধুনীয়া অথচ প্ৰথমা পত্নী জেটিৰ দৰে জ্ঞানী আৰু পতিব্ৰতা। এই গুণৰ বলত এডেলে জহানলৈ ঘুৰাই আনিলে লুণ্ঠিত যৌৱন, হৃত উল্লাস আৰু তেওঁৰ সংগীতকলা। এডেলৰ তত্বাৱধানত 'দি জিপ্সি বেৰণ' নামৰ নৃত্য নাটিকাৰ দ্বাৰা জ'হানে তেওঁৰ হেৰুৱা যশস্যা পুনৰ ঘূৰাই আনিবলৈ সক্ষম হ'ল। এই অপেৰাখন ডি. ফ্লিডাৰ্মচ্ নামৰ বিখ্যাত অপেৰাতকৈ সুন্দৰ আৰু অধিক বৈচিত্ৰপূৰ্ণ আছিল। এইখন অপেৰাৰ অচিলাৰে জহানে অষ্ট্ৰিয়া আৰু হাঙ্গেৰীৰ দ্বৈত ৰাজতন্ত্ৰক একতিত কৰিবলৈ যিমান কাম কৰিছিল সেই খিনিক ৰজা ফ্ৰেঞ্চ যচেফে তেওঁৰ সাতত্ৰিশ বছৰ শাসন কালত চোৰাংচোৱা আৰু অস্ত্ৰশস্ত্ৰ প্ৰয়োগ কৰিও কৰিব পৰা নাছিল। ষ্ট্ৰচ জহান কেৱল এজন লঘু সংগীতৰ সম্ৰাট নাছিল । তেওঁ আছিল দুখন মহাদেশৰ লঘু সংগীত সাম্ৰাৰ্য্যৰ অজেয় সম্ৰাট। ১৮৯৯ চনৰ মে মাহত ভিয়েনাত খবৰ ওলাল যে এই মহান সংগীত সম্ৰাট জনৰ অসুখ। সেই চনৰ ৩ জুন তাৰিখে জহানৰ অৰ্কেষ্ট্ৰা দলে সংগীত পৰিবেশন কৰি আছিল। তেনে সময়তে এজন বাৰ্তাবাহকে এটি বাৰ্ত্তা লৈ অৰ্কেষ্ট্ৰা পৰিচালকৰ ওচৰ পালেগৈ। বাৰ্ত্তাটো আছিল শোকৰ বাৰ্ত্তা। সঙ্গীতজ্ঞ জহানৰ মৃত্যু বাৰ্ত্তা। পৰিচালক জনে বাৰ্ত্তাটো লৈ পঢ়ি দিলে যে জহানৰ পৰলোক হৈছে। হঠাত অৰ্কেষ্ট্ৰা বন্ধ হৈ গ'ল। তাৰ পাছত এটি মৃদু, কোমল সংগীত বাজি উঠিল। সকলো দৰ্শকে তাত সমস্বৰে যোগ দিলে। লগে লগে বাদ্য যন্ত্ৰ সমূহত এটি দাৰুণ, হৃদয় বিদাৰক কৰুণ সুৰ বাজি উঠিল। সেই সুৰ আছিল সকলোৰে পৰিচিত ''দি ব্লু ডানিউব''ৰ অমৰ সুৰ অতি কৰুণ সুৰ। সমগ্ৰ ভিয়েনাই গম পাই গ'ল যে তেওঁলোকৰ প্ৰিয় সংগীতজ্ঞ জন আৰু নাই। তেওঁক আৰু কোনো দিন তেওঁলোকে নেদেখে। এইয়া আছিল দুজন বিৰল নিজ - পুত্ৰৰ জীৱন ৰথৰ গতি।।

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



# বিশ্বৰ শ্ৰেষ্ঠ চিকিৎসক জন

## ডাঃ উইলিয়াম ওচ্‌লাৰ

বৰ্ত্তমান চিকিৎসা বিজ্ঞান আৰু চিকিৎসকৰ চমক্‌প্ৰদ সাফল্য পৃথিৱীৰ চাৰিও ফালে বৈ বৈ যোৱা বিধৰ হৈছে। কিন্তু আমি যি জন চিকিৎসকৰ কথা ক'বলৈ ওলাইছো তেওঁৰ কৃতিত্ব আৰু সাফল্যই আজিৰ পৰা প্ৰায় এশ বছৰৰ আগতে যি বিপ্লৱ আনিছিল সেয়া আজিও চিকিৎসা বিজ্ঞানৰ ইতিহাসৰ এক গৌৰৱময় অধ্যায় হৈ জিলিকি আছে। সেই চিকিৎসক জনৰ নাম আছিল উইলিয়াম্ ওচ্‌লাৰ। তেওঁ অৱশ্যে কেনো আশ্চৰ্য্যজনক আৰোগ্য পদ্ধতি আৱিষ্কাৰ কৰা নাছিল। তথাপি ১৯১৯ চনত যেতিয়া তেওঁৰ মৃত্যু হ'ল তেতিয়া লিউক নামৰ আন এজন পূৰ্ববৰ চিকিৎসকৰ পাচত ডাঃ ওচ্‌লাৰ আটাইতকৈ জনপ্ৰয় চিকিৎসক হিচাপে পৰিগণিত হৈছিল। ইয়াৰ ত্ৰিশ বছৰৰ পাচত আমেৰিকাৰ চিকিৎসা সংস্থাৰ মুখ পত্ৰত প্ৰকাশিত এটি প্ৰৱন্ধত ওচ্‌লাৰৰ বিষয়ে এইদৰে কোৱা হৈছিল - ''সময়ে তেওঁৰ গৌৰৱ বৃদ্ধি কৰিলে। বিশ্বৰ শ্ৰেষ্ঠ চিকিৎসক হিচাপে তেওঁ অদ্বিতীয় হৈ ৰ'ল।''

অভিনৱ কৌশলৰে ৰোগ নিৰ্ণয়, দক্ষতাপূৰ্ণ গৱেষণা, লিখনি আৰু শিক্ষাদান এই সকলো আছিল ওচ্‌লাৰৰ চমকপ্ৰদ সাফল্যৰ চাবিকাঠি। চিকিৎসা বিদ্যালৈ তেওঁ যি অভিনৱ পদ্ধতিৰ সূত্ৰপাত কৰিলে সেই বিলাকে টাইফয়দ বা সন্নিপাত জ্বৰত আক্ৰান্ত বহুত লোকৰ জীৱন ৰক্ষা কৰিলে। ডাঃ ওচ্‌লাৰ কেৱল তেওঁৰ কামৰ বাবে মহান হোৱা নাছিল; বৰং ব্যক্তি হিচাপেও তেওঁ মহান আছিল। তেওঁ ৰোগীৰ মনৰ কষ্ট উপশম কৰাৰ কলা-কৌশলত যেনেকৈ পাৰ্গত আছিল তেনেকৈ ৰোগীৰ অসুখীয়া শৰীৰ বেদনা নিৰামযয় কৰাতো পাকৈত আছিল।

উইলিযাম্ ওচ্‌লাৰৰ জন্ম হৈছিল আমেৰিকাৰ অন্টাৰিঅ' চহৰত ১৮৪৯ চনত। গীৰ্জ্জাৰ পুৰুহিত দেউতাক ৰেভাৰেণ্ড ফিদাৰষ্ট'ন ওচ্‌লাৰৰ অষ্টম সন্তান আছিল ডাঃ উইলিয়াম ওচ্‌লাৰ।

**শৈশৱত গাঁৱৰ স্কুলত ওচ্‌লাৰে শিক্ষা গ্ৰহন কৰিছিল। ল'ৰা বৰ অঘাইতং আছিল। ১৫ বছৰ বয়সত এদিন ৰাতি স্কুলৰ ডেস্ক খুলি নি এটা কোঠাত দ'মাই থোৱাৰ অপৰাধত তেওঁক স্কুলৰ পৰা বহিস্কাৰ কৰি দিলে। ইয়াৰ পাচত তেওঁ এখন প্ৰাইভেট আৱাসিক স্কুলত ভৰ্ত্তি হ'ল। এই স্কুলতে তেওঁ দুজন বিশেষ মানুহৰ প্ৰভাৱত পৰে। তাৰে এজন হ'ল স্কুলৰ অধক্ষ্য ডব্লিও. এ. জন্‌চন্। এওঁ গীৰ্জাৰ পুৰুহিতৰ কামো কৰিছিল**

আৰু অভ্যাস বশতঃ প্ৰাকৃতিক বিজ্ঞান অধ্যয়ন কৰিছিল। আনজন আছিল স্কুলৰ চিকিৎসক ডাঃ জেমচ্ বভেল, যি জীৱনৰ শেষৰ ফালে ৰাজনীতিত নামি শাসক দলৰ মন্ত্ৰী হৈছিল। এই দুজন মানুহৰ আদৰ্শই দুটা দিশত ওচ্‌লাৰৰ জীৱনত প্ৰভাৱ পেলাইছিল। এটা আছিল বিজ্ঞান অধ্যয়নত অপৰিবৰ্তনীয় ধাউতি আৰু আনটো আছিল আধ্যাত্মিক বিশ্বাসত গভীৰ অনুৰাগ।

সেই সময়ত মাত্ৰ আগশাৰীৰ কেইখনমান চিকিৎসা বিজ্ঞান প্ৰতিষ্ঠানতহে অনুবীক্ষণ যন্ত্ৰ আছিল। কিন্তু ডাক্তৰ বভেলৰ নিজা এটা অনুবীক্ষণ যন্ত্ৰ আছিল। তেওঁ আৰু জনচন দুয়ো মিলি বিজ্ঞান শিক্ষাৰ প্ৰতি অতি আগ্ৰহী ডেকা ওচ্‌লাৰক অনুবীক্ষণ যন্ত্ৰটো ব্যৱহাৰ কৰি বলৈ শিকালে। অলপ দিনৰ পিচতে তেওঁ গীৰ্জা ঘৰৰ পুৰুহিতৰ কাৰণে ঈশ্বৰ তত্ত্বৰ বিষয়ে অধ্যয়ন কৰিবলৈ ল'লে। সেই সময়ত ওচ্‌লাৰে পানীত থকা অনুজীৱৰ বিষয়ে কেইবাটাও গুৰুত্বপূৰ্ণ প্ৰবন্ধ প্ৰকাশ কৰে। ইয়াৰ এবছৰৰ পাচত ওচ্‌লাৰে তেওঁৰ হতাশ গ্ৰস্ত দেউতাকক ক'লে যে দেউতাকৰ ইচ্ছানুসৰি তেওঁ গীৰ্জাৰ পুৰুহিত নহৈ এজন চিকিৎসক হ'বলৈ সিদ্ধান্ত কৰিলে।

য'তে ইচ্ছা ত'তে বাট। ওচ্‌লাৰে মন্ট্ৰিলৰ মেক্‌গিল মেডিকেল স্কুলৰ পৰা চিকিৎসা বিদ্যাত স্নাতক হৈ ওলাল। তাৰ পাচত তেওঁ জাৰ্মান, অষ্ট্ৰিয়া আৰু ইংলণ্ডত থাকি চিকিৎসা বিজ্ঞানৰ উচ্চ শিক্ষা লাভ কৰিছিল।লণ্ডনৰ পৰীক্ষাগাৰত কাম কৰি থাকোতে তেওঁ এটা কথা জানি স্তম্ভিত হ'ল যে মানুহৰ শৰীৰৰ পৰা তেজ উলিয়াই অনাৰ পাচত সেই তেজ ডাঠ হৈ চপৰা পাতে। আন গৱেষক সকলেও এই ঘটনা নিৰীক্ষণ কৰিছিল; কিন্তু ওচ্‌লাৰে প্ৰথম নিৰীক্ষণ কৰিলে যে শৰীৰত তেজ চলাচল কৰোতে কিছুমান ৰংহীন ঘূৰণীয়া কণিকা লগত থাকে। ওচ্‌লাৰে এই ক্ষুদ্ৰ কণিকা বোৰৰ নাম ৰাখিলে ''তৃতীয় পৰমানু''। তেওঁ দেখিলে যে বায়ুৰ সংস্পৰ্শত ৰাখলে এই কণিকাবোৰ গোট মাৰে। সেই দেখি তেওঁ খুব সঠিক ভাবেএই সিদ্ধান্তলৈ আহিল যে তেজ গোট মাৰোতে এই ক্ষুদ্ৰ ক্ষুদ্ৰ অসংখ্য ঘূৰণীয়া কণিকাবোৰে এটা প্ৰধান ভূমিকা পালন কৰে। এই উল্লেখযোগ্য বৈজ্ঞানিক তথ্য আমেৰিকাৰ দেশে বিদেশে ঘোষিত হ'ল আৰু চাৰিওফালৰ পৰা ওচ্‌লাৰলৈ ভূয়সী প্ৰশংসা আহিল। এই সাফল্যৰ কাৰণে মেক্‌গিল চিকিৎসা বিদ্যালয়ে তেওঁক দেহতত্ত্বৰ অধ্যাপক পদত নিযুক্ত কৰিলে। সেই সময়ত ওচ্‌লাৰৰ বয়স আছিল মাত্ৰ ২৪ বছৰ। ডেকাঅধ্যাপক ওচ্‌লাৰে শীঘ্ৰে মেক্‌গিল মেডিকেল স্কুলত এটি আচুতীয়া কোঠাত এটা পৰীক্ষাগাৰ স্থাপন কৰিলে। আৰম্ভ হ'ল গৱেষণাৰ অবিৰাম যাত্ৰা। এই স্কুলত অধ্যাপক হিচাপে ওচ্‌লাৰৰ বাৰ্ষিক আয় আছিল

১২০০ ডলাৰ। তাৰে ৬০০ ডলাৰ খৰচ কৰি তেওঁ ছাত্ৰ সকলৰ কাৰণে ১২ টা অনুবীক্ষণ যন্ত্ৰ কিনিলে। অধ্যাপনাৰ কামত সামান্য তমো ব্যাঘাট নজম্মাকৈ তেওঁ মেক্গিল চিকি ৎসা বিদ্যালয়ৰ গন্থাগাৰিক আৰু পঞ্জীয়কৰ কাৰ্য্য ভাৰো নিয়াৰীকৈ পালন কৰি ছিল। পূবৰ্বৰ সকলো চিকি ৎ সকত কৈ তেওঁ বেচিকৈ চিকি ৎ সা বিষয়ৰ আলোচনা চক্ৰ আৰু সভাত অংশ গ্ৰহন কৰিছিল।

সেই সময়ত ট্ৰিচিনচিচ্ নামৰ এটা বিৰল ৰোগ কানাডাত দেখা গৈছিল। প্ৰাপ্ত তথ্যানুসৰি মাত্ৰ চাৰি জন এনে ৰোগী কানাডাত আছিল। ডাঃ ওচ্‌লাৰে এই বিষয়ত অধ্যয়ন আৰম্ভ কৰিলে। অধ্যয়ন কালত তেওঁৰ মনত পৰিল যে সৰুতে তেওঁ পামত থকা জীৱ জন্তুৰ নাড়ী ভুৰু অনুবীক্ষণ যন্ত্ৰৰে পৰীক্ষা কৰি দেখিছিল ট্ৰিচিন্‌চিচ্‌ৰ সৰু পেলু বোৰে সঘনে শৰীৰ ভিতৰত থিতাপি লয় আৰু ইহঁতৰ দ্বাৰা অসংখ্য জন্তু আক্ৰান্ত হয়। তেওঁ ভাবিলে সম্ভৱ কানাডাৰ বহুত লোক এই দৰে এই ৰোগত আক্ৰান্ত হৈছে। সেই দেখি তেওঁ এই ৰোগৰ বিৰোদ্ধে যুঁজ দিবৰ কাৰণে নিজৰ পৰীক্ষাগাৰ সাজু কৰিলে। আৱশ্যকীয় অনুমতি লৈ তেওঁ এই ৰোগত নিধন হোৱা ৰোগী আৰু জীৱ জন্তুৰ মৰনোত্তৰ পৰীক্ষা কৰিবলৈ স্বেচ্ছাই আগ বাঢ়ি আহিল। এই গতিৰে তেওঁ বছৰি শতাধিক মৰনোত্তৰ পৰীক্ষা কৰিছিল। পৰীক্ষাৰ দ্বাৰা তেওঁ প্ৰমান কৰিলে যে ইউৰোপত হোৱা ট্ৰিচিনচিচ্ ৰোগৰ উ ৎ স হৈছে এই ৰোগত আক্ৰান্ত হোৱা গাহৰি। এই তথ্য অধিক দৃঢ় কৰিবৰ কাৰণে আঁঠ মাহ ধৰি ওচ্‌লাৰ আৰু এ. ডব্লিও. ক্লিমেন্ট নামৰ এজন পশু শৈল চিকি ৎ সক লগ লাগি মণ্ট্ৰিল চহৰৰ কচাঁই খানাত সহস্ৰাধিক গাহৰিৰ মৰণোত্তৰ পৰীক্ষা কৰিলে। এই পৰীক্ষাত তেওঁলেকে কেইবা ডজন গাহৰি এই ৰোগত আক্ৰান্ত হোৱা বুলি প্ৰমাণ পালে। সেই কাৰণে তেওঁলোকে পৌৰ এলেকাৰ মাংস দোকান বোৰ কৰ্তৃপক্ষৰ দ্বাৰা কঠোৰ ভাৱে পৰি দৰ্শন কৰাৰ দাবী জনালে। লগতে তেওঁ লোকে স্বাস্থ্য ৰক্ষাৰ খাতিৰত জন সাধাৰণক গাহৰি মাংস ভালদৰে সিজাই খাবলৈ সতৰ্ক কৰি দিলে। এই অভিযানৰ কাৰণে ডাঃ ওচ্‌লাৰক এজন অতি বিচক্ষণ জনস্বাস্থ্য ৰক্ষাৰ অতন্দ্ৰ প্ৰহৰী হিচাপে অভিহিত কৰা হ'ল।

অনেক মৰণোত্তৰ পৰীক্ষাৰ মাজেদি ডেকা ওচ্‌লাৰে ৰোগ নিৰাময় বিদ্যাও আহৰণ কৰিলে যিটো সেই সময়ত খুব কম সংখ্যক বৃত্তিধাৰী চিকি ৎ সকেহে কৰিব পাৰিছিল। যুক্তি দৰ্শাই কৈছিল যে তেওঁ অধিক কৃতকাৰ্য্য হ'ব পাৰিলে হেতেন যদিহে তেওঁ মৃত ৰোগীৰ অঙ্গ-প্ৰত্যঙ্গৰ লগতে জীৱিত ৰোগীৰ অঙ্গ -প্ৰত্যঙ্গ অধ্যায়ন কৰি এটা তুলনামূলক বিশ্লেষণ লাভ কৰিলে হেতেন। কাৰণ তেওঁ বিশ্বাস কৰিছিল যে ৰোগী

বাহ্যিক লক্ষণ সমূহে ভিতৰৰ অঙ্গৰ লগত এটা অস্বাভাৱিক সংযোগ ৰক্ষা কৰে। কিন্তু ওচ্‌লাৰৰ কাৰণে জীৱিত ৰোগী পোৱা কঠিন আছিল। কাৰণ মেক্‌গিল স্কুলে ডেক ওচ্‌লাৰক পৰীক্ষাগাৰৰ কাৰিকৰী কৰ্ম্মী হিচাপেহে গণ্য কৰিছিল। সেইকাৰণে তেওঁক চিকিৎসালয়ত ৰোগী পৰীক্ষা কৰিবলৈ অনুমতি দিয়া নাছিল।

এটা সময় আছিল বৰ আই (SMALL POX) ৰোগৰ প্ৰতি মানুহৰ ভীষণ ভয় আছিল। সেই কাৰণে এই ৰোগাক্ৰান্ত ৰোগীৰ বাবে চিকিৎসালয়ত সুকীয়া বিভাগৰ ব্যৱস্থা আছিল। আনকি এনে ৰোগীক চিকিৎসক সকলে বৰ ভয়ে ভয়ে আৰু অনিচ্ছাকৃত ভাবেহে চোৱা চিতা কৰিছিল। পিচে "কোনো মৰে হাড়ে হাড়ে, কোনো মৰে মঙহ ভাৰে"। ওচ্‌লাৰে স্বেচ্ছাৰে এই বিভাগৰ দায়িত্ব ল'লে আৰু ইয়াৰ দ্বাৰা তেওঁ ৰোগীয়া মানুহৰ লগত কাম কৰাৰ সুবিধা পাইছিল। এই বিভাগত কাম কৰাৰ সময়ত তেওঁ নিজেও বৰ আই ৰোগত আক্ৰান্ত হৈছিল। আৰোগ্য হ'ল। এদেওঁ দুদেওঁ লোটা নিয়া চেও'ৰ দৰে লাহে লাহে ওচলাৰে জেষ্ঠ সকলৰ লগত আলোচনা কৰি ওচ্‌লাৰে চিকিৎসালয়ত এটা অসংক্ৰমিত বিভাগৰ দায়িত্বও বিচাৰি ল'লে।

প্ৰচলিত নিয়মানুসৰি সেই সময়ত চিকিৎসালয় বিলাকৰ ঘৰ বিলাক অন্ধকাৰাচ্ছন, বিষাদ গ্ৰস্ত আছিল। ডাঃ ওচ্‌লাৰে এহ এলাকু কলিয়া নিয়ম সংস্কাৰ কৰি এই অৱস্থাৰ পৰিবৰ্ত্তন সাধিলে। তেওঁ বিভাগ বিলাকৰ বেৰত নমনীয়, কোমল ৰং দিয়ালে। দৈনিক বিভাগলৈ ফুল অনাই সজাই পৰাই ৰাখিব ধৰিলে আৰু তাৰ পাচতহে তেওঁ ৰোগী চোৱা চিতা আৰম্ভ কৰিছিল। তেওঁৰ বিশেষত্ব আছিল যে তেওঁ ৰোগীক ঔষধ খুব কম দিছিল কিন্তু আশা, উৎসাহ, উদ্দীপনা, অনুপ্ৰেৰনাৰে ৰোগীক পৰ্য্যাপ্ত পৰিমানে অপ্যায়িত কৰিছিল। পদ্ধতিগত ভাৱে মনৌষধি বোলা বিষয়টো আৱিষ্কাৰ হোৱাৰ বহু পূবৰ্বে তেওঁ ইয়াক ৰোগীৰ ক্ষেত্ৰত বিস্তৰ ভাৱে প্ৰয়োগ কৰিছিল। লৰ্ডিচ্‌ আৰু ষ্টে এনিদি বিউপ্ৰিত ঘটা দুটামান ঘটনা দেখি ডাঃ ওচ্‌লাৰে এবাৰ এনেদৰে লিখিছিল " আমি চিকিৎসক সকলে সদায় একেটা ক্ষমতাকে প্ৰয়োগ কৰো। এইটো সমীচিন হয়নে? এই ক্ষমতাই মৃতকক জীৱন দান নকৰে, দৃষ্টিহীনক নতুন চকু প্ৰদান নকৰে নাইবা ভঙা হাড় জোৰা নলগায়। কিন্তু বিশ্বাসৰ যি নিৰাময় ক্ষমতা তাক উপযুক্তভাবে প্ৰয়োগ কৰি লে তাৰ অমূল্য প্ৰভাৱে চমক খুৱাব পাৰে।"

মন্ট্ৰিলৰ এজন চিকিৎসকে ডাঃ ওচ্‌লাৰৰ স্মৃতি ৰোমন্থন কৰি কৈছিল - " সকলোৰে বাবে আশ্চৰ্য্যৰ কথা হ'ল যে মেক্‌গিল চিকিৎসালয়ৰ পুৰণা ৰোগৰ দ্বাৰা আক্ৰান্ত ৰোগীৰ ওৱাৰ্ডটো কোনো বিপৰ্য্য কাৰণে খালি হোৱাৰ পৰিবৰ্ত্তে আৰোগ্য

লাভৰ পচত ৰোগী চিকিৎসালয় এৰি যোৱাৰ কাৰণেহে খালী হ'ল। দুই চাৰিজন নতুন ৰোগীহে অলপ দিনৰ কাৰণে থাকি গৈছিল। চিকিৎসা জগতত ইয়াৰ পূৰ্বে এনে চমকপ্ৰদ ঘটনা ঘটাৰ নজীৰ নাই।''

চিকিৎসা জগতত প্ৰচলিত কৰা এনে নতুনত্বই ওচ্লাৰৰ যশস্যা বহিঃ কানাডা পৰ্য্যন্ত বিয়পি পৰিল। ইয়াৰ পাচতে তেওঁক পেন্‌চিলভিনিয়া বিশ্ববিদ্যালয়ৰ চিকিৎসা বিভাগৰ অধ্যাপক পদ যাছিলে। এই পদ গ্ৰহণ কৰিবনে নকৰে সিদ্ধান্ত ল'ব নোৱাৰি এটা মূদ্ৰাৰ সহায়ত লটাৰি কৰি পেন্‌চিলভিনিয়াৰ সপক্ষে ৰায় হোৱাত তেওঁ তাত অধ্যাপকৰ পদ গ্ৰহন কৰিবলৈ সিদ্ধান্ত কৰিলে। অধ্যাপনাৰ কালছোৱাত আমেৰিকাৰ পেন্‌চিলভিনিয়াৰ ছাত্ৰ সকলৰ বাবে ডাঃ ওচ্লাৰ হৈ পৰিল এজন ৰহস্যময় ব্যক্তি। মজলীয়া আকাৰৰ খেলুৱৈ সূলভ, কম যদিও ক'লা চুলিৰ এই কানাডীয় অধ্যাপকজন কি ধাতুৰে গঠিত ছাত্ৰ সকলে একো গ'ম নাপাইছিল। ওচ্লাৰৰ গোঁফ কোচা আছিল বৈ পৰা। পৰি পাটি পোচাকৰ লগত খাপ খুৱাই তেওঁ সুন্দৰ নেকটাই পিন্ধিছিল। শ্ৰেণী কোঠাত সচৰাচৰ ব্যৱহৃত প্লেটফৰ্মত উঠি বক্তৃতা দিয়াৰ পৰিবৰ্তে এখন সৰু টেবুলৰ ওপৰত উঠি কৈছিল - ''এজন ৰোগী অবিহনে ছাত্ৰ সকলক শিক্ষা দান দিব নোৱাৰি।'' তেওঁ কৈছিল '' বিনা কিতাপে ৰোগ আক্ৰমনৰ বিষয়ে জনাটো সাগৰত উদ্দেশ্যহীন ভাৱে এৰি দিয়া জাহাজ এখনৰ দৰে। তাতোধিক ৰোগী বিনে কিতাপ অধ্যয়ন হ'ল সাগৰলৈ একেবাৰে নোযোৱাৰ দৰে।''

যেনে ইচ্ছা তেনে কাম। এদিন ওচ্লাৰে ৰক্তহীন ৰোগত ভোগাএজন ডেকো মানুহ বিচাৰি আনিলে। শ্ৰেণী কোঠাত এই মানুহ জন উপস্থিত কৰাই ৰক্তহীনতাৰ জীৱন্ত মানুহজন দেখিবলৈ কেনেকুৱা তাক নিজেই নিৰীক্ষন কৰিবলৈ ছাত্ৰসকলক আহবান কৰিলে। ইয়াৰ পাচত এই ধৰণে আন ৰোগত ভোগা ৰোগীক আনি অতি সুন্দৰ প্ৰাঞ্জল ভাষাৰে ছাত্ৰসকলক বিভিন্ন ৰোগৰ বিষয়ে বুজাই দিছিল। কিমান বাস্তৱ সম্মত আছিল ওচ্লাৰৰ শিক্ষা পদ্ধতি । চিকিৎসা বিজ্ঞানৰ ছাত্ৰসকল তৱধ মানিলে এইবাবে যে তেওঁলোকে ওচ্লাৰৰ তত্ত্বাৱধানত প্ৰথম বাৰৰ কাৰণে ৰোগীৰ বুকু টিপি চালে, হৃদপিণ্ডৰ স্পন্দন শুনিলে আৰু অনুবীক্ষণ যন্ত্ৰৰ সহায়ত তেজ পৰীক্ষা কৰি চোৱাৰ সুবিধা পালে। কিয়নো ১৮৮৪ চন পৰ্য্যন্ত আমেৰিকা যুক্তৰাষ্ট্ৰৰ কোনো চিকিৎসা বিজ্ঞান বিদ্যালয়ত ৰোগীৰ বিচনাৰ ওচৰত ছাত্ৰ ৰাখি এনে কাৰ্য্যকৰী শিক্ষা দান কৰাৰ ব্যৱস্থা নাছিল। ইয়াৰ বাহিৰেও এটা কথা ভাবি ওচ্লাৰৰ শৰীৰ তেজ উত্তপ্ত হৈছিল যে '' তেতিয়ালৈকে যুক্তৰাষ্ট্ৰত প্ৰতিবছৰে গণ্ডাই গণ্ডাই ডাক্তৰী বৃত্তিধাৰী মানুহ সৃষ্টি কৰা হৈছিল। কিন্তু এই

বিলাক তথা কথিত ডাক্তৰে কেতিয়াও প্ৰসূতি গৃহৰ ৰোগী চোৱা নাছিল; নাইবা চিকিৎসালয়ৰ অন্তৰ্বিভাগ দেখা নাছিল।"

ডাঃ ওচ্‌লাৰে কেৱল ৰোগীক ছাত্ৰৰ ওচৰলৈ আনিয়ে ক্ষান্ত থকা নাছিল। তেওঁ যেতিয়া ছাত্ৰক ৰোগীৰ ওচৰলৈ আনিব ধৰিলে তেতিয়া বিশ্বত প্ৰথম বাৰৰ কাৰণে চিকিৎসা বিদ্যাৰ ছাত্ৰ, নাৰ্চ আৰু চিকিৎসক দল সহযোগী হৈ চিকিৎসালয়ৰ বিভাগসমূহত মুক্ত ভাৱে প্ৰৱেশ কৰাৰ সুবিধা পালে। তেওঁলোকে ৰোগীক পৰীক্ষা কৰা লগতে ৰোগৰ বিৱৰণ, লক্ষণ লিপিবদ্ধ কৰি লবলৈ ধৰিলে আৰু ইয়াৰ সহায়ত অভিজ্ঞ চিকিৎসকৰ তত্বাৱধানত ৰোগ নিৰ্ণয় কৰিবলৈ ধৰিলে। বৰ্ত্তমান চিকিৎসালয়ত প্ৰচলিত এই ব্যৱস্থা ডাঃ ওচ্‌লাৰৰে অৱদান।

ওচ্‌লাৰে ইচ্ছা কৰিছিল চিকিৎসালয়ত চিকিৎসাধীন অৱস্থাত ৰোগীয়ে ভাল আদৰ, যত্ন পোৱা উচিত। সঁচাকৈ ৰোগীসকলে ওচ্‌লাৰৰ ভাবানুসৰি পূৰ্বে নোপোৱা যত্ন, তত্বাৱধান পাবলৈ ধৰিছিল। ওচ্‌লাৰ আৰু অন্য অভিজ্ঞ চিকিৎসক সকলৰ নিকট তত্বাৱধানত ডেকা ছাত্ৰ চিকিৎসক সকলৰ এই ৰোগ নিৰূপন পদ্ধতিৰ কাৰণেহে ৰোগী সকলে এনে যত্ন পাইছিল। আজি প্ৰতিজন ৰোগীয়ে যি চিকিৎসা, প্ৰতিপালন পাইছে সেয়া উইলিয়াম ওচ্‌লাৰৰ দ্বাৰা প্ৰৱৰ্ত্তিত ৰোগীৰ বিচনা কাষত প্ৰদান কৰা চিকিৎসা বিদ্যা শিক্ষাৰ ফল।

যুক্তৰাষ্ট্ৰৰ বাল্টিম'ৰত জ'নচ্ হপ্‌কিন্‌চন্ নামৰ এজন ধনী সদাগৰৰ এটি ন্যাস সংস্থা এখন সুন্দৰ, আধুনিক চিকিৎসালয় আৰু চিকিৎসা বিদ্যালয় স্থাপন কৰিছিল। এই ন্যাস সন্থাই উক্ত চিকিৎসালয়ত নিযুক্তি দিবৰ বাবে ইউৰোপ আৰু যুক্তৰাষ্ট্ৰত চিকিৎসক শিক্ষক বিচাৰি চলাথ কৰিছিল। অৱশেষত তেওঁলোকে ডাঃ ওচ্‌লাৰক নিৰ্ব্বাচিত কৰি অন্তঃ ঔষধ বিভাগত মূৰব্বী হিচাপে নিযুক্ত কৰিলে। তেতিয়া ওচ্‌লাৰৰ বয়স ৪০ বছৰ হোৱা নাছিল। ১৮৮৯ চনত বাল্টিম'ৰত এই চিকিৎসালয় আৰু চিকিৎসা বিদ্যালয় আৰম্ভ হোৱাৰ পৰা দেশৰ মেধাবী, ডেকা ছাত্ৰ তাত শিক্ষা গ্ৰহণৰ বাবে আহিল। আচৰিত কথা এই যে কেই বছৰ মানৰ ভিতৰত যুক্তৰাষ্ট্ৰত ওচ্‌লাৰৰ অধীনত প্ৰশিক্ষণ লোৱা শিক্ষাৰ্থীৰ চাহিদাৰ প্ৰবল ভাৱে বৃদ্ধি হ'ল।

ডাঃ ওচ্‌লাৰে প্ৰতিদিনে পুৱা ৯ বজাত চিকিৎসালয় পৰিদৰ্শণ কৰি কাম আৰম্ভ কৰে। এই পৰিদৰ্শণ চিকিৎসালয়ৰ বাবে এটা প্ৰাত্যহিক গুৰুত্বপূৰ্ণ বিষয় হৈছিল। তাৰ পাচতে আৰম্ভ হৈছিল চিকিৎসক, নাৰ্চ আৰু আন অন্তঃ বিভাগীয় কৰ্ম্মচাৰীৰ লানি নিচিগা পৰিদৰ্শন। ৰোগীসকলে ওচ্‌লাৰৰ বিষয়ে জানি সততে কোৱাকুই কৰিছিল

যে এজন মহান ব্যক্তিয়ে তেওঁলোকক সহায় কৰিবলৈ আহিছিল। এই বাৰ্ত্তাই তেওঁলোকৰ মুখত সন্তুষ্টিৰ হাঁহি বিৰিঙাইছিল। শিশু ৰোগীসকলৰ প্ৰতি ওচ্‌লাৰৰ বিশেষ মনোযোগ আছিল। গতিকে শিশু ৰোগীসকলক তেওঁৰ পৰিদৰ্শণৰ আগ জাননী দিবলৈ এটা গুপুত সংকেত ব্যৱস্থা কৰা হৈছিল।

ডাঃ ওচ্‌লাৰ আছিল এজন নিপুন ৰোগ নিৰ্ণয়কাৰী, এজন অপ্ৰতিদ্বন্দী পৰ্য্যবেক্ষক, অনুসন্ধানকাৰী। তেওঁ কি বিচাৰিছিল তাক তেওঁ জানিছিল। তাক বিচাৰি উলিযাবলৈ তেওঁ সময় লৈছিল। এবাৰ এজন ৰোগীৰ শৰীৰত ৰক্তবাহী শিৰাত বিপদজনক ভাৱে থিতাপিলৈ থকা তেজৰ চপৰা এটা পোৱা গ'ল। ওচ্‌লাৰে ভাবিলে যদি অস্ত্ৰোপ্ৰচাৰৰ দ্বাৰা চপৰাটো আতৰাই আনিব পাৰি তেন্তে ৰোগীজন বিপদমুক্ত হ'ব আৰু নহ'লে ভীষণ ৰক্তক্ষয় হৈ মানুহ জনৰ জীৱন বিপদাপন্ন হ'ব। পুনঃ পুনঃ কৰা শাৰীৰিক পৰীক্ষাৰ পাচতো সেই তেজৰ মোনাটোৰ সঠিক অৱস্থান ধৰা পৰা নাছিল। অৱশেষত এদিন ডাঃ ওচ্‌লাৰ আহি ৰোগী জনৰ বিচনা কাষত উপস্থিত হ'লহি। ৱাৰ্ডৰ কৰ্ম্মীসকলৰ উথপ্ থপ্ লাগিল। এঘন্টা জুৰি ওচ্‌লাৰে ৰোগী জনৰ বুকু, তল পেট পিটি কি নিৰীক্ষণ কৰিলে। নাই একো ঠাৱৰ কৰিব নোৱাৰিলে। শেষত তেওঁ ৱাৰ্ড কৰ্ম্মী জনৰ সহায়ত ৰোগী জনৰ বিচনাখন দূৰৰ এখন বেৰৰ চাৰিও ফালে ঘূৰাবলৈ ধৰিলে। কিংকৰ্ত্তব্য বিমূঢ় হৈ ৱাৰ্ড কৰ্ম্মী জনে কৰ্ত্তব্য পালন কৰি গ'ল। খিড়িকীৰ পৰ্দা ওপৰলৈ তুলি স্পষ্ট পোহৰত ওচলাৰে ক্ষন্তেকৰ বাবে ৰোগীজন পৰীক্ষা কৰি বুকুৰ বেৰত এটা চমকা থকা বুলি ঠাৱৰ কৰিলে। আবেলিৰ সূৰ্য্যৰ হেলনীয়া পোহৰ বুকুত পৰি এটা ক্ষীন অথচ নিৰ্ভুল ছাঁ সৃষ্টি কৰি সেই তেজৰ মোনাকৃতিৰ চপৰাটোৰ অৱাস্থিতি প্ৰথম বাৰৰ বাবে প্ৰতিপন্ন হ'ল। এয়া হ'ল আধুনিক এক্স-ৰে পদ্ধতি প্ৰয়োগৰ আদিপাঠ যাৰ প্ৰৱৰ্ত্তক আছিল ডাঃ ওচ্‌লাৰ।

কেতিয়াবা কেতিয়াবা অৱশ্যে ওচ্‌লাৰে তৎক্ষণাত ৰোগ চিনাক্ত কৰিব পাৰিছিল। অন্য এদিনৰ কথা। সেই দিনা পূৱা আন দিনাৰ দৰে এদল ছাত্ৰক ৱাৰ্ড পৰিদৰ্শণ কৰাই আগবাঢ়ি যাওঁতে এনে এজন ৰোগীৰ কষেৰে যাব লগা হ'ল যাক তেওঁ আগতে দেখা নাছিল। ৰোগী জনৰ হাতৰ তলুৱা - দুখন টেঁপামাৰি ধৰি তেওঁ ছাত্ৰ সকলক সেইদিনাৰ বাবে বিদায় সম্ভাষণ জনালে। ছাত্ৰ সকলে কথাটো টলকিবই নোৱাৰিলে। ছাত্ৰৰ দলটো চকুৰ আঁৰ হ'ল কি নহ'ল, তেওঁ ধৰি থকা তলুৱাখনৰ মানুহ জনৰ বিষয়ে সহায়কাৰী ৱাৰ্ড কৰ্ম্মীজনক ক'লে ''এই মানুহজনৰ হৃৎ পিণ্ডত ফুটা আছে যাৰ বাবে তেওঁ ৰোগত ভূগিছে।'' ডাঃ ওচলাৰ এই কথা শুনি সহায়কাৰী

কৰ্মীজন উচপ্ খাই উঠিল। হাতৰ তলুৱাৰ বিশেষ স্পষ্ট জোকাৰনি আৰু স্পন্দনে যে হৃৎ পিণ্ডৰ এটা বিশেষ অৱস্থাৰ সংকেত দিয়ে ইয়াৰ পূৰ্বে কোনেও ঠাৱৰ কৰিব পৰা নাছিল। ওচ্লাৰে এই চমৎকাৰ উদ্‌ঘাটন কৰি চিকিৎসা বিজ্ঞানত বিৰল কৃতিত্ব স্থাপন কৰিলে; নতুন দিশ্ উন্মোচন কৰিলে।

চিকিৎসা লয়ৰ ৱাৰ্ডত ওচলাৰৰ লগত পৰিদৰ্শনত সততে যোৱা ডাক্তৰ বিলাকৰ ভিতৰত আছিল মিনাচ'টাৰ এজন ডেকা শৈল চিকিৎসক। অনুবীক্ষণ যন্ত্ৰ আৰু আন আন সা-সঁজুলিৰে ওচ্লাৰে ৰোগী সকলক তন্ন তন্নকৈ পৰীক্ষা কৰি ৰোগ নিৰ্ণয় কৰা দেখি এই ডেকা চাৰ্জন জন গভীৰ ভাৱে প্ৰভাৱান্বিত হৈছিল। যদিও তেওঁৰ কৰ্মথলী ওচ্লাৰৰ চিকিৎসালয়ত নাছিল তথাপি তেওঁ প্ৰয়ে ককায়েক 'মেঅ'ৰ সৈতে এই চিকিৎসালয়লৈ আহিছিল। তেওঁৰ একমাত্ৰ আকৰ্ষণ আছিল ডাঃ ওচ্লাৰ। এই চাৰ্জন জনৰ ককায়েক মেঅ' আছিল মিনাচ'টেৰ বিখ্যাত 'মেৱ' ক্লিনিকৰ প্ৰতিষ্ঠাতা।

শল্য চিকিৎসা বিভাগৰ আন এজন ডেকা চাৰ্জনেও ওচ্লাৰৰ লগত ঘূৰি তেওঁৰ কামকাজ নিৰীক্ষণ কৰিছিল। ডাঃ ওচ্লাৰৰ কাম কাজ দেখি তেওঁ শল্য চিকিৎসা বিভাগৰ আন চাৰ্জন আৰু কৰ্ম কৰ্ত্তা সকলক কঠোৰ ভাষাৰে সমালোচনা কৰিছিল। সেই কটু সামলোচনাৰ কাৰণে হপ্‌কিন্‌চত তেওঁৰ চাকৰি কাল কমি অহা বুলি এটা গুজবও প্ৰচাৰ হৈছিল। পিচে ওচ্লাৰে ডেকাজনৰ ভিতৰত পাৰ দৰ্শিতা গুণ থকা উমান পাই নম্ৰভাৱে তেওঁক আনৰ দোষ ধৰাৰ পৰা বিৰত থাকিবলৈ পৰামৰ্শ দিলে। খেয়ালী মনোভাৱৰ এই ডেকাজনে পদত্যাগ কৰিব বিচাৰিলে। পিচদিনা পুৱা তেওঁ ওচ্লাৰৰ পৰা এটা টোকা পালে। তাত লিখা আছিল - '' নভবা নিচিন্তাকৈ একো কাম নকৰিবা। দোষমুক্ত মানুহ কোন আছে? ইয়াত তোমাৰ উজ্জ্বল ভবিষ্যত আছে আৰু আমি তোমাক বিচাৰো।'' ওচ্লাৰৰ টোকাই কাম দিলে. এই ধুম খুলীয়া মানুহ জনৰ নাম আছিল হাৰ্ভি চুসিং। অৱশেষত তেওঁ পদত্যাগ উঠাই লৈ জনচ্ হপ্‌কিনচ্ চিকিৎসালয়ত থাকি গ'ল। কেৱল থাকি যোৱাই নহয়, এটা সময়ত তেওঁ মগজুৰ অস্ত্ৰোপচাৰ বিষয়ত নতুন দিশ্ উন্মোচন কৰি খ্যাতি অৰ্জন কৰিলে আৰু ওচ্লাৰৰ এজন নিষ্ঠাবান, উৎসৰ্গী উত্তৰাধিকাৰী পুত্ৰ স্বৰূপ হৈ পৰিল।

জনহপ্‌কিন্‌চত কাৰ্য্যনিৰ্বহ কৰা কালচোৱা আৰু কৰ্মৰাশি ডাঃ ওচ্লাৰৰ সমষ্ট কৰ্ম কুশলতাৰ মাত্ৰ এটা অংশহে আছিল। তেওঁ আছিল আমেৰিকাৰ শিশু ৰোগ নিবাৰণ সমাজৰ সভাপতি, মগজুৰ পক্ষাঘাটৰোগৰ স্নায়বিক অধ্যয়নৰ গুৰিয়াল, হৃৎ পিণ্ড, বুকু আৰু আন কিছুমান ৰক্ত সঞ্চালন বিষয় ৰোগৰ বিদগ্ধ পণ্ডিত। এই বিলাক

ৰোগৰ ভিতৰত এটাৰ নাম ওচ্‌লাৰ ৰোগ হিচাপে এতিয়াও জনাজাত। তেওঁ আছিল আমেৰিকাৰ ৰাষ্ট্ৰীয় যক্ষ্মা সংস্থাৰ সহ-প্ৰতিষ্ঠাপক। কেৱল ইমানেই নহয়। তেওঁ আছিল মেলেৰীয়া, টাইফয়ড আৰু চিফি লিচ্‌ ৰোগৰ বিৰোদ্ধে কৰা যুঁজৰ প্ৰচণ্ড যোদ্ধা। উন্নত মানসিক চিকিৎসালয় স্থাপনৰ হকে তেওঁ আছিল এজন অগ্ৰন্য প্ৰবক্তা। সেই সময় চোৱাতে তেওঁ অসংখ্য প্ৰবন্ধ আৰু কিতাপ ৰচনা কৰিছিল। তেওঁৰ ৰচিত প্ৰবন্ধ আৰু কিতাপৰ সংখ্যা বাৰশ মান হৈছিল। ইয়াৰ কিছুমান প্ৰবন্ধ আৰু কিতাপ চিকিৎসা বিজ্ঞানত আজিও অপ্ৰতিদ্বন্দী হৈ আছে।

১৮৯৭ চনৰ কথা। ফ্ৰেদেৰিক্‌ গেট্‌ আছিল জন্‌. ডি. ৰকফেলাৰ হিতৈষী ন্যাসৰ উপদেষ্টা। গেট চাহাবে কৌতুহল বশতঃ ওচ্‌লাৰৰ ৰচিত ''প্ৰিন্সিপ'ল এণ্ড প্ৰেক্টিচ্‌ অৱ মেডিচিন'' নামৰ গ্ৰন্থখন পঢ়িছিল আৰু পঢ়ি শঙ্কা আৰু বিস্ময়ত তেওঁ অভিভূত হৈছিল। এই কিতাপ খন আছিল চিকিৎসা বিজ্ঞানৰ মাইলৰ খুটি স্বৰূপ। এই কিতাপখনত ওচ্‌লাৰে সেই সময়ত চিকিৎসা শাস্ত্ৰই ঢুকি পোৱা সকলো তথ্য সন্নিবিষ্ট কাৰিছিল। তথাপি তেওঁ বিনা দ্বিধাই ঘোষণা কাৰিছিল যে আৰু বহুত কথা থাকি গ'ল যি বিলাক আমি নেজানো। গেটে ৰক্‌ফেলাৰৰ লগত ওচ্‌লাৰৰ কিতাপ খনৰ বিষয়ে বিশদভাৱে আ'লোচনা কৰিলে আৰু এই আলোচনাৰ ফল স্বৰূপে প্ৰতিষ্ঠিত হ'ল ''ৰক্‌ফেলাৰ ইনষ্টিটিউচ্‌ ফৰ মেডিকেল ৰিচাৰ্চ''। তাৰ পাচত ইয়াতে জন্ম হ'ল পৃথিৱী বিখ্যাত ''ৰক্‌ফেলাৰ ফাউণ্ডেচন।''

ডাঃ ওচ্‌লাৰৰ জনপ্ৰিয়তা ইমান বাঢ়ি গ'ল যে তেওঁ ৰোগীৰ ভিৰত ইফাল সিফাল কৰিব নোৱা হ'ল। এই দৰে কছুদিন থকাৰ পাচত ১৯০৫ চনত ওচ্‌লাৰ এটা সন্ধান্তলৈ আহিল যে যদি তেওঁ নিজৰ স্বাস্থ্য বজাই ৰাখিবলৈ হয় তেন্তে তেওঁ 'জন্‌হপ্‌কিনচ্‌' চিকিৎসালয় এৰি কোনো এখন নিৰ্জন ঠাইত অখ্যাত পদবীৰ চাকৰি. এটা ল'ব লাগিব। ইফালে যুক্তৰাষ্ট্ৰৰ সকলো চিকিৎসালয়ে ওচ্‌লাৰক বিচাৰিব ধৰিলে। কানাডাৰ এজন কোটিপতি ব্যৱসায়ীয়ে মেকগিলক জনালে যে যদি তেওঁ ডাঃ ওচ্‌লাৰক ঘূৰাই আনিব পাৰে তেনেহলে এক কোটি ডলাৰ দিয়া হ'ব। এইবিলাক প্ৰচাৰ আৰু দৰদাম চলি থকাৰ সময়তে ৰজা ৭ম এডৱাৰ্ডে ওচ্‌লাৰক অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ত ঔষধ বিভাগত 'ৰেজিয়াচ' অধ্যাপক পদত নিযুক্তি দিলে। ওচ্‌লাৰে এই পদ গ্ৰহণ কৰিলে। কাৰণ এয়া আছিল ৰাজ আদেশ। এই পদবীত থকাৰ কেইবছৰ মানৰ পিচতে ৰজাই তেওঁক বেৰনেট উপাধিৰে সন্মানিত কৰিলে।

ইংলণ্ডত থকা কালচোৱাত ওচ্‌লাৰৰ প্ৰথম পদক্ষেপ আছিল লণ্ডনৰ দুখন

মেডিকেল চ'চাইটি মাজত সমন্বয় স্থাপন কৰা। কিয়নো এই চ'চাইটি দুখনৰ মাজত অহি নকুল সম্বন্ধ হৈ পঞ্চাশ বছৰ ধৰি বাক্য বিনিময় পৰ্যন্ত নোহোৱাকৈ আছিল। তেওঁৰ দ্বিতীয়টো পদক্ষেপ আছিল ৰোগীৰ বিচনাৰ কাষত দিয়া শিক্ষা ৰীতি পুনৰ প্ৰচলন কৰি এটা জাতিক ইয়াৰ গুৰুত্ব বুজাই উপলব্ধি কৰোৱা। ওচ্‌লাৰে এইদৰে ব্ৰিটেইনক হৃদয়ৰ আপোন কৰি ল'লে আৰু ব্ৰিটেইনেও তেওঁক মাতৃৰ স্নেহেৰে আঁকোৱালি ল'লে। প্ৰচুৰ শান্তি আৰু আতিথ্যৰে ভৰা অক্সফ'ৰ্ডৰ ঘৰ খন এখন নতুন, প্ৰেৰণাদায়ক শান্তি নিকেটন যেন লগা হৈছিল।

তাৰ পাচত আৰম্ভ হ'ল প্ৰথম বিশ্ব যুদ্ধ। প্ৰয়োজন হ'ল ওচ্‌লাৰৰ চিকিৎসা সেৱা। ইতিমধ্যে বাৰ্ধক্যৰ নিষ্ঠুৰ পৰশে ওচ্‌লাৰৰ শৰীৰ কোবাইছিল। সেই কাৰণে তেওঁ সমহাসমৰত প্ৰথম শাৰীৰ কৰ্তব্য পালনৰ দায়িত্ব ল'ব নোৱাৰিলে। তথাপি যুদ্ধৰ সাজপিন্ধি ইংলণ্ডত থকা কানাডা আৰু যুক্তৰাষ্ট্ৰৰ চিকিৎসালয়ত তেওঁ চিকিৎসা বিশেষজ্ঞ হিচাপে যোগ দিলে। তেতিয়াই তেওঁক বেচৰকাৰী ভাৱে ''আৰ্মি কন্‌চ'লাৰ জেনেৰেল''ৰ সম্মানিত উপাধি প্ৰদান কৰা হৈছিল। যুদ্ধৰ দায়িত্বত কাৰ্য্যনিৰ্বাহ কৰি থাকোতে চিকিৎসালয়ত ভৰ্তি হৈ থকা আহত সৈনিকৰ আপোনজনৰ শ-শ তাঁৰ বাৰ্ত্তা তেওঁ পাইছিল। উক্ত তাঁৰ বাৰ্ত্তা বিলাকৰ দ্বাৰা আত্মীয় সকলে ওচলাৰক তেওঁলোকৰ আপোন আহত সৈনিক জনৰ খবৰ ল'বলে অনুৰোধ কৰিছিল। বিশ্বাস কৰিবলৈ টান লাগে যদিও ওচলাৰে নিজে এই প্ৰত্যেকজন সৈনিক বিচাৰি উলিয়াই তেওঁলোকৰ স্বাস্থ্যৰ পৰীক্ষা কৰিছিল। ইমান মানৱ দৰদী আছিল ডাঃ ওচ্‌লাৰ। তদুপৰি মানুহে ডাঃ ওচ্‌লাৰৰ যাদুকাৰী হাঁতৰ পৰশেই আৰোগ্যৰ চাবি কাঠি বুলি গন্য কৰিছিল। সেই তাঁৰ বাৰ্ত্তা বিলাকৰ উত্তৰত কানাডাৰ সৈন্য চিকিৎসা বিভাগে সকলোলৈকে এই বুলি জনাইছিল - '' আপোনাৰ আহত সন্তানক ডাঃ ওচ্‌লাৰে চোৱা চিতা কৰিছে আৰু তেও আৰোগ্যৰ পথত।'' বাধক্যৰ চাপ পৰা স্বত্বেও ডাঃ ওচ্‌লাৰে সমষ্ট শক্তি আৰু উদ্যম প্ৰয়োগ কৰি যুদ্ধ ক্ষেত্ৰত অবিৰত চিকিৎসা সেৱা আগঢাই আছিল। ডাঃ ওচ্‌লাৰে ক'বই নোৱাৰিছিল তেওঁৰ এক মাত্ৰ পুত্ৰ ২১ বছৰীয়া ৰিভাৰ ওচ্‌লাৰো সৈন্য বিভাগত যোগ দি যুদ্ধ ক্ষেত্ৰলৈ গৈছিল।

আগষ্ট মাহ ১৯১৭ চনৰ কথা। খবৰ আহিল ডাঃ ওচ্‌লাৰৰ পুত্ৰৰ ৰিভাৰ ওচ্‌লাৰ যুদ্ধ ক্ষেত্ৰৰ ইমপ্ৰেচ নামৰ ঠাইত বেয়াকৈ আহত হ'ল। আহত ৰিভাৰক চিকিৎসালয়ত ভৰ্তি কৰা হ'ল। হাৰ্ভি চুসিংকে ধৰি ৬ জনমান বিখ্যাত চাৰ্জনে ৰিভাৰক চিকিৎসা কৰিছিল। এটা অস্ত্ৰোপ্ৰচাৰ কৰা হ'ল ; কিন্তু বিধিৰ কি নিষ্ঠুৰ বিধান, গুৰু

স্বৰূপ ডাঃ ওচ্‌লাৰৰ এক মাত্ৰ পুত্ৰক তেওঁলোকে ৰক্ষা কৰিব নোৱাৰিলে। এটা অতি শোকাকুল পৰিবেশত ফ্লেন্‌ডাৰ নামৰ ঠাইত ৰিভাৰ ওচ্‌লাৰক সমাধিস্থ কৰা হ'ল। ডাঃ ওচ্‌লাৰ মৰ্মান্তিক দুখত ভাগি পৰিল।

প্ৰথম মহাসমৰ নিষ্ঠুৰ বিভীষিকা পাৰ হোৱাৰ পাচত এবছৰ ডাঃ ওচ্‌লাৰে পুজি সংগ্ৰহ কৰাত লাগিল। সংগৃহীত পুঁজিৰে তেওঁ যুদ্ধত ক্ষত - বিক্ষত হৈ বিধ্বস্ত হোৱা বেলজিয়ামৰ পুঁথি ভৰালবোৰ ৰক্ষা কৰা আৰু অষ্ট্ৰিয়া ভোকাতুৰ, দুৰ্ভিক্ষ পীড়িত শিশু সকলক ৰক্ষা কৰিলে। ১৯১৯ চন। যুদ্ধকালিন ব্যস্ততাৰে ধৰাশায়ী হোৱাৰ লগতে নিজৰ এক মাত্ৰ পুত্ৰ সন্তানক হেৰুৱা হৃদয় বিদাৰক সন্তাপে ডাঃ ওচ্‌লাৰক বাৰুকৈ বেদনা বিধূৰ কৰি তুলিছিল। সেই সময়তে তেওঁ আক্ৰান্ত হ'ল প্ৰথমে নিউম'নিয়া আৰু পাচত ব্ৰংক্ৰাইটিচ্‌ ৰোগত। 'বেজৰ নাকত খৰে খোৱা কথা'। চিকিৎসা কৰা ডাক্তৰতকৈ তেওঁ নিজেই এই ৰোগৰ বিষয়ে ভালকৈ জানিছিল। চিকিৎসক জীৱনত বহু এনে ৰোগীক চিকিৎসা কৰি তেওঁ আৰোগ্য কৰিছিল। কিন্তু নিজৰ বেলিকা ডাঃ ওচ্‌লাৰে এইবাৰ উপলব্ধি কৰিছিল যে এই ৰোগেই তেওঁৰ জীৱনলৈ অন্তিম কাল নমাই আনিব আৰু নীৰৱে তেওঁ মৃত্যুক সাৱটি ল'ব। সঁচাকৈ সেয়ে হ'ল। কিন্তু সেই মৃত্যু আছিল অপৰাজেয়। প্ৰকৃতাৰ্থত ডাঃ ওচ্‌লাৰৰ আজিও মৃত্যু হোৱা নাই। মৃত্যুৰ পাচত তেওঁৰ বিচনা চাদৰৰ তলত এটুকুৰা কাগজ পোৱা গ'ল। ইয়াত ডাঃ ওচ্‌লাৰে লিখিছিল - '' এটা আলোক সন্ধানী সমুদ্ৰ যাত্ৰাৰ অন্তত বন্দৰত প্ৰায় উপনীত হ'লোহি; যাত্ৰাত বহুত সঙ্গী লগপালো। এতিয়া মই যাওঁগৈ তালৈ য'ত মোৰ একমাত্ৰ ল'ৰাটোৱে মোৰ বাবে প্ৰতীক্ষা কৰি আছে।'' চিকিৎসা বিজ্ঞানৰ স্বনামধন্য পুৰুষ, মানৱ দৰদী এই চিকিৎসা বিজ্ঞানী জনৰ জীৱন আলোক সন্ধানী হ'লেও মৰ্মান্তিক বেদনা ভৰা, সংঘাট পূৰ্ণও আছিল। চিকিৎসা বিজ্ঞানত তেওঁ জীয়াই থাকিব এক পথ প্ৰদৰ্শক, উজ্জ্বল জ্যোতি হিচাপে। মানৱ দৰদী চিকিৎসক, তোমাৰ তুলনা নাই॥

ooooooooooo



# ডঃ লুই পেষ্টিঅ'ৰ দীঘল ছাঁটো

ঘটনাটো ঘটিছিল নাটকীয় ভাৱে। কেইবছৰ মানৰ আগৰ কথা। আৰ্জেণ্টিনাৰ লা-প্লাটাৰ এখন ৰেষ্টুৰাত গ্ৰাহক সকলক এদিন খোৱা বস্তুৰ সৈতে চালাদ দিয়া হৈছিল। কিন্তু চালাদখিনি জীৱানুৰ দ্বাৰা সংক্ৰমিক হৈ বিষাক্ত হৈ আছিল। কোনেও কথাটো ধৰিব পৰা নাছিল। এই বিষাক্ত চালাদ খাই ত্ৰিশজন মানুহৰ মৃত্যু হৈছিল। এই ঘটনাই গোটেই নগৰখন ভীতিগ্ৰস্থ কৰি তুলিলে। তৎক্ষাণাত পেৰিচৰ এটা পৰীক্ষাগাৰলৈ এটা জৰুৰী আবেদন প্ৰেৰণ কৰা হ'ল। বিজ্ঞানৰ কি চমৎকাৰ সাফল্য। সেইদিনাই সূৰ্য্যাস্তৰ পূৰ্বে শ শ ভেকচিনৰ এম্প'ল আটলাণ্টিক মহাসাগৰৰ সিপাৰৰ পৰা আহি ধৰিলে। এই তৎকালিন কাৰ্য্যৰ দ্বাৰা আন আক্ৰান্ত মানুহৰ জীৱন ৰক্ষা পাৰল। বিপদ অকলে নাহে। সেই সময়তে মাদাগাস্কাৰ গণৰাজ্য কুঁহিয়াৰ খেতি কৰা অঞ্চলত কৃষকৰ মাজত বুৱনিক প্লেগ মহামাৰীয়ে দেখা দিলে। পেৰিচৰ সেই পৰীক্ষগাৰটোৰ অন্তৰ্গত একৈশটা উপকেন্দ্ৰৰ পৰা এটা চিকিৎসকৰ দল আহি মাদাগাস্কাৰৰ এই মহামাৰী ৰোগ নিয়ন্ত্ৰণ কৰিলেহি।

দুৰ্গত, পীড়িত মানুহৰ সেৱা কৰি বুলৈ আগবাঢ়ি অহা পেৰিচৰ এই পৰীক্ষগাৰ অনুষ্ঠানটোৰ নাম হ'ল 'পেষ্টিঅ'ৰ ইন্সটিটিউট্' এই পৰীক্ষা গাৰতটোৰ আশাশুধীয়া প্ৰচেষ্টাৰ কাৰণে আজি পৃথিৱীৰ লক্ষ লক্ষ মানুহ জীয়াই থকা সম্ভৱ হৈছে। বিশ্ববিদ্যালয়ৰ মুষ্টিমেয় কেইজনমান বিজ্ঞানীয়ে যি সময়ত পৰীক্ষামূলক ভাৱে দুই চাৰিটা ঔষধ আৱিষ্কাৰ কৰিছিল সেই সময়ত ১৮৮৩ চনত প্ৰতিষ্ঠিত পেষ্টিঅ'ৰ পৰীক্ষাগাৰৰ প্ৰশিক্ষণ প্ৰাপ্ত বিজ্ঞানীয়ে কিছুমান মৰাত্মক ৰোগৰ ঔষধ আৱিষ্কাৰ কৰি চিকিৎসা বিজ্ঞানৰ জড়িয়তে ঔষধ আৱিষ্কাৰ যুগত প্ৰবেশ কৰিলে। বিগত শতাধিক বছৰ ধৰি এই প্ৰতিষ্ঠানে নতুন নতুন ঔষধ আৱিষ্কাৰ কৰি মানৱ জাতিৰ কল্যান সাধন কৰি আহিছে। যিজন প্ৰতিভাশালী ব্যক্তিৰ নামানুসৰি এই প্ৰতিষ্ঠানটোৰ নামাকৰণ হ'ল সেইজন লুই পেষ্টিঅ'ৰ জন্ম হৈছিল ১৮২২ চনৰ ২৭ ডিচেম্বৰত ফ্ৰান্সৰ উ'ল নামৰ ঠাইত। নোমাল গা-টোৰে এই সৰু ফুটিয়া মানুহজনৰ এখন ভৰিও সামান্যভাৱে কোঙা আছিল। স্বাভাৱিকতে এনে এজন চকুত নলগা মানুহক সৰ্ব্বসাধাৰণ মানুহে ১৮৮৫ চন মানলৈকে নজনাকৈ আছিল। সেই সময়ত একাধিক বিজ্ঞানীয়ে বীজানুৰ অনুজীৱ থকা বুলি

গৱেষণাৰ দ্বাৰা গম পাইছিল। কিন্তু পেষ্টিঅ'ৰে প্ৰথমে এই বীজানুৰ অনুজীৱৰ অপকাৰীতা আৰু উপকাৰীতাৰ গুৰুত্ব ঠাৱৰ কৰিছিল ।তেওঁ কিন্নন পদ্ধতিৰ বিষয়ে যি গৱেষণা সমৰ্থিত , তথ্যপূৰ্ণ কিতাপ লিখিলে সেইবিলাক এতিয়াও সুৰা, বিয়েৰ আৰু ভিনেগাৰ প্ৰস্তুত উদ্যোগৰ বাবে বেদবাণী হৈ আছে। যি সময়ত অস্ত্ৰোপচাৰ কোঠাৰ বীজানুৰ সমস্যাই ত্ৰাসৰ সৃষ্টি কৰিছিল, সেই সময়ত পেষ্টিঅ'ৰে বীজানুমুক্ত অস্ত্ৰোপচাৰ কোঠাৰ আধাৰশিলা স্থাপন কৰিছিল। সেই সময়ত গাখীৰৰ যোগে লক্ষ লক্ষ শিশু যক্ষ্মা ৰোগত আক্ৰান্ত হৈছিল। পেষ্টিঅ'ৰে গাখীৰ সংৰক্ষণৰ এটা নতুন পদ্ধতি আৱিষ্কাৰ কৰিলে। এই ব্যৱস্থাৰ দ্বাৰা অগনন শিশু যক্ষ্মা ৰোগৰ কবলৰ পৰা ৰক্ষা পৰিল।

বিজ্ঞানৰ সাধনা কৰা মানুহ ; এনেযে বহি থকা মানুহ নাছিল পেষ্টিঅ'ৰ । নতুন তথ্যৰ অন্বেষণত লাগি গ'ল। পেৰিচৰ ' ৰিউ দি উলাম'ত থকা তেওঁৰ সৰু পৰীক্ষাগাৰত বলিয়া কুকুৰ, মেকুৰীয়ে কামোৰাৰ কাৰণে উদ্ভৱ হোৱা জলাতঙ্ক ৰোগৰ প্ৰতিকাৰৰ উপায় উদ্ভাৱনৰ কামত তেওঁ নিজৰ সমষ্ট জ্ঞান, বুদ্ধি প্ৰয়োগ কৰিব ধৰিলে। সেই সময়ত এই জলাতঙ্ক ৰোগ ইমান মাৰাত্মক আছিল যে চিকিৎসা বিজ্ঞানৰ ইতিহাসত ইয়াৰ দ্বাৰা আক্ৰান্ত এজন ৰোগীও বাচি থকা নজীৰ নাছিল। পৰীক্ষা কালত পেষ্টিঅ'ৰে নিৰীক্ষণ কৰিলে যে যদি জলাতঙ্ক ৰোগৰ বীজানুবোৰ পৰ্য্যাপ্ত পৰিমানে দুৰ্বল কৰা হয়, তেন্তে ইয়েক প্ৰতিৰোধকাৰী টীকা হিচাপে ব্যৱহাৰ কৰি মানৱ শৰীৰক এনে শক্তিশালী কৰিব পাৰি যাতে শৰীৰে এই ৰোগৰ মাৰাত্মক জীৱানুৰ বিৰোদ্ধে যুঁজি জয়লাভ কৰিব পাৰে।

সাহসৰ পুৰস্কাৰ এদিন নহয় এদিন আহিবই। নিজৰ জীৱন বিপদাপন্ন কৰি পেষ্টিঅ'ৰে এটা কাচৰ নলীৰে জলাতঙ্ক ৰোগত আক্ৰান্ত কুকুৰৰ ফেনাই থকা মুখৰ পৰা লেলাৱতি শুহি আনিলে আৰু ইয়াক ৰেবিটৰ শৰীৰত সুমাই দিলে। উঃস কি সাংঘাটিক সাহ কৰি পেষ্টিঅ'ৰে এই কাম কৰিছিল। ভাবিলে অতঙ্কিত হ'ব লাগে। যেতিয়া জলাতঙ্ক ৰোগ এই ৰেবিট বিলাকৰ শৰীৰত প্ৰকট হ'ল তেতিয়া তেওঁ সিহঁতৰ ৰাজহাড়ৰ ভিতৰৰ পৰা জলাতঙ্ক ৰোগৰ বীজানু নিষ্কাষণ কৰিলে। তেওঁ ৰেবিটৰ ৰাজহাড়ৰ অংশ বিশেষ ওলোমাই শুকাবলৈ দিলে। তেওঁৰ আশা আছিল যে এইদৰে শুকাই যোৱাৰ পাচত তাত থকা বীজানুবোৰ অকৰ্মন্য হ'ব। ইতৰ প্ৰাণীৰ ক্ষেত্ৰত কৰা এই পৰীক্ষাই তেওঁৰ ধাৰণা সত্য প্ৰতিপন্ন কৰিলে। চৌধ্য দিন শুকুৱাৰ পাচত সেই শুকান হাড়ৰ পৰা তৈয়াৰ কৰা জুলীয়া ঔষধটো পুনৰ নি পৰীক্ষাগাৰৰ ৰেবিটৰ শৰীৰত সুমাই দিয়া হ'ল। এইবাৰ কিন্তু সিহঁতৰ গাত জলাতঙ্ক ৰোগৰ লক্ষণ দেখা নগ'ল। এই ঔষধীয়া দ্ৰব্যই সিহঁতক

এই ৰোগৰ বিৰোদ্ধে প্ৰতিৰোধ ক্ষমতা প্ৰদান কৰিলে বুলি পেষ্টিঅ'ৰ নিশ্চত হ'ল।

অনুসন্ধিৎসু পেষ্টিঅ'ৰ দিনে নিশাই এটা চিন্তাত নিমগ্ন হ'ল - '' এই জুলীয়া ঔষধীয় দ্ৰব্যই-জন্তুৰ দৰে মানুহকো এই ৰোগৰ প্ৰতিৰোধ ক্ষমতা প্ৰদান কৰিবনে ?'' অৱশেষত ১৮৮৫ চনৰ ৬ জুলাইত এই সাংঘাটিক জটিল প্ৰশ্নটোৰ উত্তৰ পাবলৈ পেষ্টিঅ'ৰে এটা সুবিধা পালে। জ'চেফ মেইষ্টাৰ নামৰ এটি ন-বছৰীয়া কিশোৰক এবাৰ দুবাৰ নহয় চৌধ্যবাৰ জলাতঙ্ক ৰোগত আক্ৰান্ত কুকুৰে কামুৰিছিল আৰু ল'ৰাজনৰ মৃত্যু নিশ্চিত আছিল। পেষ্টিঅ'ৰে জানিছিল যে তেওঁ যদি এই ল'ৰাজনক নতুন ঔষধটোৰে চিকিৎসা কৰে আৰু যদি ল'ৰাজন নেবাচে তেতিয়া তেওঁৰ বিৰোধিতা কৰা চিকিৎসা বিজ্ঞানীসকলে তেওঁক হত্যাকাৰী বুলি অভিহিত কৰিব। কাৰণ বিৰোধিতা কৰা সকলৰ কাৰণে এয়া হ'ব সিন্ধি খুজি ফুৰোঁতে দুৱাৰে পাইসে পখ'ৰ দৰে।

সন্দেহ আৰু সংশয়ৰ দ্বাৰা উদ্বিগ্ন হৈ পেষ্টিঅ'ৰে চৌধ্য দিন শুকুৱা জলাতঙ্ক ৰোগত আক্ৰান্ত ৰেবিটৰ ৰাজহাড়ৰৰ পৰা তৈয়াৰ কৰা টীকা ( বেজি ) এই ৰোগাক্ৰান্ত ল'ৰাজনক দিয়া হ'ল। পাচদিনা ল'ৰাজনক তেৰ দিন শুকুৱা ৰাজহাড়ৰ পৰা তৈয়াৰী ঔষধ অলপ শক্তিশালী মাত্ৰাৰ টীকা দিয়া হ'ল। এইদৰে অধঃক্ৰম গতিত চিকিৎসা চলিল আৰু একেবাৰে শেষত আগদিনা জলাতঙ্ক ৰোগত মৃত্যু হোৱা ৰেবিটৰ ৰাজহাড়ৰ পৰা তৈয়াৰী ঔষধৰ বেজী ল'ৰাজনক দিয়া হ'ল। পেষ্টি'অ'ৰে আশা কৰা মতে ল'ৰাজনৰ শৰীৰত এনে প্ৰতিকো শক্তি গঢ়ি উঠিল যে এনে মাৰাত্মক টীকাযো কোনো বিৰূপ প্ৰতিক্ৰিয়া সৃষ্টি কৰিব নোৱাৰিলে। ল'ৰাজনৰ জীৱন ৰক্ষা পৰিল। পেষ্টিঅ'ৰে স্বৰ্গ জয় কৰা যেন আনন্দ লাভ কৰিলে। নহ'বনো কিয়, ইমান এটা মহান সাফল্য ; যিটো আছিলঅভূতপূৰ্ব।

সাফল্যৰ এই চমকপ্ৰদ বাতৰি দেশে বিদেশে বৈ বৈ গ'ল। কুকুৰে কামোৰা অসংখ্য মানুহে পৰিত্ৰাণ বিচাৰি 'ৰিউ-উদলামৰ' পেষ্টিঅ'ৰৰ সৰু পৰীক্ষাগাৰত ভীৰ কৰিলেহি। এনে চিকিৎসা প্ৰাৰ্থীৰ ভিতৰত উনৈশ জন ৰুচ দেশৰ কৃষক আছিল। এওঁলোকক দুসপ্তাহ পূৰ্বে পথাৰত কাম কৰি থাকোতে কুকুৰ নেচিয়া বাঘে কামুৰিছিল। এই ৰুচ কৃষক সকলে ফৰাচী ভাষাৰ মাত্ৰ এটা শব্দহে জানিছিল, সেইটো আছিল পেষ্টিঅ'ৰ। এই মানুহ কেইজনক কামোৰা যথেষ্ট দিন হ'ল। সেইদেখি পেষ্টিঅ'ৰে চিকিৎসাৰ দ্বাৰা তেওঁলোক বাচিব বুলি ক্ষীন আশাহে কৰিছিল। তথাপি, নুবুৰে মানে বাবা নমৰে চাবা আপ্ত বাক্য সৰোগত কৰি তেওঁ মানুহ কেইজনক চিকিৎসা কৰিলে। আচৰিত কথা উশৈ জনৰ ভিতৰত ষোলজন বাচিল। পেষ্টিঅ'ৰৰ এই গৱেষণাৰ

সাফল্যই জন সাধাৰণৰ মাজত ইমান তোলপাৰ লগালে যে এনে উদাহৰণ অভূতপূৰ্ব। পৃথিৱী ব্যাপি এটা জাগৰণ বিস্তাৰিত হ'ল। এটা জনমত গঢ়ি উঠিল যে পেষ্টিঅ'ৰে নিজাকৈ এটা গৱেষণা কেন্দ্ৰ প্ৰতিষ্ঠা কৰা উচিত। আনকি স্কুলীয়া ছাত্ৰ-ছাত্ৰীয়ে এই উদ্দেশ্যে দান বৰঙণী আগবঢ়ালে। ইটালীৰ মিলান নগৰৰ এখন বাতৰি কাকতে পঢ়ুৱৈ সমাজৰ পকা বৰঙণী তুলি চাৰিশ পাউণ্ড সংগ্ৰহ কৰি পঠালে। ৰুচ দেশৰ জাৰ আলেকজেণ্ডাৰ তৃতীয়ই সাতহেজাৰ পাউণ্ড পঠালে। সেইদৰে ব্ৰাজিলৰ সম্ৰাট আৰু তুৰ্কীস্থানৰ চুলতানেও পেষ্টিঅ'ৰলৈ বুজন পৰিমাণৰ বৰঙণী পঠালে। এনেদৰে লাভ কৰা দান বৰঙণীৰে ফৰাচী দেশৰ 'ৰ্‌্যোড্যট' নামৰ ঠাইত এটা প্ৰকাণ্ড পকা ঘৰ গঢ়ি উঠিল। পেষ্টিঅ'ৰৰ সকলো গৱেষণা কাৰ্য্যত সহায় কৰা এজন বিশ্বাসী সহায়ক আছিল ; তেওঁৰ নাম আছিল ৰ্‌্যোডিউ ডক্তৰিঅ'ৰক্স। পাচত পেষ্টিঅ'ৰে তেওঁ গৱেষণাগাৰটো এইজন মহান প্ৰিয় শিষ্যৰ নামেৰে নামাকৰণ কৰিলে। ১৮৮৮ চনৰ ১৪ নবেম্বৰত এই গৱেষণা প্ৰতিষ্ঠানৰ উদ্‌ঘাটন অনুষ্ঠানত ফৰাচী দেশৰ ৰাষ্ট্ৰপতিকে ধাৰি আন ভালেমান গন্যমান্য ব্যক্তিয়ে যোগদান কৰিছিল। সেইদিনা পেষ্টিঅ'ৰে আবেগ বিহ্বল হৈ কান্দি পেলাইছিল। নিজৰ ভাষণ পঢ়িব নোৱাৰি পুতেকে তেওঁৰ ভাষণ পাঠ কৰিছিল।

সময়ৰ কুটিল গতিত পেষ্টিঅ'ৰৰ স্বাস্থ্য ভাগি পৰিছিল যদিও তেওঁৰ মনত অনেক আচঁনি আৰু পৰিকল্পনাই দোলা দি আছিল। পৃথিৱীৰ জনসাধাৰণে তেওঁৰ প্ৰতিষ্ঠানত প্ৰশিক্ষণ লোৱা গৱেষক বিচাৰি হাবাথুৰি খাইছিল। সেইসময়ত 'চেৰাম' আৰু টীকা উৎপাদন কৰা আন কোনো প্ৰতিষ্ঠান নাছিল বাবে পেষ্টিঅ'ৰ প্ৰতিষ্ঠানে এই কাম কৰিছিল। ৰোগৰ বাবে ধনী, দুখীয়া, জাতি, ধৰ্ম আৰু দেশ, বিদেশৰ সীমা ৰেখা নাই। সেয়েহে পেষ্টিঅ'ৰ প্ৰতিষ্ঠানৰ কৰ্মীয়ে যিকোনো ঠাইতে ৰোগ চিকিৎসা কৰিবলৈ গৈছিল। কাৰণ তেওঁলোকৰ স্বভাৱত ৰোগগ্ৰস্ত যান্ত্ৰণা-কাতৰ মানৱৰ প্ৰতি সদায় সেৱাৰ মনোভাৱ এটা আছিল।

ক্ৰমান্বয়ে পেষ্টিঅ'ৰে দেখিলে যে তেওঁৰ গৱেষণা প্ৰতিষ্ঠানটোৰ পুঁজি কমি আহিছিল। ইয়াক স্বচ্ছল ভাৱে চলাই ৰাখিবৰ বাবে টকাৰ প্ৰয়োজন। এই উদ্দেশ্য সাৰোগত কৰি তেওঁ সহকৰ্মীসকলক নিৰ্দিষ্ট দায়িত্ব দি বিভিন্ন ঠাইলৈ প্ৰেৰণ কৰিলে। এলবাৰ্ট কেল্‌মেটক জলাতঙ্ক আৰু বৰআই প্ৰতিষেধক টীকা দিয়া অভিযানৰ দায়িত্ব দি চাইগনলৈ পঠালে। আলেকজেণ্ডাৰ ইয়াৰচিনক বুবনিক প্লেগ ৰোগৰ বিৰোদ্ধে কাম কৰিবলৈ হংকঙলৈ পঠালে। পিচত তেওঁ এই ৰোগৰ প্ৰতিষেধক 'চেৰাম' উদ্ভাৱন

কৰিলে। পেৰিৰক্সক পেৰিচত শিশুসকলৰ মাজত দেখা দিয়া মাৰাত্মক ঘোঁৰা শলখা ( ডিপ্থেৰিয়া) ৰোগ নিয়ন্ত্ৰণ কৰাৰ গুৰু দ্বায়িত্ব অৰ্পন কৰিলে।

বিধিৰ কি নিষ্ঠুৰ বিধান , পেষ্টিঅ'ৰে তেওঁৰ প্ৰতিষ্ঠানৰ প্ৰথম মহান সাফল্যটোহে দেখিবলৈ পালে। পাচৰ সফলতাবোৰ তেওঁ দেখাৰ ভাগ্য নহ'ল। পেষ্টিঅ'ৰৰ মৃত্যুৰ এবছৰৰ পূৰ্বে ১৮৯৪ চনত ৰক্সে ঘোঁৰা শলখা ৰোগৰ এণ্টিটক্সিন প্ৰতিষেধক উদ্ভাৱন কৰি সফলতা লাভ কৰিলে। এই আৱিষ্কাৰৰ সাফল্য প্ৰমাণ কৰিবলৈ তেওঁ এখন শিশু চিকিৎসালয়ত থকা ঘোঁৰা শলখা ৰোগত আক্ৰান্ত শিশু সকলক দুটা ভাগত ভাগ কৰিলে। এটা ভাগৰ শিশুক সেই সময়ত প্ৰচলিত উৎকৃষ্ট চিকিৎসা দিয়া হ'ল, কিন্তু এণ্টিটক্সিন দিয়া নহৈছিল। আনটো ভাগক নতুনকৈ উদ্ভাৱিত ঔষধৰ চিকিৎসা দিয়া হৈছিল। প্ৰচলিত পুৰণা পদ্ধতিৰে চিকিৎসা দিয়া ৫২০ জন শিশুৰ ৬০ শতাংশ নেবাচিল। আনহাতে ৰক্সৰ নতুন এণ্টিটক্সাইড ঔষধৰ দ্বাৰা চিকিৎসা দিয়া মাত্ৰ ২৫ শতাংশ শিশুহে নেবাচিল। এই ঘটনাৰ পাচত দাৰুণ মৃত্যুদূত স্বৰূপ ৰোগৰ বিৰোদ্ধে বিজয়ৰ দ্বাৰ উন্মোচিত হ'ল।

বিগত সময়চোৱাত পেষ্টিঅ'ৰ প্ৰতিষ্ঠানে পৃথিৱীৰ ভিতৰত আটাইতকৈ উৎপাদনশীল চিকিৎসা গৱেষণা কেন্দ্ৰ হিচাপে সুখ্যাতি অৰ্জন কৰিলে। এই আৱিষ্কাৰ বিলাকৰ ভিতৰত অন্যতম সাফল্যটো হ'ল বি চি জি টীকা উদ্ভাৱন। বি চি জি নামটো পেষ্টিঅ'ৰ প্ৰতিষ্ঠানৰ দুজন গৱেষক ক্ৰমে কেলমেট আৰু গুৰিণৰ নামনুসাৰে নামকৰণ কৰা হৈছিল। দ্বিতীয় বিশ্বযুদ্ধৰ পাচত সমগ্ৰ ইউৰোপ মাৰাত্মক যক্ষ্মাৰোগৰ কৱলত পৰিছিল। কিন্তু ২০০ নিযুতৰ অধিক মানুহক এই বি চি জি প্ৰতিষেধক টীকা দিয়া হ'ল আৰু ইয়াৰ দ্বাৰা এই মহামাৰী ৰোগ নিয়ন্ত্ৰণ হ'ল। পেষ্টিঅ'ৰ গৱেষণা কেন্দ্ৰৰ গৱেষক সকলে প্ৰথম এণ্টিহিচ্টামিন নামৰ ঔষধবিধ আৱিষ্কাৰ কৰিছিল আৰু এই ঔষধ এতিয়াও তলপেটৰ অস্ত্ৰোপচাৰ সহজ কৰা কামৰ ব্যৱহাৰ কৰা হয়।

ইতিহাসৰ পাত লুটিয়ালে দেখা যায়যে যুদ্ধকালিন সময়ত বহুত মানুহ সন্নিপাত জ্বৰত আক্ৰান্ত হয়। ঘন জন বসতি অঞ্চলত অস্বাস্থ্যকৰ পৰিবেশত ও কনি আৰু তেনে সৰু পোকৰ দ্বাৰা এই ৰোগ বিস্তাৰিত হয়। দ্বিতীয় মহাযুদ্ধৰ আগমূহুৰ্ত্তত পেষ্টিঅ'ৰ গৱেষণা কেন্দ্ৰৰ গৱেষক ডাঃ পল্‌গিৰৰ্ডয়ে সন্নিপাত জ্বৰৰ প্ৰতিষেধক টীকা আৱিষ্কাৰ কৰি পৃথিৱীক চমক্ লগালে। দ্বিতীয় মহাযুদ্ধৰ সময়ত ৭ নিযুত এই টীকা ৰেডক্ৰচ সমাজৰ যোগেদি যুদ্ধ বন্দীসকলৰ মজত বিতৰণ কৰা হৈছিল। এই ব্যৱস্থাই অসংখ্য লোকৰ জীৱন ৰক্ষা কৰিছিল। লগতে ইউৰোপ মহাদেশ এটা আসন্ন বিধ্বংস

যক্ষ্মৰ পৰা ৰক্ষা পৰিল।

সেই একে সময়তে আমেৰিকা যুক্তৰাষ্ট্ৰত ডাঃ জনাচ্ চক্ আৰু ডাঃ এলবাৰ্ট চেবিনে পলিঅ' প্ৰতিষেধক টীকা আৱিষ্কাৰ কামত লাগিছিল আৰু পেষ্টিঅ'ৰ কেন্দ্ৰৰ ডাঃ পেৰী লেপিনে পেৰিচত একেটা গৱেষণাকে কৰিছিল। সৌভাগ্যৰ কথা যে এই তিনিওজন গৱেষকে সফল প্ৰতিষেধক টীকা আৱিষ্কাৰ কৰিলে আৰু এই টীকাৰ দ্বাৰা পৃথিৱীৰ লাখ লাখ শিশুৱে পলিঅ' ৰোগৰ প্ৰতিষেধক ক্ষমতা লাভ কৰিলে।

পেষ্টিঅ'ৰ প্ৰতিষ্ঠানে এটা অতি সুন্দৰ কাম কৰিছিল। সেই কামটো হ'ল গৱেষণা কেন্দ্ৰৰ দ্বাৰা আৱিষ্কৃত প্ৰতিটো বস্তুকে নিজস্ব ক্ষেত্ৰত প্ৰযোগ কৰিব পৰা ব্যৱস্থা কৰা। পেষ্টিঅ'ৰ প্ৰতিষ্ঠানৰ সহযোগী প্ৰতিষ্ঠান আৰু পৰীক্ষাগাৰ বিলাকে পৃথিৱীজুৰি একে বাৰ্ত্তাকে বহন কৰিছিল। পশ্চিম ভাৰতীয় দ্বীপপুঞ্জৰ মাৰ্টিনিকৰ পৰা প্ৰশান্ত মহাসাগৰীয় নিউমিযালৈকে সমগ্ৰ বিশ্বতে পেষ্টিঅ'ৰ গৱেষণা প্ৰতিষ্ঠানৰ সুখ্যাতি বৈ বৈ গ'ল। পূৰ্বৰ ফৰাচী অধিকৃত পশ্চিম আফ্ৰিকাত এটা সময়ত হালধীয়া জ্বৰে মহামাৰী ৰূপ ধাৰণ কৰিছিল। কিন্তু পেষ্টিঅ'ৰ প্ৰতিষ্ঠানে ভ্ৰাম্যমান চিকিৎসালযৰ দ্বাৰা সেই অঞ্চলত হালধীয়া জ্বৰত আক্ৰান্ত হোৱা এজন মানুহো নোহোৱা হ'ল।

সময়ে সকলোলৈকে পৰিৱৰ্ত্তন আনে। বৰ্ত্তমানৰ পেষ্টিঅ'ৰ প্ৰতিষ্ঠান আৰু ৰ্‍যো উদলামত থকা সৰু প্ৰতিষ্ঠানটোৰ মাজত আকাশ পাতাল প্ৰভেদ। এতিয়া পেৰিচ আৰু গাৰ্চেচৰ উপকন্ঠত থকা পেষ্টিঅ'ৰ প্ৰতিষ্ঠান ভৱনত প্ৰায় দুহেজাৰ মানুহে কাম কৰে। আন দুহেজাৰজনে বৰ্হি ক্ষেত্ৰৰ উপকেন্দ্ৰ সমূহত কাম কৰে। প্ৰতিষ্ঠা কৰাৰ সময়ত ৰ্‍যো উদলামৰ পৰীক্ষা কেন্দ্ৰত মাত্ৰ দহ বাৰ জনমান গৱেষকলৈ ডাঃ পেষ্টিঅ'ৰে এই প্ৰচুৰ সম্ভাৱণাপূৰ্ণ পৰীক্ষাগাৰটো আৰম্ভ কৰিছিল। পেষ্টিঅ'ৰে এই কথাত জোৰ দিছিল যেন তেওঁৰ প্ৰতিষ্ঠানটো সদায় কঠোৰভাৱে স্বতন্ত্ৰ হৈ থাকে। পেষ্টিঅ'ৰ প্ৰতিষ্ঠানৰ বাৰ্ষিক বাজেট তিনি নিযুত পাউণ্ড। কিন্তু এই বৃহৎ পৰিমাণৰ ধন চৰকাৰী সাহাৰ্য্য বা অনুদানৰ পৰা নাহে। এই ধন যোগাৰ হয চেৰাম আৰু টীকাৰ বিক্ৰীৰ পৰা। দান বৰঙণী আৰু প্ৰতিষ্ঠিত ন্যাস পুঁজিৰ পৰাও সাহাৰ্য্য আহে।

বিশাল, ব্যস্ততাপূৰ্ণ, গমগমীয়া আজিৰ পেষ্টিঅ'ৰ প্ৰতিষ্ঠান। কিন্তু তথাপি এতিযাও তাত অতীতৰ অনেক স্মৃতি বিদ্যমান। প্ৰতিষ্ঠানটোৰ সন্মুখৰ ল'নখনত এটি সৰু ল'ৰাৰ পিতলৰ প্ৰতিকৃতি দণ্ডায়মান। যাৰ নাম জচেফ্ মিষ্টাৰ। এই ল'ৰাজনক প্ৰথম জলাতঙ্ক ৰোগৰ পৰা পেষ্টিঅ'ৰে বচাইছিল। পাচত এই ল'ৰাজনে আজীৱন দ্বাৰ ৰক্ষী হিচাপে এই প্ৰতিষ্ঠানত কাম কৰিছিল। ডাঃ পেষ্টিঅ'ৰ কোঠাটো এতিয়াও

ঠিক সেইদৰে ৰক্ষা কৰা হৈছে যি অৱস্থাত ইয়াক পেষ্টিঅ'ৰে তেওঁৰ মৃত্যুৰ সময়ত এৰি গৈছিল। তেওঁ ব্যৱহাৰ কৰা সজুলি, যন্ত্ৰপাতি আৰু পৰীক্ষাগাৰৰ টোকাবহীবোৰ কাঁচৰ বাকচতে অক্ষত অৱস্থাত আজিও সজাই থোৱা আছে।

মানৱ সভ্যতাৰ ইতিহাসত লুই পেষ্টিঅ'ৰক কিম্বদন্তি বুলি আখ্যা দিয়া হয়। একে আখ্যা দিয়া হয় তেওঁ প্ৰতিষ্ঠা কৰা অমৰ পেষ্টিঅ'ৰ প্ৰতিষ্ঠানটিকো।

ooooooooooooooooooooooooooo



# পেনিচিলিনৰ বাটকটীয়া

## ডাঃ আলেক জেণ্ডাৰ ফ্লেমিং

১৯৪১-৪২ চনৰ কথা। তেতিয়া লণ্ডন চহৰ প্ৰচণ্ড শীতৰ কবলত মুজুৰা মাৰি আছিল। প্ৰায় সমগ্ৰ ইউৰোপ সেই সময়ত নাজি বিলাকৰ অধীনত আছিল। এইবিলাক নৈসৰ্গিক আৰু ৰাজনৈতিক ঘটনাৰ প্ৰতি মানুহজনৰ ভ্ৰুক্ষেপ নাছিল।

অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ত দিনটোজোৰা কামৰ অন্তত ডাক্তৰ হাওৱাৰ্ড ৱাল্টাৰ ফ্ল'ৰি (পাচত তেওঁ লৰ্ড ফ্লৰি নামে বিখ্যাত হৈছিল) য়ে পৰীক্ষাগাৰৰ সহকৰ্ম্মী সকলৰ পৰা বিদায় লৈ ৰাতি এন্ধাৰৰ মাজে মাজে ঘৰলৈ ঘূৰিছিল। ভাগৰ আৰু উদ্বিগ্নতাৰে ক্লান্ত আছিল ডাঃ ফ্লৰি। কাৰণ পেনিচিলিন ঔষধৰ বিষযত কাম তেতিয়াও পৰীক্ষামূলক অৱস্থা আছিল আৰু এটা অচলাৱস্থা আসন্ন হৈছিল। কিন্তু ডাঃ ফ্লৰি নিশ্চিত আছিল যে এই দৰবটো আৱিষ্কাৰ হলে যুদ্ধৰ সময়ত হাজাৰ বিজাৰ ঘূণীয়া মানুহৰ প্ৰাণ ৰক্ষা হ'ব।

বহু কষ্ট কৰি ডাঃ ফ্লৰি আৰু সহযোগী সকলে ইতিমধ্যে গেলা-পচা শাক-পাচলিৰ পৰা ভেঁকুৰ উৎপাদন কৰা কৌশলটো আহৰণ কৰিছিল আৰু এই ভেকুৰত থকা হালধীযা মূগাবৰণৰ পাউদাৰত মিহলি হৈ থকা পেনিচিলিনৰ উপাদান পৃথক কৰা পদ্ধতিও আয়ত্ব কৰিছিল।

পৰীক্ষাগাৰত ৰখা জন্তুৰ শৰীৰত তেওঁলোকে এই পাউদাৰ প্ৰয়োগকৰি এই কথা প্ৰমাণ কৰি দেখুৱালে যে ইয়াত থকা পেনিচিলিনে 'ককি' নামৰ বীজানুৰে আক্ৰান্ত হোৱা প্ৰাণী দেহৰ বহুত মাকাত্মক সংক্ৰামক ৰোগ প্ৰতিৰোধ কৰে। কিন্তু তেতিয়ালৈকে মানৱ শৰীৰত পেনিচিলিন্ প্ৰয়োগ কৰা হোৱা নাছিল। অৱশ্যে এবছৰ পূবৰ্বে আন এজন বিজ্ঞানী ডাঃ চাৰ্লচ ফ্লেটচাৰে মানৱ দেহত সীমিত ভাবে এই পৰীক্ষা কৰিছিল যদিও ঔষধৰ অভাৱত কোনো সিদ্ধান্তকাৰী সফলতা লাভ কৰিব পৰা নাছিল। কিয়নো পৰীক্ষাগাৰৰ দ্বাৰা পেনিচিলিনৰ ব্যৱহাৰিক মূল্য প্ৰামানিক ভাবে নিৰ্দ্ধাৰণ নোহোৱা বাবে ঔষধ প্ৰস্তুতকাৰী প্ৰতিষ্ঠান সমূহে এই পেনিচিলিন ঔষধ উৎপাদন কৰাত মুঠেই আগ্ৰহী নাছিল। কিয়নো ঔষধটো যথেষ্ট খৰচী আছিল।

ডাঃ ফ্লৰিৰ পৰীক্ষাগাৰত উৎপাদন কৰা ঔষধৰ পৰিমানো কম আছিল। যিখিনি ঔষধ উৎপাদন আৰু যোগাৰ হৈছিল সেইখিনি গৱেষণাগাৰত চিকিৎসা কৰ্ম্মীৰ দ্বাৰা কিছু ব্যৱহাৰিক পৰীক্ষাৰ বাবেহে যথেষ্ট আছিল।

দ্বিতীয় মহাসমৰ সমাগত হ'ল। যুদ্ধত চিকিৎক সকল নিযুক্তি হোৱা বাবে পেনিচিলিনৰ কামৰ বাবে চিকিৎসকৰ অভাৱ হ'ল। সেই কাৰণে উপায়ন্তৰ হৈ ডাঃ ফ্লৰিয়ে এই কামৰ দ্বায়িত্ব পত্নী মেৰি এথেলৰ ওফৰত ন্যস্ত কৰিলে। এই গধূৰ দায়িত্ব পালনৰ কথা ভাবি এথেল যি সময়ত চিন্তিত হৈছিল সেই সময়ত তেওঁৰ পত্নী স্বামী ডাঃ ফ্লৰিয়ে নীৰৱতা অৱলম্বন কৰিছিল। তেতিয়া ফ্লৰিয়ে যিটো পৰামৰ্শ এথেলক দিলে সেইটোয়ে তেওঁক হতভম্ব কৰিলে। ডাঃ ফ্লৰিৰ পৰামৰ্শ আছিল যে এথেলে নিজে এই কাম কৰা উচিত। এথেল ফ্ল'ৰি নিজেও ডাক্তৰ আছিল। তেওঁ অষ্ট্ৰেলিয়াৰ এডেলেড্ বিশ্ববিদ্যালযৰ পৰা চিকিৎসা বিজ্ঞানৰ স্নাতক হৈছিল। উল্লেখ্যযোগ্য যে ডাঃ ফ্লৰিয়েও দুবছৰৰ আগতে এই বিশ্ববিদ্যালয়ৰ পৰা ডাক্তৰী ডিগ্ৰী লাভ কৰিছিল। ইয়াৰ পাচতে তেওঁক ৰ'ডচ স্কলাৰ হিচাপে ইংলণ্ডলৈ পঠোৱা হৈছিল। এথেল ফ্লৰিয়ে অৱশ্যে পেনিচিলিনৰ ইতিবৃত্তি ভালদৰে জানিছিল।

পেনিচিলিন আৱিষ্কাৰৰ কাহিনী আৰম্ভ হয় ১৯২৮ চনত। চাৰ আলেকজেণ্ডাৰ ফ্লেমিং নামৰ বিজ্ঞানীজনে এদিন তেওঁৰ লণ্ডনস্থ পৰীক্ষাগাৰৰ পৰীক্ষা প্লেট এখনত সৃষ্টি হোৱা এটা আচৰিত ধৰণৰ লপ্ থপীয়া কোমল মাংসপিণ্ডৰ নিচিনা বস্তু আৱিষ্কাৰ কৰিলে। তেওঁ ইয়াকো লক্ষ্য কৰিলে যে এই কোমল বস্তুটোয়ে তাৰ চাৰিওফালে থকা বেক্টেৰিয়াবোৰ নষ্ট কৰিছিল। ফ্লেমিঙৰ মনত তেতিয়া অহৰহ এটা চিন্তা হ'ব ধৰিলে যে যদি এই লপ্থপীয়া বস্তুটো কিবা প্ৰকাৰে মানুহৰ শৰীৰ ক্ষত অংশত স্থাপন কৰিব পৰা যায় তেন্তে ডাঙৰ কাম হাচিল হ'ব। পৰীক্ষাৰ দ্বাৰা ফ্লেমিঙে প্ৰতিপন্ন কৰিলে যে এই বস্তুটো শৰীৰত হোৱা ঘাত প্ৰতিস্থাপন কৰিলে শৰীৰৰ জীৱিত কোষৰ অনিষ্ট নহয়। ইমানখিনি তথ্য উদ্ঘাটন কৰা স্বত্বেও ফ্লেমিঙৰ এই আৱিষ্কাৰ দহ বছৰ ধৰি অৱহেলিত হৈ আছিল। ''গুণীয়েহে গুণীৰ মোল বুজে'' ১৯৩৮ চনত ডাঃ হাৱাৰ্ড ফ্লৰিয়ে শৰীৰত হোৱা ঘা-ৰ সংক্ৰমনৰ বিৰোদ্ধে যুঁজিব পৰা উপায় বিচাৰোতে ফ্লেমিঙৰ পৰীক্ষাসমূহ পুনৰ কৰিলে আৰু ইয়াৰ আধাৰতে সম্পূৰ্ণ নতুন এলানি অনুসন্ধান তথ্য অধ্যয়ন আৰম্ভ কৰিলে। ঘঁহি থাকিলে শিলো ক্ষয় যায়। অৱশেষত কাম কৰি কৰি ডাঃ ফ্লৰিয়ে গেলা-পচা উদ্ভিদৰ মণ্ডত গজি উঠা লপ্থপীয়া বস্তুটোৰ পৰা পেনিচিলিন নামৰ নতুন ঔষধযুক্ত পাউদাৰ কম পৰিমানে হ'লেও নিষ্কাষণ কৰিব পৰা হ'ল। কৃতকাৰ্য্যতাই লগ দিলে অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ৰ গৱেষকসকলক।

ইয়াৰ পাচত আৰম্ভ হ'ল মানৱ দেহত এই পেনিচিলিন ঔষধৰ প্ৰয়োগ পৰ্ব্ব। ডাঃ ফ্ল'ৰিয়ে অক্স ফ'ৰ্ডৰ অধীনত থকা চিকিৎসালয়ত উপযুক্ত ৰোগীক এই ঔষধ

প্ৰয়োগ কৰি চাবলৈ কৰ্তৃপক্ষৰ পৰা অনুমতি বিচাৰিলে। ডাঃ মেৰি এথেলক এই কাম কৰিবলৈ অনুমতি প্ৰদানৰ কাৰণে বিশ্ববিদ্যালয় কৰ্তৃপক্ষক অনুৰোধ কৰিলে। ১৯৪২ চনৰ সেই স্মৰণীয় দিনটো যি পৰিমানৰ পেনিচিলিন এথেলৰ হাতত দিয়া হৈছিল সেইখিনি আজিৰ দিনত এজন ৰোগীৰ বাবেহে যথেষ্ট আছিল । তথাপি তেওঁ এই মূল্যবান দৰবটো দ্ৰৱন আৰু মলম আকাৰত তৈয়াৰ কৰি সৰু বটল আৰু শুদ্ধি কৰা ক'ল্ড ক্ৰীমৰ জাৰত সঞ্চয় কৰি ৰাখিলে। এই দৰে সংৰক্ষণ কৰা পেনিচিলিনৰ বটল আৰু পাত্ৰ সমূহ তেওঁ এটা পুৰনা এটাচিত সামৰি নিজৰ চাইকেল খনত বান্ধি ল'লে আৰু গুৰুত্বপূৰ্ণ যাত্ৰাটো আৰম্ভ কৰিলে। উদ্দেশ্য আছিল পৃথিৱীৰ সন্মুখত পেনিচিলিনৰ প্ৰয়োজনীয়তা প্ৰদৰ্শন কৰা।এক প্ৰত্যাহবানৰ যাত্ৰাৰ সূচনা হ'ল। ডাঃ মেৰি এথেলে প্ৰথমে শৰীৰৰ ওপৰত হোৱা সংক্ৰমিত ' ঘা' থকা ৰোগী বাচি ল'লে। কিয়নো এই ক্ষেত্ৰত দৰবৰ ফলাফল খুব ওচৰৰ পৰা নিৰীক্ষন কৰিব পৰা হৈছিল। এনে ৰোগীৰ ভিতৰত আছিল আলচাৰ, গাঙঠি, পুঁজযুক্ত ঘা থকা লোক।পেনিচিলিন ব্যৱহাৰ কৰাৰ পাচত লেকেতিয়া 'ককি' ৰোগ ভাল হৈছিল । চিগি উৰলি যোৱা চাল, মঙহ পেনিচিলিনে শুকুৱাই দিছিল। ডাঃ এথেলৰ এই পৰীক্ষা আছিল যাদু সদৃশ অথচ ই আচিল যাত্ৰাৰ আৰম্ভণি মাত্ৰ। শৰীৰৰ ভিতৰ অংশত হোৱা সংক্ৰামক ৰোগ নিৰাময় কৰাত পেনিচিলিন প্ৰয়োগৰ আটাইতকৈ ডাঙৰ ক্ষেত্ৰ । ডাঃ ফ্লেটাৰে আৰু এখোপ আগবাঢ়ি ইতিমধ্যে পেনিচিলিনৰ বেজী প্ৰয়োগ কৰিছিল আৰু কৃতকাৰ্য্যও হৈছিল । কিন্তু ইমান খিনি সফলতা লাভ কৰাৰ পাচতো এটা সমস্যা থিয় হ'ল। এই সমস্যা হ'ল মানুহৰ তেজত দৰবটোৰ কাৰ্য্যকাৰিতা বজাই ৰখা সহজ নাছিল। তেওঁৰ মনত প্ৰশ্ন হ'ল '' পেনিচিলিন বেজী মাংস পেশীত প্ৰয়োগ কৰিব নোৱাৰি নেকি?''

এই বিলাক গুণাগথা কৰি থকা সময়তে 'ৰাড্ক্লিফ্ ইনফাৰবেৰি' চিকিৎসালয়ত এগৰাকী যুৱতী ভৰ্ত্তি হ'ল, নিজে গৰ্ভপাতৰ দৰব সেৱন কৰাৰ ফলত তেওঁৰ পেটত হোৱা 'ঘা' আৰু ৰক্তক্ষয়ৰ কাৰণে এই মহীলা গৰাকী চিকিৎসালয়ত ভৰ্ত্তি হ'ব লগা হৈছিল। মহিলা গৰাকীৰ স্বাস্থ্যৰ দ্ৰুত অৱনতি ঘটিছিল। ডাঃ মেৰি এথেলে দিনে দুবাৰকৈ ছয়দিন ধৰি এই ৰোগী গৰাকীক যথেষ্ট মাত্ৰাৰ পেনিচিলিন সেৱন কৰালে। চমৎকাৰ ফল, মানুহ গৰাকী আৰোগ্য হ'ল। ডাঃ এথেলে দেখিলে যে বহু পৰিমান পেনিচিলিন প্ৰয়োগ কৰা স্বত্বেও মহিলা গৰাকীৰ শৰীৰত কোনো কুপ্ৰভাৱ পৰিলক্ষিত হোৱা নাছিল।

এই ব্যৱহাৰিক পৰীক্ষাৰ পৰা ডাঃ এথেলে যথেষ্ট অভিজ্ঞতা লাভ কৰাৰ লগতে

গভীৰ প্ৰত্যয়ও লাভ কৰিলে। এই সফলতাৰ পাচত নতুন দৰবটোৰ চাহিদা দ্ৰুত গতিত বাঢ়িব ধৰিলে ।তেওঁ মনে মনে ভগৱানক প্ৰাৰ্থনা কৰিলে যে হাওৱাৰ্ড ফ্ল'ৰিৰ পৰীক্ষাগাৰত উৎপাদন হোৱা ঔষধ খিনিয়ে তেওঁৰ ক্ৰমবৰ্দ্ধমান অপাৰেচনৰ জোৰা মাৰিব পাৰে।

এই অভিযান কালতে এদিন হঠাতে ডাঃ এথেলক এটি দুমহীয়া শিশুক চাবলৈ লৈ যোৱা হ'ল। পৰীক্ষা কৰি ডাঃ এথেলে দেখিলে যে শিশুটোৰ ৰাজহাড়ডাল পাকখোৱা। তেওঁ চিন্তা কৰি ঠাৱৰ কৰিলে যে ''অষ্টিঅ' মাইলাইটিচ'' নামৰ এটা মৰাত্মক হাড়ৰ ৰোগৰ দ্বাৰা শিশুটো আক্ৰান্ত হৈছে। ডাঃএথেলে এলানি পেনিচিলিন বেজীৰ ব্যৱহাৰে শিশুটোৰ চিকিৎসাৰ আৰম্ভ কৰিলে ।এই চিকিৎসাৰ ন-দিনৰ পাচত শিশুটোৰ ওজন কেই আউন্স মান বাঢ়িল। ছয় মাহ এনে চিকিৎসাৰ পাচত শিশুটোৰ গা-ৰ ৰং সুন্দৰ হ'ল। তাৰ ৰাজহাড়ডাল প্ৰায় পোন হৈ পৰিল। অলপ দিনৰ ভিতৰতে ডাঃএথেলে এই শিশুটোক এটি সুন্দৰ চেহেৰাৰে পিতৃ-মাতৃক ঘূৰাই দিলে।

পেনেচিলিন ঔষধৰ সফল প্ৰয়োগৰ তালিকা বাঢি গ'ল। 'এম্পিয়েমা''ষ্ট্ৰেপমেনিন জাইটিচ','চোপ্ত কোমিয়া' আদি ৰোগ চিকিৎসাত পেনিচিলিন ঔষধৰ কাৰ্য্যকাৰী সাফল্য লাভ কৰা হ'ল। গন্ধকযুক্ত ঔষধৰ দ্বাৰা আৰোগ্য নোহোৱা 'ষ্ট্ৰেপট'কচি ৰ দৰে ৰোগ পেনিচিলিন ব্যৱহাৰৰ দ্বাৰা নিৰাময় কৰিব পৰা হ'ল। পেনিচিলিনৰ আৰু এটা সুবিধা দেখা গ'ল। এই ঔষধ অধিক মাত্ৰাত প্ৰয়োগ কৰিব পাৰি কিন্তু ছালফাৰ যুক্ত দৰব সীমিত ভাৱেহে প্ৰয়োগ কৰিব পাৰি।

পূৰ্বোক্ত সফলতা লাভ কৰাৰ পাচত ব্যাপক হাৰত পেনিচিলিন ঔষধ উৎপাদন কৰিবলৈ সকলো প্ৰচেষ্টা হাতত লোৱা হ'ল।কিন্তু সমস্যা হৈছিল, কিয়নো এটা ঔষধ প্ৰস্তুত প্ৰতিষ্ঠানে খুব কম সংখ্যক পেনিচিলিনহে উৎপাদন কৰিব পাৰিছিল। কাৰণ মুত্ৰাশয়ৰ যোগেদি পেনিচিলিন নিৰ্গত হয়। গতিকে ৰোগীৰ প্ৰসাৱ সংগ্ৰহ কৰি তাৰ পৰা পেনিচিলিন প্ৰস্তুত কৰি পৰিশোধনৰ দ্বাৰা পুনৰ প্ৰয়োগ কৰিব লগা হৈছিল।বৰ্ত্তমান অৱশ্যে বহু উন্নত প্ৰণালীৰে পেনিচিলিন দৰব তৈয়াৰ কৰা হয়।যি হওক ১৯৪২ চনৰ চেপ্তেম্বৰত সংক্ৰমিক 'ঘা' বা আঘাটৰ বিৰোদ্ধে ঘোষণা কৰা এগৰাকী মহিলা চিকিৎসক ডাঃএথেল ফ্ল'ৰিৰ জেহাদৰ অন্ত পৰিল। ডাঃএথেলে মুঠ১৮৭জন ৰোগীক পেনেচিলিন ঔষধ প্ৰয়োগ কৰি আৰোগ্য কৰিছিল। এই ঔষধ পেশীৰ মাজেদি, শিৰাৰ যোগেদি, খাব পৰা দৰব হিচাপে আৰু মলমৰ দ্বাৰা প্ৰয়োগ কৰাৰ প্ৰযুক্তি কোশল উদ্ভাৱন কৰা হ'ল।১৯৪৩ চনত 'লেনচেট'নামৰ চিকিৎসা

বিজ্ঞানৰ বাৰ্ত্তালোচনীত পেনিচিলিনৰ এই সফলতাৰ বাতৰি প্ৰকাশ হ'ল।স্বাভাৱিক কাৰণত সেই বাৰ্ত্তালোচনীৰ সম্পাদকীয় স্তম্ভত ঘোষিত হ'ল যে ডাঃফ্লৰিৰ বিস্ময়কৰ কাৰ্য্যই সন্দেহাতীত ভাৱে প্ৰমাণ কৰিলে যে পেনিচিলিনত থকা বেক্টেৰিয়াৰ ঘা শুকুৱাৰ ক্ষেত্ৰত পচুৰ সম্ভাৱনা নিহিত আছে। কিন্তু সেই একেটা সম্পাদকীয়তে মাত্ৰ তিনিটা শব্দত এটা বিষম পৰিস্থিতিৰ কথাও বৰ্ণনা কৰিলে। সেই শব্দ কেইটা আছিল ''পেনিচিলিন অসমকক্ষ, কিন্তু দুস্প্ৰাপ্য''। লগতে এই মতো পোষণ কৰা হ'ল যে যদি পেনিচি লিনে যুদ্ধকালিন গতিত কাম কৰিব লগা হয় তেন্তে অবিশ্বাস্য ভাৱে ইয়াৰ উৎপাদন হ'ব লাগিব।১৯৪১ চনত হাওৱাৰ্ড ফ্ল'ৰিয়ে যুক্ত ৰাষ্ট্ৰৰ বিজ্ঞানী সকলক যুদ্ধৰ সময়ত পেনিচিলিনৰ প্ৰচুৰ ব্যৱহাৰৰ প্ৰ তি মনোযোগ দিবলৈ আৰু উ ৎ পাদন বঢোৱা কামত লাগিবলৈ আহ্বান জনালে। ব্যৱসায়িক ভিত্তিত এই দৰব প্ৰস্তুত কৰিবৰ কাৰণে যথেষ্ট টকা আৰু উন্নত, আধুনিক ক্ষীপ্ৰ পদ্ধতিৰ আৱশ্যক আছিল ।

ডাঃ এথেল ফ্ল'ৰিৰ পৰীক্ষা গাৰত কৰা প্ৰত্যয় জন্মাব পৰা কামৰ প্ৰতিবেদনটোয়ে এটা ডাঙৰ কাম কৰিলে। আমেৰিকা যুক্ত ৰাষ্ট্ৰৰ ঔষধ প্ৰস্তুত কৰা প্ৰতিষ্ঠাণ সমূহে চৰকাৰৰ পৰা আৰ্থিক সাহায্যলৈ ব্যাপকহাৰত পেনিচিলিন প্ৰস্তুত কৰাত লাগি গ'ল। ইতিমধ্যে পেনিচিলিনৰ আৱিষ্কাৰ আৰু প্ৰয়োগ সাফল্যই পৃথিৱীজুৰি স্বীকৃতি লাভ কৰিছিল।

ডাঃ ডি. ডে. নামৰ মহিলা চিকিৎসক গৰাকীযে তেতিয়া ডাঃ এথেল ফ্ল'ৰি ইংলণ্ডৰ এখন ডাঙৰ চিকিৎসালয়ত পেনিচিলিন প্ৰযোগ কৰিবলৈ পৰামৰ্শ দিলে। আন এখন চিকিৎসালয়ত পেনিচিলিন ব্যৱহাৰ কৰি তিনি হাজাৰ নৰমেন সৈন্যৰ জীৱন ৰক্ষা কৰিছিল। পেনিচিলিনে শল্য চিকিৎসক সকলক আসোঁৱাহঁ যুক্ত ভৰিৰ ঠাইত কৃত্ৰিম ভৰি লগোৱাৰ সলনি পেনিচিলিন প্ৰযোগ কৰি প্লাষ্টিক চাৰ্জাৰি আৰু অৰ্থপেডিকচ্ চাৰ্জাৰি সম্ভৱ কৰি তুলিছিল।

ইয়াৰ পাচত ভি.জে.ডি.নামৰ পেনিচিলিন ঔষধটো ''সংক্ৰামক ঘা''সোনকালে অথচ নৰম ভাৱে শুকুৱা অন্যতম সাধাৰণ দৰব হিচাপে ব্যৱহাৰ হ'ব ধৰিলে। ভাবিলে বিশ্বাস কৰিবলৈ টান লাগে যে বৰ্ত্তমান বহুত ৰসায়নবিদ্ আৰু চিকিৎসকে এখন ব্যৱস্থাপত্ৰত যিমান খিনি পেনিচিলিন ঔষধ যোগান ধৰে ১৯৪২চনত,এথেল ফ্ল'ৰিৰ হাতত কেইবামাহৰ ভিতৰতো তাতোতকৈ কম পেনিচিলিন মজুত হৈছিল। সময়ে প্ৰয়োজনৰ দাবী এনেকৈয়ে পূৰণ কৰে। পেনিচিলিন ইয়াৰ জ্বলন্ত উদাহৰণ। ডাঃ ফ্ল'ৰি, ডাঃ এথেল, ডাঃ ফ্লেমিং পেনিচিলিন আৱিষ্কাৰৰ বাৰ্ত্তাবাহক হৈ চিকিৎসা জগতৰ অম্লান তাৰকা ৰূপে চিৰ দিন জিলিকি থাকিব ।।

ঃঃঃঃঃঃঃঃঃঃ



# পৰাক্ৰমী ভ্ৰমণকাৰী ঃ মাৰ্ক'প'ল

যুগে যুগে মানুহৰ কাৰণে নেদেখা নুশুনা ঠাইবোৰ কল্পৰাজ্যৰ ৰোমাণ্টিক দেশ হৈ থাকে। সেইদৰে আমাৰ প্ৰায় সকলোৰে বাবে ইটালিৰ ভেনিচ নগৰ যেনে ৰোমাণ্টিক আছিল। সিমান ৰোমাণ্টিক আছিল মধ্যযুগৰ ভেনেচিয়ান সকলৰ বাবে প্ৰাচ্যৰ চীন কিম্বা জাপান দেশ। এতিয়াও কোনোবা গৈ ভেনিচত উপস্থিত হ'লে ঠাইখন কিবা সপোন সপোন যেন লাগিব। মূল্যবান স্ফতিক খচিত গম্বুজ আৰু ৰাজ প্ৰাসাদৰ চিক্‌মিকনি, প্ৰস্তৰ নিৰ্মিত সৈনিকৰ হাতত থকা সুন্দৰ মিহি কাঁড়বোৰে এক মহান 'ঐতিহ্যৰ কথাকে সোঁৱৰাই দিয়ে। এতিয়াও ভেনিচৰ সৰু নাও ৰিয়াল্ট নদীৰ দলঙৰ তলেদি পাৰিদি যায় ডেচ্‌ডেমিনা ৰাজপ্ৰাসাদৰ ফালে। এসময়ত ছাইলকনামৰ সেই কৃপণ সদাগৰ জনে প্ৰায়ে এই পথেদি বাণিজ্যলৈ গৈছিল। এই ডেচ্‌ডেমিনা প্ৰাসাদৰ এটা সৰু নিৰ্জন চকুত এখন ফলক বিৰাজমান। তাত লিখা আছে ''দি হাউচ্ অব্ মাৰ্ক'প'ল''। দেখা মাত্ৰকে ভাব হ'ব মাৰ্ক'পল'। মাৰ্ক'পল' তেনেহ'লে সাধুকথা নহয়, তেওঁ আছিল ভেনিচৰ মহান সদাগৰ, পৃথিৱীৰ সৰ্বতোকালৰ শ্ৰেষ্ঠ ভ্ৰমণকাৰী। মাৰ্ক'পল'ৰ বিস্ময়কৰ ভ্ৰমণ কাহিনীৰ পৰা আমি এচিয়াৰ ভূ-খণ্ডৰ বিষয়ত প্ৰথম চাক্ষুস প্ৰমাণ পাওঁ।

ত্ৰয়োদশ শতিকাত ভেনিচ আছিল নাবিকসকলৰ চহৰ। ভেনিচৰ ইতিহাস বহুত নাবিক, সদাগৰৰ ভ্ৰমণ কাহিনীৰে সমৃদ্ধ কিন্তু সমগ্ৰ পৃথিৱী পৰিভ্ৰমণৰ বিচিত্ৰ বৰ্ণনাৰে মাৰ্ক'পলৰ নাম সকলোৰে ওপৰত আছিল। মাৰ্ক'পলৰ বৰ্ণনাত চীন দেশৰ খান্দিপোৱা এনে এটা কৃষ্ণ শিলৰ বিষয়ে পোৱা যায় যিটো শিলৰ পৰা ওলোৱা জুই খৰি পোৰা জুইতকৈ বেচি সময় জ্বলিছিল । ভেনিচবাসীৰ কাৰণে কয়লা আছিল বিস্ময়কৰ । গতিকে পাথৰৰ পৰা ওলোৱা জুইৰ কথা তেওঁলোকৰ বাবে হাঁহি উঠা কথা আছিল। মাৰ্ক'পলৰ বৰ্ণনাত আন এবিধ পাথৰৰ কথা পোৱা যায় যিটোৰ পৰা উল তৈয়াৰ কৰিব পাৰি আৰু সেই উল জুয়ে নুপুৰিছিল । কিন্তু ইয়াৰ বিপৰীতে তেওঁলোকৰ কাৰণে এচ্‌বেচটচ্ আছিল আটাইতকৈ টান আঁহ যুক্ত পদাৰ্থ। মাৰ্ক'পলৰ বৰ্ণনাত পোৱা গৈছিল ককেচাচ্ পৰ্বতৰ পৰা নিৰ্গত হোৱা এনে এটা জলপ্ৰপাত য'ৰ পৰা পানী বৈ অহা নাছিল, বৈ আহিছিল তেল।

সেই যুগত ভেনিচ আছিল সাগৰীয় বেহা বেপাৰৰ শ্ৰেষ্ঠ কেন্দ্ৰস্থল। জল, স্থল বিয়পি থকা দীঘল পথসমূহ গৈ সপোন পুৰী যেন লগা ভেনিচ চহৰ

সংলগ্ন কৰিছিল । ভেনিচৰ সদাগৰ সকলে ভাৰতৰ পৰা বহুমূলীয়াহীৰা, মুক্তা সংগ্ৰহ কৰি নিছিল ।টাৰটেৰি (বৰ্ত্তমান চাইবেৰিয়া)ৰ পৰা ডেকা সদাগৰ সকলৰ পত্নী বিলাকৰ বাবে অনা হৈছিল দুষ্প্ৰাপ্য ফিটা আৰু কৃত্ৰিম চুলি । সেই দৰে কেথে (বৰ্ত্তমান চীন দেশ)ৰ পৰা আহিছিল মচলা, কৰ্পূৰ আৰু দামী বস্ত্ৰ সমূহ ।কিন্তু আশ্চৰ্য্যজনক কথাটো হ'ল যি বিলাক দেশৰ পৰা এই সম্পদ সমূহ ভেনিচলৈ আহিছিল কোনো ভেনিচ বাসীয়ে সেই দেশবিলাক কেতিয়াও দেখা নাছিল ।

সেই সময়ত দুজন অতি শক্তি শালী প্ৰচণ্ড সাহসী ভেনিচিয়ান ব্যৱসায়ীযে স্থিতি লাভ কৰিছিল । তেওঁলোক আছিল মাকি'প'লৰ দেউতাক আৰু দদায়েক। দক্ষিন ৰুছত বেহাবেপাৰ কৰি থকোতে তেওঁলোকে দেখিলে যে গৃহযুদ্ধৰ কাৰণে তেওঁলোকৰ ঘূৰি অহা পথটো বন্ধ হৈ পৰিছিল ।

দেশলৈ ঘূৰি আহিব নোৱাৰি তেওঁলোক সাহসেৰে আগবাঢ়ি গ'ল পূবৰ অজান্তি মূলুকলৈ । এই দুঃসাহসী অভিযান কৰোতা নাবিক দুজন হ'ল নিক'ল' আৰু মাফিঅ' প'ল। প্ৰাচ্যৰ দেশ বিলাকত তেওঁলোকে বনিজ কৰি, বেচা -কিনা কৰি অগ্ৰসৰ হওঁতে সেই দেশৰ বজাৰৰ আও ভাও বুজ লোৱাৰ লগতে বিভিন্ন ভাষা শিকিব লগা হৈছিল । এই দৰে গৈ গৈ প'ল' দ্বয়ে মধ্য এচিয়া কেন্দ্ৰত অৱস্থিত বিশাল নগৰ বোখাৰাত উপস্থিত হৈছিল গৈ । এই নগৰ খন তেওঁলোকৰ গৃহভূমিৰ পৰা তিনি হেজাৰ মাইল দূৰত আছিল । তিনি বছৰ ধৰি তেওঁলোকে ইয়াত বেহা বেপাৰ কৰিছিল । সেই সময়তে এদিন মহান সম্ৰাট কুব্‌লাইখানৰ জনচেৰেক বিষয়া তেওঁলোকৰ ওচৰলৈ আহিছিল। সম্ৰাট কুব্‌লাই খানৰ সাম্ৰাজ্যৰ সীমা আছিল এফালে উত্তৰ মহাসাগৰৰ পৰা ভাৰত মহাসাগৰলৈ আৰু আনফালে প্ৰশান্ত মহাসাগৰৰ উপকূলৰ পৰা মধ্য ইউৰোপৰ সীমান্তলৈকে বিয়পি পৰা । খানে তাৰ আগতে কেতিয়াও কোনো ইউৰোপীয়ান তথা পশ্চিমীয়া মানুহক লগ পোৱা নাছিল। খান দৰাচলতে এজন সুন্দৰৰ পূজাৰী, অনুসন্ধিৎসু ব্যক্তি আছিল । তেওঁ আশা কৰিছিল প'ল' ভাতৃদ্বয়ৰ এই ভ্ৰমণ যেন তেওঁৰ ৰাজ্যৰ ৰাজধানী সুদূৰত অৱস্থিত পিকিং (বৰ্ত্তমান চীন দেশৰ অন্তৰ্গত) চহৰলৈ সম্প্ৰসাৰিত হওক।

প্ৰাচ্যৰ দেশবোৰ ভ্ৰমণ কৰি ফুৰোতে প'ল' ভাতৃদ্বয় ভেনিচৰ পৰা ন-বছৰ আঁতৰি থাকিব লগা হৈছিল। তাৰ পাচতে এদিন চামৰা ৰঙৰ গভীৰ চাৱনি ভৰা চকুৰে সৈতে এই অদমনীয় ভ্ৰমনকাৰী দুজন নিজৰ ঘৰলৈ ঘূৰি আহিছিল। কিন্তু তেওঁলোক ঘৰত থাকিম বুলি অহা নাছিল। কিয়নো তেওঁলোকৰ বন্ধু কুব্‌লাই খানে তেওঁলোকৰ যোগেদি প'পলৈ এখন পত্ৰ প্ৰেৰণ কৰি এশজন পণ্ডিত সন্ন্যাসী বিচাৰি পঠাইছিল।

এই পণ্ডিত সকলক মঙ্গোঁলীয় বিলাকক খৃষ্টানলৈ ধৰ্মান্তৰ কৰিবৰ কাৰণে আৰু ইউৰোপৰ কলা-সংস্কৃতি আৰু বিজ্ঞান, শিক্ষা প্ৰচাৰৰ কামত নিয়োগ কৰা হ'ব। ইয়াৰ আগতে গীৰ্জ্জা কতৃপক্ষই এনে মিচনেৰী সুযোগ পোৱা নাছিল। কিন্তু দায়ীত্বহীনতাৰ কাৰণে এই সুবিধাটো এনেয়ে যোৱা যেন হ'ল। কিয়নো মাত্ৰ দুজন দমিনিকান্ সন্ন্যাসীয়েহে এই আহ্বানৰ প্ৰতি সহাঁৰি জনাই প'ল'দ্বয়ৰ লগত মিচনেৰীৰ কামত আগবাঢ়ি গ'ল যদিও প্ৰতিৰোধৰ বিপদৰ সংকেত পাই পুনৰ ঘুৰি আহিল। সেই সময়তে মাৰ্ক'প'ল'ই প'ল' ভাতৃদ্বয়ৰ ভ্ৰমণ অভিযান দলত যোগ দিলে। তেতিয়া মাৰ্ক'প'ল'ৰ বয়স আছিল মাত্ৰ সোতৰ বছৰ। স্বাভাৱিকতে ভ্ৰমণকাৰী দলটোৰ কনিষ্ঠ সদস্য আছিল মাৰ্ক'প'ল'। যি বয়সত অন্য ল'ৰাই ভূগোল শিক্ষাৰ দ্বাৰা পৃথিবীৰ পৰিচয় লয় সেই সময়ত মৰ্ক'প'লই পৃথিবী চোৱা অভিযানত নিজকে নিয়োগ কৰিছিল, এবছৰ দুবছৰ নহয় পূৰা চৰিবশ বছৰ। এটি সম্ভ্ৰান্ত পৰিয়ালত জন্মহোৱা মাৰ্ক'প'লৰ কৈশোৰ আৰু যৌৱন আছিল সুন্দৰ, সময়ৰ লগত খাপখোৱা। কিন্তু অন্য যুৱকৰ লগত মাৰ্ক'প'লৰ পাৰ্থক্য আছিল এই খিনিতে যে তেওঁ সত্যকথাবোৰ বিচাৰি মনত ধৰি ৰাখিব পাৰিছিল। এটা উদগ্ৰীৱ মন আৰু অনুসন্ধিৎসু যুক্ত স্মৃতি শক্তিৰ দ্বাৰা তেওঁ শিকা তথ্যবোৰ পৰিশীলিত ভাবে সঞ্চয় কৰি ৰাখিব পাৰিছিল।

মাৰ্ক'প'লই ভ্ৰমণ কাহিনীত লিখিছিল -''১২৭৪ চনৰ বসন্ত কালত তেওঁ মধ্য এচিয়াৰ অক্সাচ্ উপত্যকা প্ৰথমবাৰ যেতিয়া দেখিছিল তেতিয়া ইয়াৰ উপকণ্ঠ অঞ্চল কুঙ্কুম ডেফদিল আৰু স্ন'দ্ৰপ ফুলেৰে আবৃত্ত হৈ আছিল। আমি ওচৰৰ ধূলিয়ে ধূসৰ বজাৰ অঞ্চলৰ পৰা ভাহি অহা উটৰ চেচেঁৰনি, ঘোঁৰাৰ হেক্‌হেকনি শুনিছিলো। মচলাদিৰস্কা খাদ্যৰ গোন্ধ পাইছিলো। আৰব, পাৰ্চি, তুৰ্কি, টাৰটাৰ, কাৰ্ড, মঙ্গোঁলীয়, ৰুছ আৰু চীনা সকলক ৰংচঙীয়া সাজপাৰ পিন্ধি বাদ্যযন্ত্ৰৰ পৰা ওলোৱা শব্দৰ দৰে শব্দকৰি বস্তু দৰদাম কৰা দেখিছিলো।'' আচৰিত লাগে ৭২৫ বছৰৰ পাচতো মাৰ্ক'প'লৰ এই ভ্ৰমণ বৃত্তান্ত ইমান সজীৱ যেন আজিও সেই বসন্তৰ পুৱা হিন্দুকোষ পৰ্বতৰ গৰিয়লিত ফুলি থকা আলমণ্ড অৰ্কিডবোৰে তুষাৰবৃত্ত আকাশ লঙ্ঘা শৃঙ্গত চকুটিপিয়াই তাৰ কথাকে সোঁৱৰাই দিয়ে।

কিন্তু প্ৰকৃতি সদায় শান্ত, সমাহিত হৈ নেথাকে। এই সুন্দৰ প্ৰকৃতিয়ে মাজে মাজে তাণ্ডৱ নৃত্যও কৰে। সেয়েহে দুৰ্যোগ নামি আহিছিল প'লৰ ভ্ৰমণ কালতো। প'লৰ দলে ভ্ৰমণ কালত সম্মুখীন হ'ল ধাৰাসাৰ বৰষুণৰ, নদীৰ বানপানী, ধুলিৰ ধুমুহা আৰু হিম প্ৰবাহৰ। পামিৰ পৰ্বতৰ এটা শিখৰৰ পৰা আনটোলৈ তেওঁলোকে ৰছী দলঙেৰে বগাই অতিক্ৰম কৰিব লগা হৈছিল। কোনো সময়ত তেওঁলোক ইমান ওপৰলৈ

বগাই যাব লগা হৈছিল যে চৰাইও সিমান ওপৰলৈ নুৰিছিল। এই উচ্চতাৰ পৰা তেওঁলোকে দেখিছিল বনৰীয়া ভেড়া। এই ভেড়া বিলাকৰ শিং ছয়হাত মান দীঘল আছিল।দৈত্যাকায় শিঙৰ এই জন্তু বিলাকক কেবাশতিকা ধৰি প্ৰকৃতিৰ অন্য এক আশ্চৰ্য্য বুলি গন্য কৰা হৈছিল। কিন্তু আধুনিক বিজ্ঞানীয়ে এই বিৰল প্ৰাণী বিধৰ চানেকি সংগ্ৰহ কৰি ''অভিচ্ পলি'' নাম কৰণেৰে যাদু ঘৰত সংৰক্ষন কৰিছে।

পামিৰ পৰ্ব্বত পাৰহৈ প'ল' দল আগবাটি গৈছিল গোবি মৰুভূমিৰ ফালে । ইয়াত খনিজ লৱনৰ দ্বাৰা পাণী বিষাক্ত হৈ পৰিছিল, সন্দিহানযুক্ত চকুৰ আগত মৰীচিকাই দোলা দি গৈছিল, মানুহ আৰু জন্তুৰ হাড় বাটৰ কাষত দূৰদূৰণিলৈকে সিচৰিত হৈ আছিল। বন্য প্ৰাণীৰ এই আবাসভূমিৰ পৰা এশ বছৰ পূৰ্ব্বে চেঙ্গীজখাঁৰ নেতৃত্বত দুৰ্দ্দান্ত, অঘৰী মঙ্গোলীয়সকলে এচিয়াৰ সৰহ ভাগ অতিক্ৰম কৰি বুডাপেষ্ট পৰ্য্যন্ত পাইছিলগৈ। প্ৰশ্ন হয় কুবলাই খাঁ কোন আছিল? কুৱলা খাঁই আছিল চেঙ্গীজ খাঁৰ নাতিনিয়েক। কুব্‌লাই খাঁ ধবংস কাৰী নাছিল; তেওঁ আছিল সভ্যতা গঢ়োতা, সংগঠক। কুৱলাই খানে প'ল দলৰ ভ্ৰমণ অভিযানৰ কথা শুনিছিল। তেওঁলোকৰ ভ্ৰমণৰ গতিধিৰ হোৱা বুলি জানি তেওঁ এটি সহায়কাৰী দল পঠাই প'ল দলৰ ভ্ৰমণৰ শেষৰ মাহটো আমেজ পূৰ্ণ কৰিছিল। এইদৰে প্ৰায় চাৰিবছৰ বিপদ শঙ্কুলময় ভ্ৰমণৰ অন্তত প'লৰ ভ্ৰমণকাৰীৰ দলটি কুব্‌লাই খানৰ সাম্ৰাজ্যত প্ৰবেশ কৰিলে। যিজন কুৱলাই খাঁনৰ ভয়ত সমগ্ৰ এচিয়া ততস্ৰমান আছিল সেইজন কুব্‌লাই খানে প'লহতঁৰ দলটিক আড়ম্বৰপূৰ্ণ আদৰ সম্ভাষণ জনালে। কুৱলাই খানৰ ওচৰত উপস্থিত হৈ মাৰ্ক'ই নিৰীক্ষণ কৰিলে যে খান আছিল এজন সামান্য পাতল শৰীৰৰ মানুহ ; অথচ তেওঁৰ আছিল এহাল ডাঙৰ কলাচকু, এটা সুগঢ়ী নাক, মুখ-মণ্ডলৰ পৰা নিৰ্গত হৈছিল এক সম্মোহিত ভাবাবেশ। মাৰ্কলৈ চাই কুৱলাই খানে জেষ্ঠ্য নিকল প'লক সুধিছিল 'এই সাহসী ডেকাজন কোন ?' মাৰ্ক প'লক সম্মুখলৈ আনি নিকল প'লই গৰ্ব্বেৰে কলে 'এইজন মোৰ পুত্ৰ মাৰ্কপ'ল আৰু আপোনাৰ আজ্ঞাবাহী ভৃত্য।'

সুগঢ়ী চেহেৰাৰ মাৰ্ক প'লৰ প্ৰতি কুৱলাই খান আৰম্ভণিৰে পৰা আকৃষ্ট হৈছিল। সেয়ে তেওঁ মাৰ্ক প'লক হাতীত উঠাই লগত চিকাৰী শেন চৰাই দি 'জানাদু' নামৰ ৰাজ প্ৰমোদ উদ্যানত চিকাৰ কৰিবলৈ লৈ গৈছিল। মাৰ্ক প'লৰ কামত সন্তুষ্ট হৈ কুৱলাই খানে তেওঁক তিনিবছৰৰ কাৰণে ইয়াংচু নামৰ চহকী নগৰ খনৰ গৱৰ্ণৰ নিয়োগ কৰিছিল। মিচনেৰী কামত তেওঁক ব্ৰহ্ম দেশ, পশ্চিম চীন, তিববতৰ সীমান্ত অঞ্চল আৰু দক্ষিণৰ ভাৰতবৰ্ষ পৰ্যন্ত পথোৱা হৈছিল। ভ্ৰমণৰ খাতিৰত দেশে দীপান্তৰে ঘূৰাৰ ফলত মাৰ্ক প'লই চাৰিটা প্ৰাচ্যৰভাষা ভালদৰে শিকিব পাৰিলে। ভ্ৰমণৰ বাৰেবৰণীয়া বিস্তৃত

বিবৰণ, স্মৃতি লেখা মাৰ্ক প'লই কুবলাই খানক নিয়মীয়াকৈ দাখিল কৰিছিল। এই বিলাক পঢ়ি খান চাহেব বাৰুকৈ উতফুল্লিত হৈছিল, সন্তোষ লাভ কৰিছিল। কিয়নো কুবলাই খানক তেওঁ ৰাজ বিষয়াৰ দ্বাৰা লিখিত ভ্ৰমণ বৃতান্ত বোৰে বিৰক্ত কৰিছিল।

মাৰ্কই মধ্যযুগৰ শান্তিপ্ৰিয় চীনৰ মহান আশ্চৰ্য্যজনক সভ্যতা স্বচক্ষে দেখি আহি তাৰ সাৱলীল বৰ্ণনা লিখিছিল। মাৰ্কৰ বৰ্ণনাত পোৱা যায় চীন দেশৰ বহল ৰাজপথ, কাগজৰ টকা, ৰাতি পহৰাদাৰ পুলিচ ব্যৱস্থা, আধুনিক যুগৰ টেক্সীৰ দৰে ৰাজহুৱা যান-বাহন ব্যৱস্থা, নদীৰ ওপৰত ওখ দলং, যাৰ তলেদি মাস্তুলযুক্ত জাহাজ অনায়েসে পাৰহৈ যাব পাৰিছিল, ৰাজপথৰ তলেদি আবৰ্জনা নিষ্কাসনৰ বাবে নলা - নৰ্দমাৰ ব্যৱস্থা, ৰাষ্টাৰ দুয়ো কাষে শোভাবৰ্দ্ধক গছ - গছনিৰ আৰু উচ্চ ৰাষ্ট্ৰীয় পথ। এই বিলাকৰ পৰিকল্পনা আৰু মানদণ্ড ইমান উন্নত আছিল যে এইবিলাক দেশ বহুত ক্ষেত্ৰত ইউৰোপতকৈ যথেষ্ট আগবঢ়া আছিল।

চাওঁতে চাওঁতে কুবলাই খানৰ ৰাজ্যত মাৰ্ক প'লৰ সোতৰ বছৰ পাৰ হ'ল। তেওঁৰ দেউতাক আৰু দদায়েক ইতিমধ্যে বেপাৰ বাণিজ্যত বেছ চহকী হৈ উঠিছিল। পিছে হলে কি হব। ''জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰীয়সী''। জন্মভূমি স্বৰ্গতকৈও শ্ৰেষ্ঠ। এইয়া যুগে যুগে সত্য । সেই কাৰণে সম্ভৱত ইমান ধন দৌলত মান - সন্মানৰ মাজত থকাৰ পাচত এটা সময়ত প'লৰ দলৰ ঘৰলৈ বৰকৈ মনত পৰিব ধৰিলে । তেওঁলোকৰ খুব মনত পৰিল আদ্ৰিয়াটিক সাগৰৰ পৰা বৈ অহা বতাহৰ গুণ গুণনি, চেণ্ট মাৰ্ক স্তম্ভৰ চীৰ্কমিকিয়া আভা, ভেনিচৰ নাৱৰীয়াৰ ভাটিয়ালী গীত আৰু ইটালী দেশৰ কথা বতৰালৈ। মাতৃভূমিৰ স্মৃতিয়ে প'ল দলক বিয়াকুল কৰি তুলিলে। সেয়ে তেওঁলোক কুবলাই খানৰ পৰা নিজ দেশলৈ ঘূৰি আহিবলৈ অনুমতি বিচাৰিলে। একাধিক বাৰ কুবলাই খানে তেওঁলোকৰ এই অনুৰোধ প্ৰত্যাখ্যান কৰিছিল। ইচ্ছা থাকিলে উপায় ওলায়। এদিন হঠাতে তেওঁলোকৰ বাবে এটা সুযোগ আহিল। পাৰ্চিয়াৰ থকা কুবলাই খানৰ আজু নাতিনিয়েকৰ পৰা এটা বাৰ্তা আহিল। বাৰ্তাবাহী মিচনৰ পৰা কুবলাই খানে জানিব পাৰিলে যে (পাৰস্য) পাচীয়াৰ ৰজা তেওঁৰ আজু নাতিনিয়েকৰ পত্নীৰ অলপতে পৰলোক ঘটিল। সদ্যমৃত পত্নীৰ ইচ্ছা আছিল যে ৰজাই প্ৰয়াত পত্নীৰ চীনৰ ৰাজসভাত থকা পিতৃ পৰিয়ালৰ পৰা নতুন কন্যা এজনী বিয়া কৰাব লাগে। সেই ইচ্ছানুসৰি সোতৰ বছৰীয়া এগৰাকী দীপলিপ কন্যা বাছনি কৰা হ'ল। বাৰ্তাবাহী দলটোৱে সম্ৰাট কুবলাই খানক পাৰ্চি ৰজাৰ হৈ ভাৰসা কৰিলে যে বিখ্যাত পৰিব্ৰাজক প'ল দলক ন-কইনালৈ যোৱা দলটিৰ তত্বাৱধায়ক হৈ পাৰস্যলৈ যাবলৈ অনুমতি দিব লাগে। আত্মীয়তাৰ খাতিৰত অনিচ্ছা স্বত্বেও কুবলাই খানে এই প্ৰস্তাবত মান্তি হৈ প'ল

দলক যাবলৈ অনুমতি দিলে।

প্ৰথানুসৰি ন-কন্যাৰ লগত অজস্ৰ যৌতুক দিয়াৰ লগতে প'ল দলকো বহুত সোণ -ৰূপৰ উপঢৌকন দিয়া হ'ল। তেৰখন জাহাজ সু-সজ্জিত কৰি যাত্ৰাৰ বাবে সাজু কৰা হ'ল। যাত্ৰা আৰম্ভ হ'ল - বহুত বিপদ শঙ্কুলৰ মাজেদি যাত্ৰা কৰি যাওঁতে কেইবাখনো জাহাজ আৰু বহুত সঙ্গী বাটতে হেৰাল। তিনিবছৰ জলপথ পৰিক্ৰমাৰ পাচত ১২৯৫ চনৰ এটা শীতৰ দিনত ভেনিচৰ চান ক্ৰিচষ্টম প্ৰণালীৰ পাৰত থকা প'লৰ ঘৰত তিনিজন অচিনাকী যেন লগা, পৰিব্ৰাজক উপস্থিত হ'ল গৈ। মানুহ তিনিজনৰ গাত আছিল লেতেৰা, ফটাছিটা সাজ পোচাক। প্ৰথমে তেওঁলোকক কোনেও চিনিব পৰা নাছিল। কিয়নো তেওঁলোকে ইটালী ভাষাত সলসলিয়াকৈ কথা ক'ব পৰা নাছিল। ইয়াকে দেখি গৃহ ভৃত্যসকলে তেওঁলোক তিনিজনক সোমাবলৈকে নিদিছিল। উপায়হীন হৈ তিনিওজনে প'ল পৰিয়ালৰ ৰীতি অনুসৰি চিঞৰি চিঞৰি পৰিচয় দিলে। কিন্তু তথাপি সন্দেহত আত্মীয়সকলৰ মন খোলোচা নহ'ল।

তেওঁলোক যে ভেনিচৰ প'ল পৰিয়ালৰ লোক হয় তাক প্ৰতিপন্ন কৰিবৰ বাবে প'লত্ৰয়ে এটি প্ৰীতি ভোজ দিলে। ভোজসভাত তেওঁলোকে পৰে পৰে বেলেগ বেলেগ পোচাক পিন্ধি মানুহক চমক লগাইছিল। সেইপোচাক বোৰ ইটোতকৈ সিটো চমকলগা বিধৰ আছিল। অৱশেষত তেওঁলোকে ভেনিচত উপস্থিত হওতে পিন্ধা ফটা ছিটা সাজকেইজোৰ পিন্ধি অতিথি সকলৰ ওচৰত হাজিৰ হ'ল। অতিথি সকলে এই জৰাজীৰ্ণ সাজপোচাকবোৰ দেখি আমোদ পোৱাৰ পূৰ্বে প'লহতঁৰ চোলা-কাপোৰবোৰৰ পাতলি খুলি তাৰ পৰা মূল্যবান হীৰা মুকুতা বোৰ উলিয়াই মোনাত ভৰাই গ'ল। তেওঁলোকে অতিথি সকলক জনালে যে এইদৰে তেওঁলোকে বিপদ শঙ্কুলৰ ভ্ৰমণ কালত এই মূল্যবান হীৰা মুক্তাবোৰ লৈ ঘুৰি ফুৰিছিল।

মাৰ্ক'প'লহতঁৰ এই দুঃসাহসী অথচ সুন্দৰ ভ্ৰমণ কাহিনীবোৰ হয়তো তেওঁলোকৰ মৃত্যুৰ লগতে বিলোপ হ'লহেতেঁন। কিন্তু এখন যুদ্ধৰ বাবে এই কাহিনীবোৰ চিৰদিনৰ অমৰ হৈ ৰ'ল। জেন'ৱাৰ লগত ভেনিচৰ প্ৰায়ে যুদ্ধ বিগ্ৰহ হৈ আছিল। তেনে এখন যুদ্ধত এবাৰ মাৰ্ক প'ল সেনা নায়ক হৈ যুদ্ধ ক্ষেত্ৰলৈ যাব লগা হ'ল। এই যুদ্ধত মাৰ্ক প'ল যুদ্ধ বন্দী হ'ল । মাৰ্ক প'লক বন্দী শালত থোৱা হ'ল; লগত তেওঁক এজন কেৰাণী দিয়া হ'ল। কাৰাগাৰত সময় নেযায় নুপুৱাই যেন লাগিছিল। সময় অতিবাহিত কৰিবৰ কাৰণে মাৰ্কপ'লই লগত থকা তথ্য পাতিৰ সহায়ত প্ৰতলিপি দি দি কেৰাণীজনৰ দ্বাৰা ভ্ৰমণকালৰ সমস্ত কাহিনী লিপিবদ্ধ কৰালে। এই লিখাখিনিয়ে হৈছে আমি পোৱা '' দি বুক অব মাৰ্কপ'ল'' নামৰ গ্ৰন্থ-খন। এই অমূল্য গ্ৰন্থখনৰ পৰা পোন প্ৰথম বাৰৰ

বাবে আৰ্শ্চয্যৰ ভৰাঁল ইউৰোপে প্ৰাচ্যৰ মন্দিৰৰ মঙ্গল ঘণ্টাৰ জুনজুননি শুনিছিল, মঙ্গোলীয় বনজুইৰ গোন্ধ পাইছিল য'ত প্ৰজ্বলিত হৈছিল মৰুভূমিৰ উদ্ভিদৰ কাইট, ইয়কৰ গোবৰ । এই কিতাপত পঢ়িবলৈ পোৱা যায় জাপান, কোৰিয়া, ইন্দোচীন, ব্ৰহ্মদেশ, জাভা, আন্দামান দ্বীপপুঞ্জ, চাইবেৰিয়া, ইথিওপিয়া, মডাগাস্কাৰ আদি প্ৰাচ্যৰ দেশসমূহৰ বিস্তৃত বিৱৰণ। বহুতৰ বাবে এই কিতাপখন মাৰ্কপ'লৰ মনেসজা অতিৰঞ্জিত কাহিনীৰ সমাবেশ বুলি ধাৰণা হৈছিল। সেইদেখি সত্তৰ বছৰ বয়সত মৃত্যু বৰণ কৰা মাৰ্কপ'লক এই মানুহবোৰে প'লক মৃত্যুৰ পূৰ্ব্বে সুধিছিল। ''আপুনি মৃত্যুৰ আগতে এই মিছা কথাৰ কাহিনীবোৰ উঠাই লওক।'' ইয়াৰ উত্তৰত মাৰ্কপ'লই কৈছিল '' মই কেতিয়াও আধা কোৱাকৈ কাহিনী লিখা নাই ; নাই তাত মিথ্যাৰ প্ৰলাপ ।'' মাৰ্কপ'লই কেতিয়াও অনুধাৱন কৰা নাছিল যে পৃথিৱীখন ঘূৰণীয়া। কিন্তু তেওঁ ভ্ৰমণ কাহিনীত এই কথা লিখিছিল যে এখন বিশাল মহাসাগৰে এচিয়াক পূবলৈকে আগুৰি আছিল। দুশবছৰ পাচত মাৰ্কপ'লৰ এই উক্তিয়ে ভ্ৰমণকাৰী ক্ৰিষ্টফাৰ কল'ম্বাচক নিৰ্দ্দেশ দিছিল যে আটলাণ্টিক মহাসাগৰ পাৰহৈ পশ্চিমলৈ আগুৱাই গ'লে চীনদেশ পাব পাৰি। আৰু সেইকাৰণে আমেৰিকা আৱিষ্কাৰ কৰিবলৈ যোৱা জল পৰিভ্ৰমীকাৰীসকলে তেওঁলোকৰ গুৰুত্বপূৰ্ণ ভ্ৰমণ কালত মাৰ্কপ'লৰ ''দি বুক অৱ মাৰ্কপ'ল'' কিতাপখন সদায় লগত ৰাখিছিল। আনকি এতিয়াও এই কিতাপখনে আমাক অতীতলৈ হাত বাউল দি মাতে। হ'ব পাৰে যে আমাৰ আৰু মাৰ্কপ'লই ভালপোৱা চীন দেশৰ মাজত এখন নেদেখা প্ৰাচীৰ ঠিয় হ'ল। বৰ্ত্তমানৰ পটভূমিত ইয়াৰ কাৰণ বহুত। কিন্তু মাৰ্কপ'লৰ দুঃসাহসী অভিযান, মানুহৰ বুকুত মানুহৰ বাবে থকা শুভেচ্ছাৰ জ্বলন্ত প্ৰমাণ। এই অবিস্মৰণীয় কথাই আমাক আশা প্ৰদান কৰে যে প্ৰাচ্যৰ চীন আৰু পাশ্চাত্য এদিন আকৌ শান্তিৰ পথত একে লগ হ'ব আৰু তাকেই পৰস্পৰে বন্ধুত্বৰ উপহাৰ বিনিময় কৰিব।।

৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪



# তেওঁ জানিছিল, পৃথিৱীখন ঘূৰণীয়া
## ক্রিষ্ট' ফাৰ কলম্বাচ্

ক্রিষ্টফাৰ কলম্বাচ বুলিলে আমি সাধাৰণতে এজন দুঃসাহসী নাৱিককে বুজো। কিন্তু এইটোয়ে তেওঁৰ সম্পূর্ণ পৰিচয় বহন নকৰে। কাৰণ তেওঁ নাৱিক আছিল সঁচা ; লগতে তেওঁ আছিল এজন পৰিভ্ৰমী আৱিষ্কাৰকো । তেওঁৰ শাৰীৰিক গঠনো আছিল অনন্য। এজন ওখ-পাখ, ধুনীয়া চালে চকুৰোৱা মানুহ আছিল কলম্বাচ। তেওঁৰ নাকটো আছিল শেনৰ নাকৰ দৰে জোঙা। কামতো তেওঁক পেলাব নোৱাৰিছিল। তেওঁ উল্ ফঁহিওৱা, মেপ তৈয়াৰ কৰা, কিতাপ বিক্রী কৰা আনকি চেনি কিনা-বেচা কামত সিদ্ধহস্ত আছিল। মানুহজনৰ গালৰ হনু ওখ আছিল, মুখখন আছিল দীঘল। তেওঁৰ গাত বগা চোম পৰা দাগ স্পষ্ট আছিল। মূৰত ৰঙা চুলি এখিনি আৰু মুখত এমোকোৰা মিঠা হাঁহিৰে সৈতে মানুহজন কেৱল দেখনিয়াৰে নাছিল, তেওঁ শৰীৰত এটি অসাধাৰণ ব্যক্তিত্ব বিৰাজমান আছিল। কিন্তু আচৰিত কথা হ'ল ইমান চকুত লগা মানুহজনৰ মুখত লেশমানো ব্যঙ্গতাৰ চাপ নাছিল। তেওঁ আলাপ প্রিয় আছিল। অৱশ্যে কথাৰ মাজতে ডাংকোপ মৰাৰ অভ্যাস এটাও আছিল। দেখাই শুনাই কথাই বতৰাই তেওঁ বৰ পৰিপাটি আছিল যদিও সঘনে তেওঁৰ খঙো উঠিছিল। কলম্বাচৰ জীৱনৰ আটাইতকৈ মহৎ কামটো আছিল তেওঁৰ আমেৰিকা আৱিষ্কাৰ । এই আৱিষ্কাৰ আছিল মানৱ ইতিহাসৰ আটাইটকৈ গুৰুত্বপূর্ণ, অনন্য সাহসিকতাৰ বিৰল নজিৰ।

কলম্বাচৰ বিষয়ে আমি কিছুমান কথা নিশ্চিত ভাৱে ধৰি লওঁ যদিও দৰাচলতে সেইবিলাক সঁচা নহয়। উদাহৰণ স্বৰূপে তেওঁহে কেৱল পৃথিৱীখন ঘূৰণীয়া বুলি বিশ্বাস কৰা লোক বুলি থকা কিংবদন্তি সঁচা নহয় । কাৰণ সাধাৰণ বুদ্ধিসম্পন্ন প্ৰত্যেকজন মানুহেই এই কথা বিশ্বাস কৰিছিল। বিদ্যালয়ৰ পৰা আৰম্ভ কৰি বিশ্ব বিদ্যালয়লৈকে এই শিক্ষা দিয়া হয়।

আজিৰ দৰে তেতিয়াও পৃথিৱীৰ আকাৰ বুজোৱা গোলক কিনিবলৈ পোৱা গৈছিল। তেওঁ সেই সময়ত পৃথিৱীৰ বিষয়ে আঁকা চবিৰ বিৰোধিতা কৰিবলৈ জ্যোতিৰ্বিজ্ঞানৰ পৰীক্ষাগাৰৰ পৰা সূৰ্য্যৰ ফ'টো লোৱা নাছিল।

কলম্বাচৰ মনত আছিল প্ৰকৃতিৰ অনুকুল আৰু প্ৰতিকুল অৱস্থাৰ মাজেদি জল অভিযানৰ যোগেদি নতুনৰ অন্বেষণৰ বাবে দুৰ্নিবাৰ আকাংখ্যা। এই হাবিয়াস চৰিতাৰ্থ কৰিবলৈ আগ-পিচ নুগুনি তেওঁ এদিন সাগৰেদি যাত্ৰা আৰম্ভ কৰিলে। ভাগ্য ভাল

তেওঁৰ জাহাজ আহি চিধা এটা পোতাশ্ৰয়ত ৰ'লগৈ। কলম্বাচৰ এই পশ্চিমলৈ কৰা জলযাত্ৰা এটা ডাঙৰ জুৱাখেলৰ দৰে আছিল, কিন্তু ই একেবাৰে অমূলক নাছিল। ইউৰোপৰ পোতাশ্ৰয় আৰু বন্দৰ বিলাকত এনে বহুত মানুহৰ কাহিনী পোৱা যায় যি সকলে এনে জলযাত্ৰা আংশিক বা সম্পূৰ্ণ ৰূপে সম্পন্ন কৰিছিল। জনশ্ৰুতি আছিল 'শ্বেবা' দেশৰ ৰাণীয়ে জাহাজেৰে স্পেইন অতিক্ৰম কৰি পশ্চিমলৈ আগুৱাই গৈ জাপান পৰ্য্যন্ত পাইছিলগৈ। প্ৰবাদ আছিল সাতজন পৰ্টুগীজ বিচপ অত্যাচৰৰ হাত সাৰিবলৈ এন্টিলা নামৰ দ্বীপলৈ পলাই গৈছিল। অৱশ্যে ইয়াৰে লেইফ্ এৰিকচ্‌ন নামৰ বিচপজনে নৰচ্ মেন্ আৰু আন সকলক উত্তৰ আমেৰিকাৰ উত্তৰ -পূব উপকূলত নিৰাপদে অৱতৰণ কৰালে।

সেইসময়ত পৃথিৱীৰ আকৃতি সম্বন্ধে ইটালীৰ টচ্ কেনেলি নামৰ এজন চিকিৎসক তথা জ্যোতিৰ্বিদে অঁকা এখন ভাল, নিৰ্ভৰযোগ্য মেপ আছিল। এই মেপখনে আমেৰিকাৰ অৱস্থান য'ত দেখুৱাইছিল ঠিক তাৰ বিপৰীত দিশত সেই একে অৱস্থানত জাপানৰ অৱস্থান বুলি নিৰ্দ্দেশ দিছিল। সাগৰত ভাহি অহা গছৰ কাণ্ড, আঙুৰ বুটলি অনা হৈছিল। এই বিলাক বিস্তৃত ভাবে অধ্যয়ন কৰা হৈছিল আৰু তাৰ পৰা এইটো ঠাৱৰ কৰা হৈছিল যে এই উদ্ভিদ সমূহ আফ্ৰিকাৰ নিচিনা দেশত উৎপন্ন হোৱা নাছিল। এনে বিলাক বস্তুয়ে এটা কথা স্পষ্টভাৱে প্ৰমাণ কৰিছিল যে পৃথিৱীত এনে এখন আচৰিত দেশ আছিল যি খনৰ অৱস্থিতি কোনোবা সাহসী নাবিকে এদিন নহয় এদিন আৱিষ্কাৰ কৰিবই। উল্লেখযোগ্য যে কলম্বাচৰ পূৰ্বে কোনো নাবিকে এই দিশত বিশেষ অগ্ৰগতি লাভ কৰিব পৰা নাছিল।

এইজন দুঃসাহসী কলম্বাচৰ জন্ম হৈছিল ১৪৫১ চনত। জন্মভূমিৰ নাম আছিল 'জেনৱা'। পিতৃ-মাতৃৰ জেষ্ঠ সন্তান আছিল কলম্বাচ। পিতৃ আছিল নিচেই সাধাৰণ ভাৱে জীৱন যাপন কৰা এজন তাঁতি আৰু মদৰ দোকানী। পঁচিশ বছৰ বয়সলৈকে কলম্বাচে কি দৰে জীৱন কটাইছিল, যৌৱনৰ এই বিচিত্ৰ দিনবোৰ তেওঁ কেনে ধৰনে অতিবাহিত কৰিছিল তাৰ বিশদ বিৱৰণী পাবলৈ নাই। অৱশ্যে এই সময়চোৱাত তেওঁ 'যন্ত্ৰৰ দ্বাৰা উল ফঁহিয়াইছিল, দেউতাকক কাপোৰ বোৱাত সহায় কৰি দিছিল আৰু প্ৰায়ে সাগৰলৈ অহা-যোৱা কৰিছিল। জন্মভূমি জেনৱা এখন সাগৰপৰীয়া ডাঙৰ হুলস্থুলীয়া মহানগৰ আছিল। ইয়াৰ ভিতৰত থকা পোতাশ্ৰয়ত বহুত জাহাজৰ সমাবেশ হৈছিল। এই বিলাক নিয়মীয়া কথা কাণ্ডই উজ্জ্বল সম্ভাৱণাপূৰ্ণ বহুত ডেকা মানুহক সমূদ্ৰ যাত্ৰা কৰা আৰু সামূদ্ৰিক নক্সা অঁকা বিদ্যা অৰ্জন কৰা সুবিধাৰ প্ৰতি স্বাভাবিকতে বৰকৈ আকৃষ্ট কৰিছিল।

'সিদ্ধি খুজি যুৱন্তে দুৱাৰে পাইল পথ' কলম্বাচ হুটি যোৱা মানুহ নাছিল।

তেওঁ বিচাৰি থকা সুবিধা পাই কামত লগালে। তেওঁ সেই সময়তে ইটোৰ পাচত সিটোকৈ কেইবাটাও সন্ধানী সমূদ্ৰ যাত্ৰা কৰিছিল। ইয়াৰ ভিতৰত তেওঁ আইচলেণ্ডলৈও এবাৰ সমূদ্ৰ যাত্ৰা কৰি গৈছিল। কিন্তু এই বিলাক সমূদ্ৰযাত্ৰাৰ ভিতৰত এটা যাত্ৰাই তেওঁৰ নাৱিক জীৱনলৈ সৌভাগ্যৰ সফুঁৰা কঢ়িয়াই আনিছিল। সেই যাত্ৰাটো আছিল পৰ্তুগাললৈ কৰা সমূদ্ৰযাত্ৰা। পিচে এই সমূদ্ৰ যাত্ৰাত এটি অঘটন ঘটিল। পৰ্তুগালৰ দিশে কৰা এই সমূদ্ৰযাত্ৰাত জাহাজ এখনৰ কলম্বাচ আছিল প্ৰধান নাৱিক। কিন্তু বিধিৰ কি বিপাক ফৰাচী দেশৰ এটা পহৰাদাৰী দলে তেওঁৰ জাহাজখন আক্ৰমণ কৰি ডুবাই দিলে। এনে আকস্মিক বিপদৰ পৰা হাত সৰা কৌশল কলম্বাচে আয়ত্ব কৰিছিল। তেওঁ ডুব যোৱা জাহাজখনৰ পৰ া জাপমাৰি দিলে আৰু সাঁতুৰি পাৰ পালেগৈ। সাগৰ পাৰত যিখন ঠাইত তেওঁ উপস্থিত হৈছিল তাৰ নাম হ'ল 'লাগছ' ।' লাগছ'ৰ পৰ া তেওঁ পাৰে পাৰে গৈ লিচবনত উপস্থিত হ'লগৈ । এই ঘটনাটো ঘটিছিল ১৪৭৬ চনত। সেই সময়ত লিচবন্ পোতাশ্ৰয় আছিল দুঃসাহসী সমূদ্ৰ যাত্ৰা অভিযান প্ৰিয় একোজন নাবিকৰ বাবে প্ৰেৰণাৰ উৎ স। সমূদ্ৰ যাত্ৰা, জাহাজ নিৰ্মান, আৰোহন, গণিত শাস্ত্ৰ আৰু জ্যোৰ্তিবিদ্যাৰ জ্ঞান আহৰণ কৰ াৰ বাবে লিচবন আছিল আদৰ্শ ঠাই। কলম্বাচ আৰু তেওঁৰ ভায়েক বাৰ্থল'মিউ লগ হৈ লিচবনত এখন মেপ আৰু নক্সা অঁকা দোকান খুলিছিল। দোকানখন ভাল চলিছিল। কলম্বাচে এটা চহকী পৰিয়ালৰ এগৰাকী ধুনীয়া ছোৱালী বিয়া কৰাইছিল। বিয়াৰ পাচত পত্নীয়ে সচৰাচৰ বিচৰা দৰে কলম্বাচক এখন নিগাজী ঘৰ নিৰ্মান কৰি সুস্থ পাৰিবাৰিক জীৱন যাপন কৰাত বিস্তৰ সহায় কৰিছিল। কিন্তু সুন্দৰী পত্নীৰ তাগিদা পাৰিবাৰিক জীৱনৰ আবেষ্টনীয়ে কলম্বাচক ধৰি ৰাখিব নোৱাৰিলে। কিয়নো কলম্বাচৰ ধমনীয়েদি অবিৰতভাৱে প্ৰৱাহিত হৈছিল পশ্চিমৰ পৰ া সমুদ্ৰ যাত্ৰা কৰি প্ৰাচ্যৰ দেশত অৱতীৰ্ণ হোৱাক দুৰ্ণিবাৰ বাসনাৰ উত্তপ্ত লালসা । কলম্বাচ আৰু তেওঁৰ সমসাময়িক নাবিক সকলৰ মাজত এইটোয়ে আছিল পাৰ্থক্য। তেওঁ নিজৰ সিদ্ধান্তত অটল আছিল , ধাৰণাত আশ্বস্ত হৈছিল। তেওঁৰ বহুত বিষয়ত যথেষ্ট জ্ঞান হৈছিল। সেইকাৰণে তেওঁ যাত্ৰা আৰম্ভ কৰিব বিচাৰিছিল। কিন্তু হ'লে কি হ'ব, মানুহে পাতে ঈশ্বৰে ভাঙে। তেওঁৰ যিহেতু নিজা জাহাজ নাছিল, গতিকে আনৰ পৰা জাহাজ এখন যোগাৰ কৰিব নোৱাৰা পৰ্যন্ত কলম্বাচ বাধ্য হৈ বহুত দিন অপেক্ষা কৰিব লগা হ'ল। ইতিমধ্যে তেওঁ বহুতৰ লগত নিজৰ এই পৰিকল্পনাৰ কথা আলোচনা কৰিলে। কোনোবাই শুনিলে, কোনোবাই নুশুনিলে বা একো গুৰুত্ব নিদিলে।

পৰ্তুগালৰ ৰজা দ্বিতীয় জ'ন কলম্বাচৰ এই পৰিকল্পনাৰ প্ৰতি আকৃষ্ট হ'ল। ৰজাই তেওঁৰ বিশেষজ্ঞ কমিটিত বিষয়টো উত্থাপন কৰিলে। কিন্তু কমিটিয়ে ইয়াক নাকচ কৰিলে। পিচে গুণীয়েহে গুণীৰ মোল বুজে। ৰজা জ'নে কলম্বাচৰ পৰিকল্পনা মনৰ মনি

কোঠৰ পৰা আঁতৰাই নেৰাখি উপযুক্ত সময়লৈ অপেক্ষা কৰি থাকিল। কিন্তু সেই সময়তে বাৰ্টল'মিঅ' ডায়াচ নামৰ এজন পৰ্তুগীজ নাবিকে গুড্ হুপ্ অন্তৰীপৰ কাষেৰে সমুদ্ৰ যাত্ৰা কৰি পূবৰ ৰত্ন ভাণ্ডাৰ বুলি খ্যাত ঠাই সমূহলৈ জল পথ উন্মোচন কৰিছিল। গতিকে ইয়াৰ পাচত স্বাভাৱিকতে ৰজা দ্বিতীয়জ'নৰ কলম্বাচৰ পশ্চিমৰ পথেদি পূবলৈ যাত্ৰা কৰা বিষয়টোৰ প্ৰতি আগ্ৰহ নোহোৱা হ'ল। কলম্বাচ বিমোৰত পৰিল।

বিপদ অকলে নাহে। সেই সময়তে কলম্বাচৰ পত্নী বিয়োগ হয়। জীৱনৰ সঞ্চিত ধনৰ সৰহখিনি খৰচ কৰি তেওঁ মৰমৰ পত্নীৰ শেষ কৃত্য সমাপন কৰিলে। তাৰ পাচত তেওঁ স্পেইনলৈ গুচি গ'ল। সেই সময়ত স্পেইনৰ ৰজা ফাৰ্দিনাণ্ড আৰু ৰাণী ইচাবেলাই 'মুৰ' বিলাকৰ বিৰোদ্ধে এনে এখন যুদ্ধত অৱতীৰ্ণ হৈছিল যাৰ ফলত দেশৰ অৰ্থনীতি বাৰুকৈ ক্ষতিগ্ৰস্ত হৈছিল। গতিকে কলম্বাচে যদিও ৰজাৰ আগত তেওঁৰ পৰিকল্পনা পেচ কৰি সহায় বিচাৰিছিল, ৰজাই এই আচনিৰ প্ৰতি বিশেষ কাণ দিব পৰা নাছিল। যি কি নহওক ৰাণীয়ে কিন্তু কলম্বাচক সহানুভূতিৰে চাইছিল। তেওঁ কলম্বাচক এটি পেঞ্চন দিলে। কলম্বাচে ইয়াক সঞ্চয় কৰি গ'ল। ৰাণীয়ে পুনৰ বিশেষজ্ঞ কমিটিৰ দ্বাৰা কলম্বাচৰ আচনি পৰীক্ষা কৰালে।

ৰজা ঘৰৰ পৰা পোৱা পেঞ্চনটো নিচেই সামান্য আছিল যদিও তাৰে কলম্বাচ কোনোৰকম কাণে কাণ মাৰি চলি আছিল। কিন্তু বিধিৰ কি বিপাক দুবছৰমান দিয়াৰ পাচত ৰজা ঘৰীয়া পেঞ্চনটো বন্ধ হৈ গ'ল। কঠিন অৰ্থ সঙ্কটৰ পৰা ৰেহায় পাবলৈ পাচৰ তিনি-চাৰি বছৰ মান কলম্বাচে কিতাপ বেচি, মেপ আঁকি সেইবোৰ বেচি কোনোৰকম জীৱিকা নিৰ্ব্বাহ কৰিছিল। মুৰ বিলাকৰ লগত চলি থকা স্পেইনৰ যুদ্ধখন শেষ হোৱালৈ কলম্বাচে অধীৰ আগ্ৰহেৰে বাট চাই থাকিল। মনত তেওঁৰ দুৰন্ত আশা, এদিন তেওঁৰ কথা কোনোবাই শুনিবই। অভাৱ গ্ৰস্ত, দীঘলীয়া প্ৰতিক্ষাত জুৰুলা হোৱা কলম্বাচৰ ৰঙা চুলিখিনি ৰূপালী হ'ল। তেওঁৰ বাত বিষ ৰোগ হ'ল। পিন্ধা টুপী আৰু জোতা ইমান জৰাজীৰ্ণ হ'ল যে বৰষুণৰ বতৰত তেওঁ ওলাই যাব নোৱাৰা হ'ল। কিন্তু কলম্বাচে এই সকলো আলৈ আহুকাল নেওচি বিভিন্ন জনৰ লগত কথা পাতি, আলোচনা কৰি তেওঁৰ সপোন বাস্তৱত ৰূপায়ন হোৱালৈকে অসীম ধৈৰ্য্যৰে অপেক্ষা কৰি থাকিল।

১৪৯১ চনৰ কথা। বহু প্ৰতীক্ষা কৰিও স্পেইনৰ ৰজাৰ পৰা কোনো সন্তোষ জনক সঁহাৰি নেপাই হতাশগ্ৰস্ত হৈ কলম্বাচে ফৰাচী দেশত তেওঁৰ ভাগ্য পৰীক্ষা কৰাৰ সিদ্ধান্ত কৰিলে। ফ্ৰান্সলৈ যোৱাৰ পথত পেলচ্ ডি.লা ফ্ৰাণ্টেৰা বন্দৰৰ ওচৰৰ এখন ধৰমশালাত প্ৰায়'ৰ নামৰ এজন পুৰণা বন্ধুৰ লগত কলম্বাচৰ দেখা দেখি হ'ল। এইজন প্ৰিয় বন্ধু কলম্বাচৰ সমুদ্ৰ অভিযানৰ কাহিনীৰ প্ৰতি সদায় আকৃষ্ট হৈছিল। তেওঁ বন্ধুত্বৰ খাতিৰত আৰু এবাৰ ৰাণীৰ লগত কলম্বাচৰ এটি সাক্ষাতৰ ব্যৱস্থা কৰিলে। যদিও

স্পেইনৰ ৰাণী ইচাবেলাৰ বিশেষজ্ঞ সকলে পূৰ্বে কলম্বাচৰ প্ৰস্তাৱ প্ৰত্যাখান কৰিছিল তথাপি তেওঁ কলম্বাচৰ কথা শুনিছিল আৰু তেওঁৰ আঁচনিটো ভাল পাইছিল। ৰাণীয়ে ভাবিলে কলম্বাচৰ আৱিষ্কাৰ অভিযানৰ মূল্য তেওঁক দিব লগীয়া অৰ্থ সাহাৰ্য্যতকৈ বহুত বেচি। কিয়নো ভৱিষ্যতে ইয়াৰ পৰা তেওঁৰ দেশ লাভৱান হ'ব পাৰে। কিন্তু গছত কঠাল ওঁঠত তেল, নৌ খাওঁতেই চেল বেলৰ দৰে হ'ল। কলম্বাচে ৰাণীৰ পৰা একো সমিধান পোৱাৰ আগতে আৰ্জি পেচ কৰিলে যে ৰাণীয়ে তেওঁক মহাসমুদ্ৰৰ এডমিৰেল হিচাপে নিয়োগ কৰিব লাগে আৰু তেওঁ আৱিষ্কাৰ কৰা সমস্ত ভূ-খণ্ডৰ ভাইচৰয়ও( শাসক প্ৰতিনিধি) তেওঁকে পাতিব লাগে। কেৱল ইমানেই নহয়, তেওঁৰ নৌ- অধিনায়কত্বৰ সময়ত হোৱা সকলো বেপাৰ বানিজ্যৰ পৰা হোৱা উপাৰ্জনৰ দহ শতাংশ ৰাণীয়ে তেওঁক দিব লাগিব। কলম্বাচে ভাবিবই পৰা নাছিল যে এই বিলাক চৰ্ত্ত আৰোপ কৰি তেওঁ কিমান ডাঙৰ ভুল কৰিছিল। স্পষ্ট কাৰণতে ৰাণী ইচাবেলা কলম্বাচৰ এই চৰ্ত্ত সমূহ মানি লোৱাত অসম্মত হ'ল। সময় ব্যয় নকৰি কলম্বাচে ৰাণীক ধন্যবাদ দি পুনৰ ঘোঁৰাৰে ফ্ৰান্সলৈ যাত্ৰা কৰিলে। ছয়-সাত বছৰ প্ৰতীক্ষাৰ পাচতো একো ফল নধৰাত তেওঁ আৰু য'ত ত'ত মূৰ খুন্দিয়াই ফুৰিবলৈ মন নকৰা হ'ল।

ঈশ্বৰে হয়তো কলম্বাচৰ দুৰ্গতি দেখিলে, তেওঁৰ মৌন প্ৰাৰ্থনা শুনিলে। ইতিমধ্যে ৰাণী ইচাবেলাৰ ৰাজ ভড়াল ৰক্ষী লুইচ-ডি-চনটান গেলে ৰাণীক ক'লে 'আপোনাৰ ধনৰ অভাৱ হ'লে সেইধন মই ব্যক্তিগত ভাৱে যোগান ধৰিম।' তেওঁ ৰাণীক আৰু ক'লে ''আপোনাৰ একো লোকচান নহয়, বৰং আপোনাৰ লাভ কিমান হ্ব ভাবি চাওক। স্পেইনৰ কাৰণে গৌৰৱ অহাৰ লগতে অজস্ৰ ধন সোণ আপোনালৈ আহিব যদি আপুনি কলম্বাচৰ প্ৰস্তাৱ মানি লয়।'' ৰাণী মান্তি হ'ল। তেওঁ তৎ ক্ষণাত বাৰ্ত্তাবাহকৰ হতুৱাই খবৰ পঠাই কলম্বাচক ফ্ৰান্সৰ পৰা স্পেইনলৈ ঘূৰাই অনালে। অৱশেষত কলম্বাচৰ আচনিয়ে ৰাণীৰ অনুমোদন লাভ কৰিলে। ইয়াৰ পাচতে কলম্বাচে প্ৰথম সমুদ্ৰযাত্ৰা সমাপ্ত কৰিলে। এই যাত্ৰাৰ বাবদ মুঠ খৰছ হ'ল তিনি হাজাৰ পাউণ্ড। ৰাণী, চনটান গেল আৰু কলম্বাচে মিলি এই খৰছ বহন কৰিলে। কলম্বাচে তেওঁৰ অংশৰ পাঁচশ পাউণ্ড ধাৰলৈ আনিছিল। কলম্বাচৰ এই মহান সমুদ্ৰ যাত্ৰাৰ দ্বাৰা দুখন মহাদেশ স্পেইনৰ অধীনলৈ আহিল। কলম্বাচে এই প্ৰথম সমুদ্ৰযাত্ৰাত ব্যৱহাৰ কৰা তিনিখন জাহাজ আছিল 'পিণ্টা', 'নিনা' আৰু' চাণ্টা মেৰিয়া'। এই জাহাজ কেইখন সৰু অথচ মজবুট আছিল। অনুকুল বতৰত এই তিনিখন জাহাজে সাগৰত গড়ে ৬/৭ নৌ মাইল প্ৰতিঘণ্টাত অতিক্ৰম কৰিব পৰিছিল। তদুপৰি আৰু এটা সুবিধা আছিল যে বতাহ বলা বন্ধ হ'লে দীঘল ব'ঠাৰ দ্বাৰা এই জাহাজ কেইখন বাই নিব পৰা আছিল। এই জাহাজৰ প্ৰতিখনতে পৰিচালক জনৰ কাৰণে একোটা কেবিন আছিল, কিন্তু খালাচী বিলাক

ডেকৰ ওপৰত শুব লাগিছিল। প্ৰহৰী দুজনে জাহাজৰ মাজভাগত জুইশাল পাতি প্ৰতিদিনে নহৰু আৰু মচলাৰ তীব্ৰ গোন্ধ ওলোৱাকৈ গৰম খাদ্য প্ৰস্তুত কৰি খাইছিল। জাহাজত সময়ৰ হিচাপ ৰাখিবলৈ এটা অভিনৱ পদ্ধতি ব্যৱহাৰ কৰা হৈছিল। এটা নিৰ্দিষ্ট ব্যাসৰ ফুটা থকা আৰু দাগ কটা গিলাচ কিছুমান পানী ভৰাই জাহাজৰ বিভিন্ন ঠাইত থোৱা হৈছিল আৰুগিলাচ বিলাকৰ পৰা আধাপানী কমি যোৱা সময়খিনি আধা ঘন্টা বুলি গন্য কৰা হৈছিল। খালাচী ল'ৰা বিলাকে নিয়মীয়াকৈ গিলাচ বিলাকত পানী ভৰাই গৈছিল।

এই তিনিখন জাহাজত মুঠ সাতাশীজন মানুহ আছিল। তাৰ ভিতৰত আছিল তিনিজন ডাক্তৰ, এজন মুখ্য গৃহকৰ্মী, এজন দোভাষী আৰু এজন বিশেষ মানুহ যাক ৰাণীয়ে জল যাত্ৰা কালত বাটত পোৱা ধন, সোণ, মূল্যবান ধাতু, শিল, পাথৰ আদিৰ ওপৰত নজৰ ৰাখিবৰ কাৰণে নিয়োগ কৰিছিল। খালাচী ল'ৰা বিলাকে নিতৌ খোৱাৰ সময়ত সৰু সৰু গান গাই বাজনা বজাই নাবিক সকলক আমোদ প্ৰমোদ যোগাইছিল। ৰাতি খালাচী বিলাকে একেলগহে প্ৰাৰ্থনা গীত গাইছিল। জাহাজৰ খালাচী বিলাক সাধাৰণতে দাগী, অভিযুক্ত অপৰাধী লোক হয় বুলি এটা জন বিশ্বাস আছিল। কিন্তু এই কেইখন জাহাজত থকা খালাচী বিলাক ইয়াৰ ব্যতিক্ৰম আছিল। অৱশ্যে তাৰে তিনিজন খালাচী কাৰাগাৰৰ পৰা এজন হত্যাকাৰী পলাই যোৱাত সহায় কৰাৰ অপৰাধত অভিযুক্ত আছিল। ইয়াৰ বাহিৰে বাকী বিলাক খালাচী স্থানীয় নগৰৰ ভাল-ভাল ল'ৰা আছিল। তেওঁলোকে সমুদ্ৰ যাত্ৰাৰ জ্ঞান আৰু কলা-কৌশল আয়ত্ব কৰিছিল আৰু সুবিধা পালেই এনে জলযাত্ৰাত অংশীদাৰ হৈছিল। সমুদ্ৰযাত্ৰাত কলম্বাচে যি কৌশল আৰু দক্ষতা প্ৰদৰ্শণ কৰিছিল সেইবিলাকে তেওঁৰ পাচৰ নাবিক সকলৰ পৰা ভূয়সী প্ৰশংসা পাইছিল। কাৰণ সেইবিলাক তথ্য তেওঁবিলাকৰ কাৰণে পথপ্ৰদৰ্শক হৈ পৰিছিল। পৰ্তুগীজ নাবিকসকলে পূবলৈ যাব পৰা এটা পথ নিৰ্দ্ধাৰণ কৰোতে প্ৰথমে তেওঁলোকে উত্তৰলৈ যাত্ৰা কৰিছিল। এইদৰে যাওঁতে তেওঁলোকে পশ্চিমীয়া বতাহৰ হাইউৰমিৰ সতে ভেটা ভেটি হৈছিল। কিন্তু কলম্বাচে ইয়াৰ বিপৰীতে দক্ষিণলৈ জাহাজ পাৰি দিছিল আৰু এই দিশতে তেওঁৰ জাহাজ পূবমূখী বতাহৰ মাজত সোমাই পৰিছিল। এই অনুকূল বতাহে তেওঁৰ জাহাজ মহাসমূদ্ৰৰ সিপাৰলৈ চিধাকৈ ঠেলি লৈ গৈছিল। এইদৰে গৈ গৈ তেত্ৰিশ দিনৰ মূৰত তেওঁ ভূ-খণ্ডত উপনীত হ'লগৈ। যাত্ৰা কালত যেতিয়া তেওঁ সাগৰীয় উদ্ভিদেৰে উপচি থকা চাৰগাচ' সাগৰত উপস্থিত হৈছিলগৈ তেতিয়া তেওঁৰ কেপ্তেইন সকলে দ্বীপৰ সন্ধানত জাহাজ ঘূৰাবলৈ কলম্বাচৰ আদেশ বিচাৰিছিল। কিন্তু কলম্বাচে তেওঁলোকৰ কথালৈ কাণ নকৰি পশ্চিমৰ ফালে আগুৱাই থাকিল। অৱশ্যে ইয়াৰ মাজতে তেওঁ এবাৰ দক্ষিণ-পশ্চিম দিশে এজাক উৰি যোৱা চৰাইৰ পম খেদি জাহাজ এৰিছিল।

কাৰণ তেওঁ সঠিক ভাবে সিদ্ধান্ত কৰিছিল যে সেই চৰাইজাক ভূ-ভাগৰ ফালে অগ্ৰসৰ হৈছিল। এইটো ঠিক যে চৰাই জাকৰ দিশত নোযোৱা হলে তেওঁ ফ্লৰিডাকিৰ কোনো ঠাইত অৱতৰণ কৰিলে হেতেন।

জীৱনত ইয়াৰ আগতে কোনোদিনে ইমান দীঘলীয়াকৈ মাটি নেদেখাকৈ নথকা খালাচী বিলাকে মাটি নেদেখাৰ প্ৰতিবাদত বিদ্ৰোহী হৈ উঠিছিল আৰু জাহাজ যাত্ৰা নকৰে বুলি আমুৰি ধৰিছিল। এই কথা গম পাই কলম্বাচে খালাচী বিলাক এক গোট কৰি ১০ কক্টোবৰ তাৰিখে ঘোষণা কৰিলে- '' যদি আৰু তিনিদিনৰ ভিতৰত আমি কোনো ভূ-ভাগত অৱতীৰ্ণ নহওঁ তেন্তে মই জাহাজ ঘূৰাই উভটি যাম'' উৰি যোৱা চৰাইৰ জাকটো আৰু পানীত ভাহি অহা বেৰী গছৰ ডাল দেখি কলম্বাচ এনে নিশ্চিত সিদ্ধান্তত উপনীত হৈছিল। অৱশেষত কলম্বাচৰ ভাগ্যত সূৰ্য্যোদয় হ'ল।

সেইদিনা আছিল ১২ অক্টোবৰ তেওঁলোক গৈ চানচাল ভাদ'ৰত অৱতীৰ্ণ হ'ল। ঠাইখনৰ এই নামটো কলম্বাচে দিছিল। চান্চালভাদ'ৰ বৰ্ত্তমান বাহামাৰ অন্তৰ্গত ওৱাটলিং দ্বীপ। ইয়াত নামি কলম্বাচে পৰম সন্তোষ প্ৰকাশ কৰি আঁঠু কাঢ়ি ঈশ্বৰক অশেষ ধন্যবাদ জনালে আৰু নিৰ্দ্দিষ্ট নিয়মানুসাৰে কেথেলিক সম্ৰাট ফাৰ্ডিনাণ্ড আৰু ৰাণী ইচাবেলাৰ নামত এই ভূ-খণ্ড অধিকাৰ কৰিলে। ঠাইখনৰ বাসিন্দা সকল উলঙ্গ আছিল যদিও সৰল আৰু সুহৃদ আছিল। তেওঁলোকে কলম্বাচৰ এই ভূ-খণ্ড অধিকাৰৰ উ ৎ সৱ বৰ মনোযোগেৰে উপভোগ কৰিলে।

চানচাল ভাদ'ৰৰ বাসিন্দা সকলৰ বিষয়ে বৰ্ণনা দি কলম্বাচে লিখিছিল যে এই ঠাইৰ বাসিন্দা সকল ইমান সৰল, সহজ আৰু অকপট আছিল যে নেদেখিলে বিশ্বাস কৰিব নোৱাৰি। তেওঁলোকৰ ওচৰত থকা বস্তু বিচাৰি গলে কেতিয়াও নাই বুলি নকৈছিল।বৰং তোনাক মাতিনি তেওঁ লোকে খোৱা বস্তু ভাগ বতৰা কৰি খাই খুউব ভাল পাইছিল। মৰম স্নেহ বিনিময় কৰি তেওঁলোকে বৰ ভাল পাইছিল আৰু কোনোবাই তেওঁলোকক কিবা বস্তু অকনমান দিলেও তাতে বৰ সন্তোষ পাইছিল। '' পাচত এইবিলাক মানুহক 'টেইন'চ' বুলি চিনাক্ত কৰা হৈছিল। কিন্তু কালক্ৰমত এই জাতিৰ মানুহ বিলাক আন শক্তিশালী জাতিৰ কবলত পৰি সিহঁতৰ লগত বিলীন হৈ নিজৰ খিলঞ্জীয়া পৰিচয় নিচিহ্ন হৈ গ'ল। অৱশ্যে এই মানুহখিনি লগ পাই তেওঁলোকৰ ভদ্ৰতা আৰু বুদ্ধিমান স্বভাৱৰ উমান পাই কলম্বাচে তেওঁলোকক ভাল দাস হিচাপে নিয়োগ কৰিব পৰা হ'ব বুলি ৰাণী ইচাবেলাক জনাইছিল।

কলম্বাচৰ জীৱন বৃত্তান্ত লিখিবলৈ গৈ ডঃ মৰিচনে তেওঁৰ গ্ৰন্থ '' অৱ দি ফাৰ্ষ্ট ডেইজ অন চ'ৰ'' ( সাগৰৰ পাৰৰ প্ৰথম দিন বিলাক) ত লিখিলে '' এইদৰে পূৰ্বে কোনো নাবিকে কেতিয়াও প্ৰত্যক্ষ নকৰা ৪৮ ঘণ্টাৰ অতি আৰ্শ্চয্যজনক অভিজ্ঞতা এটা

কলম্বাচে লাভ কৰিলে। ইয়াৰ পাচৰ আৱিষ্কাৰ বিলাক চান্ চাল ভাদ'ৰৰ দৰে সৰু বিস্তীৰ্ণ বালিময় দ্বীপটোতকৈ অধিক চমকলগা আছিল। কিন্তু এটা কথা নিশ্চিত হ'ল যে ইউৰোপৰ মানুহক বহুত দিন ধৰি যিবোৰ গুপ্ত ৰহস্যই বিমূঢ় কৰি ৰাখিছিল কলম্বাচৰ এই সমুদ্ৰ যাত্ৰাই সেইবিলাক ৰহস্যৰ মায়াজাল শিথিল কৰি দিলে। পশ্চিম দিগন্তৰ সিপাৰে কি আছিল এই অনুসন্ধানত ব্ৰতী হোৱা ইউৰোপিয়ান সকলক নতুন আলোকৰ সন্ধান দিলে কলম্বাচে । তেত্ৰিশ দিনৰ সমুদ্ৰৰ পশ্চিম দিশত কৰা যাত্ৰা কালত দেখা প্ৰতি জোপা গছ, বন স্পেনীচ সকলৰ বাবে আৰ্শ্চয্যজনক আছিল। তাতোকৈ আচৰিত আছিল চানচ্ চাল ভাদ'ৰৰ বাসিন্দা সকল ; তেওঁলোকৰ ভাষা। এই প্ৰজাতিৰ মানুহখিনিৰ সাদৃশ্যৰ কাৰো লগত নাছিল। আনকি শিক্ষিত স্পেনিচ্‌সকলে পঢ়া হিৰ'ডটাচৰ পৰা মাৰ্কপ'ললৈকে পৰিব্ৰাজক সকলে ৰচনা কৰা সমুদ্ৰ ভ্ৰমণ কাহিনীতো এনে প্ৰজাতিৰ মানুহৰ বিষয়ে উল্লেখ নাছিল। ১৪৯২ চনৰ অক্টোবৰৰ সেই দিন কেইটাত যি বিস্ময়কৰ অভিজ্ঞতা কলম্বাচে যিদৰে লাভ কৰিছিল তাক কোনো মৰণশীল মানুহে দ্বিতীয়বাৰ লাভ কৰা আশা দুৰূহ।

চান্চালভা'দৰৰ পৰা কলম্বাচে দক্ষিণ ফালে যাত্ৰা কৰিলে আৰু এই পথত তেওঁ অন্য দ্বীপ, দ্বীপপুঞ্জ আৱিষ্কাৰ কৰিলে। এই বিলাকৰ ভিতৰত কিউবা আছিল অন্যতম। কিউবাৰ পুৰুষ মানুহৰ বৈশিষ্টৰ বিষয়ে বৰ্ণনা দি কলম্বাচে লিখিলে যে এই মানুহ বিলাকে বৰ অদ্ভূত প্ৰণালীয়ে চিগাৰেট খাইছিল। তেওঁলোকে চিগাৰেটৰ এটা মূৰত জুই লগাই আনটো মূৰ নাকৰ বিন্ধাত লগাই গভীৰ ভাৱে ভিতৰলৈ উশাহৰ লগত ধোঁৱা টানিছিল। এই যাত্ৰাৰ শেষত গৈ কলম্বাচে হিচ পানীৱালা দ্বীপত অৱতৰণ কৰিলে। বৰ্ত্তমান এই দ্বীপতে 'হাইটি' আৰু 'ডমিনিকান' গণৰাজ্য অৱস্থিত। ইয়াতে তেওঁ চাণ্টামেৰিয়া' নামৰ জাহাজখন ইমান বেয়াকৈ ৰখালে যে পুনৰ এই জাহাজখন পানীত ওপঙাব পৰা নহ'ল। কিউবাৰ পাচত এই যাত্ৰাতে কলম্বাচে আৱিষ্কাৰ কৰিলে আমাৰ দেশ ভাৰতবৰ্ষ। কলম্বাচে ভাবিছিল যে পৃথিৱী ঘূৰণীয়া যেতিয়া পশ্চিমলৈ গলেও ভাৰতবৰ্ষ পাবগৈ।

কলম্বাচৰ দুঃসাহসিক সমুদ্ৰযাত্ৰাৰ মূল উদ্দেশ্য আছিল বিশ্বৰ এখন বিস্তৃত সমৃদ্ধিশালী দেশ ভাৰতবৰ্ষ আৱিষ্কাৰ কৰা। এই দ্বীপ বিলাক পাই কলম্বাচে ভাবিছিল যে যে সেয়েই ভাৰত। এই ভুল ধাৰণা পাচত ভাঙিছিল যদিও সেই বিলাক দ্বীপৰ নাম এতিয়াও পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ ( West Indies) । এই আৱিষ্কাৰ কালত কলম্বাচে দেখিলে যে ভাৰতীয় সকল বৰ বন্ধুত্ব পৰায়ন আছিল। সেইদেখি তেওঁ তেওঁৰ জাহাজত যোৱা চল্লিশ জন মানুহ ভাৰত দ্বীপৰ উত্তৰ উপকূলৰ এখন ঠাইত থৈ যোৱাৰ সিদ্ধান্ত কৰিলে। কলম্বাচে এই উপকূলটোৰ নাম ৰাখিছিল লা- নাভিদাদ। কিন্তু অতি দুৰ্ভাগ্যৰ

কথা হ'ল যে কলম্বাচ যোৱাৰ পাচত তেওঁ এৰি থৈ যোৱা চল্লিশ জন মানুহক এই উপকূলৰ আদিবাসী সকলে দুব্যৱহাৰ কৰি হত্যা কৰিলে। ইয়াৰ পাচত কলম্বাচে উত্তৰ দিশলৈ যাত্ৰা কৰি পশ্চিমমুখী বতাহৰ সোঁতত জাহাজ পাৰি দিলে আৰু অৱশেষত ঘূৰি আহি স্পেইন পালেহি। স্পেইন পাই আৱিষ্কাৰ কাৰক কলম্বাচ এনেয়ে থকা নাছিল। তেওঁ সমুদ্ৰ যাত্ৰাৰ বিস্ময়কৰ কাহিনীবোৰ প্ৰকাশ কৰিলে। এই কাহিনীবোৰে স্পেইনত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। অকল ইমানেই নহয়, কলম্বাচে আৱিষ্কাৰ কৰা নতুন পৃথিৱীৰ পৰা সংগ্ৰহ কৰি অনা ধন, সোণ, মূল্যবান ধাতু, ভাটৌ চৰাই, ভাৰতীয় মানুহৰ স্মৃতি বহন কৰা চিহ্নলৈ স্পেইনৰ নগৰ, মহানগৰৰ ৰাজপথেদি শোভা যাত্ৰা কৰি ফুৰিছিল। মানুহক নতুন পৃথিৱীখনৰ বিষয়ে সচিত্ৰ জ্ঞান বিলোৱা কাৰ্য্যক স্পেনিচ সকলে ভূয়সী প্ৰশংসা কৰিছিল; প্ৰশংসা কৰিছিল কলম্বাচৰ এই দুঃসাহসিক সমুদ্ৰযাত্ৰাক। এয়া আছিল কলম্বাচৰ নাৱিক জীৱনৰ সাফল্যৰ স্বীকৃত উচ্চতম শৈল শিখৰ। আনহাতে কৃতজ্ঞতাৰ চিন স্বৰূপে যেতিয়া কলম্বাচে ৰাজ সভাত ৰজা ফাৰ্দিনাণ্ড আৰু ৰাণী ইচাবেলাৰ ওচৰত আঠু ল'লে তেতিয়া তেওঁলোকে কলম্বাচক কাষত বহিবলৈ দিলে। সন্তুষ্টিত কলম্বাচৰ মন-প্ৰাণ ভৰি পৰিল। ৰজা-ৰাণীয়ে চুক্তিনুসাৰে দিব লগা সকলো বস্তু তেওঁক দিলে আৰু পুনৰবাৰ যাত্ৰা আৰম্ভ কৰিবলৈ আহ্বান কৰিলে। লগতে তেওঁলোকে ইয়াকো ক'লে যে এইবাৰ যাত্ৰ কলম্বাচে লগত ধৰ্ম্মযাজক, সৈন্য আৰু কাৰিকৰী লোক লৈ যাব লাগিব যাতে তেওঁৰ যাত্ৰীদল শক্তিশালী হৈ আৱিষ্কাৰ সমূহ জনসমাজত বিস্তাৰ কাৰব পাৰে।

যেনে আদেশ তেনে কাম । ৰাজ সভাৰ আদেশ মানি কলম্বাচে দ্বিতীয়বাৰৰ বাবে জল যাত্ৰা আৰম্ভ কৰিলে ১৪৯৩ চনত। এই যাত্ৰাকালত তেওঁ প্ৰথম যাত্ৰাত কৰা ভুলবোৰ পুনৰাবৃত্তি নকৰাৰ সংকল্প কৰিলে । কাৰণ তেওঁ ইতিমধ্যে নিশ্চিত কৰিলে যে প্ৰথম যাত্ৰাত জাহাজত যোৱা চল্লিশজন সতীৰ্থক অজাষ্টিমূলকৰ দ্বীপ এটাত এৰি আহি ডাঙৰ ভুল কৰিছিল , তেওঁলোকৰ বিৰোদ্ধে ভীষণ অন্যায় কৰিছিল। তেওঁলোকৰ ইচ্ছাৰ বিৰোদ্ধে জোৰকৈ তেওঁলোকক সেই অজান ঠাইত এৰি আহিছিল। ইয়াৰ বাবে তেওঁ পাচত অনুশোচনা কৰিছিল। তেওঁ তলতীয়া কৰ্ম্মচাৰীৰ অবাধ্য আচৰণৰ লগত মোকাবিলা কৰাত ব্যৰ্থ হৈছিল আৰু তেওঁলোকৰ প্ৰতি কেতিয়াবা মাত্ৰাধিক সুহৃদ আৰু কেতিয়াবা মাত্ৰাধিক নিষ্ঠুৰ ব্যৱহাৰ প্ৰদৰ্শন কৰিছিল। এইবিলাক ভুলৰ স্পষ্ট ধাৰণা আৰু উপলব্ধি পাচত তেওঁৰ হৈছিল।

১৪৯৮ চনত কলম্বাচে তৃতীয়বাৰ সমুদ্ৰ যাত্ৰা কৰিছিল। সেইবাৰ প্ৰথমবাৰৰ বাবে দক্ষিণ আমেৰিকা তেওঁৰ দৃষ্টিগোচৰ হ'ল। এই যাত্ৰা কালত ১৫০০ চনত হিচ্পনিয়লাত স্পেইনৰ পৰা বিতাৰিত হোৱা এজন বিচাৰ পতিয়ে কলম্বাচক মানুহৰ

প্ৰতি কঠোৰতা আৰু অন্যায় আচৰণ কৰাৰ অপৰাধত দোষী সাব্যস্ত কৰিছিল। তেওঁক ইয়াৰ শাস্তি হিচাপে হাতত শিকলি পিন্ধাই স্পেইনলৈ ঘূৰাই পঠাইছিল। ৰাণী ইচাবেলা এই কথা শুনি খঙত জ্বলি পকি উঠিছিল। তেওঁ তৎ ক্ষণাত কলম্বাচক মুক্ত কৰাই দিছিল। সি যি কি নহওক যেতিয়া কলম্বাচে পূৰ্বৰ প্ৰতিশ্ৰুতি অনুসৰি ৰাজভৰালৰ পৰা একদশমাংশ ধন দাবী কৰিলে তেতিয়া কেখেলিক ৰাজপ্ৰসাদ তেওঁৰ প্ৰতি কঠোৰ হ'ল। সেই সময়ৰ পশ্চিম স্পেইনৰ উৎ পাদিত সম্পত্তিৰ এক দশমাংশ কলম্বাচক দিয়াহেঁতেন তেওঁ অবিশ্বাস্যভাবে এজন ধনী মানুহ হ'ল হেতেন।

অৱশেষত ১৫০২ চনত ৰাজ প্ৰসাদৰ পৰা কলম্বাচক চাৰিখন জাহাজ দিয়া হ'ল আৰু ইয়াৰ সৈতে তেওঁৰ চতুৰ্থ আৰু শেষ সমুদ্ৰ যাত্ৰা আৰম্ভ হ'ল। এই যাত্ৰাত তেওঁ এখন জাহাজ মধ্য আমেৰিকাৰ উপকূলৰ কাষেদি পাৰি দিয়ালে। কিন্তু পূৰ্বে তেওঁ প্ৰশান্ত মহাসাগৰলৈ যোৱা এটা পথ বিচাৰি উলিওৱা কামত ব্ৰতি হ'ব লগা হোৱাত তেওঁ দুটা গুৰুত্বপূৰ্ণ বস্তু হেৰুৱাব লগা হ'ল। সেই দুটা হ'ল হণ্ডুৰাৰ সাগৰীয় মুকুতা মাছৰ ভৰাঁল আৰু ইয়াৰ পৃথিৱীৰ সবাতোকৈ চহকী সোণৰ খনিবোৰ । কিন্তু দুৰ্ভাগ্যই এইবাৰ কলম্বাচৰ লগ নেৰিলে। জাহাজৰ কৰ্ম্মীবোৰে তেওঁৰ বিৰোদ্ধে বিদ্ৰোহ কৰিলে আৰু অৱস্থা এনে হ'ল যে তেওঁ আসন্ন মৃত্যুৰ পৰা দৈৱক্ৰমেহে ৰক্ষা পৰিছিল। যাত্ৰা কালতে বাত বিষ ৰোগত তেওঁ আক্ৰান্ত হৈ শয্যাগত হ'ব লগা হ'ল। জাহাজ বিলাক ইতিমধ্যে ভাগি ছিগি জৰাজীৰ্ণ হৈ পৰিল। এই বিপদৰ পৰা কোনো উদ্ধাৰকাৰী বাহিনীয়ে উদ্ধাৰ কৰাৰ আশাত কলম্বাচ 'জামাইকা'ত ৰৈ থাকিব লগা হ'ল। বিপদ অকলে নাহে। সেইসময়তে তেওঁৰ শুভাকাঙ্খী বন্ধু ৰাণী ইচাবেলাৰ মৃত্যু হ'ল। ইয়াৰ পাচতো কলম্বাচে ৰজা ফাৰ্দিনাণ্ডক কিছু অৰ্থ সাহাৰ্য্য দিবৰ বাবে অনুৰোধ কৰিছিল। কিয়নো জাহাজৰ কৰ্ম্মচাৰী সকলক অৰ্থৰ অভাৱত বেতন দিব নোৱাৰি কলম্বাচ বৰ বিমোৰত পৰিছিল। পিছে ৰজাই তেওঁৰ অনুৰোধ উপেক্ষা কৰিলে। কলম্বাচে ঘূৰি আহি ৰজা ফাৰ্দিনাণ্ডাক দেখা কৰিলে। কিন্তু এইবাৰ ৰজাই কলম্বাচক নৌ-অধীক্ষক পদৰ পদমৰ্য্যদা আৰু সা-সুবিধাৰ পৰিৱৰ্ত্তে তেওঁক ৰাজ-সভাত এটি নিম্নখাপৰ পদ যাচিলে। তেওঁ অপমান বোধ কৰি এই পদ প্ৰত্যাখান কৰিলে। কিয়নো কলম্বাচে বিশ্বাস কৰিছিল যে এই সমুদ্ৰ যাত্ৰাৰ দ্বাৰ তেওঁ কোনো সামান্য কাম সম্পাদন কৰা নাইবা ৰজা ঘৰৰ কোনো লোকচান কৰি অহা নাই যাৰ বাবে তেওঁ এনে অপদস্থ হ'ব লগা হ'ল। তেওঁ এই যাত্ৰাৰ দ্বাৰা ইষ্ট এণ্ডিজ স্পৰ্শ কৰিছিল। শেষত তেওঁ ইয়াকো এই যাত্ৰাকালতে খিৰাং কৰি আহিছিল যে চীনৰ ''গ্ৰেট খান অৱ কেথে'' ৰাজ প্ৰসাদ কাষ্টাৰিকাৰ কোনো এঠাইত অৱস্থিত।

কলম্বাচৰ বিষয়ে নিৰপেক্ষভাৱে এটা কথা ক'ব পাৰি যে সমুদ্ৰযাত্ৰাৰ দ্বাৰা তেওঁ কেৱল ধন দৌলতৰ লালসা কৰা নাছিল। তেওঁৰ প্ৰবল ইচ্ছা আছিল। মাৰ্কপ'লই

উল্লেখ কৰি যোৱা ঠাই সমূহলৈ যাব পৰা জল পথ নিৰ্ণয় কৰা। কিয়নো তেওঁ জানিছিল যে সেই ঠাই বিলাকত মানৱ সভ্যতাৰ সকলো চানেকি, সুখ-সম্ভোগ, আমোদ-প্ৰমোদৰ প্ৰাচুৰ্য্য আছিল।

এইজন মহান নাৱিকে না-না বিপদ সঙ্কুলৰ মাজৰে সম্পন্ন কৰা সমুদ্ৰ অভিযানৰ দ্বাৰা বহুত সৰু -ডাঙৰ ৰাজ্য,দেশ স্পেইনৰ অধীনলৈ আনিছিল, সিমানখিনি ৰাজ্য স্পেইনৰ শাসন কৰ্ত্তাসকলে তেওঁলোকৰ শাসন কালত কল্পনাও কৰিব পৰা নাছিল। এইজন দুৰ্দ্দমনীয় নাৱিকৰ আৱিষ্কাৰ সমূহে ইউৰোপৰ চকু প্ৰথম পশ্চিমৰ দিশে মেল-খুৱালে। মাত্ৰ পচপন্ন বছৰ বয়সত কলম্বাচৰ যেতিয়া মৃত্যু হ'ল, নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস, তেওঁৰ মৃত্যুত শোক প্ৰকাশ কৰোঁতা কোনো নাছিল। কিন্তু এইজন বীৰত্বপূৰ্ণ পুৰুষৰ বীৰোচিত কাৰ্য্যই চিৰদিনৰ বাবে পৰৱৰ্ত্তী শতিকা সমূহ গৌৰৱোজ্জ্বল আলোৰে আলোকিত কৰি ৰাখিব।

ooooooooooooooooooo

# বিশ্ব-ব্ৰহ্মাণ্ড আৱিষ্কাৰক ঃ আইজাক নিউটন



চনটো আছিল ১৬৪২। দিনটো আছিল খৃষ্টিয়ান সকলৰ পবিত্ৰ বৰদিন ২৫ ডিচেম্বৰ। লিঙ্কঁন চায়াৰৰ উলচ্‌থৰ্প গাৱঁৰ পামত থকা শিলৰ বেৰৰ ঘৰটোতে সেইদিনা নিচেই পুৱাতে শিশুটি জন্ম হ'ল। দেউতাকৰ আশা আছিল তেওঁ এটি সুন্দৰ সন্তানৰ পিতৃ হ'ব।পিচে বিধিৰ লিখন খণ্ডাব কোনে। মানুহে পাতে ঈশ্বৰে ভাঙে। সন্তানৰ মুখ দেখাৰ সৌভাগ্য তেওঁৰ নহ'ল। পুত্ৰ জন্মৰ মাত্ৰ কেইসপ্তাহ মানৰ পূৰ্বে পিতৃয়ে মাথোন ৩৭ বছৰ বয়সতে ইহলীলা সম্বৰণ কৰিলে।স্বামীহাৰা মাকগৰাকীও আছিল তেনেই সাধাৰণ গাৱঁলীয়া মহিলা।এতিয়াৰ দৰে তেতিয়া চিকিৎসালয় বা নাৰ্চিং হ'ম নাছিল। কাজেই নিজৰ ঘৰতে ধাইৰ সহায়ত মাতৃ গৰাকীয়ে সন্তানটি জন্ম দিছিল। প্ৰসূতিমাতৃৰ তদাৰকী ধাই দুগৰাকীয়ে নৱজাত শিশুটিৰ চেহেৰা দেখি সি এদিনো জীয়াই থাকিবনে নেথাকে সন্দেহ কৰিছিল। কিন্তু ৰাখে হৰি মাৰে কোনে ।এবছৰ নহয় দুবছৰ নহয় চাৰি কুৰি চাৰিবছৰ জীয়াই থাকিল এই লৰাটি,নিশকটীয়া হৈ নহয়, এজন বিশাল প্ৰতিভাশীল বিজ্ঞানী হৈ।তেওঁৰ মহৎ কৰ্মৰাজি হৈ ৰ'ল মানৱ সভ্যতাৰ ইতিহাসৰ এডাল উজ্জ্বল মুকুতাৰ হাৰ । তেওঁ হ'ল পৃথিৱীত জন্মলাভ কৰা বিৰল প্ৰতিভা সম্পন্ন বিজ্ঞানীসকলৰ ভিতৰত এজন - যাৰ নাম হ'ল আইজাক নিউটন।

দুবৰ্বল, নিশকটীয়া এই ল'ৰাজনৰ শৈশৱে কিন্তু ভৱিষ্যতৰ অগাধ পাণ্ডিত্যৰ কোনো আভাস বহন কৰা নাছিল। তিনিটা উপৰিপুৰুষৰ বংশগত বিশ্লেষণেও নিউটনৰ মানৱজাতিৰ প্ৰতি আগবঢ়োৱা মহান অৱদানৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ ইংগিত বহন নকৰে বুলি পাছৰ বিজ্ঞানীসকলে ঠাৱৰ কৰিছিল। বৰং খুব ধীৰে ধীৰেহে অমূল্য অৱদান সমূহে নিউটনৰ চিন্তাৰ মাজেদি আত্মপ্ৰকাশ কৰিছিল। স্কুলীয়া ছাত্ৰ হিচাপে তেওঁ আছিল শ্ৰেণীৰ প্ৰায় তলখাপৰ ।শ্ৰেণীত প্ৰথম,দ্বিতীয় নহ'লেও নিউটন আছিল অতিশয় অধ্যয়ণশীল যাৰ ফলত এদিন তেওঁ ১ম ছাত্ৰজনক পৰাভূত কৰি নিজকে এজন কৃৰ্তি ছাত্ৰ বুলি প্ৰতিপন্ন কৰিলে। গভীৰ অধ্যয়নশীলতাৰ প্ৰতি লক্ষ্য কৰি এজন বিদ্যোৎসাহী মোমায়েকে নিউটনক ১৮ বছৰত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ অধীনত ট্ৰিনিটি কলেজত ভৰ্ত্তি কৰাই দিলেগৈ ১৬৬০ চনত। চাৰিবছৰ মান তেওঁ তাত ভালদৰে অধ্যয়ণ কৰিলে; কিন্তু ১৬৬৫ চনত ইংলণ্ডত মহামাৰীৰূপে দেখা দিয়া প্লেগ বেমাৰে নিউটনৰ

শিক্ষা জীৱনত এটা উল্লেখযোগ্য প্ৰভাৱ পেলালে। কিয়নো মাত্ৰ তিনিমাহৰ ভিতৰত লণ্ডনৰ জনসংখ্যাৰ এক দশমাংশ প্লেগ বেমাৰত মৃত্যু হ'ল। কেম্ব্ৰিজ বিশ্ববিদ্যালয় বন্ধ কৰি দিয়া হ'ল। ২৩ বছৰীয়া নিউটন উপায়ান্তৰ হৈ ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহি উইলথ্ৰপ পালেহি। ইয়াতে তেওঁ গভীৰ চিন্তাত নিমগ্ন হ'ল। মাকৰ লগত থাকি পাম ঘৰত তেওঁ পুৰা ডেৰ বছৰ ধৰি কৰা এই গভীৰ চিন্তা ধাৰাই তেওঁৰ পিচৰ সকলো সাফল্যৰ মূল ভেটি হিচাপে পৰিগণিত হ'ল।

বাল্যকালত নিউটনক ওচৰ-চুবুৰীয়াই উলসংগ্ৰহ কৰি মাকক জীৱিকা উৰ্পাজনত সহায় কৰা এটি সাধাৰণ ল'ৰা হিচাবে চিনি পাইছিল। কিন্তু অমনোযোগী এই চেঙেলীয়া ডেকাজনৰ আচল স্বৰূপটো ধৰা পৰিছিল তেতিয়া, যেতিয়া তেওঁ বাধ্য হৈ পাম ঘৰত থকা এই সময়ছোৱাত বিজ্ঞানৰ জটিল সমস্যা সমূহৰ সমাধান বিচাৰি ঘণ্টাৰ পিছত ঘণ্টাজুৰি একাগ্ৰচিত্তে মনোনিবেশ কৰা প্ৰচণ্ড ক্ষমতা প্ৰদৰ্শনৰ যোগেদি। এই ধৰ্য্যশীলতাই নিউটনক আন এটা মহান অৱদান দিছিল আৰু সি হ'ল বিৰামহীনভাৱে একোটা সমস্যাৰ গভীৰতালৈ সোমাই যোৱা এটা তীক্ষ্ণ অনুসন্ধানী শক্তি।

অতি প্ৰাচীন কালৰ পৰা বিদ্বান জ্ঞানীলোকে বিশ্বাস কৰিছিল যে সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ সমূহৰ এনে কিছুমান বিষেশ স্বৰ্গীয় ধৰ্ম আছিল যিবিলাকৰ কাৰণে সিহঁত আন বস্তুৰ পৰা বেলেগ আছিল। নিউটনৰ দ্বাৰা উদ্‌ঘাটিত নতুন তত্ত্ব প্ৰচাৰ নোহোৱা পৰ্যন্ত কোনেও এই প্ৰবাদৰ বিৰোধীতা কৰিব নোৱাৰিছিল। ধৰ্ম যাজক ,গীৰ্জ্জাৰ পুৰোহিতসকল এই বিষয়ত বেচি গোড়া আছিল। তেওঁ পাচত ঘোষণা কৰিলে যে এদিন নিজৰ বাগিচাত বহি থাকোতে গছৰ পৰা এটি আপেল পৃথিৱীলৈ সৰি পৰা দৃশ্য দেখি নিউটনে নিজকে প্ৰশ্ন কৰিলে যে যি শক্তিৰ দ্বাৰা পৃথিৱীয়ে আপেলটো গাৰ ফালে টানি আনিলে তেনে শক্তিৰ দ্বাৰা চন্দ্ৰটোক তাৰ কক্ষপথত ধৰি ৰাখিব পাৰে। এই ধাৰণাটো নিউটনৰ বাবে বেছি গ্ৰহণযোগ্য হৈ পৰা যেন লাগিল। কাৰণ সেই সময়ত ডেচকাৰ্টৰ প্ৰচলিত সূত্ৰানুসৰি মানুহে বিশ্বাস কৰিছিল যে-' ইথাৰ' নামৰ এটা নেদেখা অনুভৱ কৰিব নোৱাৰা আৰু প্ৰমাণ কৰিব নোৱাৰা বস্তুয়ে চন্দ্ৰ আৰু অন্য গ্ৰহবোৰক সিহঁতৰ কক্ষপথত কঢ়িয়াই লৈ ফুৰে। সেই চিন্তাকে মূৰত লৈ নিউটনে কামত মনোনিবেশ কৰিলে। এই গৱেষণাৰ ফলশ্ৰুতি হ'ল নিউটনৰ গতি বিষয়ৰ আৰু বিশ্বব্ৰহ্মাণ্ডৰ মহাকৰ্ষণ, মধ্যাকৰ্ষণ সূত্ৰৰ আৱিষ্কাৰ। এই আৱিষ্কাৰ কৰোতে নিউটনৰ বয়স প্ৰায় ২৫ বছৰ। এই সূত্ৰসমূহ প্ৰমাণ কৰিবৰ কাৰণে তেওঁ গণিতৰ এটা নতুন পদ্ধতি আৱিষ্কাৰ কৰিলে যাৰ নাম

হ'ল, 'কেলকুলাচ' বা 'কলন গণিত'।

উলচথ্ৰপত থকা এই ১৮ মাহত নিউটন কেৱল ঘৰতে বহি চিন্তা মগ্ন আছিল তেনে নহয়। বহু সময়ত তেওঁ সাগৰৰ পাৰত বহি সাগৰৰ উত্তাল তৰংগৰাজিও নিৰীক্ষণ কৰিছিল আৰু তাৰ পম খেদি খেদি তেওঁ এদিন উদঘাটন কৰিলে জোৱাৰ ভাটাৰ নিয়ম তথা সূত্ৰ সমূহ। এই সময়তে তেওঁ এবাৰ গাঁৱত অনুষ্ঠিত হোৱা এখন আনন্দমেলালৈ গৈ মাত্ৰ কেই পেনিমান দি দুটামান কাঁচৰ প্ৰিজম কিনি আনিলে। এই প্ৰিজম কেইটাৰ সহায়ত কিছুমান সুন্দৰ পৰীক্ষা কৰি তেওঁ প্ৰমাণ কৰিলে যে বগা পোহৰ সাতোটা ৰঙৰ সমষ্টি ( চমুকৈ ভিবজিঅৰ ) আৰু প্ৰতিটো ৰং যেতিয়া প্ৰিজমৰ মাজেদি যায় সি নিজস্ব বৈশিষ্টানুসাৰে নিৰ্দিষ্ট কোণ কৰি বেকা হয়। ইয়াৰ পাছতো ক্ষান্ত ন'হল নিউটন তেওঁ কাঁচৰ লেন্স আৰু আইনা গুৰি কৰি এবিধ দূৰবীন যন্ত্ৰ সাঁজি উলিয়ালে।

ভাবিলে আচৰিত লাগে যে জীৱনৰ ভাটি বয়সত যেতিয়া বিশ্বব্ৰহ্মাণ্ডখন জনাৰ ক্ষেত্ৰত নিউটনৰ প্ৰভূত বৰঙণিৰ কথা জানি লোকপ্ৰশংসাই তেওঁক প্লাৱিত কৰিছিল তাৰ উত্তৰত তেওঁ মাথো কৈছিল, "এই বিষয়ত মোৰ কোনো বিশেষ পাৰদৰ্শিতা নাছিল; কিন্তু অসীম ধৈয্যৰে চিন্তা কৰা এক অদ্ভুত শক্তি মই লাভ কৰিছিলো।" আৱিষ্কাৰ সমূহৰ বিষয়ে মন্তব্য দি নিউটনে কৈছিল, "যিদৰে দোকমোকালিৰ পোহৰ অলপ অলপকৈ বাঢ়ি গৈপূৰ্ণ প্ৰভাত প্ৰাপ্তি হয় থিক সেইদৰে এটা বিষয় বস্তু নিৰৱিচ্ছিন্ন ভাৱে মোৰ সম্মূখত থাকিলে তাৰ বৈজ্ঞানীক তত্ত্ববোৰ অলপ অলপকৈ আৱিষ্কৃত হৈ হৈ শেষত সি এটাপূৰ্ণ আৱিষ্কাৰত পৰিণত হৈছিল।" অৱশ্যে উলচথ্ৰপত থকা সময়ত যিবিলাক আৱিষ্কাৰ নিউটনে কৰিছিল তাৰ বিষয়ে তেওঁ নিমাত আছিল। এই মৌনতাই তেওঁক পিচত এক বিতৰ্কত অৱস্থাত জড়িত কৰিছিল। ১৬৬৭ চনত নিউটন পুণৰ কেম্ব্ৰিজৰ ট্ৰিনিটি কলেজলৈ ফেল' হিচাপে ঘূৰি আহিল। সেই সময়ত আইজাক বেৰ' আছিল কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ গণিতৰ অধ্যাপক। অধ্যাপক বেৰ'য়ে নিউটনক এজন অসাধাৰণ ব্যুৎপত্তিসম্পন্ন অদ্বিতীয় চিন্তাশীল ব্যক্তি বুলি গণ্য কৰিছিল।

১৬৬৯ চনত অধ্যাপক বেৰ'ৱে নিজৰ পদৱী ত্যাগ কৰিলে আৰু তেওঁৰ ঠাইত নিউটনক উক্ত পদত অধিষ্ঠিত কৰাৰ ব্যৱস্থা কৰিলে। এই সম্মানীয় পদবী লোৱাৰ সময়ত নিউটন আছিল মাত্ৰ ২৬ বছৰীয়া আৰু এই পদবীত তেওঁ ৩২ বছৰ কাৰ্য্য নিৰ্ব্বাহ কৰিছিল। এই পদত নিযুক্তি হোৱাৰ অলপ দিনৰ পাচতে লণ্ডনৰ প্ৰাকৃতিক জ্ঞান উন্নয়ণকাৰী ৰাজকীয় সমাজে নিউটনৰ নতুনকৈ অৱিষ্কৃত প্ৰতিফলন দূৰবীণ যন্ত্ৰটোৰ বিষয়ে জানিব পাৰি তেওঁক উক্ত সমাজৰ এজন সদস্য মনোনিত কৰিলে। এই

মনোনয়নত উৎ সাহী হৈ নিউটনে প্ৰতিফলন দূৰবীনৰ আৱিষ্কাৰৰ আঁৰত থকা পোহৰ পৰীক্ষা সম্বলিত এটা টোকা উক্ত সমাজলৈ প্ৰেৰণ কৰিলে। এই টোকা পত্ৰখনে এটা বিৰাট আলোড়ন সৃষ্টি কৰিলে। এই আলোড়ন নিউটনৰ পৰীক্ষা সমূহ অসত্য আৰু তাৰ পৰা গ্ৰহণ কৰা সিদ্ধান্ত সমূহ বিতৰ্কৰ উৰ্দ্ধত বুলি হোৱা নাছিল; হৈছিল নিউটনৰ প্ৰাপ্ত তথ্যসমূহে সেই সময়ত প্ৰচলিত কিছুমান সূত্ৰ সমৰ্থন নকৰাৰ বাবেহে। নিউটনৰ নতুন তত্বৰ বিৰোদ্ধে বহুত প্ৰতিবাদ ধবনি হ'ল আৰু অৱশেষত অতিষ্ঠ হৈ তেওঁ ঘোষণা কৰিলে, '' হয় এজন মানুহে কোনো নতুন তত্ত্ব উদ্ভাৱন কৰিব নালাগিব। নাইবা নতুন তত্ত্বক ৰক্ষা কৰিবলৈ দাসত্ব স্বীকাৰ কৰিব লাগিব।'' এই ঘটনাৰ পাচত নিউটনে তেওঁৰ আৱিষ্কাৰসমূহ প্ৰকাশ কৰিবলৈ অনিচ্ছুক হৈ পৰিল।

স্নাতক হোৱাৰ পূৰ্বে নিউটনে কলন গণিতৰ উন্নতি সাধন কৰিছিল। কিন্তু এই উন্নতি সাধনৰ পদ্ধতি সম্পৰ্কে তেওঁ অধ্যাপক বেৰ'ৰ বাহিৰে কাকো সদৰি কৰা নাছিল। কেইবছৰমানৰ পাচত গটফ্ৰেড্ উইলহেম লিবনিজ্ নামৰ এজন জাৰ্মান গনিতজ্ঞই নিউটনৰ পদ্ধতি সদৃশ নিয়মে কলন গণিতৰ বিকাশ সাধন কৰিলে। লিবনিজে প্ৰথমে স্বীকাৰ কৰিছিল যে নিউটন আৰু তেওঁ একে সময়তে একেটা পদ্ধতিত কাম কৰিছিল। কিন্তু যেতিয়া বিষয়টো বেছি সৰৱ হ'ল তেতিয়া লিবনিজৰ সমৰ্থক সকলে ক'বলৈ ধৰিলে যে নিউটনে লিবনিজৰ পৰাহে এই পদ্ধতি অনুসৰণ কৰিছিল। অৱশেষত এই দ্বৈত দ্বন্দ যুদ্ধ অৱসান ঘটাবলৈ জিন বাৰ্নলি নামৰ চুইজাৰলেণ্ডৰ এজন বিখ্যাত গণিতজ্ঞই দুটা গাণিতিক সমস্যা প্ৰকাশ কৰি নিউটন আৰু লিবনিজক এবছৰৰ ভিতৰত ইহঁতৰ সমাধান দিবলৈ আহ্বান জনালে। লিব্‌নিজে এটা সমস্যা সমাধান কৰি আনটোৰ সমাধান বিচাৰি কামত ব্যস্ত হ'ল। কাৰণ এবছৰ পাৰ হ'বলৈ বেছি দিন নাছিল। নিউটনে যেতিয়া সমস্যা দুটাৰ কথা জানিলে, তেওঁ ২৪ ঘণ্টাতকৈ কম সময়ত দুয়োটাৰ সমাধান উলিয়ালে। তেওঁ এই সমস্যা দুটাৰ উত্তৰ ৰাজকীয় সমাজলৈ পঠালে। সমাজে দুয়োটা উত্তৰ প্ৰকাশ কৰিলে কিন্তু সমাধানকাৰীৰ নাম ব্যক্ত নকৰিলে ।বাৰ্নলিয়ে প্ৰকাশিত উত্তৰ দুটা দেখি আক্ষেপেৰে কৈছিল, '' হাতোঁৰা দেখিয়ে ক'ব পাৰি সিংহ কিমান ডাঙৰ।'' এই পৰীক্ষাই সন্দেহাতীত ভাবে প্ৰমাণ কৰিলে যে নিউটন কলন গণিতৰ আৱিষ্কাৰক নহ'লে এই সমস্যা দুটাৰ সমাধান কেতিয়াও কৰিব নোৱাৰিলেহেঁতেন। ''প্ৰিন্সিপিয়া মেথমেটিকা'' নামৰ গ্ৰন্থখন হৈছে নিউটনৰ অন্যতম সৰ্ব্বশ্ৰেষ্ঠ সৃষ্টি। কিন্তু এই গ্ৰন্থখনৰ প্ৰকাশ দৈৱক্ৰমেহে হৈছিল। ডেকা এৰ্ডমাণ্ড হেলি সেই সময়ত ৰাজকীয় জ্যোৰ্তিবিদ আছিল। তেওঁ হেলি ধূমকেতু আৱিষ্কাৰ কৰিছিল। তেওঁ গ্ৰহ বিলাকৰ কক্ষপথ গণনা

কৰিবলৈ গৈ বৰ বিপাঙত পৰিছিল। উপায়ন্তৰ হৈ তেওঁ নিউটনৰ সহায় বিচাৰিলে। কিন্তু হেলি জানি আচৰিত হ'ল যে নিউটনে ইতিমধ্যে কক্ষপথবোৰ গণনা কৰি থৈছিল। অৱশ্যে বিশৃঙ্খলাপূৰ্ণ নিউটনৰ মেজৰ পৰা সেই গণনাৰ কাগজসমূহ বিচাৰি উলিওৱা সহজ নাছিল। গতিকে হেলিৰ অনুৰোধত সেই গণনাবোৰ তৎক্ষণাত পুনৰ কৰি পেলালে।

হেলিয়ে দেখিলে যে ইতিমধ্যে নিউটনৰ অপ্ৰকাশিত গৱেষণাৰ কৰ্মবোৰ সক কোঠাটোৰ টেবুলৰ ওপৰত অযত্নপালিত হৈ জমা হৈ আছিল। তাকে দেখি তেওঁ নিজৰ খৰচত সেই বিলাক প্ৰকাশ কৰিবলৈ আগবাঢ়ি আহিল। হেলিৰ এই প্ৰস্তাৱত নিউটন মান্তি হ'ল আৰু ইয়াৰ ফলস্বৰূপে বিজ্ঞানজগতৰ সৰ্ব্বতোকালৰ শ্ৰেষ্ঠ গ্ৰন্থ '' প্ৰিন্সিপিয়া'' প্ৰকাশ হৈ ওলায়। পিচৰ কালত এলবাৰ্ট আইনষ্টাইনৰ আপেক্ষিকবাদ সূত্ৰ আৱিষ্কাৰ হোৱাৰ পাছতো মানৱ জাতিৰ চিন্তা জগতত এই গ্ৰন্থৰ প্ৰভাৱ নিষ্প্ৰভ হৈ পৰা নাই। নিউটনে বিশ্বব্ৰহ্মাণ্ডৰ চলন্ত প্ৰক্ৰিয়াৰ যান্ত্ৰিকতা উদ্‌ঘাটন কৰে। আইনষ্টাইনে পৰমানু উদ্‌ঘাটন কৰি শক্তি আৰু পদাৰ্থৰ স্থিতি প্ৰতিপন্ন কৰে।

''প্ৰিন্সিপিয়া '' গ্ৰন্থত নিউটনে ইতিপূৰ্বে আৱিষ্কাৰ কৰা গ্ৰহ, উপগ্ৰহবোৰৰ গতি সম্পৰ্কীয় সূত্ৰও তথ্যসমূহ পৰিশোধনও স্পষ্ট ভাষাত লিপিবদ্ধ কৰিলে। ভাবিলে আচৰিত লাগে যে এই গ্ৰন্থখন প্ৰস্তুত কৰাৰ সময়চোৱাত নিউটন প্ৰায় ঘণ্টাজুৰি প্ৰস্তৰ মূৰ্ত্তিৰ দৰে বহে, হঠাত ডেস্কখনলৈ ঢাপলি মেলে আৰু কেইবা ঘণ্টা ধৰি থিয় হৈ লিখে। সেইদৰে তন্ময় হৈ লিখি থকোতে তেওঁ খাবলৈ, শুবলৈ পাহৰি গৈছিল। পুৱা ৫-৬ বজাতহে তেওঁ শুবলৈ গৈছিল। '' প্ৰিন্সিপিয়া'' গ্ৰন্থত সন্নিবিষ্ট '' দি ফ্ৰেম্ অৱ দি চিষ্টেম অৱ দি ওৱৰ্ল্ড '' নামৰ নিবন্ধটি ইমানেই তত্ত্ব গধূৰ যে গণিতজ্ঞ সকলেও ইয়াক অধ্যয়ণ কৰিবলৈ টান পাইছিল। নিউটনে ইচ্ছা কৰি ইয়াক জটিল কৰিছিল যাতে গণিতৰ সক সমস্যাবোৰে তেওঁক বিব্ৰত কৰিব নোৱাৰে । প্ৰিন্সিপিয়া গ্ৰন্থ লিখা হৈছিল লেটিন ভাষাত। কিয়নো সেই সময়ত লেটিন আছিল বিজ্ঞানৰ বিশ্ব ভাষা। এই গ্ৰন্থত সন্নিবিষ্ট বিষয়বোৰৰ সৰহখিনি আছিল গণিতৰ সূত্ৰ আৰু সমীকৰণ। উল্লেখযোগ্য যে দুটা শতিকা জুৰি এই গ্ৰন্থ খনি আছিল বিজ্ঞান জগতৰ প্ৰধান পথ প্ৰদৰ্শক। নিউটনৰ পূৰ্বে সকলো চিন্তাবিদে মতপোষণ কৰিছিল যে গ্ৰহ বিলাকক কক্ষপথত গতিশীল অৱস্থাত ৰাখিবলৈ কিবা এটা ধাৰাবাহিক বলৰ আৱশ্যক হয়। কিন্তু প্ৰিন্সিপিয়াত নিউটনে ক'লে যে এটা গতিশীল বস্তু বাহ্যিক বলৰ দ্বাৰা ৰোধ নকৰা পৰ্যন্ত এটা সৰল ৰেখাত চিৰন্তনভাৱে গতি কৰি থাকে। গ্ৰহবিলাক বৃত্তাকাৰ পথত ঘূৰি থাকে কাৰণ সূৰ্য্যৰ মধ্যাকৰ্ষণ শক্তি আৰু

মহাকাশৰ মাজেদি গতি কৰি থকা গ্ৰহ বিলাকৰ কেন্দ্ৰীভূত শক্তিৰ মাজত সমতা স্থাপন হয় যিহেতু মহাকাশত ঘৰ্ষণ শক্তি নাই সেয়ে গ্ৰহ বিলাকক এটা ধ্ৰুৱক গতিত বৃত্তাকাৰ পথত ঘূৰাই ৰাখিবলৈ কোনো অতিৰিক্ত ক্ষমতাৰ প্ৰয়োজন নহয় আৰু এই প্ৰক্ৰিয়া অনন্ত কালৰ বাবে চলি থাকে।

নিউটনে মধ্যাকৰ্ষণ শক্তিৰ সূত্ৰ উদ্ভাৱণ কৰাৰ লগতে মহাকৰ্ষণ শক্তিৰ নিয়ম তথা সূত্ৰও আৱিষ্কাৰ কৰে। এই সূত্ৰ অনুসৰি তেওঁ প্ৰতিপন্ন কৰিলে যে বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতিটো বস্তুকণাই আনবস্তু কণাক আকৰ্ষণ কৰে আৰু এই আকৰ্ষণৰ মান বস্তু দুটাৰ ভৰৰ গুণ ফলৰ সমানুপাতিক আৰু ইহঁতৰ মাজৰ দূৰত্বৰ বৰ্গৰ ব্যস্তঅনুপাতিক। এই সম্পৰ্কতে তেওঁ সূৰ্য্য আৰু গ্ৰহ বিলাকৰ ভৰ নিৰ্ণয় কৰা পদ্ধতিও উদ্ভাৱন কৰে। লগতে তেওঁ ধূমকেতুবোৰৰ কক্ষপথ নিৰ্ণয কৰা নিয়মসমূহ প্ৰতিষ্ঠা কৰে। তেওঁ প্ৰমাণ কৰিলে যে চন্দ্ৰ আৰু সূৰ্য্যৰ মধ্যাকৰ্ষণ শক্তিৰ বাবে সাগৰ, মহাসাগৰত জোঁৱাৰ- ভাটা হয়। চন্দ্ৰ আৰু সূৰ্য্যৰ যুটীয়া আকৰ্ষণৰ ফলত সাগৰত বসন্ত জোঁৱাৰ হয়। সাগৰত ভাটা তেতিয়াই হয় যেতিয়াই এই আকৰ্ষণ শক্তিৰ দিশ বিপৰীতমূখী হয়। সৌৰজগতত ঘটি থকা এই আচৰিত সুষম পৰিঘটনাটো নিশ্চয় এজন সৰ্বশ্ৰেষ্ঠ সৃষ্টি কৰ্ত্তাৰ নিখুট কাৰুকাৰ্য্য বুলি নিউটনে ঠাৱৰ কৰিলে। গতিকে দেখা গ'ল যে বিজ্ঞানী হ'লেও এই ক্ষেত্ৰত তেওঁ সৃষ্টিকৰ্ত্তা ভগৱানৰ বিশ্বাসী আছিল।

নিউটনৰ মহান কৃতিত্ব সমূহৰ এটা সাফল্য তেওঁৰ মৃত্যুৰ এক শতিকাৰ পাছতহে বেচি ধৰণে চৰ্চ্চিত আৰু প্ৰতিষ্ঠিত হৈছিল। তেওঁৰ মহাকৰ্ষণ শক্তিৰ বিষয়ৰ সূত্ৰ সমূহ ইমান ব্যাপক ভাৱে গৃহীত হ'ল যে জ্যোৰ্তিবিদ সকলে যেতিয়া দেখিলে যে ইউৰেনাচ গ্ৰহটো নিজৰ কক্ষপথৰ পৰা সামান্য বিচ্যুতি ঘটিল তেতিয়াও তেওঁলোকে সন্দেহ কৰা নাছিল যে নিউটনৰ সূত্ৰত কিবাএটা ত্ৰুটী আছিল বৰং তেওঁলোকে এনে মতপোষণ কৰিছিল যে তেতিয়াও আৱিষ্কৃত নোহোৱা আনএটা গ্ৰহৰ মহাকৰ্ষণ শক্তিৰ প্ৰভাৱত পৰিহে এনে বিচ্যুতি ঘটিছিল। নিউটনৰ সূত্ৰৰ সহায়ত ফৰাচী বিজ্ঞানী ইউ.জে.জে. লিভেৰিয়াৰ আৰু ইংৰাজ বিজ্ঞানী জে. চি. আডামে স্বতন্ত্ৰ ভাৱে এই অজ্ঞাত গ্ৰহটো স্থিতি গণনা কৰি ঠাৱৰ কৰিলে। লিভেৰিয়াৰে তেওঁৰ গণনা জাৰ্মান জ্যোৰ্তিবিদ গেলেলৈ প্ৰেৰণ কৰিলে। গেলেয়ে ১৮৪৬ চনৰ ২৩ চেপ্তেম্বৰত তেওঁৰ দূৰবীণৰ সহায়ত সেই গণনানুসৰি সেইদিনাই ৰাতি এই অজ্ঞাত গ্ৰহটো আৱিষ্কাৰ কৰিলে। এই গ্ৰহটো হ'ল নেপচুন। নিউটনৰ দৰে বিশ্ববৰেণ্য বিজ্ঞানী এজনৰ বৈজ্ঞানীক জীৱন পৰিক্ৰমাৰ কথা দীঘলীয়া যদিও আমোদজনক। ইয়াৰ মাজতে জানিবৰ বাবে কৌতুহল

হয় তেওঁৰ ব্যক্তিগত আৰু পাৰিবাৰিক জীৱন কেনেকুৱা আছিল বাৰু?

এই প্ৰশ্নৰ উত্তৰ তেনেই সহজ। কিয়নো নিউটন অবিবাহিত আছিল। ডেকা নিউটনৰ কাৰোবাৰ লগত প্ৰেম , প্ৰীতি বা ৰোমান্সৰ সমন্ধ থকা বুলি কোনো শুংসূত্ৰ পোৱা নাযায়। লণ্ডনৰ ঘৰটোত তেওঁক প্ৰতিপাল কৰিবলৈ লগত আছিল ধুনীয়া আনন্দদায়ীনী ভাগিনী মিচ্ কেথেৰিণ বাৰ্টন্ । নিয়মীয়া উচ্চতাৰ নিউটনৰ শৰীৰৰ গঠন আছিল আটিল, তীক্ষ্ণবুদ্ধি সম্পন্ন এজোৰ উজ্জ্বল চকু । দৈনন্দিন অভ্যাসত তেওঁ আছিল নিয়মীয়া। ধুমপান তেওঁ নকৰিছিল। ধুমপান কিয় নকৰিছিল বুলি সোধা প্ৰশ্নৰ উত্তৰত তেওঁ কৈছিল, '' মই নতুন প্ৰয়োজন পূৰণ কৰিব নিবিচাৰো।'' অৰ্থ উপাৰ্জ্জনৰ বাবে তেওঁৰ যথেষ্ট ব্যুৎ পত্তি আছিল আৰু এই ক্ষেত্ৰত তেওঁ ইমানেই সফল হৈছিল যে প্ৰায় ৪০,০০০ পাউণ্ড মূল্যৰ ধন সম্পত্তি এৰি গৈছিল। ভাবিব লগা কথা সেই সময়ত চল্লিশ হেজাৰ পাউণ্ডৰ মূল্য কিমান আছিল ? ১৭০৬ চনত মহাৰাণী এনিয়ে নিউটনক ৰাজকীয় 'নাইট' উপাধিৰে সম্মানিত কৰিছিল। এই সম্মানেৰে বিভূষিত হোৱা নিউটন প্ৰথম বিজ্ঞানী আছিল।

চিৰাচৰিত নিয়ম। জন্ম হ'লে মৃত্যু হ'বই। অৱশেষত আজন্ম বিজ্ঞানী নিউটনে প্ৰায় ৮৪ বছৰ বয়সত ইংলণ্ডৰ ৱেষ্ট মিনিষ্টাৰ 'এবি'ত শেষ নিশ্বাস ত্যাগ কৰিলে। এই মহান পুৰুষৰ বিয়োগত ইংলণ্ড শোকত ম্ৰিয়মান হ'ল। বিগত এহেজাৰ বছৰত ইংলণ্ডত জন্ম লোৱা দহজন মহৎ লোকৰ তালিকাত নিউটন ৫ম বুলি ইংৰাজ সকলে ঠাৱৰ কৰিছে। সিংহ পুৰুষ চাৰ্চ্চিলৰ স্থান ৩য় ।

জীৱনৰ শেষৰ ফালে নিজৰ কৰ্মৰাজিৰ বিষয়ে নিউটনে লিখি গ'ল এইদৰে- '' পৃথিৱীৰ কাৰণে মোৰ পৰিচয় কি হয় মই নাজানো কিন্তু মোৰ দৃষ্টিত মই সাগৰৰ পাৰত খেলি থকা এটা ল'ৰা, যি সঘনে মিহি, ধুনীয়া মুকুতা বিচাৰি ফুৰে; অথচ সত্যৰ মহাসাগৰখন অনাবিষ্কৃত হৈ মোৰ সম্মুখত পৰি আছে। '' হে মহান বিজ্ঞানী তোমাক সহস্ৰ প্ৰণাম ॥

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



## ঃ সাহসী আৱিষ্কাৰক ; গেলিলিও ঃ

ইটালিৰ পিচা নগৰৰ প্ৰধান গীৰ্জা ঘৰত এতিয়াও দেখা পোৱা যিটো চাকিয়ে পোহৰ বিলাই থাকে সিয়ে সৌৰৰাই দিয়ে পৃথিৱীত জন্ম লাভ কৰা বিৰল প্ৰতিভাশালী ব্যক্তি সকলৰ ভিতৰৰ এজনৰ কথা। ১৫৮১ চনৰ কোনোবা এদিন কোনোবা এজনে সেই চাকিটো একাষলৈ টানি আনি জ্বলালে আৰু ওলমি থকা শিকলি ডালত তাক মুক্ত ভাৱে দুলিবলৈ এৰি দিলে। প্ৰাৰ্থনা কৰি থকা উপাসক সকলৰ মূৰৰ ওপৰেদি এই চাকিটো মৃদু গতিত এটা বহল বৃত্ত চাপ বিশিষ্ট পথত দুলি আছিল আৰু লাহে লাহে বৃত্ত চাপ বিশিষ্ট পথটো চুটি হৈ আহিছিল। গীৰ্জা ঘৰত প্ৰৰ্থনা কৰিবলৈ যোৱা সোতৰ বছৰীয়া এটা ল'ৰাই একান্ত মনে এই দৃশ্যটো ইমান তন্ময় হৈ চাই আছিল যে সি প্ৰাৰ্থনা কৰিবলৈ পাহৰিছিল। এই ল'ৰাজনৰ নাম আছিল গেলিলিও। সাধাৰণ জ্ঞান থকা ছাত্ৰ এজনেও ক'ব পাৰে যে বহল বৃত্তচাপ বিশিষ্ট পথেদি দুলিবলৈ এটা দোলকক বেছি সময় লাগিব আৰু চুটি বৃত্তচাপ বিশিষ্ট পথত কম সময় লাগিব। কিন্তু ডেকা গেলিলিওৰ ধাৰণা হ'ল যে এইটো সত্য কথা নহয়। গেলিলিও ধাৰণাত নিশ্চত আছিল। সেই সময়ত এতিয়াৰ দৰে বিধে বিধে কথাই নাই ,ঘড়ীয়ে নাছিল। গেলিলিওৰো কোনো ঘড়ী নাছিল। সেইদেখি চোতালৰ ছাঁ চাই সময়ৰ লেখ লোৱাৰ দৰে তেওঁ নিজৰ হৃদপিণ্ডৰ ধপ্‌ধপনি চাই দোলকটোৰ দোলন কাল নিৰ্ণয় কৰিছিল।ভাবিলে আচৰিত লাগে যে তেওঁৰ হৃদপিণ্ডৰ ধপ্‌ধপনিয়ে তেওঁ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰা এই তথ্যটো সত্য বুলি প্ৰতিপন্ন কৰিলে।

ডেকা গেলিলিওয়ে বিশ্ব ব্ৰহ্মাণ্ডৰ ঐকতান গতিৰ এটা সুক্ষ্ম অংশ ধৰি পেলাইছিল নিজস্ব কিছুমান পৰীক্ষা-নিৰীক্ষা আৰু অভিজ্ঞতাৰ দ্বাৰা। প্ৰবল অনুসন্ধিৎসু মনৰ তাড়নাত তেওঁ এই ধাৰণাৰ অন্তৰালত থকা সত্য উদ্‌ঘাটনৰ কাৰণে অহৰ্নিশে চিন্তা কৰিবলৈ ধৰিলে! তেওঁ ঘৰতে বিভিন্ন দৈৰ্ঘ্য আৰু ওজন বিশিষ্ট দোলক লৈ সেইবিলাক ঘৰৰ চিলিঙৰ পৰা আৰু কেতিয়াবা গছৰ ফেৰেঙনীৰ পৰা ওলোমাই পৰীক্ষা কৰিবলৈ ধৰিলে। গেলিলিওৰ এইবিলাক নাভূত-নাশ্ৰুত কথা কাণ্ড দেখি পৰিয়ালৰ মানুহ বিলাকৰ খং উঠিছিল। ঘঁহি থাকিলে শিলো ক্ষয় যায়। এইদৰে বাৰে বৰে পৰীক্ষা কৰি তেওঁ এনে এটা দোলক আৱিষ্কাৰ কৰিলে যিটোয়ে মানুহৰ হৃদপিণ্ডৰ ধপ্‌ধপনিৰ লগত একীভূত

কৰি ইয়াৰ টিক্ টিক্ শব্দ এখন ডায়েলত লিপিবদ্ধ কৰালে। এই দোলকৰ সহায়ত সেই সময়ত চিকিৎ সক সকলে ৰোগীৰ হৃদপিণ্ডৰ ধপ্‌ধপনি সঠিকভাবে নিৰূপন কৰিছিল। কাৰণ তেতিয়া ঘড়ী পোৱা নগৈছিল।

এই অনুসন্ধিৎ সু ল'ৰাজনৰ জন্ম হৈছিল ১৫৬৪ চনৰ ১৫ ফ্ৰেব্ৰুৱাৰীত, পিচা নগৰত । তেওঁৰ দেউতাকৰ নাম আছিল ভিন্ চেনজ' গেলিলি। তেওঁ ধনী, সম্পত্তিশালী নাছিল, কিন্তু বৰ নম্ৰ আৰু নিম্ন মধ্যবিত্ত ভদ্ৰলোক আছিল। তেওঁ সেইসময়ত গণিত শাস্ত্ৰৰ জটিল সমস্যা সমাধানত প্ৰভূত বৰঙণী যোগাইছিল। অন্যহাতে তেওঁ আছিল অতি সঙ্গীত প্ৰিয়। ব্যৱসায়ত তেওঁ আছিল এজন কাপোৰৰ দোকানী। আদা বেপাৰীক জাহাজৰ খবৰ কেলৈৰ দৰে তেওঁ ভাবিছিল কাপোৰৰ দোকানীক উচ্চস্তৰৰ গণিতৰ কি দৰকাৰ। সেই কাৰণে লাজতে হওক বা হীনমন্যতাৰ কাৰণে হওক তেওঁ ডাঙৰ পুত্ৰ গেলিলিওকো এনে অদৰকাৰী বিজ্ঞান চৰ্চাৰ কামত লাগি থাকিবলৈ দিয়া নাছিল। পিতৃ ভিন্‌চেনজ' নিজে এজন শান্ত শিষ্ট মানুহ আছিল যদিও তেওঁৰ পত্নী অৰ্থাৎ গেলিলিওৰ মাক ইয়াৰ বিপৰীত স্বভাৱৰ আছিল। ব্যক্তিগত জীৱনৰ বিফলতা আৰু পত্নীৰ অগ্নি শৰ্মা স্বভাৱৰ পৰা নিজক আঁতৰাই ৰাখিবৰ কাৰণে তেওঁ সঙ্গীতত নিজকে বহুত সময় নিমজ্জিত কৰি ৰাখিছিল। সেইকাৰণে তেওঁ গেলিলিওক বীণা আৰু অৰ্গেন বাদ্য বজাবলৈ শিকাইছিল। কিন্তু অইন হওক নহওক মাকৰ পৰা গেলিলিয়ে দুটা কথা শিকিছিল - এটা হ'ল আনক ঠাট্টা মস্কৰা কৰা, আনটো হ'ল তৎ ক্ষণাত খং উঠা। এই দুটা কথাৰ কাৰণে তেওঁৰ বহুত শত্ৰু হৈছিল। অৱশ্যে পিতৃৰ সান্নিধ্যত থাকি তেওঁ গণিত শাস্ত্ৰৰ প্ৰতি এটা ধাউতি আৰু আগ্ৰহ লাভ কৰিছিল।

সেই সময়ত প্ৰচলিত নিয়মানুসাৰে ওচৰৰ ভেলম্ব্ৰচিয়ান গীৰ্জাৰ পুৰুহিত সকলে সিদ্ধান্ত কৰি ফ্লৰেঞ্চৰ ওচৰৰ এখন বিদ্যালয়ত গেলিলিওৰ শিক্ষা গ্ৰহণৰ ব্যৱস্থা কৰি দিছিল। গীৰ্জাৰ ফালৰ পৰা তেওঁক এটা বৃত্তিও দিয়া হৈছিল। পুৰুহিত সকলৰ চৰ্ত আৰু পৰামৰ্শ আছিল শিক্ষা সাং কৰি গেলিলিওয়ে গীৰ্জা ঘৰৰ কামত নিজকে নিয়োগ কৰিব। পুৰুহিত সকলৰ এই পৰামৰ্শৰ কথা জনাই গেলিলিওয়ে তেওঁৰ ইচ্ছা-অনিচ্ছাৰ কথা চিঠিৰে দেউতাকলৈ লিখিলে। তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ তেৰ বছৰ। পিতৃ ভিন্‌চেনজ'ই গেলিলিওৰ চিঠি পাই ঠিক কৰিলে যে বিপথে যোৱাৰ আগতে পুতেকক কাপোৰৰ ব্যৱসায়ত লগাই দিয়াই ভাল হ'ব। এনে কৰিলে তেওঁৰ সহায়ো হ'ব আৰু ব্যৱসায়ও বৃদ্ধি হ'ব। সিদ্ধান্ত অনুসৰি গেলিলিওয়ে দেউতাকৰ লগত কাপোৰৰ দোকানৰ কামত যোগ দিলে। কিন্তু গেলিলিও এই কামত দুখলগাকৈ বিফল হ'ল। কোনো মতে

হাড়ে হাড়ে , কোনো মৰে মণ্ডহ ভাৰেৰ দৰে হ'ল। গেলিলিওৰ চৰিত্ৰত দেউতাকৰ নিচিনাকৈ ব্যৱসায়িক মনোবৃত্তি নাছিল। উপায়ন্তৰ হৈ দেউতাকে তেওঁক পিচা বিশ্ববিদ্যালয়ত ঔষধ বিজ্ঞান অধ্যয়নৰ বাবে পঠাই দিলে। তেতিয়া গেলিলিওৰ বয়স আছিল সোতৰ বছৰ।

ঔষধ বিজ্ঞান অধ্যয়নৰ বাবে সেই সময়ত ছাত্ৰসকলে আগতে বিখ্যাত চিন্তা নায়ক এৰিষ্ট'টেলৰ দৰ্শন ব্যধ্যতামূলক ভাবে পঢ়িব লগা হৈছিল। তেওঁৰ দৰ্শনৰ জ্ঞান আৰ্জন কৰিব লাগিছিল। এৰিষ্ট'টেলৰ মৃত্যু হোৱা তেতিয়া দুহেজাৰ বছৰ হৈছিল। উল্লেখ্য যে তেওঁ এৰি যোৱা দৰ্শণৰ বহুত কথা গেলিলিওৱে গ্ৰহণ কৰিব পৰা নাছিল। অন্যহাতে এই দৰ্শনৰ মত গীৰ্জা বিলাকত প্ৰচলিত আছিল। গতিকে তেতিয়া এই দৰ্শনৰ বিষয়ে কিবা প্ৰশ্ন কৰিলে সি গীৰ্জা ঘৰৰ বিশ্বাসৰ বিৰোধিতা কৰা হয়। গ্ৰীক জ্যোতিৰ্বিদ টলেমিয়ে এহেজাৰৰ অধিক বছৰ পূৰ্বে দি যোৱা মতামত আৰু কথাবোৰ গীৰ্জা ঘৰে তেতিয়াও মানি চলিছিল। এই মতানুসৰি তেতিয়া গীৰ্জা ঘৰে বিশ্বাস কৰিছিল যে পৃথিৱীয়ে হৈছে বিশ্ব ব্ৰহ্মাণ্ডৰ মূল কেন্দ্ৰ। সৰু চন্দ্ৰটো আৰু সূৰ্য্যটো লগতে কম পোহৰযুক্ত কিছুমান নক্ষত্ৰই পৃথিৱীৰ চাৰিওফালে প্ৰদক্ষিণ কৰি থাকে। ডেকা গেলিলিও এই ক্ষুদ্ৰ বিশ্ব ব্ৰহ্মাণ্ডখন আৰু ইয়াৰ সমৰ্থনত থকা ক্ষুদ্ৰমনৰ চিন্তাবোৰৰ প্ৰতি বিতুষ্ট হ'ল।তেওঁ গীৰ্জ্জা ঘৰৰ সমৰ্থন পুষ্ট এই প্ৰচলিত বাণীসমূহৰ উপযুক্ত প্ৰমাণ বিচাৰিলে। এই সম্পৰ্কত নিজে অধ্যয়ণ কৰি তেওঁ আৱিষ্কাৰ কৰিলে যে আৰ্কিমিডিচ আছিল গ্ৰীচৰ সবাতোকৈ শ্ৰেষ্ঠ গণিতজ্ঞ আৰু পদাৰ্থবিদ। গেলিলিওয়ে অতি সোনকালে আৰ্কিমিডিচৰ সূত্ৰ ব্যৱহাৰ কৰি ধাতু বিলাকক সিহঁতৰ ওজনৰ দ্বাৰা বিশ্লেষণ কৰিব পৰা এবিধ স্কেল আৱিষ্কাৰ কৰিলে। তেওঁ গোটা বস্তুৰ মধ্যাকৰ্ষণ বিন্দু নিৰ্ণয় কৰা এটা সহজ পদ্ধতি আৱিষ্কাৰ কৰিলে। ইটোৰ পাচত সিটোকৈ কৰা আৱিষ্কাৰৰ কাৰণে গেলিলিওৰ খ্যাতি বিজ্ঞানীসকলৰ মাজত বিয়পি পৰিছিল। ১৫৮৯ চনৰ কথা এজন প্ৰভাৱশালী মানুহে গেলিলিওৰ এই আৱিষ্কাৰ সমূহৰ বিষয়ে ভূ-ভা লৈ আছিল। তেওঁ গেলিলিওৰ আৱিষ্কাৰ বিলাকৰ প্ৰতি আকৰ্ষিত হৈছিল। এই মানুহজৰ সহায়ত গেলিলিওৱে পিচা বিশ্ব বিদ্যালয়ত গণিতৰ অধ্যাপকৰ পদ এটা লাভ কৰিলে। কিযে বিসঙ্গতি। ঔষধ বিজ্ঞান পঢ়িবলৈ গৈ গেলিলিও হৈ পৰিল গণিতৰ অধ্যাপক।

এই অধ্যাপনাৰ কালতে এবাৰ ডেকা অধ্যাপক গেলিলিওৱে বিশ্ববিদ্যালয়ৰ বিদ্যায়তনিক পৰিসীমাৰ ভিতৰতে এৰিষ্ট'টেলৰ মতৰ বিৰোধিতা কৰা দুঃসাহস কৰিলে। কোনো পৰীক্ষা প্ৰমাণ নকৰাকৈ চিন্তাবিদ এৰিষ্ট'টেলে সূত্ৰ আগবঢ়াইছিল যে বস্তু যিমান

গধূৰ হ'ব সিমান বেচি বেগেৰে ই মাটিত পৰিব। গেলিলিওৱে এই মতৰ বিৰোধিতা কৰিলে। জনশ্ৰুতি আছে যে গেলিলিওৱে তেওঁ গণিত বিভাগৰ সকলো ছাত্ৰ-শিক্ষকক এদিন পিচাৰ হেলনীয়া স্তম্ভৰ তললৈ মাতি আনিছিল আৰু তেওঁ স্তম্ভৰ ওপৰৰ পৰা একে সময়তে এটা দহ পাউণ্ড আৰু আনটো এক পাউণ্ড ওজনৰ বস্তু পেলাইছিল। দেখা গ'ল দুয়োটা বস্তু একে সময়তে মাটিত পৰিছিল। এই চাক্ষুস পৰীক্ষা স্বত্বেও আন অধ্যাপক সকলে ইয়াক বিশ্বাস নকৰি কিতাপত থকা কথাহে বিশ্বাস কৰিছিল। ইমানতো ক্ষান্ত নাথাকি গেলিলিওৱে বাধাহীন ভাবে পৰা বস্তু আৰু হেলনীয়া সমতলৰ ওপৰেদি বাগৰি পৰা বস্তুৰ বিষয়ে অধিক পৰীক্ষা-নিৰীক্ষা কৰিলে। তেওঁ ইয়াকো প্ৰামাণ কৰিলে যে সকলো বস্তু নিৰ্দ্দিষ্ট সময়ৰ ব্যৱধানত একে বেগেৰে পৰাই নহয়, এই বেগৰ বৃদ্ধি সুষমো হয়। এই ক্ষেত্ৰত বস্তুৰ ওজনৰ কোনো ভূমিকা নাই। অৰ্থাৎ বস্তুৰ ওজনে ইয়াত প্ৰভাৱ বিস্তাৰ নকৰে।

বিজ্ঞানী হ'লেও গেলিলিওৱে পদাতিক সৈন্যৰ গুলীবৰ্ষন কাৰ্য্য দেখি বৰ আমোদ পাইছিল। অৱশ্যে ইয়াৰ এটা অন্তৰ্নিহিত কাৰণ আছিল। বন্দুকধাৰী সৈন্যসকলে জানিছিল যে দূৰত থকা বস্তু এটালৈ লক্ষ্য স্থিৰ কৰিলে তেওঁলোকে সেই বস্তুটো ভেদ কৰিবৰ কাৰণে দৃষ্টি ওপৰলৈ নিব লাগে আৰু এই কামটো তেওঁলোকে অনুমানৰ ভিত্তিত কৰিছিল। গেলিলিওৱে পৰীক্ষা কৰি দেখুৱালে যে মিছাইল এটাৰ গতি পথ সদায় আধিবৃত্তাকাৰ।

তেওঁ এলানি গনণা কৰি দেখুৱালে যাৰ সহায়ত এজন বন্দুকধাৰীয়ে এটা জ্ঞাত দূৰত্বত থকা লক্ষ্য ভেদ কৰিবলৈ হ'লে কিমান উচ্চতাত দৃষ্টি ৰাখিব লাগিব। এই দৰে তেওঁ গতিশীল অৱস্থাত বস্তুৰ ভৰ-বিজ্ঞানৰ অৱস্থিতিৰ বিষয়ে এটা ধাৰণা প্ৰতিষ্ঠা কৰিলে। পদাৰ্থ বিজ্ঞানৰ মূল নিয়মত গেলিলিওৱে এটা নতুন বিষয় সংযোগ কৰিলে- সেইটো হ'ল 'জড়তা' বা 'ইনাৰ্চিয়া' সূত্ৰ। এই সূত্ৰৰ সহায়ত তেওঁ ক'লে যে সকলো স্থিতিশীল বস্তু স্থিতিশীল অৱস্থাত আৰু সকলো গতিশীল বস্তু গতিশীল অৱস্থাত থাকিব বিচাৰে। এইটো বস্তুৰ সহজাত ধৰ্ম্ম। অৰ্থাৎ বাহ্যিক বলৰ দ্বাৰা প্ৰভাৱান্বিত নোহোৱা পৰ্য্যন্ত স্থিতিশীল বস্তু স্থৈতিক অৱস্থাত আৰু গতিশীল বস্তু একে সৰল ৰেখাত গতিশীল অৱস্থাত চলি থাকিব বিচাৰে। আমি এই সূত্ৰটোক নিউটনৰ প্ৰথম সূত্ৰ বুলি অভিহিত কৰোঁ, কাৰণ এইজন মহান ইংৰাজ বিজ্ঞানীয়ে প্ৰথমে ইয়াক বিজ্ঞান সম্মতভাৱে প্ৰৱৰ্ত্তন কৰিছিল। কিন্তু গেলিলিওৱে সৰ্ব্ব প্ৰথম ইয়াৰ স্থিতি আৰু সম্ভাৱনীয়তা উদ্‌ঘাটন কৰিছিল। গেলিলিও প্ৰথম বিজ্ঞানী যি 'জড়তা' সূত্ৰৰ ধাৰণা পৃথিৱী আৰু আকাশৰ

সকলো পদাৰ্থৰ কাৰণে প্ৰযোজ্য বুলি ঠাৱৰ কৰিছিল।

গেলিলিওৰ পূৰ্বে এই সূত্ৰ সমূহৰ পৰীক্ষামূলক প্ৰমাণ পদ্ধতি প্ৰায় অজ্ঞাত আছিল। পিচা বিশ্ববিদ্যালয়ৰ সংশ্লিষ্ট বিভাগ যিহেতু এই পৰীক্ষা পদ্ধতি গ্ৰহন কৰাৰ পক্ষপাতি নাছিল সেয়ে তেওঁলোকে এই ডেকা বিজ্ঞানী জনক অধ্যাপক পদৰ পৰা বহিস্কাৰ কৰাৰ ষড়যন্ত্ৰ কৰিছিল। দুৰ্ভাগ্যৰ কথা হ'ল যে সত্য হ'লেও গেলিলিওৰ মূল্যবান আৱিষ্কাৰ সমূহত যতি পৰিছিল। বিপদ অকলে নাহে। সেই সুযোগতে তাচকেনিৰ শাসন কৰ্ত্তা ডিউকৰ সহায়ত পিচাৰ অধ্যাপক সকলে ষড়যন্ত্ৰ কৰি গেলিলিওৰ দৰমহা হ্ৰাস কৰালে। সহকৰ্ম্মী সকলৰ আক্ৰোশ আৰু ষড়যন্ত্ৰৰ বলি হৈ বিতুষ্ট গেলিলিও চাকৰি ইস্তাফা দি পুনৰ দেউতাকৰ কাপোৰৰ দোকানত কাম কৰিবলৈ গুচি গ'ল।

গুণীয়েহে গুণীৰ মোল বুজে। সৌভাগ্যৰ কথা যে শত্ৰু বহুত আছিল যদিও গেলিলিওৰ বন্ধুও কম নাছিল। এই শুভাকাঙ্খী বন্ধুসকলৰ সহায়ত ভেনিচ গণৰাজ্যই ১৫৯২ চনত গেলিলিওক পাদুৱা বিশ্ববিদ্যালয়ত অধ্যাপকৰ পদত নিয়োগ কৰিলে আৰু শিক্ষাদানৰ বাবে আমন্ত্ৰণ কৰি আনিলে।

এই পদত তেওঁ দৰমহা আছিল মোটা অঙ্কৰ আৰু আটাইতকৈ ডাঙৰ সুবিধাটো হ'ল তাত বুদ্ধিজীৱি সকলৰ বাবে এটা মুক্ত বাতাবৰণ আছিল। পাদুৱা বিশ্ববিদ্যালয়ৰ অধ্যাপনাৰ কালছোৱা আছিল গেলিলিওৰ কৰ্ম্মময় জীৱনৰ অন্য এক মাইলৰ খুটি। কাৰণ এহ ১৮ বছৰ কালত তেওঁ বহুত নতুন নতুন তথ্য, সূত্ৰ আদি আৱিষ্কাৰ কৰিছিল। এই সময়তে তেওঁ শক্তিশালী যন্ত্ৰপাতি আৰু দলঙৰ নক্সা (ডিজাইন) তৈয়াৰ কৰিছিল। তেওঁ শ্লাইডৰুলৰ সহায়ত সুদ নিৰ্ণয় কৰা নিয়ম, বৰ্গমূল, ঘণমূল উলিওৱাৰ নিয়ম আৱিষ্কাৰ কৰিছিল। ইয়াৰ লগতে তেওঁ এটা চতুৰ্ভূজ যোগ দি তাৰ সাহয়ত জ্যোতি বিজ্ঞান কম্পাচৰ কোণ জোখা পদ্ধতি আৱিষ্কাৰ কৰিছিল। তেওঁৰ আৱিষ্কৃত যন্ত্ৰ-পাতিবোৰৰ চাহিদা ইমান বৃদ্ধিপালে যে এইবিলাক উৎপাদন কৰিবৰ কাৰণে তেওঁ সহায়ক নিযুক্ত কৰিব লগা হ'ল। এই বিলাক যন্ত্ৰৰ বহুতৰ নিৰ্মাণ কৌশল ইমান নিখুঁত যে সিবিলাক আজিও অপৰিৱৰ্ত্তিত হৈ বৰ্ত্তি আছে।

পাদুৱাত গেলিলিওৰ শ্ৰেণীসমূহ ডাঙৰ কোঠাত বহিছিল। বহিবলৈ ঠাইৰ অভাৱত তেওঁ কোঠাৰ বাহিৰৰ পৰা বক্তৃতা দিছিল। স্কটলেণ্ড, চুইডেন আদি দূৰ-দূৰণী ঠাইৰ পৰা ছাত্ৰ আহি তেওঁৰ অধীনত শিক্ষাগ্ৰহণ কৰিছিল।

এই ছাত্ৰ বিলাকৰ বহুতে তেওঁলোকৰ গুৰুৰ বিজ্ঞানবাৰ্ত্তা পৃথিৱীৰ ইমূৰ-সিমূৰত প্ৰচাৰ কৰিছিল আৰু বিজ্ঞানৰ সংৰক্ষক হৈছিল।এই বিলাকৰ ভিতৰত জাৰ্মানৰ

ভাবী সম্রাট আৰ্কিডিউক ফাৰ্ডিনাণ্ডৰ দৰে সম্ভাৱণাপূৰ্ণ মানুহো আছিল। এই ছাত্ৰ সকলৰ আগত বক্তৃতা দি গেলিলিওৱে বিশ্বব্ৰহ্মাণ্ড আৰু ইয়াৰ ভিতৰত থকা বস্তু বিলাকৰ বিষয়ে কৈছিল। দাৰ্শণিক এৰিষ্ট'টেলৰ ধাৰণাৰ বিপৰীতে তেওঁ কৈছিল যে বিশ্বব্ৰহ্মাণ্ডৰ বস্তু, অনু, পৰমানু, গ্ৰহ নক্ষত্ৰ সকলো গতিশীল। সিহঁতৰ নিজস্ব গতি আছে। এটা কথা অৱশ্যে ভাবিলগীয়া যে এৰিষ্ট'টেলৰ আগৰ গ্ৰীক গণিতজ্ঞ পাইথাগ'ৰাচে কৈ গৈছিল যে পৃথিৱী ও গতিশীল আৰু ই বিশ্বব্ৰহ্মাণ্ডৰ কেন্দ্ৰ নহয়। বৰং নক্ষত্ৰবোৰ জ্বলি জ্বলি পাৰাপাৰহীন কৃষ্ণবৰ্ণৰ সাগৰত সৃষ্টি হোৱা গ্ৰহ বিলাকৰ ভিতৰৰ এটা গ্ৰহহে।

১৬০৯ চনৰ কথা। এটা গুজব আহি গেলিলিওৰ কাণত পৰিল যে হলেণ্ডৰ চশ্মা সজা মিস্ত্ৰিৰ সহায়ক এজনে হঠাতে আৱিষ্কাৰ কৰিলে যে এফুট অন্তৰত ৰখা দুখন আইনাৰ মাজেদি চালে বস্তু ডাঙৰ দেখি। কোনো নমুনা নোহোৱাকৈ গেলিলিওৱে নিজে এটা দুৰবীন যন্ত্ৰ তৈয়াৰ কৰিলে আৰু ইয়াক ভেনিচৰ সৰ্বোচ্চ গম্বুজটোৰ ওপৰলৈ লৈ গল। তেওঁৰ পাচে পাচে ভেনিচৰ গন্য মান্য নাগৰিক আৰু চিনেটৰ সকল চিক্‌চিকিয়া সাজ পোচাক পিন্ধি গম্বুজৰ ওপৰলৈ উঠি গ'ল। তাৰ পৰা তেওঁলোকে গেলিলিওৰ দুৰবীনৰ আয়নাৰ মাজেদি পাদুৱাৰ ৰাজআলি আৰু তাত খোজ কাঢ়ি ফুৰা মানুহ স্পষ্টকৈ দেখা পালে। ভেনিচৰ চিনেট সভাই গেলিলিওৰ দৰমহা বৃদ্ধি কৰিলে আৰু তেওঁক আজীৱন অধ্যাপকৰ পদত অধিষ্ঠিত কৰিলে। ইয়াৰ পাচত তেওঁ বিক্ৰীৰ বাবে দুৰবীন সাজিবলৈ আৰম্ভ কৰিলে। তেওঁ সজা দুৰবীন যন্ত্ৰবোৰৰ ভিতৰত নিজৰ ব্যৱহাৰৰ কাৰণে এটা দুৰবীন সুকীয়াকৈ ৰাখিছিল আৰু ইয়াৰ নাম ৰাখিছিল - ''অ'ল্ড ডিচ্‌কভাৰাৰ।'' এই দুৰবীনটোৱে দূৰৰ বস্তু তেত্ৰিশ গুণ ওচৰতে দেখুৱাইছিল। সেইটো আছিল গেলিলিওৰ বাবে অবিস্মৰণীয় নিশা। সেই নিশা তেওঁ 'অল্ড ডিচ্‌কভাৰাৰ' দুৰবীন যন্ত্ৰটো পিচাৰ উচ্চতম গম্বুজৰ ওপৰত পাতিলৈ চাৰিও দিশে ঘূৰালে আৰু তেতিয়া তেওঁ মানুহে দেখিব পৰা আটাইতকৈ চমৎ কাৰ মনোৰম দৃশ্যটো দেখিলে। সেই মনোৰম দৃশ্য আছিল অসীমৰ দৃশ্য ইয়াৰ আৰ্শ্চয্যজনক অন্ধকাৰ যাক অসংখ্য সূৰ্য্যই আলোকিত কৰি ৰাখিছে। য'ত তেওঁ খালী চকুৰে মাত্ৰ এখন কুৱঁলীময় আৱৰণ দেখিছিল তাত তেওঁৰ দুৰবীনৰ আয়নাত প্ৰতিফলিত হৈছিল এলানি নক্ষত্ৰযুক্ত হাতীপতি আৰু তাৰ সিপাৰে অন্য নক্ষত্ৰবোৰ দেখা গৈছিল। সেই নিশাই জন্ম হ'ল আধুনিক জ্যোতিৰ্বিজ্ঞান। দিনৰ ভাগত গেলিলিওৱে তেওঁৰ দুৰবীন যন্ত্ৰৰ আয়না বিলাক ক'লা কৰি যন্ত্ৰটো সূৰ্য্যমুখী কৰিলে। তেতিয়া তেওঁ দেখিলে যে সূৰ্য্যৰ অগ্নিময় সমতলখনৰ ওপৰেদি কিছুমান আচৰিত অন্ধকাৰময় ধুমুহা বৈ গৈছিল। এই ক'লা বস্তুবোৰক পাচত সূৰ্য্যকলঙ্ক

বোলা হৈছিল। সূৰ্য্যৰ সমতলত এই কলঙ্কবোৰৰ গতি , দিশ অধ্যয়ণ কৰি গেলিলিওৱে ঠাৱৰ কৰিলে যে পৃথিৱীৰ দৰে সূৰ্য্যয়ও নিজ মেৰুদণ্ডত আশ্ৰয় কৰি আৱৰ্ত্তন কৰে, অৰ্থাৎ নিজৰ শৰীৰটো ঘূৰায়। যদি এইটো হয় তেন্তে ইয়াকো ভাবিব পাৰি যে সূৰ্য্যটোয়ে এটা নিজস্ব, চাপ খুৱাব নোৱাৰা পথত পৰিভ্ৰমণ কৰি আছিল। ইয়াৰ পাচত তেওঁ দূৰবীণ যন্ত্ৰটো বৃহস্পতি গ্ৰহৰ ফালে ঘূৰালে । তাত তেওঁ দেখিলে যে বৃহস্পতিৰ লগত একে ৰেখাত থকা তিনিটা উজ্জ্বল নক্ষত্ৰ স্থিৰ নহয়। সিহঁত বৃহস্পতিৰ চাৰিওফালে ঘূৰি আছিল। এই কেইটা হ'ল বৃহস্পতিৰ উপগ্ৰহ। পাচত তেওঁ বৃহস্পতিৰ চতুৰ্থটো উপগ্ৰহ আৱিষ্কাৰ কৰিলে। এই চাৰিওটা উপগ্ৰহ আমি জনা বাৰটা উপগ্ৰহৰ অন্তৰ্গত। ইয়াত এটা ক্ষুদ্ৰ পৰিসৰৰ পৰিভ্ৰমণ পদ্ধতি চলি থকাৰ প্ৰমাণ পোৱা গ'ল। গতিকে গ্ৰহজগতত এই পৰিভ্ৰমণ পদ্ধতি প্ৰযোজ্য বুলি যুক্তি দিব পাৰি , তেওঁ ভাবিলে । এই যুক্তিৰ আধাৰতে কপাৰ নিকাচ দি প'লে ( এজন জ্যোতি বিজ্ঞানী ) ১৫৪৩ চনত ঘোষণা কৰিছিল যে পৃথিৱীয়ে দৈনিক নিজ মেৰুদণ্ডত আশ্ৰয় কৰি আৱৰ্ত্তন কৰে আৰু গ্ৰহ বিলাকে সূৰ্য্যৰ চাৰিওফালে পৰিভ্ৰমণ কৰে । সেই সময়ৰ আন এজন জ্যোৰ্তিবিজ্ঞানী জিঅ'ৰডান'ব্ৰুণ'ই কপাৰ নিকাচৰ তথ্য বিশ্বাস কৰি ইয়াক বিশ্ববিদ্যালয় বোৰত ছাত্ৰক শিকাব ধৰিলে। কিন্তু দুৰ্ভাগ্যৰ বিষয় যে ইয়াৰ বাবে তেওঁ গীৰ্জা ঘৰৰ ৰোষত পৰিল আৰু তেওঁক ১৬০০ চনত ৰোমত গীৰ্জাৰ বিচাৰক মণ্ডলীয়ে জীয়াই জীয়াই পুৰি মাৰিলে। এইদৰে এজন সম্ভাৱণাপূৰ্ণ বিজ্ঞানী অন্ধ বিশ্বাসৰ বলি হ'ল।

এই নিৰ্মম ঘটনাবোৰ ঘটিছিল গেলিলিৱে তেওঁৰ 'অন্ড ডিচ্কভাৰাৰ' দূৰবীণ যন্ত্ৰটো সৌৰজগত আৱিষ্কাৰৰ কামত ব্যৱহাৰ কৰাৰ দহ বছৰ পূৰ্বে । আন এটা আচৰিত কথা হ'ল যে গেলিলিওৰ এই দুৰবীন যন্ত্ৰটোৰে আকাশ মণ্ডল চাবলৈ বহুত অধ্যাপক অমান্তি হৈছিল। অৱশ্যে আন অসংখ্য জনে ইয়াক ব্যৱহাৰো কৰিছিল। সেইবিলাকৰ ভিতৰত আছিল বিজ্ঞানী, সম্ভ্ৰান্তলোক, গীৰ্জাৰ পুৰুহিত আৰু ৰোমৰ প'প প'ল নিজে। তেওঁলোকে ইয়াৰ দ্বাৰা হোৱা আৱিষ্কাৰ সমূহ বিশ্বাস কৰিছিল। কিন্তু পৰিতাপৰ কথা হ'ল ঈৰ্ষাপৰায়ন দাৰ্শনিকসকল আৰু অজ্ঞ মৌলবাদী সকল একগোট হৈ গেলিলিওক প্ৰচলিত আইন অনুসৰি বিচাৰ কৰি দোষী সাব্যস্ত কৰিবলৈ উঠি পৰি লাগিল। গীৰ্জাঘৰৰ আদালতে বিচাৰ কৰি গেলিলিওক প্ৰতিষ্ঠিত ধৰ্ম্ম বিশ্বাসৰ বিৰোধিতা কৰা অপৰাধত শাস্তি বিহিলে। গীৰ্জাৰ বিচাৰক মণ্ডলীয়ে ৰায় দিলে যে গেলিলিওৰ দুৰবীণে আৱিষ্কাৰ কৰা আৰু তেওঁ জ্ঞানেৰে প্ৰকাশ কৰা আকাশ মণ্ডলৰ বস্তুবোৰৰ গতিশীলতাৰ তথ্য পাতি সেই সময়ত লিপি বদ্ধ থকা ধ্যান-ধাৰণাৰ পৰিপন্থী আছিল। বিচাৰক সকলে লগতে

ইয়াকো ৰায় দিলে যে সৌৰজগতৰ বিষয়ে গেলিলিওৱে নিজৰ মতবাদ প্ৰচাৰ কৰাৰ পৰা বিৰত থাকিব লগে। বিচাৰকৰ এই ৰায় তেওঁ ষোল বছৰ মানি চলিছিল। ১৬৩২ চনত তেওঁ মৰসাহ কৰি টলেমি বনাম কপাৰনিকাচ সূত্ৰৰ ঘাই পদ্ধতি দুটাৰ বিষয়ত তেওঁৰ নিজা বক্তব্য প্ৰকাশ কৰিলে।

এইবাৰ টলেমিক পদ্ধতিৰ সমৰ্থক সকলে এখন গ্ৰন্থ প্ৰণয়ণ কৰি তাত 'চিমপ্লিচিঅ' নামৰ এটা চৰিত্ৰ অৱতাৰণা কৰি এটা দূৰ্বৰ্ল আৰু তুলুঙা বিবাদ উত্থাপন কৰিলে। ইয়াৰ ভিতৰত গেলিলিওৰ শত্ৰু বিলাকে ৰোমৰ প'প আৰবান'ক আৰ্জি পেচ কৰিলে যে চিমপ্লিচিঅ' নিজে এটা বহুৰূপী, গতিকে ইয়াৰ বিৰেদ্ধে ব্যৱস্থা ল'ব লাগে। ইয়াৰ ফলত এই মতবাদ প্ৰকাশ কৰা প্ৰকাশকক কিতাপখনৰ বিক্ৰী বন্ধ কৰিবলৈ নিৰ্দ্দেশ দিলে। কিন্তু ইতিমধ্যে এই কিতাপ সমগ্ৰ ইউৰোপত প্ৰচাৰ হৈ পৰিছিল। এই পদ্ধতি সমৰ্থনৰ গ্ৰন্থ প্ৰনেতাজন আছিল গেলিলিও। গতিকে তেওঁক ৰোমলৈ মতাই নিয়া হ'ল। তেতিয়া গেলিলিওৰ বয়স প্ৰায় সত্তৰ বছৰ। অসুস্থ শৰীৰ। হাৰ্ণিয়া আৰু হৃদপিণ্ডৰ ৰোগত আক্ৰান্ত গেলিলিও । এই ৰুগ্ন শৰীৰে তেওঁ কেথলিক যাজকৰ দ্বাৰা গঠিত অনুসন্ধান কমিটিৰ আগত উপস্থিত হ'ব লগা হ'ল। অনুসন্ধান কমিটিয়ে তেওঁক ভয়খুৱালে যে যদি তেওঁ নিজৰ বৈজ্ঞানীক দৃষ্টিভঙ্গী, ধ্যান-ধাৰণা সলনি নকৰে তেন্তে তেওঁ কঠোৰ শাস্তিৰ সন্মুখীন হ'ব লাগিব। ১ম শাস্তি হিচপে তেওঁক চাৰি মাহ কাৰাগাৰত বন্দী কৰি ৰখা হ'ল। শেষত উপায়ন্তৰ হৈ অতি দুখৰে বিবেকৰ বিৰুদ্ধে গৈ তেওঁ ভেটিকানৰ যাজক সকলৰ ওচৰত সেও মানিলে। কিন্তু সেয়ে হ'লেও কিংবদন্তিয়ে কয় গেলিলিওৱে কৈছিল এইষাৰ সত্য বাণী '' মই যিমান সময় পৃথিৱীখন নুঘুৰে বুলি কৈছো আনকি তেতিয়াও পৃথিৱীখন ঘূৰি আছে।'' ধৰ্ম্মযাজকসকলৰ সন্মুখত নতি স্বীকাৰ কৰি গেলিলিওৱে ডাঙৰকৈ পঢ়ি এখন স্বীকাৰোক্তি নামাত চহী কৰি ঘোষণা কৰিলে যে কপাৰনিকাচৰ সূত্ৰ গোকাট মিছা আছিল। তেওঁ ভৱিষ্যতে এই তথ্য বা মতবাদ প্ৰচাৰ নকৰে বা ইয়াৰ হকে নেমাতে । ইয়াৰ ব্যতিক্ৰম হ'লে তেওঁৰ মৃত্যু দণ্ড হ'ব । এই ঘোষণা পত্ৰত চহী কৰাৰ পাচতো তেওঁক পুনৰ কাৰাগাৰত ৰখা হ'ল আৰু তেওঁ কিতাপখন নিষিদ্ধ কিতাপৰ তালিকাভুক্ত কৰা হ'ল। তথাপি কেথেলিক বিজ্ঞানী সকলৰ আপত্তি সত্বেও এই কিতাপখন ১৮৩৫ চন পৰ্যন্ত গীৰ্জাত আছিল।

অৱশেষত টাচকেনৰ ডিউকৰ হস্তক্ষেপত গেলিলিওক কাৰাগাৰৰ পৰা মুক্তি দিয়া হৈছিল কিন্তু তাৰ পৰিৱৰ্ত্তে তেওঁক নিজৰ ঘৰত গৃহবন্দী কৰি ৰখা হৈছিল। ঘৰৰ চাৰিও ফালে চোৰাংচোৱা নিয়োগ কৰা হৈছিল । যদিও তেওঁ বন্দী, পৃথিৱীৰ মহান

ব্যক্তিসকল যেন আহি তেওঁৰ ঘৰৰ দুৱাৰ মুখত সমাবেত হৈ ক'বলৈ ব্যগ্ৰ হৈছে এইবুলি ''তেওঁলোকে এলাক্লুকলিয়া কথাৰ মেৰপেচবোৰ দেখিছে আৰু প্ৰত্যক্ষ কৰিছে পিঞ্জৰা বন্ধ ঈগল চৰাইটোৰ বিদীৰ্ণ কৰিব পৰা নীলা চকুহাল ।'' গৃহবন্দী অৱস্থাতো মৰণত শৰণ লৈ গেলিলিওৱে তেওঁৰ বৈজ্ঞানীক চিন্তা যুক্ত কথা লিখা কিতাপৰ নতুন পাণ্ডুলিপি এটাৰ কিয়দাংশ চোৰাংকৈ আন দেশত বিতৰণ কৰাইছিল য'ত মানুহৰ ভাব চিন্তা প্ৰকাশ কৰা মৌলিক অধিকাৰ তেতিয়া বাহাল আছিল। তেওঁ বৰ আড়ষ্টভাবে কাম কৰিছিল, কিয়নো তেওঁৰ উপলব্ধি হৈছিল যে ধীৰে ধীৰে তেওঁ দুৰ্বল হৈ আহিছিল, তেওঁৰ দৃষ্টি শক্তি ক্ষীণ হৈ আহিছিল। গেলিলিওৱে লিখা শেষৰ গ্ৰন্থখন আছিল '' ডাইলগচ্ কনচাৰনিং টু নিউ চাইন্সেজ''। এই অমূল্য গ্ৰন্থখনে গেলিলিওক মহান কৰিলে। তেওঁ হৈ পৰিল আধুনিক পৰীক্ষামূলক পদাৰ্থ বিজ্ঞানৰ প্ৰতিষ্ঠাতা। এই কিতাপখনত তেওঁ পানীত ওপঙা বস্তুৰ সূত্ৰসমূহ ব্যাখ্যা কৰিলে আৰু শব্দৰ বৈজ্ঞানীক সূত্ৰ ঘোষণা কৰিলে। সঙ্গীতজ্ঞ সকলক তেওঁ পিটচ্ আৰু অভাৰট'নৰ গণিতীয় ভিত্তি পৰীক্ষা কৰি দেখুৱালে। অভিযন্তা সকলৰ কাৰণে তেওঁ 'জোৰ' আৰু 'হেঁচা' ( ষ্ট্ৰেচ আৰু ষ্ট্ৰেইন্ )ৰ জ্ঞান দি গ'ল। লগতে তেওঁ এটা ডাঙৰ বস্তু আৰু এটা সৰু বস্তুৰ মাজত হোৱা মহাকৰ্ষণ টানৰ বিষয়ে চিন্তা কৰিছিল। ১৬৪২ চনত ৭৮ বছৰ বয়সত গেলিলিওৰ মৃত্যু হ'ল আৰু তাৎ পৰ্য্যপূৰ্ণ কথা যে সেইবছৰতে বিজ্ঞানী নিউটনৰ জন্ম হৈছিল। মৃত্যুৰ পাচতো তেওঁ শত্ৰু বিলাকৰ মাজত ত্ৰাসৰ সঞ্চাৰ কৰিছিল। তেওঁলোকে গেলিলিওৰ বন্ধু সকলক দোষাৰোপ কৰি শাস্তি বিহিছিল। তদুপৰি তেওঁলোকে গেলিলিওৰ কৰ্ম্মৰাজিকে নহয় আনকি তেওঁৰ হাড় বিলাকো লুকাই থ'বলৈ চেষ্টা কৰিছিল। কিমান গৰ্হিত এই শত্ৰুতা অৱশ্যে এই শত্ৰুবিলাকক আমি বৰ কাঢ়াকৈ বিচাৰ কৰিব নালাগে। তেওঁলোক মাত্ৰ সেইযুগৰ প্ৰচলিত কিছুমান অন্ধবিশ্বাসৰ বাহক আছিল। এটা কথা পাহৰিলে ভুল হ'ব যে গেলিলিও নিজে এজন বৰ ধাৰ্ম্মিক মানুহ আছিল। তেওঁ বিশ্বাস কৰিছিল যে প্ৰকৃতিৰ নিয়মৰ মাজত ভগবানে প্ৰতি মূহুৰ্ত্তত আত্মপ্ৰকাশ কৰে। বিজ্ঞান হৈছে সেই নিয়ম সমূহ নিৰীক্ষণ কৰা আয়না। সেয়েহে গেলিলিওৱে ঘোষণা কৰিছিল '' বিজ্ঞান সদায় আগবাঢ়ি যায়। ই সদা ধাৱমান ''।

বিজ্ঞান আৰু প্ৰজ্ঞাৰ সাধনা কৰি জীৱন পাত কৰা এইজন মহান বিজ্ঞানী মানৱ সভ্যতাৰ অমূল্য ৰত্নৰ এজন হিচাপে চিৰস্মৰণীয় হৈ ৰ'ব।।

৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪৪



# এলবাৰ্ট আইন্ ষ্টাইনৰ পৃথিৱীখন

বহুত সংখ্যক বৰেণ্য লোকৰ অসাধাৰণ সৃষ্টি মানৱ সভ্যতাৰ ইতিহাসৰ একো একোটা মাইলৰ খুটি হৈ জিলিকি আছে। এই বিলাকৰ ভিতৰত এটম্ ব'ম বা পৰমানু বোমা আৱিষ্কাৰ হৈছে আধুনিক ইতিহাসৰ সবাতোকৈ অবিস্মৰণীয ঘটনা। পৰমানু বোমা আৱিষ্কাৰে সমৰ সজ্জাৰসমগ্ৰ ধাৰণাটোকে সলনি কৰিদিলে আৰু পৃথিৱীৰ ভৱিষ্যত সম্পৰ্কে মানুহক গভীৰ ভাবে ভবাই তুলিলে। যি জন মানুহ মূলতঃ এই আৱিষ্কাৰ বাবে দায়ী, তেওঁ আছিল শান্তিৰ এজন প্ৰবক্তা। তেওঁৰ ধ্যান ধাৰণাবোৰ বহুতৰ বাবে আছিল কল্পনা বিলাসী, অবাস্তৱ, অপাৰ্থিৱ ভাৱনা। ভাবিলে আচৰিত লাগে, পৰমানু বোমাৰ আৱিষ্কাৰৰ সূত্ৰপাত হৈছিল এলবাৰ্ট আইনষ্টাইনে যুক্তৰাষ্ট্ৰৰ এসময়ৰ ৰাষ্ট্ৰপতি ফ্ৰেংকলিন্ ডি. ৰুজভেল্ট লৈ লিখা এখন চিঠিৰ পৰা। পৰমানু বোমা আৱিষ্কাৰৰ পূবের্ব আইন্ ষ্টাইনে যি বিশেষ আপেক্ষিকবাদ সূত্ৰ নিৰূপণ কৰিছিল সিয়ে পৰমানৱিক শক্তি উদ্ঘাটনৰ মূল ভেটি আছিল।

এইজন অসাধাৰণ বিজ্ঞানীৰ জীৱন জিজ্ঞাসা আছিল অনন্য। তেওঁ এনে কিছুমান বস্তুৰ কৃচ্ছ্ৰ সাধনা কৰিছিল যাৰ বিনিময়ত তেওঁ প্ৰচাৰ, যশস্যা, ধনসম্পত্তি নাইবা ক্ষমতা লালস কৰা নাছিল। সময় অনুকুল নাছিল। ভুল ভ্ৰান্তিৰ ধাৰণা আৰু সংঘাটে তেওঁক পৰি বেষ্টিত কৰি ৰাখিছিল। শ-শ বিজ্ঞানীযে তেওঁলোকৰ জীৱনৰ বহু সময়ত আইন্ ষ্টাইনৰ আৱিষ্কাৰ সমূহ মিছা বুলি প্ৰমাণ কৰিবলৈ উঠি পৰি লাগিছিল। যদিও তেওঁ ব্যক্তি স্বাধীনতা আৰু গণতান্ত্ৰিক অনুষ্ঠানত বিশ্বাস কৰিছিল তথাপি তেওঁক এজন 'বলশ্বেভিক' আৰু ''ৱালষ্ট্ৰীটৰ হাঁথিয়াৰ'' বুলি অভিহিত কৰিছিল। তেওঁ ঈশ্বৰক বিশ্বাস কৰিছিল; কিন্তু মানুহে তেওঁক এজন নাস্তিক বুলি গণ্য কৰিছিল। কিয়নো তেওঁৰ দৰে বিজ্ঞানীয়ে ঈশ্বৰ বিশ্বাস কৰে বুলি মানুহে ভাবিব পৰা নাছিল।

আইন্ষ্টাইন আছিল এজন লক্ষ্য লব্ধ পদাৰ্থ বিদ। অথচ আচৰিত হ'ব লগা বিষয় হ'ল যে তেওঁক কৰ্ণপ্লাষ্টাৰৰ পৰা আৰম্ভ কৰি মটৰ গাড়ী লৈকে বহুত বস্তু অনুমোদনৰ কাৰণে পচিশ হেজাৰ ডলাৰ মাননী যচা হৈছিল। তেওঁৰ চবি, প্ৰতিকৃতি আজি পৃথিৱীৰ বিভিন্ন ঠাই পুথিভঁৰাল, বিশ্ববিদ্যালয় আদি শিক্ষাণুষ্টানত বিদ্যমান। তেওঁৰএটি আৱক্ষমূৰ্ত্তি জাৰ্মানীত প্ৰতিষ্ঠা কৰা হয়। উল্লেখযোগ্য যে তেওঁ একমাত্ৰ আমেৰিকান নাগৰিক আছিল যাক আন এখন ৰাষ্ট্ৰৰ ৰাষ্ট্ৰ নায়ক পদ যচা হৈছিল। এই সকলোবিলাক মান, যশ আইন্ষ্টাইনলৈ আহিছিল সঁচা কিন্তু ইয়াৰ বিপৰীতে তেওঁ

ভাল পাইছিল নিৰ্জনতা। কিয়নো নিৰ্জনতা তেওঁ চিন্তা কৰিব আৰু কাম কৰিব পাৰিছিল। স্বভাৱত তেওঁ নিৰাসক্ত আছিল। সেইদেখি এবাৰ তেওঁ কৈছিল - '' মই সুখী, কাৰণ মই কাৰোৰে পৰা একো নিবিচাৰো। কিন্তু মোৰ সহকৰ্মী সকলে প্ৰশংসা কৰিলে মই আনন্দ পাওঁ।''

তেতিয়া ১৯৩৩ চন। নাজিসকলে জাৰ্মানত ক্ষমতা দখল কৰিলে। আইনষ্টাইন্ ৰাজৰোষত পৰিছিল। সেই কাৰণে তেওঁ নিজ দেশ এৰি আমেৰিকা যুক্তৰাষ্ট্ৰলৈ গুছি গৈছিল। তাত তেওঁ নিউজাৰ্চিৰ প্ৰিন্সটনত থকা গৱেষণা প্ৰতিষ্ঠানত যোগ দিলে। তেওঁ সদায় এজন শান্তি পিপাসু মানুহ আছিল। তেওঁ যি শান্তি বিচাৰিছিল তাক তেওঁ প্ৰিন্সটনত পাইছিল। সাজ পোচাকত তেওঁ আছিল জধলা। চুলি কাটিবৰ কাৰণে চেলুনত বহুত সময় ৰৈ থাকিব লগা হেতু তেওঁ চুলি দীঘলকৈ ৰাখিছিল। তেওঁ পিন্ধিছিল এটা ঢিলা চুৱেটাৰ, পেটিডালৰ ঠাইত তেওঁ পুৰণা টাই এডাল পেন্টত মাৰিছিল। কিন্তু এই বিলাক কথা-কাণ্ড দেখিও ওচৰ চুবুৰিয়াই তেওঁক অভজা বুলি ভবা নাছিল।

এই গৱেষণা প্ৰতিষ্ঠানত যোগ দিয়াৰ পাচত আইনষ্টাইনে যে কেৱল বৃত্তিগত প্ৰশংসা লাভ কৰিছিল এনে নহয় তেওঁ সামাজিক প্ৰতিষ্ঠাও লাভ কৰিছিল। বিজ্ঞানী সকল সাধাৰণতে তুলুঙা কথা বতৰাৰ পৰা বিৰত থাকে। আইনষ্টাইনো ইয়াৰ ব্যতিক্ৰম নাছিল। তেওঁ আনক বিনম্ৰভাৱে মৰম লগাকৈ ব্যৱহাৰ কৰিছিল আৰু আনৰ পৰা তেনে ব্যৱহাৰ আশা কৰিছিল। তেওঁ ব্যঙ্গ কৰি ভাল পাইছিল। এবাৰ পদাৰ্থ বিজ্ঞানৰ সূত্ৰ এটা আলোচনা কৰি থাকোতে তেওঁ এনে ব্যঙ্গ ভৰা কথা ক'লে যে ওচৰত থকা গণিতজ্ঞ জনো হাঁহিত বাগৰি পৰিল। আইন্ ষ্টাইনৰ ব্যঙ্গত সদায় আছিল এটা উষ্মাৰ অনুৰণণ আৰু দয়াৰ অনুভূতি। প্ৰায় অৰ্দ্ধশতিকাৰ যশ আৰু খ্যাতিৰে জীৱন জাতিষ্কাৰ হৈ পৰা পাচতো বন্ধুমহল আৰু ওচৰ চুবুৰীয়াৰ বাহিৰে সাধাৰণ মানুহৰ বাবে আইন্ ষ্টাইন হৈ পৰিল এটি দূৰণীৰ ছাঁয়া, এটি সুদূৰ পৰাহত প্ৰতিকৃতি।

প্ৰতিদিন পুৱা ১০-৩০ বজাত গাত এটা সোত মোচ ক'লা কোট, জাৰৰ দিনত সাগৰীয় মাছমৰীয়া মানুহে গোঠা এটি টুপী পিন্ধি আইনষ্টা ইন নিজৰ ঘৰৰ পৰা ডেৰমাইল দূৰত থকা গৱেষণা প্ৰতিষ্ঠানলৈ খোজ কাঢ়ি গৈছিল। তেওঁৰ দীঘল চুলি খিনি, পাকখোৱা গোঁফ কোচা ইমান বগা আছিল যে দেখিলে তেওঁক পুৰণি কালৰ আমাৰ ঋষি মুনিৰ এজন যেন লাগিছিল। তেওঁৰ চকুহালত ধৈৰ্য্য আৰু নম্ৰ অনুসন্ধিৎসু চাৱনি আছিল যদিও মাজে মাজে ভাগকৰা ৰঙা আৱয়বে আবৃত ক ৰি ৰাখিছিথল। কথা বতৰাত তেওঁ আছিল অতিশয় কোমল, মিষ্ট ভাষী। তেওঁৰ কথাত সচৰাচৰ প্ৰকাশ পাইছিল জাৰ্মানীৰ স্বৰধবনি।

সম্মূখত এখন সৰু হাবিৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰমনীয় দৃশ্য প্ৰত্যক্ষ কৰি আইনষ্টাইনে নিজৰ প্ৰকাণ্ড অথচ সুন্দৰ কাৰ্য্যালয়ত বহি তেওঁৰ একত্ৰিকৰণ সূত্ৰ (ইউফাইড্ থিয়ৰি) লৈ কামত ব্যস্ত হৈ পৰিছিল। এই সূত্ৰৰ কামত তেওঁ ত্ৰিশ বছৰৰো অধিককাল নিমগ্ন হৈ আছিল। এই সূত্ৰৰ সহায়ত তেওঁ আমাৰ ভৌতিক বিশ্বখনৰ দুটা প্ৰধান শক্তি, মধ্যাকৰ্ষণ আৰু বিদ্যুত চুম্বক শক্তিক সংলগ্ন কৰিছিল। এই সংলগ্নৰ দ্বাৰা তেওঁ সকলো জ্ঞাত ভৌতিক পৰিঘটনাৰ মাজত এটা সম্পৰ্ক স্থাপন কৰিছিল। বহুতৰ দৰে গতানুগতিক ডায়েৰী আইনষ্টাইনে লিখা নাছিল, কিন্তু কামৰ অন্তত তেওঁ আঁঠুৰ ওপৰত লিখা সামগ্ৰী লৈ সৰু সৰু কাগজত পৰিষ্কাৰকৈ দিনটোৰ কামৰ বিবৰণ লিখি ৰাখিছিল। এনেদৰে লিখি যাওঁতে যেতিয়া কোনো সমস্যা উদ্ভৱ হৈছিল সেতিয়া তেওঁ ধীৰ, শান্তভাবে বহি নিজৰ চুলি হাতৰ আঙুলিত পকাই পকাই চিন্তাত ডুব গৈছিল। তেওঁৰ বিজ্ঞানৰ সূত্ৰ সমূহ আছিল মাহৰ পাচত মাহ, বছৰৰ পাচত বছৰ জুৰি কৰা একাগ্ৰ অধ্যৱসায়ৰ ফল। এই কঠিন অধ্যৱসায় সমূহক আইনষ্টাইনে আদৰ্শণীয় পৰীক্ষা আখ্যা দিছিল। আজিকালি বৈজ্ঞানিক পৰীক্ষা বুলিলে পৰীক্ষাগাৰত সা-সঁজুলি আৰু বিভিন্ন উপাদান লৈ কৰা পৰীক্ষাকে বুজা যায়। কিন্তু আইনষ্টাইনৰ ক্ষেত্ৰত সঁজুলি আছিল পেন্সিল, কাগজ আৰু মনটো আছিল তেওঁৰ পৰীক্ষাগাৰ। নেৰানেপেৰা পৰীক্ষা সমূহৰ পাচত বহুত সময়ত তেওঁ ভুল তথ্য পাইছিল, ভুল সিদ্ধান্ত উপনীত হৈছিল। কিন্তু তেওঁ আছিল নাচোৰ বান্দা; হাৰমনা নাছিল কেতিয়াও। নিৰ্ভুল তথ্য নেপোৱা পৰ্যন্ত তেওঁ পুনঃপুনঃ পৰীক্ষা সমূহ কৰি গৈছিল। বিজ্ঞানৰ অক্লান্ত পুজাৰী হ'লেও আইন্ ষ্টাইনে ভগৱানৰ ওপৰত বিশ্বাস ৰাখিছিল বেলেগ ধৰণে। তেওঁ ধৰ্মান্ধ নাছিল যদিও ধৰ্ম্মক অবিশ্বাস নকৰিছিল। বিজ্ঞান আৰু ধৰ্ম্মৰ মাজত তেওঁ সুন্দৰ ভাবে যোগ সূত্ৰ স্থাপন কৰি কৈছিল এইষাৰ সোন সেৰীয়া কথা - ''ধৰ্ম্ম বিনে বিজ্ঞান খোড়া, বিজ্ঞান বিনে ধৰ্ম্ম কণা''। তেওঁ নিশ্চিত আছিল যে যি বোৰ বৈজ্ঞানিক পৰীক্ষা তেওঁ কৰি আছিল তাৰ উত্তৰ পাবই, কাৰণ তেওঁ অনুভৱ কৰিছিল যে ভগৱানৰ সৃষ্টিসমূহ নিখুঁট কিন্তু কেতিয়াও প্ৰতাৰণা মুলক নহয়। আইন্ ষ্টাইনে প্ৰকৃতিৰ সৰলতা আৰু পৰিপাটিৰ ওপৰত বিশ্বাস কৰিছিল। প্ৰকৃতিৰ ওপৰত স্থাপন কৰা এই নিৰন্তৰ আস্থাই সমগ্ৰ জীৱন জুৰি কৰা কঠিন পৰীক্ষা-নিৰীক্ষা, বৈজ্ঞানিক অনুসন্ধান বোৰত সাফল্য লাভ কৰাত তেওঁক কিন্তৰ সহায় কৰাই নহয়, সম্ভাব্য হতাশগ্ৰস্ততাৰ পৰাও সততে ৰক্ষা কৰিছিল। যেতিয়া তেওঁ নিজৰ সিদ্ধান্ত সমূহ চালি জাৰি চাইছিল, তেতিয়া তেওঁ এই চিন্তা কৰিছিল '' সঁচাকৈ ভগৱানে বিশ্ব ব্ৰহ্মাণ্ড খন এনেদৰে সৃষ্টি কৰিছিল নে?'' এজন সৃষ্টিশীল বিজ্ঞানী হিচাপে তেওঁ সকলো শুদ্ধ আবিষ্কাৰকে সুন্দৰ বুলি জ্ঞান কৰিছিল। সম্ভৱত এইখিনিতে গান্ধীজীৰ

লগত আইন্‌ষ্টাইনৰ ভাৱৰ মিল পোৱা যায়। কিয়নো গান্ধীজীয়েও বিশ্বাস কৰিছিল "সত্যই সুন্দৰ, সত্যই ভগৱান।"

পৃথিৱীৰ বহুত মহৎ লোক স্বভাৱত বিনয়ী আৰু লাজকুৰীয়া আছিল। আইন্‌ষ্টাইনো তাৰ ব্যতিক্ৰম নাছিল। এবাৰ এটা মজাৰ কথা হ'ল। ৱাছিংটনত পেলেষ্টাইন সম্পৰ্কে এখন সভা হৈছিল। আইন্‌ষ্টাইনও সেই সভালৈ নিমন্ত্ৰিত হৈছিল। আইন্‌ষ্টাইন যেতিয়া সভা গৃহত প্ৰৱেশ কৰিছিল, উপস্থিত সভাসদ সকলে কিবা কথাত হাঁহিৰ ৰোল তুলিছিল। কথাটো বুজিব নোৱাৰি তেওঁ সভাকক্ষৰ পাচলৈ গৈ এজন বন্ধুক কাণে কাণে সুধিছিল, "তেওঁ লোকে মই কি কওঁ শুনিবলৈ অপেক্ষা কৰা উচিত আছিল।" কাৰণ তেওঁক লৈ ৰগৰ কৰা বুলি আইন্‌ষ্টাইনে ভাবি লৈছিল। সভাৰ অন্তত ৰাতিৰ ভোজ মেলত বক্তাৰ পাচত বক্তাই আইন্‌ষ্টাইনৰ প্ৰতিভাৰ বিষয়ে ওজস্বী ভাষণ দিছিল, প্ৰশংসা কৰিছিল। প্ৰশংসাত অতিষ্ঠ হৈ আইন্‌ষ্টাইন ভোজ মেলৰ পৰা আঁতৰি আহিল। অৱশেষত মন পাতল কৰিবৰ কাৰণে গ্ৰন্থকাৰ ফেনি হাৰ্ষ্টৰ ওচৰত তেওঁ বহিল আৰু ক'লে "মই কেতিয়াও মোজা নিপিন্ধো, জানে মিঃ হাৰ্ষ্ট।" এষাৰ বিসঙ্গতিপূৰ্ণ কথা নহয় জানো? তেওঁৰ মন পাতলি গ'ল। এই অসাধাৰণ বিজ্ঞানী জনক মানুহে কেৱল বিজ্ঞানী হিচাপে গন্য কৰা নাছিল। তেওঁক মানুহে এজন জননায়ক, প্ৰতিভাশালী নেতা হিচাপেও গন্য কৰিছিল। এই জনপ্ৰিয়তাৰ কাৰণে এবাৰ তেওঁক ইজৰাইলৰ ৰাষ্ট্ৰপতি পদ যচা হৈছিল। কিন্তু আইন্‌ষ্টাইনে তেওঁৰ স্বাভাৱিক নম্ৰতাৰে উত্তৰ দিলে যে যিটো পদবীৰ মূল দায়ীত্বত মানৱ সম্পৰ্ক জড়িত তেনে পদবীৰ বাবে তেওঁ অনুপযোগী, অপৰাগ। ইয়াৰ পৰিবৰ্তে তেওঁ ভাবিলে যে তেওঁ যিহেতু ভৌতিক জগত খনৰ বিশালতাৰ বিষয়ে খুব কম জানে গতিকে তেওঁ এই বিষয়ে অধ্যয়ন আৰু গৱেষণা কৰাহে ভাল।

আইন্‌ষ্টাইন্ সৰ্বান্তকৰণে কোনো সামাজিক দল বা সংঘৰ অন্তৰ্ভুক্ত নাছিল। ইমানেহ নহয় তেওঁ সহজে আন মানুহৰ লগত অন্তৰঙ্গতা গঢ়ি নুতুলিছিল। পিচে এইটো তেওঁ ডাঙৰ বিজ্ঞানী বুলি গপ্ বা ভেম্ কৰি নহয়, তেওঁৰ স্বভাৱেই তেনেকুৱা আছিল। এই নিসঙ্গতাৰ লক্ষণ তেওঁৰ সৰু কালৰ ফ'টো বিলাকত স্পষ্টভাবে দেখা যায়।

১৮৭৯ চনৰ ১৪ মাৰ্চত জাৰ্মানৰ উলম্ নামৰ ঠাইত আইন্‌ষ্টাইনৰ জন্ম হৈছিল। কিন্তু তেওঁৰ শৈশৱ অতিবাহিত হৈছিল মিউনিক চহৰত। সাধাৰণ শিশুৰ দৰে তেওঁ উৎ পতিয়া, দুষ্ট নাছিল। তেওঁ আছিল শান্ত শিষ্ট, ধীৰ, গম্ভীৰ আৰু লাজ কুৰীয়া। এই বিলাক স্বভাৱৰ কাৰণে তেওঁ আন ল'ৰা ছোৱালীৰ পৰা সততে আঁতৰি ফুৰিছিল। সৰুতে তেওঁ বহুত দেৰিকৈ কথা ক'বলৈ শিকিছিল। এই বিসঙ্গতি দেখি মাক-বাপেকে তেওঁক অস্বাভাৱিক মানুহ হ'ব বুলি সন্দেহ কৰিছিল। স্কুলৰ শিক্ষকে তেওঁক এজন

বিসঙ্গীতিপূৰ্ণ ছাত্ৰ বুলি বিবেচনা কৰিছিল। শিশু বা ছাত্ৰ মানেই বন্ধু-বান্ধৱৰ লগত সততে খেলা ধূলা কৰি ভাল পায়; কিন্তু আইন্ ষ্টাইন আছিল ব্যতিক্ৰম। তেওঁৰ বন্ধু আছিল কম আৰু খেল ধেমালিৰ পৰা তেওঁ আঁতৰি ফুৰিছিল। ইয়াৰ বিপৰীতে তেওঁৰ অভ্যাস আছিল আজৰি পৰত ঈশ্বৰৰ প্ৰাৰ্থনা গীত ৰচনা কৰি পিয়ানো বজাই সেইবোৰ আওঁৰোৱা। অকলে ফুৰিবলৈ যাওঁতে তেওঁ এই প্ৰাৰ্থণা গীত বোৰ গুণ গুনাই ভাল পাইছিল। এককথাত সঙ্গীত আৰু বাদ্য যন্ত্ৰ তেওঁৰ প্ৰিয় আছিল।

চাওঁতে চাওঁতে আইন্ ষ্টাইনে বাৰ বছৰত ভৰি দিলে আৰু তেতিয়াই তেওঁ স্বতন্ত্ৰভাবে গণিত আৰু বিজ্ঞান অধ্যয়নত মনোনিবেশ কৰিলে। কিন্তু স্কুলীয়া অৱস্থাত তেওঁ পঢ়া শুনাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পৰা নাছিল। কিয়নো গণিত আৰু পদাৰ্থ বিজ্ঞানত বুৎ পত্তি থাকিলেও ভাষা সাহিত্য বিষয়ত তেওঁৰ অৱস্থা পুতৌজনক আছিল। তেওঁ চুইজাৰলেণ্ডত উচ্চ শিক্ষা ল'বলৈ যাবৰ বাবে প্ৰবেশ পৰীক্ষা দিছিল, কিন্তু তাত কৃত কাৰ্য্য হ'ব নোৱাৰিলে। পিচে তেওঁ আছিল আঁকোৰগোজ। দ্বিতীয়বাৰ পুনৰ একেটা প্ৰবেশ পৰীক্ষাত সফলতাৰে উত্তীৰ্ণ হ'ল আৰু ইচ্ছা কৰা অনুসৰি চুইজাৰলেণ্ডত অধ্যয়ন কৰিবলৈ গ'ল। ইয়াতে তেওঁ স্নাতক ডিগ্ৰী লাভ কৰিলে। স্নাতক হোৱাৰ পাচতে তেওঁ এটা, দুটাকৈ তিনিটা চাকৰি কৰিছিল আৰু অলপীয়া কথাতে তেওঁ তিনিওটা চাকৰি হেৰুৱাইছিল। চাকৰি যোৱাৰ কাৰণে সেই সময়ত তেওঁ কোনোমতে পেটে ভাতে খাই জীৱন নিৰ্বাহ কৰিব লগা হৈছিল। 'এনেয়ে পাইছো ধানৰ ভ্‌প তাতে আকৌ ঋষিৰ শাপ'ৰ দৰে হ'ল। এই অৱস্থাতে তেওঁ বিয়া কৰালে মিলেভা মাৰেক নামৰ বিজ্ঞানৰ এগৰাকী ছাত্ৰীক। তেওঁৰ খৰছৰ বোজা বাঢ়ি গ'ল। আইন্ ষ্টাইন দম্পতি দুটি পুত্ৰ সন্তানৰ পিতৃ-মাতৃ হ'ল। ১৯০২ চনত মাত্ৰ তেইশ বছৰ বয়সত তেওঁ বাৰ্ণৰ পেটেন্ট অফিচত পৰীক্ষকৰ চাকৰিত যোগ দিলে। এই চাকৰিত তেওঁৰ যথেষ্ট অৱসৰ সময় আছিল, সেইদোখে চাকৰি কালতো তেওঁ নিজৰ অধ্যয়নত মনোযোগ দিব পাৰিছিল। এই অধ্যয়ন কালতে তেওঁ সময় আৰু দূৰত্ব, পদাৰ্থ আৰু শক্তিৰ মাজত সংযোগ স্থাপন কৰিবলৈ প্ৰচেষ্টা চলাইছিল আৰু কাম কৰিছিল। এই অধ্যৱসায়ত তেওঁ কৌতিয়াবা কৌতিয়াবা হতাশো হৈছিল। পূৰ্বোক্ত অনুসন্ধান বিলাকৰ শুদ্ধ ফলাফল পোৱাৰ আগাদিনা হতাশ গ্ৰস্ত আইনষ্টাইনে এজন বন্ধু বিজ্ঞানীক কৈছিল এই দৰে - ''যদি এইবাৰ সফল নহওঁ এইবিলাক কাম এৰি দিম।''

পিচে ভাগ্য এইবাৰ সুপ্ৰসন্ন হ'ল। বিজ্ঞান জগতত তেতিয়াও অজ্ঞাত তেওঁৰ আপেক্ষিকতা বাদৰ বিশেষ সূত্ৰ প্ৰথম বাৰৰ বাবে পদাৰ্থ বিজ্ঞানৰ আলোচনী এখনত প্ৰকাশ হ'ল। তেতিয়া আইনষ্টাইনৰ বয়স আছিল মাত্ৰ চাবিশ বছৰ। তেওঁ এই বিশ্

বিখ্যাত আপেক্ষিক বাদ সূত্ৰ গাণিতিক ভাষাৰে প্ৰকাশ কৰিলে $E=MC^2$ । এই সূত্ৰত 'E' যে শক্তি (Energy), "M" যে বস্তুৰ ভৰ (Mass) আৰু "C" যে পোহৰৰ বেগক সূচাইছে (Velocity of light) । অৰ্থাৎ শক্তি পদাৰ্থৰ 'ভৰ' আৰু আলোক বেগৰ বৰ্গৰ পূৰণ ফলৰ সামন। এই সমীকৰণটোয়ে ইয়াকে সূচাই যে যদি এটা পদাৰ্থৰ আধা পাউণ্ড ভৰৰ পৰা সমগ্ৰ শক্তি নিৰ্গত হয়, তেতিয়া ইয়াৰ পৰা লব্ধ হোৱা শক্তি ( Power) সাত নিযুত টন টি.এন্. টি. ( ট্ৰাই নাইট্ৰো টলুইন্) ৰ পৰা বিস্ফোৰিত হৈ অপসাৰিত হোৱা বলৰ সমান হ'ব। এই টি. এন্. টি. হৈছে সাংঘাটিক ভাবে বিস্ফোৰিত হোৱা এটা ৰাসায়নিক দ্ৰব্য। যদিও আইনষ্টাইনৰ এই সূত্ৰই মানুহৰ বিশ্ব ব্ৰহ্মাণ্ডৰ বিষয়ে থকা ধ্যান ধাৰণালৈ পৰিবৰ্ত্তণৰ বিপ্লৱ আনিলে তথাপি কিছুমান পদাৰ্থ বিজ্ঞানীয়ে এই সূত্ৰ বিজ্ঞানৰ এটা সাময়িক গুৰুত্বপূৰ্ণ ঘটনা বুলিহে উপলব্ধি কৰিছিল। বিষেষতঃ বহু বছৰ ধৰি এই সমীকৰণ ( $E=MC^2$ ) তৰ্ক যুদ্ধৰ এটি ৰসাল বিষয় হৈ পৰিছিল। তাৰপাচত আৰম্ভ হ'ল ১ম বিশ্ব যুদ্ধ। হিৰ'চিমাত ১৯৪৫ চনৰ ৬ আগষ্টত দ্বিতীয় বিশ্বযুদ্ধৰ তুংগ অৱস্থাত কেন্দ্ৰ শক্তি (Axis power )ৰ অন্যতম শক্তিশালী দেশ জাপানৰ এখন সমৃদ্ধ চহৰ হিৰ'চিমা আমেৰিকা যুক্তৰাষ্টই মিত্ৰ শক্তি (Allied power) ৰ প্ৰধান দেশ বিশ্বৰ প্ৰথমটো পৰমানৱিক বোমা (Atom Bomb) নিক্ষেপ কৰে। যেতিয়া পাৰমানৱিক বোমা বিস্ফোৰণ হ'ল তেতিয়া আইনষ্টাইনৰ এই সমীকৰণ এটা তমসাচ্ছন্ন, নিষ্ঠুৰ বাস্তৱত পৰিণত হ'ল।

আইনষ্টাইনে কেৱল পাৰমানৱিক বোমাৰ পুথিগত জ্ঞান সম্ভাৰকে দিয়া নাছিল, দিছিল তাতোকৈ বেচি উত্তৰণৰ সঙ্কেদ। ১৯৩০ চনৰ শেষ ভাগত বহুত বিজ্ঞানীয়ে জানিব পাৰিছিল যে নাজি বিলাকে পাৰমানৱিক বোমা তৈয়াৰ কৰিবৰ কাৰণে সৰ্ব্বতো প্ৰকাৰে প্ৰচেষ্টা চলাইছিল। ঠিক একে দৰে একে সময়তে আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিজ্ঞানী সকলেও তেওঁলোকৰ সামৰি ক নেতাসকলক তেনে এটা প্ৰকল্পৰ প্ৰতি আগ্ৰাহান্বিত কৰিবলৈ অবিৰাম চেষ্টা কৰিছিল; কিন্তু উৎ সাহ জনক সঁহাৰি নেপালে। শেষত উপায়ন্তৰ হৈ বিজ্ঞানী সকলে আইনষ্টাইনক তেওঁৰ প্ৰভাৱ বিস্তাৰ কৰিবলৈ আহ্বান জনালে। ইয়াৰ ফলত ১৯৩৯ চনৰ এটা ৰাতি তেওঁ এনে এখন চিঠিৰ খচৰা প্ৰস্তুত কৰিলে যিখন আমেৰিকা যুক্তৰাষ্ট্ৰৰ ইতহাসৰ এখন অতি গুৰুত্বপূৰ্ণ চিঠি হিচাপে পৰিগণিত হ'ল। সেই সময়ত যুক্তৰাষ্ট্ৰৰ ৰ্যাষ্ট্ৰপতি আছিল ফ্ৰেংকলিং. ডি. ৰুছ ভেল্ট। চিঠিখনত আইনষ্টাইনে ৰুছভেল্টলৈ লিখিছিল '' বৰ্ত্তমান যি খিনি গৱেষণাৰ কাম কৰা হৈছে তাৰ পৰা মই আশা কৰিছো যে ইউৰেনিয়াম্ নামৰ মৌলিক পদাৰ্থটোক অদূৰ ভৱিষতে এটা নতুন, গুৰুত্বপূৰ্ণ শক্তিৰ উৎসলৈ ৰূপান্তৰ কৰিব পৰা যাব। এই নতুন শক্তিটোক কৌশল

প্ৰয়োগ কৰিলেই পাৰমানৱিক বোমা নিৰ্মাণ কৰিববলৈ পথ নিৰ্দেশনা দিব।'' ৰাষ্ট্ৰপতি ৰুছভেল্ট বৈ থকা ভকত নাছিল। তেওঁ শীঘ্ৰে সেই সময়ৰ 'মানহটন' প্ৰকল্প গোটক পাৰমানৱিক বোমা প্ৰস্তুত কৰাৰ কৰ্তৃত্ব প্ৰদান কৰিলে। এই দৰে যুক্ত ৰাষ্ট্ৰ সামৰিক মৰণাস্ত্ৰ প্ৰস্তুতৰ দুৰ্ভাগ্যজনক, ঐতিহাসিক দৌৰত অৱতীৰ্ণ হ'ল। এই মৰণাস্ত্ৰৰ সন্ত্ৰাসত পৃথিৱী প্ৰথম সন্ত্ৰস্ত হৈ পৰিল।

আইন্ ষ্টাইনে পূৰ্ণ উদ্যমে একে গতিত পঞ্চাশ বছৰ ধৰি নিৰবচ্ছিন্ন গৱেষণা চলাই থাকিল। তেওঁৰ বহু সমাদৃত একত্ৰিত ক্ষেত্ৰৰ সূত্ৰ আছিল পয়ত্ৰিশ বছৰ জোৰা ব্যাপক গৱেষণাৰ ফল। এই ক্ষেত্ৰ সূত্ৰ চাৰিটা সীমকৰণৰ সমষ্টি। এই লানি সমীকৰণত তেওঁ পোহৰ আৰু শক্তি নিয়ন্ত্ৰণ কৰা বল বিলাকক বিশ্ব ব্ৰহ্মাণ্ডৰ সকলো বস্তুকে নিজৰ মুঠিত ৰখা ৰহস্যজনক মধ্যাকৰ্ষণ শক্তিক একত্ৰিত কৰিছিল। আইন্ ষ্টাইনে বিশ্বাস কৰিছিল যে তেওঁৰ এই সূত্ৰই সকলোকে পতিয়ন নিয়াইছিল। কিন্তু তেওঁ নিজে আচলতে জনা নাছিল যে তেওঁ শুদ্ধ আছিলনে ভুল আছিল।

সুদীৰ্ঘ পাঁচ দশকৰো অধিক কাল বিজ্ঞানৰ মৌলিক গৱেষণাৰ কঠিন পথ পৰি ক্ৰমাৰ অন্তত ১৯৫৫ চনৰ ১৮ এপ্ৰিলত প্ৰিন্সটাউনত ৭৬ বছৰ বয়সত আইনষ্টাইন্ স্বৰ্গী হ'ল। উল্লেখযোগ্য মৃত্যু পৰ্যন্ত এই জন কালজয়ী বিজ্ঞানীয়ে সময় আৰু দূৰত্ব বিষয়ত বহুত গুপ্ত ৰহস্যৰ উত্তৰৰ সন্ধান কৰি আছিল। অকৃতকাৰ্য্যতাৰ সম্ভাৱনাই তেওঁক কেতিয়াও বিচলিত কৰিব পৰা নাছিল। তেওঁ জানিছিল যে মানুহে কেতিয়াও সকলো কথা শিকিব নোৱাৰে। ইয়াতে ঈশ্বৰৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন হয়, যিটো তেওঁ স্বীকাৰ কৰিছিল। তেওঁ কৈছিল ''আমি অভিজ্ঞ হ'ব পৰা আটাইতকৈ সুন্দৰ বস্তুটো হৈছে ৰহস্য আৰু ৰহস্য উদ্ ঘাটন।''

হে মহান বিজ্ঞানী তুমি চিৰ স্মৰণীয়।।

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



# চার্লচ ডাৰউইনৰ ক্রম বিকাশ সূত্র

ইতিহাসে কয় কলম্বাচ আছিল পৃথিৱীৰ ভিতৰত সমুদ্ৰ ভ্ৰমণৰ অন্যতম বাতকটীয়া। কিন্তু মহামান্য বৃটিছ্ সম্রাটৰ নির্দ্দেশ ক্রমে বিগ্রেডিয়াৰ বিগেলে ১৮৩১ চনত পৃথিৱী জৰিপ কৰিবৰ কাৰণে যি সমুদ্ৰ ভ্ৰমণ কৰিছিল সেই ভ্ৰমণ যে কলম্বাচৰ ভ্ৰমণতকৈও অধিক গুৰুত্বপূৰ্ণ হ'ব তাক কোনেও সপোনতো ভবা নাছিল। জাহাজত যোৱা অন্যান্য নাৱিক বিষয়াৰ ওপৰিও এজন বিশেষ ব্যক্তি আছিল ডেকা প্রকৃতিবিদ মিষ্টাৰ ডাৰউইন। প্রকৃতিৰ সদা বিস্ময়কৰ তথ্য উদঘাটনৰ প্রতি আগ্রহী বিজ্ঞানী চার্লচ ডাৰউইনেও তেতিয়া ধাৰণা কৰিব পৰা নাছিল যে সেই ভ্ৰমণতে তেওঁ প্রকৃতি বিজ্ঞানৰ নতুন দিগন্ত উদঘাটন কৰিব পাৰিব। সেই সমুদ্ৰ ভ্ৰমণৰ সময়ত চার্লচ ডাৰউইনৰ বয়স হৈছিল মাত্র ২২ বছৰ। কেম্ব্রিজ বিশ্ববিদ্যালয়ৰ পৰা বিজ্ঞানৰ শিক্ষা সাং কৰি সতেজ সক্রিয় হৈ থকা ডাৰউইন সমুদ্ৰ ভ্ৰমণত তেনেই অনভিজ্ঞ আছিল। সেয়েহে জাহাজত উঠাৰে পৰা তেওঁ প্রায় সাগৰীয় জলবায়ু জনিত অসুখত শয্যাশায়ী হৈ পৰিছিল। কিন্তু তেওঁৰ অনুসন্ধিৎসু মনটো ইমানেই আগ্রহী আছিল যে প্রাকৃতিক পৰিঘটনা সমূহৰ কাৰণ ব্যাখ্যা দাঙি ধৰিবলৈ কৌশল আয়ত্ব কৰিছিল। তেওঁ কোনো সত্যকে বিনাবাক্যে গ্ৰহণ কৰিব নোৱাৰিছিল। কি কাৰণে ই সত্য হ'ল তাক নজনা পর্যন্ত এই সত্য স্বীকাৰ কৰি ল'ব নোৱাৰিছিল।

প্রখৰ ঘ্রাণশক্তিযুক্ত কুকুৰৰ দৰে ডাৰউইন আছিল গভীৰ অনুসন্ধিৎসু। যেতিয়া তেওঁ জাহাজৰ পৰা নামি প্ৰশান্ত মহাসাগৰৰ বসতিহীন গালাপাগছ্ দ্বীপত ভৰি দিলে তেতিয়া তেওঁৰ মন অনেক প্রশ্নৰে গধূৰ হৈ পৰিছিল। গালাপাগছ দ্বীপ আছিল দক্ষিণ আমেৰিকা উপকূলীয় অঞ্চলৰ এটা নির্জন দ্বীপ। এই দ্বীপটো সাধাৰণ দ্বীপ নাছিল। ই আছিল এটা জীৱন্ত যাদুঘৰ সদৃশ য'ত আছিল প্রত্নতাত্তিক যুগৰ প্রায় বিলুপ্ত হ'ব ধৰা প্ৰকাণ্ড জেঠী, বিৰাটাকায় কাছ, অসংখ্য জকমকীয়া কেকোঁৰা।এই সকলো জীৱ জন্তুৰ অপূৰ্ব্ব মিলনভূমি আছিল এই প্ৰশান্ত সাগৰীয় নির্জন দ্বীপটো।জন্তুবোৰ নিজস্ব গতিৰে দ্বীপভূমিত পিয়াপি দি আছিল। মানুহৰ সংস্পর্শৰ লগত অপৰিচিত আছিল এই জীৱ-জন্তুবোৰ। সেয়ে বোধহয় এটা শেন চৰাই ভয়ত বিতত হৈ এজোপা গছত খুণ্ডা খাই পৰিছিল, মাটি কপৌ চৰাইবোৰে গভীৰ বিশ্বাসত আহি অভিযানকাৰী

সকলৰ কান্ধত পৰিছিলহি।

নিৰ্জন এই দ্বীপপুঞ্জত ডাৰউইনে এটা আচৰ্য্যজনক তথ্য আৱিষ্কাৰ কৰিলে। সেয়া হ'ল মাটি, পানী আৰু জলবায়ুত এই দ্বীপসমূহ দেখাত একে আছিল যদিও ইহঁতৰ প্ৰত্যেকটোতে থকা জীৱ-জন্তুবোৰৰ বৈশিষ্ট বিলাক নিজস্ব আছিল। উদাহৰণ স্বৰূপে এটা দ্বীপত থকা সুৰদী সুৰীয়া গান গোৱা বুল বুলি চৰাইৰ জাকটো দক্ষিণ আমেৰিকাৰ মূল ভূ-খণ্ডত থকা বুল-বুলি চৰাইৰ সতে সাইলাখ একে। কিন্তু কোনো দুটা দ্বীপত এনে সদৃশ প্ৰজাতিৰ চৰাই নাছিল। কেৱল ইমানেই নহয় ডাৰউইনে লগতে ইয়াকো লক্ষ্য কৰিলে যে এই তথ্য বুল-বুলি চৰাইৰ দৰে, মাটিকপৌ, জেঠী, কাছ, পোক-পতঙ্গ আৰু শামুকৰ বেলিকাও সত্য আছিল। এই আশ্চৰ্য্যজনক তথ্য উদ্‌ঘাটনৰ পাচত ডাৰউইনৰ মনত এটা গুৰুত্বপূৰ্ণ প্ৰশ্নই ভুমুকি মাৰিলে। সেই প্ৰশ্নটো হ'ল প্ৰকৃতিয়ে কোনো কাৰণ নথকাকৈ সদৃশ আৰু নিচেই ওচৰা-ওচৰি দ্বীপপুঞ্জত কিয় ভিন্ন প্ৰজাতিৰ জীৱ-জন্তুৰ সৃষ্টি কৰিলে? ইয়াৰ যুক্তি যুক্ততা ক'ত? তথাপি বিজ্ঞানী ডাৰউইনৰ মনত সন্দেহ উপজিল যে সৃষ্টিৰ প্ৰথম দিনৰ পৰা স্থিতি লোৱা অসংখ্য উদ্ভিদ আৰু জীৱ-জন্তুৰ প্ৰজাতিবোৰে কেৱল সৃষ্টি তত্ত্বকে উলঙ্ঘা কৰা নহয় ই আগশাৰী বিজ্ঞানীসকলৰ কৰ্তৃত্বকো যেন বুঢা আঙুলি দেখুৱাইছিল।

ডাৰউইনৰ ডায়েৰি লিখা অভ্যাস আছিল। সেয়ে ডায়েৰিত লিপিবদ্ধ তথ্যৰ পৰা পৃথিৱীৰ প্ৰথম পুৰাৰ বিষয়ে ঘোষণা কৰা মহান প্ৰত্যাহ্বানৰ বিৱৰণ পোৱা যায়- এনেদৰে তেওঁ লিখিছিল, '' কোনোবাই ওপৰুৱাকৈ ভাবিব পাৰে যে একে বিধ প্ৰজাতিৰ জীৱকে বিভিন্ন উদ্দেশ্যত, বিভিন্ন পৰিস্থিতিত খাপ খোৱাকৈ সংশোধন কৰি সৃষ্টি কৰা হ'ল। নিচেই ওচৰা ওচৰিকৈ থকা কেৱাৰি মাটিৰ শিলাময় দ্বীপবোৰত আৱিৰ্ভাৱ হোৱা নতুন জীৱ বিলাকে আমাক পৃথিৱীত জীৱ সৃষ্টিৰ ৰহস্যময় কুহেলিকাৰ ওচৰলৈ লৈ যায়।''

সম্পূৰ্ণ পাঁচ বছৰ ধৰি ডাৰউইনহঁতৰ বিগেল জলযাত্ৰা অব্যাহত আছিল। এইসময়তে তেওঁলোকে জলপথেৰে টাহিটি, নিউজিলেণ্ড, টাছমেনিয়া, অষ্ট্ৰেলিয়া, এচেনচিয়ন দ্বীপ, কেপ্, ভাৰ্দি দ্বীপ আৰু এজৰচ দ্বীপপুঞ্জ ভ্ৰমণ কৰিছিল। ভ্ৰমণ কৰা এই প্ৰতিটো দ্বীপৰ জীৱন পৰিক্ৰমাই ডাৰউইনৰ মনত একেটা দুদোল্যমান প্ৰশ্নকে জগাইছিল আৰু একেটা অবিশ্বাস্য উত্তৰকে তেওঁ পাইছিল।'' যেতিয়া সুদীঘ পাঁচ বছৰীয়া জলযাত্ৰাৰ অন্তত ডাৰউইন ইংলণ্ডলৈ ঘূৰি আহিল তেতিয়া তেওঁ এজন চফল ডেকা। এই জল ভ্ৰমণ কালত সংগ্ৰহ কৰা আমোদজনক তথ্যপাতি আৰু

আশ্চৰ্য্যজনক নমুনা সংগ্ৰহৰ বাবে ডাৰউইন ইতিমধ্যে জনসমাজত বিখ্যাত হৈ পৰিছিল। ডাৰউইনে এই জল পৰিভ্ৰমণ কালত নেগুৰীয়া শামুক, প্ৰবাল সৃষ্টিৰ বিষয়ে কৰা গৱেষণা আৰু সামুদ্ৰিক জীৱৰ বিষয়ে কৰা অধ্যয়ণৰ কাৰণে প্ৰসংশা লাভ কৰিছিল। কিন্তু কেৱল এজন বা দুজন অতি ঘনিষ্ঠ বন্ধুয়েহে ডাৰউইনৰ মূল সূত্ৰৰ গুপ্ত ৰহস্যৰ সম্ভেদ পাবলৈ সমৰ্থ হৈছিল। এই গোপন তথ্যবোৰ ডাৰউইনে অত্যন্ত ধৈৰ্য্য সহকাৰে পৰিশীলিত ভাৱে এখন সৰু পকেট ন'ট বুকত লিখি ৰাখিছিল। ইয়াত তেওঁ নিজৰ ধ্যান ধাৰণাসমূহৰ সমৰ্থনকাৰী সাক্ষ্য প্ৰমাণবোৰো সন্নিবিষ্ট হৈ আছে। তেওঁ উদ্ভিদ আৰু জীৱ-জন্তু প্ৰজননকাৰী বিলাকক লগ ধৰি তেওঁলোকৰ পৰা অনেক তথ্য সংগ্ৰহ কৰি আনি সেই বিলাকৰ বিষয়ে বিস্তৰ অধ্যয়ণ কৰিছিল। তেওঁ বিভিন্ন প্ৰজাতিৰ পাৰ চৰাই কিনি আনি, সিহতৰ শৰীৰ দ্বিখণ্ডিত কৰি পুংখানু পুংখভাৱে অধ্যয়ণ কৰিছিল। এই অধ্যয়ণৰ পৰা ডাৰউইনে দেখিলে যে যদিও পোহনীয়া পাৰ চৰাইবোৰ ইউৰোপৰ ৰক্ কপৌৰ বংশোদ্ভৱ তথাপি শ শ বছৰ পৰিবৰ্তন পৰিক্ৰমৰ ফলস্বৰূপে ৰঙীণ পাৰ, মুখ ওফন্দা পাৰ, দীঘল নেজীয়া পাৰ, টাম্বলাৰ আদি বিভিন্ন আকৃতিৰ পাৰ বিলাক পৰস্পৰ ভিন্ন, প্ৰভেদ যুক্ত ।কোনো প্ৰানীবিদে বনৰীয়া অৱস্থাত এই পাৰ বিলাক দেখিলে সিহঁতক বিভিন্ন প্ৰজাতিৰ পাৰ বুলি শ্ৰেণীভূক্ত কৰিব। ডাৰউইনে নিৰীক্ষণ কৰিলে যে এই তথ্যটো কুকুৰৰ বেলিকাও সত্য, সত্য বিভিন্ন প্ৰকাৰৰ ঘোঁৰাৰ বেলিকাও।

এইবোৰ দেখি শুনি ডাৰউইনে সিদ্ধান্ত কৰিলে যে ক্ৰমাবকাশ পৰিক্ৰমা কেৱল নিৰ্জন দ্বীপ সমূহতে হোৱা নাই , যুগ যুগৰ পৰাই এই ক্ৰমবিকাশ তেওঁৰ চকুৰ আগত ঘটি আছে।

স্বভাৱতে অনুসন্ধিৎসু ডাৰউইন কিন্তু প্ৰচাৰ বিমুখ আছিল। এবছৰ দুবছৰ নহয় কুৰি বছৰো অধিক কাল এই ক্ৰমাবিকাশ সূত্ৰৰ অবিৰাম কাম কৰি গৈছিল। তেওঁ কাম কৰিছিল নাম, যশ কিম্বা প্ৰচাৰ লাভৰ বাবে নহয় ,জ্ঞান আৰু সত্য অন্বেষণৰ বাবেহে। এটা সময়ত তেওঁ এজন বিশ্বস্ত বন্ধুক এইদৰে প্ৰত্যয়যুক্তভাৱে কৈছিল,'' বন্ধু অৱশেষত মই আশাৰ ৰেঙণি দেখিছো ; পূৰ্বতে যি ধাৰণা কৰিছিলো তাৰ বিপৰিতে মই এতিয়া প্ৰায় সম্পূৰ্ণভাৱে প্ৰত্যয় গৈছো যে জীৱৰ প্ৰজাতি বিলাক অপৰিবৰ্ত্তনীয় নহয় । হত্যাকাণ্ড স্বীকাৰ কৰাৰ দৰে স্বীকাৰোক্তি কৰিলে ডাৰউইনে । কিন্তু হত্যা প্ৰকাশ হোৱাৰ দৰে এদিন পুৱা চিঠিৰ এটা বন্ধ খাম তেওঁৰ হাতত পৰিলেহি। খামটো খুলি ডাৰউইনে দেখিলে যে লিখকে এনে এটা সূত্ৰৰ বৰ্ণনা দিছিল যিটো তেওঁৰ সূত্ৰৰ সৈতে প্ৰায় একে। এই সাদৃশ্য দেখি ডাৰউইনে সন্দেহ কৰিছিল যে এই দূৰণী লেখকজনে সম্ভৱ

তেওঁৰ দুশ একত্ৰিশ পৃষ্ঠাৰ অপ্ৰকাশিত পাণ্ডুলিপিৰ পৰা মনে মনে এই সূত্ৰ নকল কৰি নিজৰ বুলি প্ৰচাৰ কৰিছে। এই লেখকজন আছিল বিখ্যাত প্ৰাণীবিদ আলফ্ৰেড্ ৰাছেল ৱালেচ্। আলফ্ৰেড ৰাছেল এবাৰ ইষ্ট এণ্ডিচ্ দ্বীপত প্ৰাণী সংগ্ৰহ কৰিবলৈ যাওঁতে বেমাৰত পৰিল। জ্বৰত ভুগি থাকোতে তেওঁ এটি আশ্চৰ্য্যজনক দিপ্তী প্ৰতক্ষ্য কৰিলে যাৰ দ্বাৰা তেওঁ এক জন্মাৰ্জিত জ্ঞান অনুভূত হ'ল এই অনুভূতিৰে তেওঁ দেখিলে যে প্ৰকৃতিয়ে কিমান মহিয়ান কৈ পৃথিৱীখন চহকী কৰিছে? ৱালেচে আৰু লিখিছিল -'' পূৰ্বে ভৰা হৈছিল এটা প্ৰজাতিৰ অসংখ্য বাৰ পৰিৱৰ্ত্তন হৈছিল।বন্য জন্তুৰ জীৱন জীয়াই থকাৰ সংগ্ৰামৰ নামান্তৰ মাত্ৰ। সেইদেখি কোনো এবিধ বন্য প্ৰানীৰ প্ৰাচুৰ্য্য আৰু বিলুপ্তি নিৰ্ভৰ কৰে সেই বিধ প্ৰজাতিয়ে জীয়াই থাকিবৰ বাবে পৰিবেশৰ লগত কিমান নিখুট ভাৱে নিজকে খাপ খুৱাই ল'ব পৰাৰ ওপৰত। এনে কাৰোতে সিহঁতৰ ব্যৱহাৰক উপকৰণবোৰ বৃদ্ধি ঘটে আৰু অপকাৰী অব্যৱহৃত উপকৰণবোৰ ক্ৰমাত হ্ৰাস পায়। এই পদ্ধতিৰে শ্ৰেষ্ঠ প্ৰজাতিবোৰে অৱশেষত মূল প্ৰজাতি বিলাকৰ বিলোপ ঘটায়। নিজে বৰ্ত্তি থাকে। প্ৰকৃতিত এনে এটা অগ্ৰসন প্ৰক্ৰিয়া সুক্ষ্মভাৱে চলি থাকে।''

''জীয়াই থকাৰ সংগ্ৰাম'' পাৰিপাশ্বিকতাৰ লগত অভিযোজন 'সুক্ষ্মভাৱে অগ্ৰসন পদক্ষেপ' এইবিলাক আছিল ডাৰউইনৰ গৱেষণা লব্ধ তথ্যভিত্তিক বাক্যাংশ।ৱালেচৰ চিঠিৰ দ্বাৰা ডাৰউইনৰ এই আবিষ্কাৰসমূহ নিশ্চিত হোৱাত তেওঁ আনন্দত উত্তেজিত হ'ল। কিন্তু একে সময়তে ডাৰউইন এটা ধৰ্ম সংকটত পৰিল। কাৰণ তেওঁ নিজৰ আৱিষ্কৃত তথ্যখিনি প্ৰকাশ কৰিবলৈ গ'লে দূৰণীৰ বিজ্ঞানী ৱালেচৰ ধাৰণাখিনি চুৰকৰি প্ৰকাশ কৰাৰ দৰে হ'ব আৰু এই কাম বিজ্ঞানৰ নীতিবিৰোদ্ধ। পিছে তেওঁ এই ধৰ্ম সংকটৰ পৰা সৰাৰ উপায় পালে। সাপো মাৰিব লাঠিও নাভাগে। দুয়োজন বিজ্ঞানী অৰ্থাৎ ৱালেচ্ আৰু ডাৰউইনে যুটীয়াভাৱে অৱিষ্কৃত তথ্য '' প্ৰাকৃতিক বাচনিৰ দ্বাৰা জীৱৰ ক্ৰমবিকাশ সূত্ৰ'' বিজ্ঞ লিনান সমাজৰ মিটিঙত প্ৰকাশ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে । ১৮৫৮ চনৰ এটা ঐতিহাসিক নিশাত অনুষ্ঠিত হোৱা লিনান সমাজৰ সভাত বিজ্ঞানীদ্বয়ে তেওঁলোকৰ তথ্য এনেদৰে উত্থাপন কৰিলে-

প্ৰথম তথ্য ঃ জীৱন্ত প্ৰানীবোৰে জ্যামিত্যিক হাৰত প্ৰজনন কৰে।

দ্বিতীয় তথ্য ঃ এনে হাৰত প্ৰজনন হোৱা স্বত্বেও অৱশেষত কিন্তু কোনো এবিধ প্ৰজাতিৰ গাইগুটীয়া সত্বাৰ সংখ্যা কম বেছি পৰিমাণে একেই থাকে।

এই দুটা তথ্যৰ পৰা দুটা সত্য উদদ্ঘাটন কৰা হ'ল। সেইয়া হৈছে এটা প্ৰজাতিৰ সদস্য বিলাকৰ মাজত সংঘটিত হোৱা প্ৰতিযোগিতা আৰু বিভিন্ন প্ৰজাতিৰ মাজত

হোৱা প্ৰতিযোগিতা। এই দুবিধ প্ৰতিযোগিতাৰ ফলত প্ৰজাতিৰ আৰু সদস্যৰ সংখ্যা কমি থাকে। ডাৰউইন আৰু ৱালেচৰ ভাষাত এইয়া হৈছে জীয়াই থকাৰ সংগ্ৰাম।

তৃতীয় সত্যটো হ'ল সকলো বিলাক প্ৰাণী লক্ষণীয় ভাৱে পৰিৱৰ্ত্তন হৈ থাকে । একে প্ৰজাতিৰ হ'লেও কোনো দুজন সদস্য সাইলাখ একে নহয় । আনকি কিছুমান সদস্যই স্পষ্টভাৱে পৃথক। যদিও এই বিসদৃশতাৰ সকলোখিনি জন্মগত নহয় তথাপি পৰীক্ষামূলক প্ৰজননৰ পৰা দেখা যায় যে কিছুমান বৈসাদৃশ্য জন্মগত।

পূৰ্বোক্ত তথ্যৰ পৰা তেওঁলোকে কিছুমান সিদ্ধান্তত উপনীত হ'ল। সেইবিলাক এনেধৰণৰ যিহেতু জীৱই জীয়াই থাকিবৰ বাবে সংগ্ৰাম কৰে আৰু প্ৰজাতিৰ ভিতৰত সদস্যবোৰ একে নহয়, কিছুমান প্ৰভেদ বৰ্ত্তি থাকে। কিয়নো এই প্ৰভেদ সমূহে প্ৰজাতিটোৰ সদস্যবোৰক পৰস্পৰ মাজত কিঞ্চিত শ্ৰেষ্ঠতা আনি দিয়ে। ফলস্বৰূপে শ্ৰেষ্ঠতা লব্ধ সদস্য বিলাক বৰ্ত্তী থাকে আৰু নিকৃষ্ট বিলাক ক্ৰমাত বিলোপ হয়। ইয়াক কয় প্ৰাকৃতিক বাচনি প্ৰক্ৰিয়া। অবিৰত ভাবে যুগ যুগ ধৰি বংশানুক্ৰমে চলি থকা এই প্ৰাকৃতিক বাচনি যোগে প্ৰজাতিবিলাকৰ সদস্য বিলাকৰ মাজত আহি পৰা সৰু সৰু প্ৰভেদ সমূহ গোট খাই অৱশেষত ই এটা ডাঙৰ পাৰ্থক্যত পৰিনিত হয়। ডাঙৰ পাৰ্থক্যযুক্ত অৱস্থা প্ৰাপ্তি হোৱাটোয়ে হৈছে 'ক্ৰমবিকাশ' প্ৰক্ৰিয়া। পূৰ্বোক্ত তথ্য সমূহ সভাত দাঙি ধৰা পাচত লিলান সমাজৰ সভা কক্ষত এটা গুণ গুণনি উঠিল। সভাগৃহত উপস্থিত সদস্যসকলে প্ৰশ্ন কৰিলে।যদি ৱালেচ আৰু ডাৰউইনৰ তথ্য সত্য হয় তেন্তে আগৰ বহুত মানুহে কৰা জীৱনজোৰা অনুসন্ধান অপ্ৰাসঙ্গিক হ'ব। অন্যহাতে অ'ত ত'ত উদ্‌ঘাটিত হোৱা বিলুপ্ত প্ৰাণী আৰু উদ্ভিদৰ জীৱাশ্ম বিলাকে যি ৰহস্যজনক প্ৰতিচ্ছবি দাঙি ধৰিছে সি সৃষ্টিৰ অবিৰাম ধাৰাকে প্ৰতিপন্ন কৰে আৰু ই বাইবেলীয় ব্যাখ্যাতকৈ আশ্চৰ্য্যজনক। ইয়াৰ পাচত ১৮৫৯ চনত ডাৰউইনে প্ৰথম প্ৰকাশ কৰে তেওঁৰ অমৰ গ্ৰন্থ "দি অৰিজিন অৱ স্পিচেজ" ( জীৱৰ উৎপত্তি )। কিতাপখনৰ প্ৰথম সংস্কৰণটো প্ৰকাশ হৈ ওলোৱা দিনাই শেষ হৈ গ'ল। তাৰ পাচত অৱশ্যে কিতাপখনৰ বিষয়ে বাক-বিতাণ্ডাৰ ধুমুহা আৰম্ভ হ'ল। কোনোৱে সমালোচনা কৰিলে," ডাৰউইন মানুহজন পগলা" কোনোৱে ক'লে," তেওঁ এজন বিৰল প্ৰতিভা সম্পন্ন মানুহ।" আৰু কোনোৱে ক'লে,"মানুহজনে বিজ্ঞান জগতত অৰাজকতাৰ সৃষ্টি কাৰছে।"

গীৰ্জ্জাঘৰৰ উদাৰ পন্থীসকল বহুত দিনৰ পৰা অপ্ৰতিৰোধী কৰ্তৃ পক্ষৰ হেঁচাত বাকৰূদ্ধ, উত্তপ্ত হৈ আছিল। " অৰিজিন অৱ স্পিছেজ" প্ৰকাশ হোৱাৰ লগে লগে তেওঁলোকৰ মাজত আলোচনা আৰম্ভ হ'ল। ভিক্টোৰিয়ান যুগৰ মৌলবাদী সকলে

বিষোদগাৰ কৰি প্ৰতিবাদ কৰিলে " যদি তোমালোকে বাইবেলৰ স্বৰ্গীয় সত্য গ্ৰহণ নকৰা তেন্তে ই অবিশ্বাসৰ বন্যা বোৱাই দিব আৰু সকলো নৈতিক মানদণ্ড উচ্ছন্ন কৰিব। কল্পনা বিলাসী চিন্তা নায়ক সকলে এইবিলাক অদৰকাৰী কথা বুলি উৰুৱাই দিলে।ডাৰউইনৰ লগত এইবাৰ যোগ দিলে বিখ্যাত জীৱবিদ থমাচ্ হাক্সলে। এই উত্তপ্ত পাৰিবেশৰ মাজতে অক্সফৰ্ডত ডেকা অগ্নি স্ফুলিংগ সদৃশ ডাৰউইন আৰু থমাচ্ হাক্সলেৰ বিৰুদ্ধে এখন বিতৰ্ক অনুষ্ঠিত হ'ল। বিতৰ্কত অংশ গ্ৰহণ কৰি বিচপ্ চেমুৱেল উইলবাৰ ৰ্ফচে দপ্দপাই কৈ উঠিল- " এওঁলোকে ভূতত্বৰ শিলাত খোদিত ঈশ্বৰৰ সত্যবাণীক পূজা কৰা নতুন স্বাধীনতা এটা উলিয়াইছে।" অক্সফৰ্ডৰ ডাঙৰ সভাগৃহটো দৰ্শকে ঠাহ খালে। মহিলা সকলে সুদৰ্শন, মিষ্টভাষী বিচপ্ উইলবাৰ ৰ্ফচক ৰুমাল জোকাৰি জোকাৰি অভিনন্দন জনাইছিল। উপস্থিত থকা ভব্য গব্য নেতা সকল আৰু পাদুৰী সকলে ৰাজহুৱা নৈতিকতাৰ সপক্ষে মত পোষণ কৰিলে।

উলবাৰৰ্ফচৰ এই বৈজ্ঞানিক তথ্য এতিয়াৰ পৰা প্ৰায় এশ বছৰ পূৰ্বে হয়তো যুক্তি যুক্ত হ'লহেঁতেন, সন্দেহাতীত হ'লহেতেঁন। কিন্তু তেওঁ অকলে ইয়াৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰিছিল। আৰু তাক তেওঁ এটা হাঁহি উঠা আমোদজনক কথা হিচাপে গণ্য কৰিছিল। তাৰ পাচত তেওঁ এটা অন্তিম সিদ্ধান্ত উপনীত হ'বৰ বাবে হাক্সিলৰ ফালে হাত মেলিলে । তেওঁক প্ৰশ্ন কৰিলে যে বৰ্তমানৰ এজন ভদ্ৰ লোক কিবা প্ৰকাৰে তেওঁৰ ককা, আইতাৰ জড়িয়তে নেজহীন বান্দৰৰ লগত সম্পৰ্কীয় হ'ব পাৰেনে? এই প্ৰশ্ন শুনি হাক্সলি জাপ মাৰি উঠিল আৰু ক'লে, "মই মোৰ পিতৃ-মাতৃৰ উপৰি পুৰুষ বান্দৰৰ পৰা অৱনমিত হোৱাটোকে বিচাৰো। কাৰণ যি মানুহে নিজৰ বুদ্ধি বৃত্তি ব্যৱহাৰ কৰি আধ্যাত্মিক কু-সংস্কাৰৰ মাধ্যমেৰে বুজি নোপোৱা বিষয়ত মূৰ ঘমাহ থকা মানুহৰ উপৰিপুৰুষৰ বংশধৰ হোৱাতকৈ নেজহীন বান্দৰৰ বংশধৰ হোৱাতো শ্ৰেয়।" গীৰ্জ্জাঘৰৰ পাদুৰী খংত গুজৰি উঠিল । আনফালে অক্সফৰ্ডৰ ছাত্ৰ সমাজৰ পৰা আনন্দ হৰ্ষৰ ধ্বনিয়ে আকাশ বতাহ মুখৰিত কৰি তুলিলে । সেই দিনটো হাক্সলি আৰু ডাৰউইনৰ বাবে স্মৰণীয় দিন-বিশেষ দিন।

এই গোটেই সময়ছোৱা ডাৰউইন তেওঁ কেন্ট নগৰত থকা নিৰ্জন ঘৰটোত আছিল। তেওঁ এই ঘৰটোত এক প্ৰকাৰ বৈৰাগ্য জীৱন যাপন কৰিছিল। এবাৰ ব্যঙ্গ কৰি ডাৰউইনে কৈছিল যে অক্সফৰ্ডৰ বিতৰ্কত অংশগ্ৰহণ কৰাৰ কাৰণেহে তেওঁ জীয়াই আছিল নহ'লে মৰিলেহেতেঁন । তেওঁ পাৰিবাৰিক জীৱনৰ পৰা এইদৰে নিৰ্ব্বাসন লোৱাৰ কাৰণ আছিল তেওঁৰ ভগ্ন , নিশকটীয়া স্বাস্থ্য। সেয়ে অলপীয়া উত্তেজনাই

তেওঁক অসুখীয়া কৰিছিল। শান্তি আৰু নিৰ্জ্জনতা অবিহনে ডাৰউইনে কামকে কৰিব নোৱাৰিছিল । প্ৰতিবছৰে কৰা অধ্যয়ণ আৰু গৱেষণাৰ ফলত অসংখ্য কাম তেওঁৰ সন্মুখত উপস্থিত হ'ল। তেওঁ ঘোষণা কৰিলে যে মানুহৰ বংশানুক্ৰম মানৱ জীৱ বৃক্ষৰ পৰা উদ্ভৱ হৈছে। এই ঘোষণাই গীৰ্জ্জা ঘৰৰ কৰ্মকৰ্ত্তাৰ পৰা পুনৰ ক্ষোভ আৰু হুমকি নিৰ্গত কৰিলে। নাচোৰবান্দা ডাৰউইন হতাশ নহ'ল। তেওঁ ''দি এক্সপ্ৰেচন অৱ ইমচ'ন্ ইন মেন এণ্ড এনিমেল'' নামৰ গ্ৰন্থত লেখিলে যে মানুহৰ মনত ৰাখিব লগা বিশেষ লক্ষণ সমূহৰ পম খেদি গ'লে সিবিলাকৰ গুৰি বৰ্বৰতাকে পোৱা যায়। ডাৰউইনৰ এই মন্তব্য পাই তেওঁ বিৰোধী সমালোচক সকল জাঙুৰ খাই উঠিল। কাৰণ তেওঁলোকে মানৱজাতিৰ শ্ৰেষ্ঠতাৰ ওপৰত এনে অপযশমূলক আক্ৰমণ কোনো পধ্যে সহ্য কৰিব নোৱাৰিছিল। কিন্তু ইয়াৰ বিপৰীতে তেওঁ অধ্যয়ণ কৰি পোৱা অৰ্কিড ফুলে কেনেদৰে উবৰ্বৰতা লাভ কৰে বা প্ৰিমৰ্শ ফুলে কেনেদৰে আন্তঃ প্ৰজননক বাধা দিয়ে তাৰ যুক্তিৰে সমালোচক সকলক জবাব বন্ধ কৰিছিল।

ডাৰউইনৰ জীৱন অবাৰতে ইমান পৰীক্ষা নিৰীক্ষা সন্মুখিন হ'ব লগা হৈছিল সঁচা, কিন্তু শত্ৰু বিলাকৰ দূৰ্বৰ্বলতাই তেওঁৰ চিন্তাৰ ফল্গু ধাৰা মুক্তভাৱে প্ৰবাহিত হোৱাত সহায়হে কৰিছিল। অৱশেষত তেওঁলোকে দেখিলে যে ইমান প্ৰতিকূল পৰিস্থিতিৰ আৱৰণৰ মাজতো ডাৰউইনে ফুল আৰু ল'ৰা ছোৱালীৰ সংসৰ্গত দিন অতিবাহিত কৰিছিল। কাৰণ এই দুটা বস্তু আছিল ডাৰউইনৰ সবাতোকৈ প্ৰিয়, আনন্দদায়ক। তাতোতকৈ আশ্চৰ্য্যৰ কথা হ'ল বিজ্ঞানী হ'লেও তেওঁ কেতিয়াও কোনো কথাতে ঈশ্বৰৰ অস্তিত্বঃ নাইবা মানুহৰ আত্মাক অস্বীকাৰ কৰা নাছিল।

বিজ্ঞানীসকলৰ ভিতৰত ডাৰউইনক মানুহে যিমান ভাল পাইছিল আন কাৰো ভাগ্যত তেনে হোৱা নাছিল। ইয়াৰ প্ৰমাণ তেওঁ পিচৰ জীৱনত পাইছিল। কিয়নো যেতিয়াই বিজ্ঞান সন্মিলন বা সভাত ডাৰউইন উপস্থিত হৈছিলগৈ লগে লগে উপস্থিত জনতাই থিয়হৈ তেওঁক সাদৰ সম্ভাষণ জনাইছিল।ভাবিলে বিশ্বাস কৰিবলৈ টান লাগে যে এই শান্ত, নিৰ্জ্জনতা প্ৰিয় বিজ্ঞানীজনেই হৈ পৰিছিল সেই শতিকাৰ আটাইটকৈ তিক্ততাপূৰ্ণ দাৰ্শনিক যুদ্ধৰ কেন্দ্ৰবিন্দু । কিন্তু তেওঁ নিজে এই যুদ্ধত খুউব কম মনোযোগ দিছিল। কঠোৰ পৰিশ্ৰমী কৃষক এজনে যেনেকৈ মাটি চহাই খেতি কৰে সেইদৰে ডাৰউইনেও বছৰৰ পাচত বছৰ ধৰি উবৰ্বৰ মস্তিষ্ক কৰ্ষণ কৰি চিন্তাৰ ফচল সংগ্ৰহ কৰিছিল আৰু তেওঁৰ ইয়াৰ পাচত হোৱা মানুহৰ গুণ গুণনিৰ প্ৰতি ধ্যান দিবলৈ সময় মুঠেই নাছিল।

অৱশ্যে বৈজ্ঞানীক সমালোচনাৰ প্ৰতি ডাৰউইনে আওকাঁন কৰা নাছিল। কেৱল ইমানেই নহয়, উকৃষ্ট বৈজ্ঞানীক সূত্ৰ সপক্ষে তেওঁ নিজৰ উদ্‌ঘাটিত সূত্ৰ যিকোনো সময়তে ত্যাগ কৰিবলৈ প্ৰস্তুত আছিল। সেই সময়ত এটা সূত্ৰই এটা কথাৰ বিৰোধীতা কৰিছিল যে স্বাভাৱিক বাচনি প্ৰক্ৰিয়াই ধ্বংস কৰিব পাৰে, সৃষ্টি কৰিব নোৱাৰে আৰু ই প্ৰাৰম্ভিক প্ৰভেদ সমূহৰ বিষয়ত কোনো ব্যাখ্যা দাঙি ধৰিব নোৱাৰে । উত্তৰাধিকাৰী সূত্ৰৰ বিষয়ত বিজ্ঞানী মেণ্ডেলাৰ গুৰুত্বপূৰ্ণ কামবোৰে পূৰ্বোক্ত প্ৰশ্নবোৰৰ উত্তৰ দিয়াত সহায়ক হৈছিল ; কিন্তু এই তথ্যসমূহ ডাৰউইনৰ মৃত্যুৰ পাছলৈকে প্ৰকাশ হোৱা নাছিল। ডাৰউইনৰ সময়ত জন্মগুণ বিজ্ঞান ( জেনেটিক বিজ্ঞান ) ৰ জন্মই হোৱা নাছিল। ডেভ্ৰিজ নামৰ বিজ্ঞানীজনৰ আৱিষ্কৃত পৰিৱৰ্ত্তনৰ সূত্ৰ তেতিয়াও সদৰি হোৱা নাছিল। এই পৰিবৰ্ত্তনৰ সূত্ৰৰ মূল কথা হ'ল ক্ৰমবিকাশ পদ্ধতি । এই ক্ৰমবিকাশ মন্থৰ গতিৰ পৰিৱৰ্তে খৰ-ধৰকৈ হোৱা পদ্ধতিৰ ওপৰত নিৰ্ভৰশীল আছিল। কিন্তু পাছৰ ফালে উদ্‌ঘাটিত হোৱা তথ্যসমূহে ডাৰউইনৰ সূত্ৰক নাকচ কৰা নাছিল। বৰং এই বিলাকে তেওঁৰ ক্ৰমবিকাশ সূত্ৰৰ সমৰ্থন কৰি তাৰ এখন সম্পূৰ্ণ ছবি প্ৰকাশ কৰিছিল। পিচত দেখা গ'ল যে ক্ৰমবিকাশ সূত্ৰ আৰু সূত্ৰ হৈ থকা নাই ; প্ৰায় সকলো বিজ্ঞানীয়ে গ্ৰহণ কৰা ই এটা শাশ্বত সত্যত পৰিণত হ'ল।

ডাৰউইনেই যে ক্ৰমবিকাশ সূত্ৰৰ প্ৰথম আৱিষ্কাৰক আছিল সেইটো নহয়। কলম্বাচে যেনেকৈ আমেৰিকা আৱিষ্কাৰ কৰি সত্য প্ৰতিপন্ন কৰিলে, তেনেদৰে ডাৰউইনেও ক্ৰমবিকাশ সূত্ৰ সন্দেহাতীত ভাৱে সত্য বুলি প্ৰতিপন্ন কৰিছিল। ডাৰউইনৰ আৱিষ্কাৰে সৃষ্টি কৰা আলোড়নৰ গতিয়ে জীৱ বিজ্ঞানৰ পৰিধি চেৰাই গৈছিল। জ্যোৰ্তি বিজ্ঞানীয়ে এতিয়া নক্ষত্ৰৰ ক্ৰমবিকাশৰ কথা কয়, পদাৰ্থ বিজ্ঞানীয়ে সকলো বিলাক পদাৰ্থ, বস্তুত ক্ৰমবিকাশ দেখা পায়। কেৱল ইমানেই নহয়, বুৰঞ্জীক এতিয়া ক্ৰমবিকাশৰ পটভূমিত বিচাৰ কৰা হয়; সমাজ বিজ্ঞানীয়ে সমাজৰ ক্ৰমবিকাশক স্বীকৃতি দিয়ে। কোনো বস্তু অপৰিৱৰ্তনীয় হৈ নাথাকে সূৰ্যটো , মানুহৰ ঈশ্বৰৰ প্ৰতি থকা ধাৰণা আনকি জাতি সমূহৰ সবৰ্বভৌমতাও ক্ৰমবিকাশৰ ফলত সলনি নোহোৱাকৈ নাথাকে।

ভাবিলে আচৰিত লাগে এজন যুগান্তৰকাৰী বিজ্ঞানী আৰু এজন যুগজয়ী ৰাষ্ট্ৰনেতাৰ জীৱনৰ গুৰুত্বপূৰ্ণ দিনৰ মিল দেখি। সেয়া হ'ল চাৰ্লচ ডাৰউইন আৰু ৰাষ্টপতি আব্ৰাহাম লিঙ্কনৰ জন্ম হৈছিল একে দিনাই ১২ ফেব্ৰুৱাৰী ১৮০৯ চন আৰু দুয়োজন মহৎ লোকৰ জীৱনৰ অৱসান ঘটিছিল ১৯ এপ্ৰিল ১৮৮২ চনত। মহান বৌদ্ধিক অভিযানৰ বাহিৰে ডাৰউইনৰ জীৱন বিশেষত্বহীন আছিল। ডাৰউইনে জীৱিত

কালত ইচ্ছা প্ৰকাশ কৰিছিল যে মৃত্যুৰ পাচত তেওঁৰ অন্ত্যেষ্টি ক্ৰিয়া জন্ম হোৱা গাঁৱত হ'ব। কিন্তু ৰাষ্ট্ৰই তেওঁৰ শৱদেহ নিদিলে। অৱশেষত তেওঁৰ কফিন শোভাযাত্ৰা কৰি ওৱেষ্ট মিনিষ্টাৰ এবিলৈ লৈ যোৱা হ'ল। এই শৱ যাত্ৰাত অংশ গ্ৰহণ কৰিছিল হাক্সলি, ৱালেচ, জেমচ্ ৰাচেল, লৱেল আদিৰ দৰে প্ৰসিদ্ধ ব্যক্তি সকলে। তেওঁ শৱদেহ সমাধিস্থ কৰা হ'ল বিশ্ব বিশ্ৰুত বিজ্ঞানী চাৰ আইজাক নিউটনৰ সমাধিৰ নিচেই কাষতে সম্পূৰ্ণ ৰাষ্ট্ৰীয় মৰ্য্যদাৰে ।এইদৰে আধুনিক সভ্যতাৰ পথ পৰিক্ৰমাত বিশেষ বৰঙণী যোগোৱা এজন সুনিপুন ানিকৰক শান্তিৰ সম্মানেৰে বিভূষিত কৰা হ'ল অনন্ত কালৰ বাবে।।

ooooooooooooooooooooooo

# ঃ অন্ধকাৰ মহাদেশত পোহৰ বিলোৱা মানুহজন ঃ ডাঃ লিভিংষ্ট'ন



এতিয়াই নহয় , আগতেও পৃথিৱীত এনে কিছু ব্যতিক্ৰম মানুহৰ জন্ম হৈছিল যি সকলে আধুনিক শিক্ষা দীক্ষাৰে সু-সজ্জিত হৈও এক অস্বাভাৱিক, মানসিক তাড়নাত পৰি সুসভ্য মানৱ সমাজত নেথাকি, ভোগ বিলাস ত্যাগ কৰি হাবি জঙ্ঘলৰ মাজত, প্ৰতিকুল পৰিবেশৰ আবেষ্টনীত থাকি বা অন্ধকাৰত ডুব গৈ থকা আদিম মানুহৰ মাজত নিজক বিলীন কৰি এক অদ্ভুত তৃপ্তি লাভ কৰিছিল । এইদৰে এতিয়াৰ পৰা প্ৰায দুশ বছৰ পূৰ্বে দক্ষিণ আফ্ৰিকাৰ কেন্দ্ৰস্থলত অৱস্থিত এখন গাঁৱত স্কটলেণ্ডৰ এজন ডেকা মিচনেৰী ডাক্তৰ গৈ উপস্থিত হৈছিলগৈ আৰু তাতে তেওঁ গাঁৱৰ বৰ্বৰ, আদিম মানুহৰ মাজত থাকিবলৈ ল'লে । গাঁৱৰ মূখীয়াল মানুহৰ লগত লাহে লাহে বন্ধুত্ব স্থাপন কৰিলে। বেমাৰ আজাৰ হ'লে তেওঁ মানুহ বিলাকক দৰব পাতি দি চিকিৎসা সেৱা আগবঢ়াইছিল। এই চিকিৎসা সেৱাৰ লগতে তেওঁ মানুহ বিলাকৰ মাজত এটা কথা প্ৰচাৰ কৰিছিল যে সকলো মানুহ, জীৱ-জন্তু আৰু গছ-গছনিৰ সৃষ্টিকৰ্ত্তা এজন আৰু তেওঁকে ভগৱান বোলা হয়। এইদৰে তেওঁ গাঁৱবাসীৰ লগত মিলাপ্ৰীতিৰে দিন অতিবাহিত কৰিছিল।

তেওঁ এদিন এন্ধাৰ ৰাতি ঘৰৰ বাহিৰত কাৰোবাৰ উচুপনি শুনিলে। বাহিৰলৈ ওলাই আহি তেওঁ দেখিলে যে এজনী গাভৰু ছোৱালী বৰ বেজাৰত উচুপি উচুপি কান্দি আছে। কান্দাৰ কাৰণ সোধাত ছোৱালী জনীয়ে ক'লে যে ঘৰৰ মানুহে তাইক ওচৰৰ গাঁৱৰ এজন মুখীয়ালক বিক্ৰী কৰিব খুজিছে। ছোৱলীজনীৰ লগত কথা-বতৰা হৈ থাকোতে তেওঁ দেখিলে যে এজন প্ৰকাণ্ডকায় মানুহে হাতত এটা বন্দুক লৈ আন্ধাৰৰ পৰা ওলাই আহি তাইক ঘূৰাই লৈ যাবলৈ উদ্যত হৈছিল । পৰিস্থিতিটো বৰ সুবিধাজনক যেন নেদেখি মিচনেৰীজনে এটা বুদ্ধি কৰিলে। তেওঁ নিজৰ লগত লগুৱা হিচাপে থকা গাঁৱৰ মানুহ এজনৰ হতুৱাই ছোৱালীজনীৰ গাত থকা মনি-মাদলি বোৰ চিঙি অনালে। সেইবিলাকৰ লগতে অনান্য উপহাৰ দি বিৰাটাকায় মানুহজনক ঘূৰাই পঠালে। মানুহজন যোৱাৰ পাচত তেওঁ ছোৱালীজনীক নি ঘৰত থৈ আহিলগৈ । ইয়াৰ পাচতো এনেকুৱা অনেক ঘটনা এই মিচনেৰীজনে ওচৰৰ গাওঁবোৰত ঘটি থকা দেখা পাইছিল আৰু আন বহুত বিচিত্ৰ ঘটনাৰ অভিজ্ঞতাৰে পৰিপুষ্ট হৈছিল পৃথিৱীৰ এই বিখ্যাত মিচনেৰীজনৰ

দৈনন্দিন জীৱন । ইমান সময়ে কৈ অহা এই মিচনেৰী জনৰ নাম বা কি আছিল ? তেওঁৰ নাম আছিল ডাঃ ডেভিদ লিভিংষ্টন । মিচনেৰীসকলৰ মানৱ সেৱাৰ প্ৰতি থকা স্পৃহা স্বীকাৰ কৰিব লগীয়া । লিভিংষ্টন ইয়াৰ এক জলন্ত উদাহৰণ কিয়নো এবছৰ দুবছৰ নহয় তেত্ৰিশ বছৰ জুৰি অপৰিসীম কষ্ট, মেহনত , কষ্টসাধ্য ভ্ৰমণ, অবিৰাম গতিত বেমাৰ-আজাৰৰ সতে যুদ্ধ কৰি, বৰ্বৰ আদিবাসী আৰু জিঘাংসু বন্য জন্তুৰ মাজত জীৱন বিপন্ন কৰি ডাঃ লিভিংষ্টনে পৃথিৱীৰ আটাইতকৈ পিচপৰা অঞ্চল এটাত খৃষ্টান সভ্যতাৰ পোহৰ বিলাইছিল।

১৮৪০ চনত যেতিয়া লিভিংষ্টনে আফ্ৰিকাত প্ৰৱেশ কৰিছিল তেতিয়াৰ মানচিত্ৰত সমগ্ৰ মধ্য আফ্ৰিকাখন এখন বিস্তৃত চৰণীয়া ঠাই হৈ আছিল। কিন্তু সময়ৰ গতিত আৰু বহু পৰিমাণনে লিভিংষ্টনৰ অবিৰাম প্ৰচেষ্টাৰ ফলত এই উন্মুক্ত ভূখণ্ড শান্তিপূৰ্ণ আৱাস স্থল আৰু বেহা বেপাৰৰ কাৰণে উপযোগী হৈ পৰিল। উল্লেখ্য যে লিভিংষ্টনৰ গোটেই কামখিনিৰ অন্তৰ্নিহিত উদ্দেশ্য আছিল আদিম মানুহখিনিৰ মাজত প্ৰচলিত থকা দাসত্ব প্ৰথা, অদ্ভুত অন্ধ বিশ্বাস আৰু অশিক্ষাৰতাৰ বিৰোদ্ধে কৰা নিৰৱচ্ছিন্ন সংগ্ৰাম। এইজন লিভিংষ্টনৰ জন্ম হৈছিল স্কটলেণ্ডৰ লেঙ্কাৰচায়াৰত । বাল্যকালত তেওঁ এটা কাপোৰৰ কলত কাম কৰিছিল । সেই কাপোৰ কলত তেওঁ দিনে বাৰ ঘণ্টাকৈ কাম কৰিব লগা হৈছিল। পিচে তেওঁৰ ভাগ্য সুপ্ৰসন্ন হ'ল। স্কুলীয়া শিক্ষা সমাপ্ত কৰা পাচত চৰকাৰী পৃষ্ঠপোষকতা লাভ কৰি তেও এডিনবাৰ্গ বিশ্ব বিদ্যালয়ত চিকিৎসা বিজ্ঞান অধ্যয়ন কৰিবলৈ সুবিধা পালে। দেখাত এজন সুন্দৰ, সুঠাম ডেকা আছিল যদিও লিভিংষ্টন আছিল স্বভাৱত বৰ লাজকুৰীয়া। আনকি মানুহৰ সম্মুখত কথা কওঁতে তেওঁ বিব্ৰত হৈছিল। এবাৰ প্ৰথম যেতিয়া তেওঁ ধৰ্ম্ম প্ৰচাৰৰ খাতিৰত সভাএখনত বক্তৃতা দিবলৈ উঠিল, তেওঁ ইমানেই বিব্ৰত হ'ল যে মুখৰ পৰা কথা নোলাল। তেওঁ মাথো ক'লে - " বন্ধুসকল মই যি কম বুলি ভাবিছিলো সকলো পাহৰিলো ।" বুলি বহি পৰিল। লাজতে ৰঙা-ছিঙা পৰি তেওঁ বক্তৃতা মঞ্চৰ পৰা নামি আহিল। ৰাজহুৱা সভা সমিতিত ভাষণ দিবলৈ অপাৰগ হোৱা লিভিংষ্টন বাৰুকৈ হাতশাত ভুগিছিল। সেই একে সময়তে ৰবাৰ্ট মফাট্ নামৰ আন এজন মিচনেৰীয়ে দক্ষিণ আফ্ৰিকাৰ কুৰুমানত এখন আশ্ৰম প্ৰতিষ্ঠা কৰি আহি এডিন বাৰ্গ ভ্ৰমণ কৰিছিল। তেওঁ লিভিংষ্টনক লগ ধৰি হতাশ নহ'বলৈ আৰু বক্তৃতা দিয়া অভ্যাস এৰি নিদিবলৈ উপদেশ দিলে। ব্যক্তিগত স্বভাৱ-চৰিত্ৰ আৰু গতিগোত্ৰ চাই লিভিংষ্টন সম্ভৱ ধৰ্ম্ম প্ৰচাৰক হোৱাতকৈ এজন ভাল চিকিৎসক হোৱাহে উচিত আছিল। কিন্তু তাৎপৰ্য্য পূৰ্ণ ভাৱে লিভিংষ্টন একেলগে

দুয়োটা হোৱা সিদ্ধান্ত কৰিলে। য'তে ইচ্ছা ত'তে বাটৰ দৰে তেওঁ এডিনবার্গত চিকিৎসা শাস্ত্র অধ্যয়ন কৰি এজন চিকিৎসক হ'ল আৰু তাৰ পাচত তেওঁক মিচনেৰীৰ কামত দক্ষিণ আফ্রিকালৈ পঠাই দিয়া হ'ল।

আফ্রিকাত উপস্থিত হোৱাৰ পাচত লিভিংষ্টনৰ তাৰ কৃষ্ণাঙ্গ মানুহ বিলাকৰ প্রতি এটা প্রবল আসক্তি জাগি উঠিল। সেই সময়ত তাত দাস প্রথাৰ অবাধ প্রচলন আছিল । পন্য সামগ্রীৰ দৰে দাস বিলাকৰ কিনা বেচা চলিছিল। এই জঘন্য প্রথাই লিভিংষ্টনক হতভম্ব কৰিছিল। তেওঁ ইয়াকলৈ মানসিক দুঃচিন্তাত ভুগিছিল। সেইদেখি তেওঁ মনে মনে প্রতিজ্ঞা বদ্ধ হ'ল যে এই সামাজিক ব্যাধি বিতাৰণৰ বাবে নিজৰ জীৱন উচর্গা কৰি কাম কৰি যাব। যেনে প্রতিজ্ঞা তেনে কাম । তেওঁ দেহে কেহে কামত লাগি গ'ল। কালক্রমত তেওঁ লক্ষ্য কৰিলে যে তেওঁ প্রয়োগ কৰা প্রতিকাৰক ঔষধৰ প্রভাৱত কৃষ্ণাঙ্গ আফ্রিকান সকলৰ মনৰ পৰা ক্রমান্বয়ে সংশয় আৰু সন্দেহৰ ভাৱ আঁতৰি গৈছে। লাহে লাহে তেওঁ মানুহ বিলাকক উন্নত জীৱন যাপন পদ্ধতি শিকাব ধৰিলে। মানুহ বিলাকেও শিকাৰ প্রতি ধাউতি প্রকাশ কৰা তেওঁ দেখা পালে। লিভিংষ্টনৰ পৰা লাভ কৰা সহায়, শিক্ষা, দীক্ষা আদিৰ কাৰণে মানুহ বিলাক তেওঁৰ প্রতি আকৃষ্ট হ'ব ধৰিলে । তেওঁলোকে তেওঁক সজ মানুহ আৰু ত্রাণ কর্ত্তা হিচাপে গন্য কৰিবলৈ ধৰিলে। ইফালে মফাটৰ কুৰমান মিচনৰ অধীনৰ মানুহ বিলাকেও নিজৰ মানুহখিনিৰ মাজত আদর্শনীয় কাম কৰা তেওঁ দেখা পালে। তেওঁ আঁচান কৰিলে যে এটা মিচন কেন্দ্র স্থাপন কৰি তাত ইতিমধ্যে খৃষ্টধর্ম্ম গ্রহন কৰা মানুহ বাচি বাচি লৈ তেওঁলোকৰ সহায়ত নতুন নতুন ঠাইত ধৰ্ম্ম প্রচাৰ কামত অগ্রসৰ হ'ব। এই উদ্দেশ্য সাৰোগত কৰি এই জেহাদ ঘোষণাকাৰী মানুহজনে প্রতিটো পদক্ষেপকে একোটা দুঃসাহসিক উত্তেজনাপূর্ণ অভিযানলৈ ৰূপান্তৰ কৰিছিল।

এই দুঃসাহসিক উত্তেজনাপূর্ণ অভিযানৰ কাৰাভানখন তেওঁ নির্ভয়ে আগবঢ়াই লৈ গৈছিল। এইদৰে আগবাঢ়ি যাওঁতে তেওঁ বাটে বাটে অসংখ্য আদিবাসী মানুহক অভিনন্দন জনাইছিল, মৰম স্নেহৰ আদান প্রদান কৰিছিল। কোনো দিনে শ্বেতাঙ্গ মানুহ নেদেখা আদিবাসী সকলে এজন শ্বেতাঙ্গ মানুহ দেখি আনন্দত আত্মহাৰা হৈছিল। তেওঁ লগত নিয়া কাপোৰ-কানি মনি-মুক্তা আদি পিন্ধনৰ সামগ্রীবোৰ দৰদাম কৰি বাটে বাটে সেইবোৰ কম দামতে মানুহ বিলাকক বিক্রী কৰি গৈছিল। ৰোগীয়া মানুহ বিলাকৰ কাৰণে ঔষধ আৰু চিকিৎসা সেৱা আগবঢ়াই মানুহৰ পৰা প্রশংসা আৰু মৰম স্নেহ আদায় কৰি যাত্রা অব্যাহত ৰাখিছিল। এইদৰে তেওঁ আৰু আদিবাসী মানুহ বিলাকৰ

মাজত বন্ধুত্ব গঢ়ি উঠিছিল। বন্ধু ভাৱাপন্ন মানুহ বিলাকৰ মাজত দীঘলীয়াকৈ থাকি লিভিংষ্টনে মিচনৰ কাম চলাই যাব ধৰিলে।

প্ৰতি দেওবাৰে পুৱা তেওঁ ওচৰ-পাজৰৰ মানুহ বিলাক গোটাই লৈ ধৰ্ম্ম প্ৰচাৰ কৰিছিল। দৃঢ় সংকল্প লৈ লিভিংষ্টনে বাইবেলৰ বাণীসমূহ বিভিন্ন আদিবাসী বিলাকৰ জটিল দোৱানৰ মাধ্যমেৰে প্ৰচাৰ কৰিছিল। অঘৰী বৰ্বৰ মানুহবোৰে প্ৰথমে তেওঁৰ কথা বুজি নেপাইছিল ; কিন্তু তেওঁলোকে পাচত জানিছিল যে মানুহজন বৰ ভাল আৰু তেওঁ যিজন ঈশ্বৰৰ কথা কয় তেওঁ নিশ্চয় বৰ ভাল হ'ব। এই ধৰ্ম্ম প্ৰচাৰ কালত বাৰে বাৰে লিভিংষ্টনৰ জীৱন বিপদাপন্ন হৈছিল, কিন্তু তেওঁ বিশ্বাস কৰিছিল যে ঈশ্বৰে তেওঁক ৰক্ষা কৰিছিল। এবাৰ যাত্ৰা পথত 'মেবটচা' নামৰ ঠাইত এটা জিঘাংসু সিংহই লিভিংষ্টনক অতৰ্কিতে আক্ৰমণ কৰি ক্ষত বিক্ষত কৰিছিল। সিংহটোয়ে তেওঁৰ বাওঁ বাহুটো ভাঙি পেলাইছিল। ভাগ্যক্ৰমে ওচৰতে থকা এজন ডেকা কৰ্ম্মীয়ে সিংহটো আঁতৰাই নি বন্দী কৰি পেলোৱাতহে তেওঁ কথমপি ৰক্ষা পৰিছিল। এই ডেকাজন নতুনকৈ খৃষ্টধৰ্ম্মত দীক্ষিত হৈছিল আৰু লিভিংষ্টনে তেওঁক বিদ্যালয়ৰ প্ৰথম অধিক্ষক পদত নিয়োগ কৰিছিল। লিভিংষ্টনৰ বাওঁ বাহুটো ইমান বেয়াকৈ ভাগিছিল যে পাচত তেওঁ ইয়াক ওপৰলৈ ডাঙিলেই বিষ অনুভৱ কৰিছিল। তথাপি কিন্তু লিভিংষ্টন নিজৰ অভিযানত থমকি নৰৈছিল। সেয়েহে লিভিংষ্টনৰ দৰে এজন কঠোৰ পৰিশ্ৰমী ধৰ্ম্মপ্ৰচাৰকৰ সহিষ্ণুতা, বিপদ শঙ্কুল ময় জীৱন ইতিহাসৰ পাতত কিংবদন্তি হৈ পৰিছিল।

সেইসময়ত আৰবৰ কিছু নাবিক বনিকে আফ্ৰিকাৰ ঠায়ে ঠায়ে জাহাজেৰে বেহা বেপাৰ কৰি ফুৰিছিল। এবাৰ 'বাক্কা' নামৰ উপজাতি এটাৰ যুঁজাৰু সেনাই তেনে এজন আৰবী বনিক আৰু তেওঁৰ সহযাত্ৰীসকলক হত্যা কৰি পেলাইছিল। এই ঘটনাটো ঘটাৰ কিছুদিনৰ পাচত লিভিংষ্টন গৈ এই উপজাতিটোৰ মাজত উপস্থিত হৈছিলগৈ। তেওঁ প্ৰথমে গৈ গাওঁখনৰ মুখীয়ালজনক লগ ধৰিলে। তেওঁৰ লগত একেলগে আহাৰ খালে, তেওঁক উপহাৰ পাতি দি নম্ৰ ভাৱে বন্ধুত্ব কৰিলে আৰু তেওঁৰ ঘৰতে ৰাতি আলহী হ'ল। পাচদিনা তেওঁ নিজৰ প্ৰচাৰ পত্ৰিকাত এটা নিবন্ধ প্ৰকাশ কৰি লিখিলে যে এই হত্যাকাৰী মানুহখিনিক তেওঁ হত্যাৰ দৰে জঘন্য পাপৰ পৰা কেনেকৈ মুক্তি পাব পাৰি তাক বুজালে। মানুহ খিনিয়েও তেওঁৰ কথা বুজি পোৱাত তেওঁ নথৈ সুখী হৈছিল।

ধৰ্ম্মপ্ৰচাৰ কাৰ্য্যত লিভিংষ্টনে তেওঁৰ চিকিৎসা বিদ্যা ভালদৰে কামত লগাইছিল। ডাক্তৰী বিদ্যাই তেওঁক এক গুৰুত্বপূৰ্ণ সাৰথি হিচাপে সহায় কৰিছিল। তেতিয়া আফ্ৰিকাত মেলেৰীয়াৰ প্ৰাদুৰ্ভাৱ এতিয়াতকৈও বেচি আছিল। তেওঁ মেলেৰীয়া

চিকিৎসাত কুইনাইন দৰব কেনেকৈ ব্যৱহাৰ কৰিব লাগে তাক প্ৰতিদিনে গাওঁবাসীক বুজাইছিল। পিচে বেজৰ নাকত খৰে খোৱাৰ দৰে, ধৰ্ম্মপ্ৰচাৰ মিচনৰ প্ৰথম পাঁচ বছৰত তেওঁ নিজে একত্ৰিশ বাৰ মেলেৰীয়াত আক্ৰান্ত হৈছিল। সম্ভৱ কুইনাইন ব্যৱহাৰ কৰা হেতু তেওঁ ৰক্ষা পৰিছিল আৰু ইয়াৰ সহায়ত তেওঁ গোটেই আদিবাসী সকলক বচাই ৰাখিব পাৰিছিল।

লিভিংষ্টনৰ দুঃসাহসিক অভিযান পৃথিৱীৰ মহৎ অভিযানমূলক কাম সমূহৰ অন্যতম হিচাপে খ্যাত। আফ্ৰিকাৰ নিচিনা এখন বিশাল মহাদেশৰ এক তৃতীয়াংশ ভূ-ভাগ প্ৰচণ্ড সাহসিকতাৰে অভিযান চলাই পৃথিৱীয়ে তেতিয়াও নজনা এটা বিশাল অঞ্চল আৱিষ্কাৰ কৰা লিভিংষ্টন আছিল একক ব্যক্তি। তেওঁ আৱিষ্কাৰ কৰা ভূ-ভাগ এফালে কেপ্ (বৰ্ত্তমান কেপ্‌টাউন) ৰ পৰা ইকুৱেটৰ পৰ্য্যন্ত আৰু আনফালে আট্‌লাণ্টিক মহাসাগৰৰ পৰা ভাৰত মহাসাগৰ পৰ্য্যন্ত বিস্তৃত অঞ্চল আছিল।

তেওঁ ভ্ৰমণ কৰা সমগ্ৰ অঞ্চলৰ মান চিত্ৰ আঁকি সেইবোৰৰ চমু টোকা প্ৰস্তুত কৰি 'লণ্ডনৰ ৰয়েল জিয়গ্ৰাফীকেল্ চচাইটি'লৈ প্ৰেৰণ কৰিছিল। মধ্য আফ্ৰিকাত অৱস্থিত বিশাল 'এন্‌গামি' হ্ৰদ আৱিষ্কাৰ কৰা লিভিংষ্টন আছিল প্ৰথম ইউৰোপিয়ান ব্যক্তি। এই ভ্ৰমণ কালতে নায়েগ্ৰা জলপ্ৰপাততকৈ দুগুণ বেচি ওখ কিছুমান অতি সুন্দৰ জলপ্ৰপাত লিভিংষ্টনে পৰিদৰ্শন কৰিছিল। বৰ্ত্তমান যিটো 'ভিক্টৰিয়া' জলপ্ৰপাত হিচাপে জনাজাত এই নামটো তেওঁ ৰাণী ভিক্টৰিয়াৰ নামানুসৰি নামাকৰণ কৰিছিল।

আগতে উল্লেখ কৰি অহা 'মফাটচ' নামৰ মিচনেৰীসকল পুনৰ আফ্ৰিকালৈ ঘূৰি আহিল। ইয়াৰ পাচতে লিভিংষ্টনে ৰবটি নামৰ এজন আফ্ৰিকাবাসীৰ জীয়েক মেৰীক বিয়া কৰালে। আফ্ৰিকাত জন্ম হোৱা হেতুকে মেৰী তাৰ কঠিন সমস্যা, জংঘল আৰু মৰুভূমিৰ পৰা সৃষ্টি হোৱা বিপদ-আপদ বিলাকৰ লগত ভালদৰে পৰিচিত আছিল। সেই কাৰণে বিয়াৰ পাচত মেৰীয়ে স্বামীৰ কামত উদ্ভৱ হোৱা বিপদ-শঙ্কুলক সাহস আৰু আনন্দ মনে গ্ৰহণ কৰিছিল; অসুখ-বিসুখত তেওঁ পাৰ্য্যমানে লিভিংষ্টনক সেৱা শুশ্ৰূষা কৰিছিল। পতিব্ৰতা নাৰী হিচাপে কৰিব লগা সকলো সেৱা মেৰীয়ে কৰিছিল।

আফ্ৰিকাৰ কল বেঙ্গ নামৰ ঠাইত লিভিংষ্টনে নিজৰ ঘৰবাৰী নিৰ্মাণ কৰিলে। ইয়াতে ছবছৰৰ ভিতৰত লিভিংষ্টন দম্পতিৰ চাৰিটা সন্তান জন্ম হ'ল। সকলো মানুহৰ ঘৰলৈ দুৰ্যোগ অহাৰ দৰে লিভিংষ্টনৰ পৰিয়াললৈও দুৰ্যোগ আহিছিল। বাৰম্বাৰ হোৱা অসুখে পত্নী মেৰী আৰু ল'ৰা-ছোৱালীইঁতৰ জীৱন বিপদাপন্ন কৰি তুলিছিল। উপায়ন্তৰ হৈ লিভিংষ্টনে পত্নী আৰু সন্তান কেইটিক কেপটাউনলৈ লৈ গ'ল আৰু তাৰ পৰা

ইংলণ্ডলৈ পঠাই দিলে। পুত্ৰ- পৰিবাৰৰ লগত একেলগে থাকিবলৈ নেপোৱাৰ বেদনাত লিভিংষ্টন আৰু মেৰী দুখত ভাগি পৰিছিল। কিন্তু উপায় নাছিল। কেইবছৰ মানৰ ভিতৰতে পুনৰ লগ হোৱাৰ আশাৰে লিভিংষ্টন, পত্নী আৰু সন্তানইঁতৰ পৰা বিদায় লৈ পুনৰ কলবেঙ্গলৈ ঘূৰি আহিল। কলবেঙ্গলৈ আহি তেওঁ দেখিলে যে 'বয়াৰচ' বিলাকে তেওঁৰ মিচনেৰী কাৰ্য্যালয় লুণ্ঠন কৰি তাৰ আচবাব চুৰি কৰি লৈ গৈছিল, বহুত মূল্যবান নথি, কিতাপ-পত্ৰ পুৰি নষ্ট কৰি পেলাইছিল। সিহঁতে সেইঠাইত থকা স্কুলখন বন্ধ কৰি দিছিল আৰু ধৰ্ম্ম প্ৰচাৰত সহায় কৰা মানুহবোৰক ভীতিগ্ৰস্ত কৰি তুলিছিল। কেৱল ইমানেই নহয় লিভিংষ্টনক সাৱধান বাণী শুনোৱা হ'ল যে দক্ষিণ আফ্ৰিকাৰ কতৃপক্ষই দাস কিনা-বেচা প্ৰথাৰ বিৰোদ্ধে তেওঁ কৰা অভিযান সমৰ্থন নকৰে । কিন্তু লিভিংষ্টন আছিল নাচোৰ বান্দা । তেওঁ সিহঁতৰ প্ৰশ্নবোৰৰ উত্তৰ নিৰ্ভিক ভাৱে দিলে। তেওঁ দুগুন উৎ সাহেৰে প্ৰতি ক্ষেত্ৰতে দাস প্ৰথাৰ বিৰোধিতা কৰি গ'ল। তেওঁ ইংৰাজ চৰকাৰলৈ এই নিন্দনীয় প্ৰথা বন্ধ কৰাত সহায় কৰিবলৈ বিনম্ৰ ভাবে চিঠি পত্ৰাদি প্ৰেড়ণ কৰি আবেদন জনালে মিচনেৰীকামৰ দ্বাৰা বেচিকৈ উৎ সাহিত হৈ তেওঁ এইবাৰ আফ্ৰিকাৰ পশ্চিম উপকূল পৰ্য্যন্ত নিজৰ প্ৰচাৰ অভিযান অতি সাহসিকতাৰে আগবঢ়াই নি পুনৰ মধ্য আফ্ৰিকা লৈ ঘূৰি আহিল। এই দুঃসাহসিক অভিযান কাৰ্য্য সমাপন কৰোঁতে তেওঁক চাৰিবছৰ সময় লাগিছিল।

প্ৰচণ্ড মানসিক শক্তি আৰু উদ্যমেৰে ধৰ্ম্ম প্ৰচাৰ কামত নিজকে নিয়োজিত কৰি ৰখাৰ মাজতো লিভিংষ্টনৰ ঘনে ঘনে পত্নী আৰু সন্তানইঁতলৈ মনত পৰিব ধৰিলে নিজকে তেওঁ অনেক সময়ত বৰ নিসহায় , নিসঙ্গ বোধ কৰিছিল। সেইদোঁখে তেওঁ প্ৰথমবাৰৰ বাবে নিজৰ পৰিয়ালক চাবৰ উদ্দেশ্যে ইংলণ্ডলৈ ৰাওনা হ'ল। ইংলণ্ডত তেওঁ কিছুদিন দীঘলীয়াকৈ থাকিল। এই সময়তে তেওঁ '' মিচনেৰী ট্ৰেভেল'' নামৰ প্ৰথম গ্ৰন্থ খন ৰচনা কৰিছিল। এই গ্ৰন্থখন প্ৰকাশ হোৱাৰ পাচতে তেওঁ ইংলণ্ডত বিখ্যাত হৈ পৰিল। প্ৰিঞ্চ কন্চৰ্টে তেওঁক সাক্ষাতৰ বাবে মাতি নিলে আৰু তেওঁৰ অভিযানৰ বিষয়ে বিস্তৃত আলোচনা হ'ল। আনকি বিজ্ঞানী সকলেও তেওঁৰ লগত বিভিন্ন বিষয়ে আলোচনা কৰিলে। মহামান্যা ৰাণীয়ে আৰু চৰকাৰে অতিৰিক্ত অভিযান হাতত ল'বৰ বাবে লিভিংষ্টনক অনুমতি মঞ্জুৰ কৰিলে আৰু আফ্ৰিকাৰ আদিবাসী জাতি- উপজাতি সমূহৰ লগত মোকাবিলা কৰিবৰ কাৰণে তেওঁক অসামৰিক কতৃত্ব প্ৰদান কৰিলে। সেই অনুসৰি ১৮৫৮ চনৰ মাৰ্চ মাহত পত্নী মেৰী আৰু সৰু পুত্ৰ ৱচৱেলক লগত লৈ সাগৰেদি আফ্ৰিকালৈ যাত্ৰা কৰিলে। এই যাত্ৰাৰ পাচৰ ছয়বছৰ কাল লিভিংষ্টনে মিচনেৰী হিচাপে

কাম কৰাতকৈ এজন অভিযানকাৰী নাৱিক হিচাপেহে কাম কৰিছিল। এখন ভাপ চালিত জাহাজৰ দ্বাৰা তেওঁ আৰু তেওঁৰ দলটোৱে পূব আৰু মধ্য আফ্ৰিকালৈ যোৱা জাম্বেচী আৰু আন জলপথ সমূহ আৱিষ্কাৰ কৰিছিল। তেওঁলোকে ন্যাচা হ্ৰদ আৱিষ্কাৰ কৰিছিল, ঠায়ে ঠায়ে মিচন কেন্দ্ৰ আৰু স্কুল স্থাপন কৰিছিল। বেপাৰ বাণিজ্যৰ সম্ভাব্য পথ সমূহ তেওঁলোকে নিৰ্ণয় কৰিছিল। এটা সময়ত লিভিংষ্টনে পত্নী মেৰী আৰু সৰু পুত্ৰ ৰবৰ্টক লগত লৈ ফুৰাত অসুবিধা পাই তেওঁলোক দুয়োকে কুৰুমান লৈ পঠাই তাতে থকাৰ ব্যৱস্থা কৰিলে আৰু নিজে পুনৰ দলৰ লগত কামত লাগি গ'ল। সেই সময়তে মেৰীয়ে এটি কন্যা সন্তান জন্ম দিলে। শুনিলে বিশ্বাস কৰিবলৈ টান লাগে যে জল যাত্ৰাত দিহিঙে দিপাঙে ঘূৰি ফুৰা কাৰণে জীয়েক জন্ম হোৱা খবৰটো লিভিংষ্টনে প্ৰায় এবছৰৰ মূৰতহে পাইছিল।

ইয়াৰ পাচত অৱশ্যে পুত্ৰ কন্যা সহ মেৰী পুনৰ লিভিংষ্টনৰ দলৰ লগ লাগিল। কিন্তু বিধিৰ কি নিষ্ঠুৰ বিধান, এই সমুদ্ৰযাত্ৰাৰ কালতে পত্নী মেৰী এক মৰাত্মক জ্বৰত আক্ৰান্ত হৈ মৃত্যু মুখত পৰে । নিজে চিকিৎসক হোৱা সত্বেও লিভিংষ্টনে অশেষ যত্ন কৰিও পত্নীক বচাব নোৱাৰিলে। তেওঁ বেজাৰত ইমানেই ভাগি পৰিছিল যে কেইবাদিনো ধৰি তেওঁ ঘৈনীয়েকৰ কবৰ স্থানৰ কাষত আবেগ বিহ্বল হৈ পৰি আছিল। পত্নীৰ অবিহনে পুত্ৰ-কন্যাদ্বয়ক চোৱা-চিতা কৰাত তেওঁৰ বৰ সমস্যা হৈছিল। সেইদেখি উপায়ন্তৰ হৈ ল'ৰা-ছোৱালী হালক ইংলণ্ডলৈ পঠাই দিলে। ১৮৬৪ চনত তেওঁ এই জলযাত্ৰা অভিযান সমাপ্ত কৰিলে। কিন্তু তেওঁ অলস জীৱন যাপন কৰা নাছিল। ইয়াৰ পাচত তেওঁ আফ্ৰিকাৰ আদিবাসীসকলৰ বাসভূমি বিলাক পৰিদৰ্শন কৰিবলৈ ধৰিলে আৰু তেওঁ পূবেৰ্ব সেইবোৰ ঠাইত কৰি যোৱা কাম আৰু কষ্টৰ ফলাফল সমূহ নিৰীক্ষন কৰিব ধৰিলে। তেওঁ দেখি বৰ সন্তুষ্ট হ'ল যে তেওঁ প্ৰতিষ্ঠা কৰি যোৱা গীৰ্জা ঘৰসমূহ সবল হৈ উঠিছিল, ল'ৰা-ছোৱালী বিলাকে তেওঁ পাতি যোৱা স্কুলত শিক্ষা গ্ৰহণ কৰিছিল। মানুহ বিলাকৰ সমাজত স্বাস্থ্য বিষয়ৰ সজাগতাই গা- কৰি উঠিছিল।

সময় চিৰ প্ৰবাহমান ।জীৱনৰ সৰহখিনি সময় মিচনেৰী কামত দুঃসাহসিক অভিযান চলাই তৃষ্ণা নপলোৱা লিভিংষ্টনৰ শৰীৰত বাৰ্ধক্যৰ চাপ স্পষ্ট হৈ পৰিছিল। তথাপি তেওঁ তেতিয়াও আফ্ৰিকাৰ জনক স্বৰূপ নীল নদীৰ উৎস উদ্‌ঘাটন কৰাৰ দুৰ্ণিবাৰ বাসনা এটা বহুত দিনৰ পৰা পুহি ৰাখিছিল। কিয়নো এই গুৰুত্বপূৰ্ণ তথ্য উদ্‌ঘাটনে ইউৰোপীয় বেহা বেপাৰৰ ধাৰা উত্তৰৰ পৰা গতি কৰি আফ্ৰিকাৰ অভ্যন্তৰত প্ৰবেশ কৰাত সুচল কৰিব । নিজৰ দেশ আৰু জাতিৰ উন্নতিৰ প্ৰতি থকা প্ৰৱনতাই

তেতিয়াই লিভিংষ্টনৰ নিচিনা মানুহক কেনেদৰে প্ৰভাৱান্বিত কৰিছিল ভাবিলে বিস্ময় মানিব লাগে। সেই কাৰণে ১৮৬৬ চনৰ আগভাগতে মাতৃভূমি ইংলণ্ড আৰু এবাৰ চাই আহি লিভিংষ্টনে আন এটা বিপদজনক কাম হাতত ল'লে। এই কামটো আছিল ন্যাচা হ্ৰদ আৰু টাঙ্গানিকা হ্ৰদৰ মাজত থকা জলচ্ছেদ আৱিষ্কাৰ অভিযান । এই স্মৰণীয় অভিযানত অগ্ৰসৰ হোৱাৰ পাচত মাত্ৰ এজন শ্বেতাঙ্গ মানুহে লিভিংষ্টনক জীৱিত অৱস্থাত দেখা পাইছিল। যাত্ৰাত অগ্ৰসৰ হওঁতে পদে পদে তেওঁ প্ৰচণ্ড হাতাশাত ভূগিছিল। অভিযানৰ সৰহখিনি সময় তেওঁ বেমাৰত আক্ৰান্ত হৈছিল। অপৰিচিত আদিবাসী বিলাকে তেওঁৰ অভিযানকাৰী দলৰলগত নিয়া বয় বস্তু, খাদ্য সম্ভাৰ চুৰ কিম্বা ডকাইতি কৰি লৈ গৈছিল। বহুত সহযাত্ৰী আৰু সহায়কাৰীয়ে তেওঁক ত্যাগ কৰি মাজবাটৰ পৰা আঁতৰি গৈছিল। নেৰা নেপেৰা বৰষুণ আৰু বিষাক্ত মহ, মাখিৰ প্ৰকোপত যাত্ৰা অব্যাহত ৰখা অসম্ভৱ লৈ পৰিছিল। এই প্ৰতিকুল অৱস্থাৰ মাজত লিভিংষ্টন্ নিউম'নিয়া ৰোগত বেয়াকৈ আক্ৰান্ত হ'ল। চিকিৎসাৰ কোনো সুবিধা নথকাত তেওঁক এখন চাঙিত তুলি টাঙ্গানিকা হ্ৰদৰ পাৰত থকা উজিজি নামৰ ঠাইলৈ দুমাহ জোৰা পথ অতিক্ৰম কৰি লৈ যোৱা হ'ল। লিভিংষ্টনৰ অসুস্থতাৰ কাৰণে দুবছৰতকৈ অধিক কাল মিচনেৰী অভিযানৰ কোনো খা-খবৰ ইংলণ্ডলৈ যোৱা নাছিল। লিভিংষ্টনৰ কোনো শুংসূত্ৰ নোহোৱাত দুটা সাহাৰ্য্যকাৰী দল ইংলণ্ডৰ পৰা পঠোৱা হৈছিল। কিন্তু গ্ৰীষ্ম অঞ্চলিয় ৰোগৰ প্ৰকোপত আগবাঢ়িব নোৱাৰি এই অভিযানত যাত্ৰীসকল বিফল হৈ ঘূৰি আহিল।

ইউৰোপৰ কথাই নাই, আমেৰিকা পৰ্য্যন্ত বিয়পি পৰিল লিভিংষ্টনৰ এই সন্ধানহীনতাৰ কথা। নিউইয়ৰ্ক হেৰাল্ড কাকতৰ মেনেজাৰ জেমচ্ গৰ্ডন বেনেতে তেওঁৰ 'মিচনেৰী লষ্ট' নামৰ প্ৰবন্ধত মিচনেৰীজনৰ মধ্য আফ্ৰিকাত সন্ধানহীনতাৰ সাম্ভাব্য কাৰণ সমূহ দাঙি ধৰিলে। তেওঁ কাকতৰ লণ্ডনস্থ ষ্টাৰ ৰিপৰ্টাৰ হেনৰি এম ষ্টেনলিক যিকোনো প্ৰকাৰে লিভিংষ্টনক বিচাৰি উলিয়াবলৈ নিৰ্দেশ দিলে- তেহেলৈ ই যিমানেই সময় নলওক, যিমানেই ব্যয় বহুল নহওক কিয় ।

যেনে আদেশ তেনে কাম। ষ্টেন্‌লি গৈ জাঞ্জিবাৰত উপস্থিত হ'লগৈ। তাতে তেওঁ ১৯২ জন সহযাত্ৰীৰ এটি দল গঠন কৰিলে আৰু ১৮৭১ চনৰ ফ্ৰেব্ৰুৱাৰীত পশ্চিম দিশে যাত্ৰা আৰম্ভ কৰিলে। যাত্ৰাকালত তেওঁ মাত্ৰ লিভিংষ্টনৰ বিষয়ে উৰাবাতৰি, গুজব শুনিছিল। কিছুদূৰ যোৱাৰ পাচত এনে কষ্টকৰ যাত্ৰা কৰিব নোৱাৰি বহুত সহযাত্ৰীয়ে বিদ্ৰোহ কৰিলে। আনকি বিদ্ৰোহীসকলৰ দুজন নেতাই তেওঁক হত্যাৰ

ভাবুকি দিলে । ডবাপিতা বৰষুণেও যাত্ৰাত যথেষ্ট বাধা দিছিল। তদুপৰি মেলেৰীয়া আৰু গ্ৰহণী ৰোগে তেওঁক পীড়া কৰিছিল। ইমান বিলাক বিপদ বিঘিনি নেওঁচি তেওঁ পূৰা ন-মাহৰ মূৰত প্ৰচণ্ড সাহসৰ বলত লিভিংষ্টনৰ সন্ধানত আফ্ৰিকাৰ মধ্য অঞ্চলত প্ৰৱেশ কৰিলে। তেওঁলোক গৈ গৈ উজিজিত উপস্থিত হ'লগৈ ।

১৮৭১ চনৰ ১০ নবেম্বৰত উজিজিত মানুহ গৈ লিভিংষ্টনক ষ্টেন্‌লিৰ উদ্ধাৰকাৰী দলটো অহাৰ সু-খবৰটো দিলেগৈ । খবৰ পাই তম্বুৰ সম্মুখত কোনোৰকম থিয় হ'ল নিশকটীয়া লিভিংষ্টন। তেওঁৰ চাৱনিত বিস্ময় আৰু স্বস্তিৰ ভাব।আপোনা আপুনি তেওঁৰ মুখৰ পৰা ওলাই আহিল - '' উস্ অৱশেষত এজন বগা মানুহ আহিল।'' লিভিংষ্টনে দেখিলে এজন এখ বগা মানুহৰ পাচে পাচে নিচান্ জোকাৰি অশ্বাৰোহী দল বয়বস্তু সহ তেওঁৰ ফালে আহি আছিল। মানুহ বিলাক শাৰী পাতি থিয় হ'ল। ষ্টেন্‌লি আগবাঢ়িগৈ লিভিংষ্টনৰ ওচৰত ৰ'লগৈ আৰু এটা নাটকীয় মিলন সম্পন্ন হ'ল ষ্টেন্‌লিৰ এইষাৰ কথাৰে - '' মই অনুমান কৰিছো আপুনি ডাঃ লিভিংষ্টন নহয়নে ?'' হয় অস্ফুট স্বৰে লিভিংষ্টনে উত্তৰ দিলে আৰু দুয়ো আনন্দত আত্মহাৰা হৈ পৰস্পৰক সাৱটি ধৰিলে। লিভিংষ্টনে নিজে নিজে কৈ উঠিল - '' ভগৱানৰ কি ইচ্ছা, ষ্টেন্‌লিক ঠিক সময়তে যেন মোৰ ওচৰলৈ পঠাই দিছে ।'' হে ইশ্বৰ, তুমি কিমান দয়াশীল, তোমাক অশেষ ধন্যবাদ।'' কিয়নো যোৱা দুবছৰ ধৰি লিভিংষ্টন বিনা ঔষধে দিন কটাইছিল। ষ্টেন্‌লিয়ে নিয়া নতুন কাপোৰ কানি , খাদ্য সম্ভাৰ, ঔষধ পাতি লিভিংষ্টনে কৃতজ্ঞতাৰে গ্ৰহন কৰিলে। বৰ ব্যগ্ৰতাৰে তেওঁলে অনা চিঠি পত্ৰবোৰ পঢ়িলে আৰু বহিঁজগতৰ খা-খবৰ শুনিলে । তেওঁ যেন বহুত সকাহ পালে । কেইদিনমান একেলগে থকাৰ পাচত ষ্টেন্‌লিয়ে লিভিংষ্টনক লগত ঘূৰাই লৈ যোৱাৰ প্ৰস্তাৱ দিলে ।কিন্তু লিভিংষ্টন যেন বেলেগ ধাতুৰে গঢ়া মানুহ । তেওঁ ষ্টেন্‌লিৰ সমস্ত অনুৰোধ, উপদেশ উপেক্ষা কৰিলে আৰু ইংলণ্ডলৈ ঘূৰি যাবলৈ অমান্তি হ'ল। উত্তৰ হিচাপে লিভিংষ্টনে ষ্টেন্‌লিক ক'লে - '' মোৰ এতিয়াও বহুত কাম কৰিবলৈ বাকী আছে। মই সেইকামবোৰ আধৰুৱা কৰি যাব নোৱাৰো। ইংলণ্ডলৈ ঘূৰি গ'লে কোনো দিন সেইবোৰ সম্পূৰ্ণ নহ'ব।'' ষ্টেন্‌লি বিষন্নমনে ইংলণ্ডলৈ ঘূৰি আহিল। লগত অৱশ্যে লৈ আহিল লিভিংষ্টনে দিয়া বহুত মূল্যবান নথি পত্ৰ, তথ্য-পাতি যি বিলাকৰ জৰিয়তে সেইসময়ত ডেভিদ লিভিংষ্টন ইংলণ্ড তথা ইউৰোপত এজন বিখ্যাত মানুহ হৈ পৰিছিল।

বেমাৰৰ পৰা আৰোগ্য লাভ কৰাৰ পাচত নতুন উদ্যম লৈ নতুন অশ্বাৰোহী যাত্ৰী, বয়বস্তু লগত লৈ সহসী লিভিংষ্টন পুনৰ নীল নদীৰ উৎস বিচাৰি আগবাঢ়ি

গ'ল৷ কিন্তু কি হ'ব আলচা কথা নহয় সিদ্ধি বাটত আছে কণা বিধিৰ দৰে হ'ল । এই যাত্ৰাৰ মাজতে তেওঁৰ শক্তি পুনৰ হ্ৰাস হৈ পৰিল। তথাপি তেওঁ দৃঢ়মনা হৈ আছিল। পিচত তেওঁৰ অৱস্থা ইমান অৱনতি হ'ল যে তেওঁক দাংকোলা কৰি সহযাত্ৰীসকলে কঢ়িয়াই নিব লগা হৈছিল। শেষত 'ইলালা' উপজাতিৰ এখন গাঁৱত এদিন নিশা তেওঁ ইমান অৱশ হৈ পৰিল যে তেওঁ কথা ক'ব নোৱাৰা হ'ল। সহায়কাৰী সকলে তেওঁক সযত্নে বিচনাত শুৱাই দিলে । সেই নিশাৰ শেষ ভাগত সহায়কাৰী সকলে দেখিলে যে জাপ খাই থকা হাত দুখনৰ ওপৰত মূৰটো থৈ লিভিংষ্টনৰ নিষ্প্ৰাণ দেহ পৰি আছে।

লিভিংষ্টৰ মৃত্যুৰ বাতৰি ফিৰিঙতিৰ দৰে ঘৰে ঘৰে, গাঁৱে গাঁৱে বিয়পি পৰিল। মানুহৰ মাজত গুণ গুণণি হ'ল এইদৰে- ''সুহৃদ মানুহজন চিৰদিনৰ কাৰণে গুচি গ'ল।'' তেওঁৰ ওচৰত ধৰ্ম্ম দীক্ষা লোৱা হাজাৰ হাজাৰ মানুহ আহি তেওঁক শেষ শ্ৰদ্ধা জনালেহি । খবৰ ইংলণ্ডলৈ পঠোৱা হ'ল। গাঁৱৰ মানুহ বিলাকে জানিছিল যে দুৰণীৰ ইংলণ্ডত থকা এই বগা ডাক্তৰজনৰ বন্ধু সকলে তেওঁৰ শৱ-দেহ তাত কবৰ দিবলৈ বিচাৰিব । গতিকে তেওঁলোকে শৱটো এমবাম কৰি ৰাখিলে ( শৱ দেহ নষ্ট নোহোৱাকৈ ৰখা ব্যৱস্থাক এম্বাম বোলে।) কিন্তু মানুহ বিলাকে এটা সাংঘাটিক কাম কৰিলে। তেওঁলোকে লিভিংষ্টনৰ কলিজাখন আঁতৰাই আনি সম্মান সহকাৰে তেওঁলোকৰ মাতৃভূমিত কবৰ দিলে। কাৰণ তেওঁলোকৰ বিশ্বাস হৈছিল যে মানুহজন বগা চালৰ আৰু ইংলণ্ডৰ হলেও তেওঁৰ হৃদয় খন আফ্ৰিকাৰ জনজীৱনৰ লগত চামিল হৈ একীভূত হৈ গৈছিল।

সঁচাকৈ এদিন ইতিহাসৰ স্মৰণীয় এটি দীঘলীয়া শৱযাত্ৰা আৰম্ভ হ'ল। তেওঁ শিকোৱা ভক্তিমূলক গীত, প্ৰাৰ্থনা সঙ্গীত গাই শোকাৰ্ত জনতাই লিভিংষ্টনৰ শৱদেহ শোভাযাত্ৰা কৰি ন-মাহ জোৰা পথ অতিক্ৰম কৰি জাঞ্জিবাৰলৈ লৈ গ'ল । তাৰ পৰা এখন ইংৰাজ জাহাজে শৱটো ইংলণ্ডলৈ লৈ গ'ল আৰু ১৮৭৪ চনৰ ১৮ এপ্ৰিলত ৱেষ্ট মিনিষ্টাৰ এবিত পুৰা ৰাষ্ট্ৰীয় সম্মানেৰে ডাঃ ডেভিদ লিভিংষ্টনক সমাধিস্থ কৰা হ'ল।

মহাৰাণী ভিক্টোৰিয়াই স্বৰ্গগত মিচনেৰী ডেভিদ লিভিংষ্টনক তেওঁৰ আফ্ৰিকাৰ সামাজিক ব্যাধি স্বৰূপ দাস বেপাৰৰ বিৰোদ্ধে যুক্তিপূৰ্ণ জেহাদৰ প্ৰতি ৰাজহুৱা ভাৱে প্ৰশংসা কৰিলে । কেৱল ইমানেই নহয় ১৮৮০ চনৰ প্ৰথম ভাগতে ৰাণীয়ে জাঞ্জিবাৰ আৰু আন আফ্ৰিকীয় ৰাজ্য সমূহৰ ৰজা বা চুলতান সকলৰ লগত চুক্তি চনদ স্বাক্ষৰ কৰি স্থল,জল,আকাশী কোনো পথেদি দাস ক্ৰয়-বিক্ৰয় প্ৰথা বন্ধ কৰি দিলে। এই কাম কৰি

মহা মান্যা ৰাণীয়ে লিভিংষ্টনৰ প্ৰতি যেন মৰনোত্তৰ ভাৱে শ্ৰদ্ধা নিবেদন কৰিলে।

আফ্ৰিকাৰ সুহৃদ বন্ধু লিভিংষ্টনৰ মৃত্যুৰ পাচত তেওঁৰ অনুগামী মানুহবিলাকে তেওঁ দি যোৱা বিশ্বাস আৰু স্বাধীনতাৰ পোহৰৰ পাচত ধাবমান হ'ল। তেওঁলোকে লিভিংষ্টনৰ দ্বাৰা প্ৰচাৰিত জ্ঞানৰ বত্তি প্ৰজ্বলিত কৰি ৰাখিলে। তেওঁলোকে লাভ কৰা মহান প্ৰগতি হৈছে লিভিংষ্টনৰ জীৱন্ত কীৰ্ত্তিস্তম্ভ ॥

-------------------



# চিষ্টাৰ-কেনী

১৯৪২ চনৰ শীতৰ এটি মানোৰম পুৱা। সূৰ্য্যৰকোমল কিৰণ পুৱা কুঁৱলী ভেদি যুক্তৰাষ্ট্ৰৰ মিনেপলিচ নগৰখনৰ মোহময় কৰি তুলিছিল। পুৱা ৫-৩০ বজাত মেয়ৰ মাৰভিন ক্লিনৰ ফোনটো ঘাজি উঠিছিল। মেয়ৰ বিৰক্ত ন'হ্‌ল কাৰণ যিকোনো সময়তে তেওঁলৈ ফোন আহি থকাটো প্ৰাত্যহিক কথাৰ দৰে হৈছিল। তথাপি কিন্তু তেওঁৰ বুকুখন দুৰু দুৰু কঁপিছিল! কিয়নো কেতিয়াবা কি অপ্ৰত্যাশীত সংবাদ শুনিব লগা হয় তাৰ থিক নাছিল। ভয় আৰু কুণ্ঠাৰে মেয়ৰে টেলিফোনটো ধৰিলে সিফালৰ পৰা তেওঁৰ এটা দাম্ভিক নাৰীকণ্ঠৰ মাত শুনিবলৈ পালে। সেই মাতত অষ্ট্ৰেলিয়াৰ নাৰীৰ উচ্চস্বৰ স্পষ্ট প্ৰতিধ্বনিত হৈছিল।

মেয়ৰ মাৰভিনলৈ ফোনত অহা সেই উচ্চস্বৰৰ নাৰীকণ্ঠ আন কাৰো নহয়; সেয়া আছিল চিষ্টাৰ এলিজাবেথ কেনীৰ। মেয়ৰ মাৰভিনে সেইসময়ত মিনেপলিছ নগৰত চিষ্টাৰ কেনীৰ দ্বাৰা উদ্ভাৱিত পলিঅ' চিকিৎসাৰ নতুন প্ৰথাটোৰ প্ৰতিষ্ঠিত কৰাইছিল আৰু নগৰত চিষ্টাৰএলিজাবেথ কেনীৰ নামানুসৰি এটি চিকিৎসা প্ৰতিষ্ঠান প্ৰতিষ্ঠা কৰিছিল। এতিয়া তেওঁ সংঙ্কটাৱস্থা ৰোগীৰ চিকিৎসা আৰম্ভ কৰা বাবে ব্যাকুল হৈ পৰিছিল। এই বিষযত মেয়ৰে কি কৰিব পাৰিব তাৰ ধাৰণা তেওঁৰ নাছিল। মাত্ৰ এটা কথা তেওঁ জনা আছিল যে এনে সংঙ্কটপূৰ্ণ ৰোগী কেনীৰ প্ৰতিষ্ঠানত চিকিৎসা কৰাব হ'লে তাৰ চিকিৎসক সকলৰ অনুমতি ল'ব লাগিব। মেয়ৰ মাৰভিনে কেনীক অ স্পষ্টভাৱে ক'লে, '' তোমাৰ হস্পিটেলখন এনে সংঙ্কটপূৰ্ণ ৰোগীৰ বাবে প্ৰতিষ্ঠা কৰা হোৱা নাই। তদুপৰি এই চিকিৎসালয়ত কোনো পৃথক ওৱাৰ্ড নাই য'ত এনে ৰোগী ভৰ্ত্তি কৰিব পাৰি।'' মেয়ৰৰ কথা শুনি কেনীয়ে দাবি সুৰত ক'লে, '' এটা সুকীয়া ওৱাৰ্ড সজাই দিয়ক।'' শিঘ্ৰে সজাওক কিয়নো আমি যথাসম্ভৱ সোনকালে এনে ৰোগত আক্ৰান্ত ল'ৰা-ছোৱালীবোৰৰ কাৰণে কিবা এটা কাম আৰম্ভ কৰিব লাগে।'' কেনীয়ে মাৰভিনক পুনৰ ক'লে।

সচৰাচৰ যোৱাৰ দৰে পুৱা ৮-০০ বজাত মাৰভিন গৈ অফিচত ভৰি দিছিলহে পুনৰ কেনীৰ ফোন আহিল। কেনীৰ দাবিৰ প্ৰতি সঁহাৰি জনাই কি সিদ্ধান্ত ল'লে তাক তেওঁ মেয়ৰৰ পৰা জানিব বিচাৰিলে। ''মই এই মাত্ৰ অফিচ পাইছোহি'' মেয়ৰে কেনীক ক'লে,'' আপোনাৰ লগত কথাহোৱা কেইবা ঘণ্টাও হ'ল। আপুনি বুজা নাইনে যে

এইটো কিমান এটা গুৰুত্বপূর্ণ কথা।'' খাৰাংখাচ সুৰত কেনীয়ে মাৰভিনক পুনৰ ক'লে। উপায়ন্তৰ হৈ মেয়ৰে কেনীৰ প্রতিষ্ঠানত দুটামান সুকীয়া কোঠা সজাই দিলে। দুদিনৰ ভিতৰত কেনীয়ে তাগিদা দি ছয়জন চিকিৎসকৰ পৰা অনুমতি লৈ সাধাৰণ চিকিৎসালয়ত ভৰ্ত্তি হৈ থকা সংকটাপূর্ণ পলিঅ' ৰোগীসকলক তেওঁৰ চিকিৎসালয়লৈ স্থানান্তৰিত কৰিলে। ইয়াৰ আগলৈকে পলিঅ' ৰোগত ভোগা ৰোগীসকলক আক্রান্ত ভৰি বান্ধি বিকলাংগ হোৱাৰ পৰা বাধা প্ৰদান কৰোতে এই ৰোগ চিকিৎসা পদ্ধতি সীমাবদ্ধ আছিল। অৱশ্যে ইয়াৰ লগতে ৰোগীক সম্পূর্ণ জিৰণী অৱস্থাত ৰখা হৈছিল।চিষ্টাৰ কেনীয়ে বিশ্বাস কৰিছিল যে এই ৰোগে সংকটাপন্ন অৱস্থা ধাৰণ কৰা প্ৰাৰম্ভিক কালত সচৰাচৰ ভবাৰ দৰে আক্ৰান্ত মাংসপেশীবোৰ দূবৰ্বল আৰু লেউ সেউ নহয় বৰং এই বিষযুক্ত শিৰা মূৰি ধৰা অৱস্থাতে থাকে। এই বিষমুক্ত কৰাটো হ'ব চিকিৎসাৰ প্ৰথম উদ্দেশ্য। কেনীৰ আশাশুধিয়া পৰিচৰ্য্যাই আনে অসাধ্য বুলি ভবা বহুত পলিঅ' ৰোগীক পিছত বিকলাংগ হোৱাৰ পৰা ৰক্ষা কৰিছিল।

সৰহ সংখ্যক চিকিৎসকে তেনে কোনো আনুষ্ঠানিক প্রশিক্ষণ নথকা এগৰাকী মানুহে পলিঅ' ৰোগ চিকিৎসাৰ এনে এটা অভিনৱ পদ্ধতি উদ্ভাৱন নোৱৰিব বুলি ভাবিবকে পৰা নাছিল।

চিষ্টাৰ কেনী আত্মবিশ্বাসৰ পৰা বিচলিত হোৱা নাছিল।তেওঁ জানিছিল তেওঁৰ এটি মহান দান আছিল আৰু বিকলাংগ শিশু বিলাকে তেওঁৰ পৰা সেইটো বিচাৰে। সেইটোৱে আছিল কেনীৰ কাৰণে আশীৰ্বাদ স্বৰূপ।

১৯৪০ চনৰ জুন মাহৰ কোনোবা এদিন মাৰভিনে চিষ্টাৰ কেনীক প্ৰথম দেখা পায়। সেই সময়ত মিনেপলিচ নগৰৰ জনকল্যান বৰ্ডৰ সদস্য আছিল। সেইদিনা চহৰৰ বিখ্যাত ডেকা চিকিৎসক জনপ'লই কেনীক আনি জনকল্যান বৰ্ডত হাজিৰ কৰাইছিল। ডাঃ প'ল আৰু তেওঁৰ সহকৰ্মীসকলে মিনাচ'তাৰ চিকিৎসালয়ত চিকিৎসাধীন হৈ থকা তেওঁলোকৰ ৰোগীকেইজনমানৰ বিষয়ত কাম কৰিবলৈ কেনীক অনুমতি দিছিল। কেইসপ্তাহমানৰ ভিতৰতে তেওঁৰ এই কামত আৰ্চৰ্য্যজনক ফল লাভ কৰিলে।আৰামদায়ক গৰম হেঁচা প্ৰয়োগ,আলসুৱা ব্যায়ামৰ আৰু আক্রান্ত মাংসপেশি পুনৰ সক্ৰিয় কৰণ দ্বাৰা কোঙা হোৱা পলিঅ'ৰোগী সকলে তেওঁলোকৰ লেতুসেতু হোৱা কলা ফুলবোৰ পুনৰ কাৰ্য্যক্ষম কৰাত সফল হৈছিল। চিকিৎসা শাস্ত্ৰৰ যুক্তিযুক্ততাত যি সকল পলিঅ' ৰোগীয়ে কোঙা হৈ হুইল চকীৰে জীৱনৰ বাকী কাল অতি বাহিত কৰিব লাগিব বুলি ঠাৱৰ কৰা হৈছিল। কেনীৰ হাতত পৰি তেনে ৰোগী সাধাৰণ ভাবে

খোজ কাঢ়িব পৰা হ'ল। এই অদ্ভুত সাফল্যৰ পাচত চিকিৎসক সকলে নগৰ পালিকা কতৃপক্ষক অনুৰোধ কৰিলে যে কেনীক অৰ্থ সাহাৰ্য্য প্ৰদান কৰি মিনেপলিচ চহৰত থকাৰ ব্যৱস্থা কৰিব লাগে। এখন সভা অনুষ্ঠিত হ'ল। সকলোৱে কোৱাৰ পাছত পাল পৰিল কেনীৰ। কেনীয়ে এটা চুটকেছৰ পৰা অষ্ট্ৰেলিয়াৰ চিকিৎসক ৰোগী আৰু পলিঅ' আক্ৰান্ত শিশুৰ পিতৃ-মাতৃৰ পৰা পোৱা দীঘল চিঠিবোৰ এখন এখনকৈ উলিয়াই পঢ়ি গ'ল। সেই চিঠিবোৰ আছিল প্ৰসংশাৰ চিঠি, স্বীকৃতিৰ চিঠি- তেওঁ আৰু তেওঁৰ কামৰ। অৱশেষত তেওঁ যেতিয়া বক্তৃতা সামৰণি মাৰিব বিছাৰিলে। তেওঁ স্পষ্টভাৱে ঘোষণা কৰিলে যে যেতিয়া চিকিৎসা বৃত্তি পলিঅ' চিকিৎসাত অসফল হ'ল তেতিয়া তেওঁ ৰোগটোৰ প্ৰকৃত লক্ষণ সমূহৰ চিকিৎসা কৰিলে আৰু তাৰ ফলত তেওঁৰ ৰোগীৰ হেৰুৱা কাৰ্য্যক্ষমতা পুনৰুদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ল।

চিকিৎসক সকলে ভাবিছিল কেনীৰ অতিৰঞ্জিত কথাই চিকিৎসা বৃত্তিৰ সৌজন্য হানি কৰিছিল। কিন্তু যথেষ্ট সংখ্যক স্থানীয় নামজ্বলা চিকিৎসকে মতপোষণ কৰিছিল যে কেনীয়ে সমাজলৈ মূল্যবান বৰঙণী আগবঢ়াব পাৰিছিল -গাতিকে তেওঁৰ প্ৰতি বিষোদ্গাৰ কৰি লাভ নাই। সেইদেখি চিকিৎসক মিনাপলিচৰ চিকিৎসালয়ত কেনীক এটি ওৱাৰ্ড দিলে আৰু আৱশ্যকীয় যন্ত্ৰপাতিৰো যোগান ধৰিলে। পিছৰ দুটামান বছৰত জনকল্যান বৰ্ডে চিকিৎসালয় মাজে মাজে পৰিদৰ্শন কৰি কেনীৰ পৰীক্ষা নিৰীক্ষা কেনে চলিছিল তাৰ গম লৈছিল। এই পৰিদৰ্শন কালত তেওঁলোকে যি দেখিছিল সি অবিশ্বাস্য আছিল। যি পলিঅ' ওৱাৰ্ডত এসময়ত মৰিশালিৰ নিৰ্জনতাই বিৰাজ কৰিছিল- তাত এতিয়া হাঁহিৰ খলকনি। দেখিলেই ক'ব পাৰি কঠিন, বহুৰূপী মহিলাগৰাকীৰ মুখখনত কিবা এটা শ্ৰেষ্ঠতা নিহিত আছিল। ওৱাৰ্ডৰ ভিতৰত থাকোতে তেওঁৰ মুখমণ্ডলত কঠিনতা নাছিল। মাতৃ সুলভ হাঁহি এটা লৈ তেওঁ ধেমেলীয়া কথাৰে জোকাই জোকাই ইজন ৰোগীৰ পৰা সিজন ৰোগীৰ ওচৰলৈ গৈ তেওঁলোকৰ আক্ৰান্ত মাংসপেশীৰ পৰিচৰ্য্যা কৰাত লাগি গৈছিল। এদিনাখন কৰঙণৰ অভ্যন্তৰিন মাংসপেশী অকামিলা হোৱা এজনী সৰু ছোৱালী ৰোগীয়ে বিনম্ৰভাৱে কেনীক ক'লে যে তাই খোজ কাঢ়িব নোৱাৰা বন্ধু এজনীক এলেহুৱা হোৱা বাবে বেয়াকৈ কৈছিল। তেওঁ কেনীক সেই ছোৱালীজনীক আৰোগ্য কৰিবলৈ খাটনি ধৰিছিল। উত্তৰত কেনীয়ে হাঁহি হাঁহি কৈছিল- '' অৱশ্যে তুমি এইটো বেয়া কাম কৰিছা। চিন্তা নকৰিবা আমি তোমাৰ বন্ধুক খোজ কাঢ়িব পৰাকৈ উন্নত কৰাৰ কাম কৰিম।'' সেইদৰে এটা ৯ বছৰীয়া ল'ৰাই চিঞৰি চিঞৰি কেনীক কৈছিল যে ভৰিৰ তলৰ অংশ অকামিলা হোৱাত তেওঁ সহজে

ঠিয় হ'ব নোৱাৰে। গতিকে কেনীয়ে তেওঁৰ ভৰিৰ এই মাংস পেশী কাৰ্য্যক্ষম কৰি দিলে তেওঁ সহজে ঠিয় হৈ একে ওৱাৰ্ডত থকা এজন দুষ্ট লগৰীয়াক এটা খুন্দা মাৰিব পাৰে। পলিঅ' ৰোগত আক্ৰান্ত ল'ৰা-ছোৱালীহঁতৰ ওৱাৰ্ডত সদায়েই চিষ্টাৰ কেনীয়ে এনে অনুৰোধ, আব্দাৰ পাইছিল।

চিষ্টাৰ কেনীৰ লেটিন ভাষাত যথেষ্ট ব্যুৎপত্তি আছিল। তেওঁ লেটিন ভাষাত পলিঅ' ৰোগ সম্পৰ্কে বিশদ বিশ্লেষণ দাঙি ধৰিছিল। ইয়াত তেওঁ কৈছিল, '' ৰোগীয়ে নিজে মন আৰু ৰোগাক্ৰান্ত মাংসপেশীৰ মাজত সংযোগ স্থাপন কৰিবৰ বাবে শিৰা যোগেদি পথ পুনৰ উন্মোচন কৰিব লাগিব।'' শৰীৰ বিজ্ঞান বিষয়ত পৰিচয় থকা ৰোগীৰ কাৰণে এই কাম কৰা যথেষ্ট সহজ হয়। ৰোগীৰ পৰিচৰ্য্যা কৰোতে কেনীয়ে শান্ত ভাৱে, ধৈৰ্য্যসহকাৰে ৰোগীজনৰ আক্ৰান্ত কলাফুলৰ পৰা অহা সঁহাৰি অনুধাৱন কৰি থাকে। ৰোগীৰ এই আৰোগ্য লাভৰ প্ৰচেষ্টাত কেনীয়ে নিজক ৰোগীৰ লগত নিমজ্জিত কৰে। যেতিয়া ৰোগীয়ে বিষ অনুভৱ কৰে তেতিয়া তেওঁ নিথৰ হয় আৰু কি আচৰিত কথা তেওঁৰ যাদুকৰী হাতৰ পৰশত যেন বিষ নিৰাময় হয়। সেই দিনৰ কাৰণে ৰোগীক তেওঁ শেষবাৰ এই প্ৰচেষ্টা পুনৰাবৃত্তি কৰিবলৈ কয়। কিয়নো তেওঁ জানিছিল যে শেষ প্ৰচেষ্টাটো উত্তম প্ৰচেষ্টা হয়।

জনকল্যান বৰ্ডৰ সদস্যসকলৰ কাৰণে কেনীৰ চিকিৎসালয় প্ৰতিটো পৰিদৰ্শন আগৰটোতকৈ উত্তেজক আছিল। এজন কিশোৰ ৰোগী আক্ৰান্ত হৈ ন-মাহ চিকিৎসালয়ত পৰি আছিল। কেনীয়ে তেওঁক নিজৰ প্ৰতিষ্ঠানত ভৰ্ত্তি কৰিলে। এই কিশোৰ ৰোগীজন ৰোগাক্ৰান্ত হৈ তেনেই কোঙা হৈ পৰিছিল। হাত, ভৰি, বুকুত কৃত্ৰিম সাহাৰ্য্য নহ'লে তেওঁ থিয় হ'ব নোৱাৰিছিল। কিন্তু কেনীৰ পৰিচৰ্য্যাত কিছুদিনৰ পাছত এই কিশোৰজন সামান্য এডাল পেং ব্যৱহাৰ কৰি খোজ কাঢ়িব পৰা হৈছিল। আঠুত ভাঁজ নলগোৱাকৈ তেওঁ হাতৰ তলুৱাৰে মাটিত হেচা দিব পৰা হৈছিল। ইয়াক দেখি জনকল্যান বৰ্ডৰ সদস্যসকল বিস্ময়ত অভিভূত হৈছিল।

যান্ত্ৰণা কাতৰ, দুৰ্গতজনৰ সেৱাৰ কাৰণে নিজৰ জীৱন উৎসৰ্গা কৰা এই মহানুভৱতা হঠাতে এলিজাবেথ কেনীৰ জীৱনলৈ অহা নাছিল। জীৱনৰ আদিম পুৱাত কিশোৰী ছোৱালী হৈ থাকোতে তেওঁৰ ভিতৰত এই মহান প্ৰৱণতাই গা কৰি উঠিছিল। অষ্ট্ৰেলিয়াৰ নিউ চাউথ ওৱেলচৰ ওচৰত ওৱাৰি ইয়ালডা নামৰ এখন গাঁৱত এলিজাবেথ কেনীৰ জন্ম হৈছিল। ৯ জন ল'ৰা-ছোৱলীৰ পৰিয়ালটিত তেওঁ আছিল পাঁচ নম্বৰ সন্তান।

এলিজাবেথ কেনীৰ ঘৰত মতা নাম আছিল লিজা। তেওঁৰ সকৰে পৰা হৃষ্ট-পুষ্ট আৰু ওখ-পাখ আছিল, কিন্তু তেওঁৰ সৰু ভায়েক বিল আছিল অতিশয় দূৰ্বল, নিশকটিয়া। বিল ইমানেই দূৰ্বল আছিল যে মাজে সময়ে তেওঁক ডাংকোলা কৰি স্কুললৈ নিব লগা অৱস্থা হৈছিল। লিজাই শৰীৰ বিজ্ঞানৰ বিষযক প্ৰতিখন কিতাপ অধ্যয়ন কৰিছিল। কেৱল ইমানেই নহয় তেওঁ বহু কষ্ট কৰি কাঠেৰে মানুহৰ শৰীৰৰ জকা এটা সাঁজি তাত নিৰ্দ্দিষ্ট ঠাইত কাগজৰ মাংসপেশী সংযোগ কৰিছিল। তেওঁ পেশীগঠনৰ এটি ব্যায়ামৰ বিজ্ঞাপন সদায় চাইছিল। এইবিলাক চাই তেওঁ কাঠৰ জঁকাটোত এলানি যান্ত্ৰিক পুলি সংযোগ কৰি চলাই ইযাৰ কোন বিলাকে শৰীৰৰ বল বৰ্দ্ধনত সহায কৰে তাক নিৰীক্ষণ কৰিলে। এই সকলো বিলাক কষ্টসাধ্য কাম কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল কি প্ৰকাৰে বিলৰ শৰীৰত শক্তি বল বঢ়াব পাৰি তাক ঠাৱৰ কৰা। কেনীযে ভাযেক বিলক নিয়মীয়াকৈ ব্যায়াম প্ৰশিক্ষণত প্ৰবৃত্ত কৰালে। এইদৰে কিছুদিন কৰাৰ পাচত দেখা গ'ল যে বিলৰ লাখুটি সদৃশ ক্ষীন ভৰি-হাত মঙহেৰে ভৰি পৰিল। এনেদৰে এটা সময়ত বিল স্কুলৰ এজন নিপুন খেলুৱৈ হৈ উঠিল। কেৱল ইমানেই নহয়, তেওঁ প্ৰথম মহাসমৰত অষ্ট্ৰেলীযা সেনা বাহিনীৰ এজন শক্তিশালী সৈনিক হিচাবে বিখ্যাত হৈ পৰিছিল।

যন্ত্ৰনা কাতৰজনক সহায কৰাৰ মানসিকতা, ভাযেক বিলক নিশকটীযা অৱস্থাৰ পৰা নি এজন শক্তিশালী সৈনিক হিচাবে গঢ়িতোলা আশাশুধীযা প্ৰচেষ্টাৰ প্ৰেৰণাতে লিজা কেনীএগৰাকী নাৰ্চ হোৱাত বদ্ধপৰিকৰ হ'ল। কেনী এদিন নাৰ্চ হ'ল। অৱশ্যে তেওঁ কোনো নাৰ্চিং স্কুলত শিক্ষা গ্ৰহণ কৰি পূৰ্ণ পৰ্য্যাযৰ নাৰ্চ হোৱাৰ স্পষ্ট প্ৰমাণ নাই। কিন্তু এইটো ঠিক যে লিজা কেনী কিছু দিন নাৰ্চিং স্কুললৈ গৈছিল। কেইবাবছৰ ধৰি তেওঁ চিকিৎসা শাস্ত্ৰৰ বহু কিতাপ অধ্যয়ন কৰিছিল আৰু আজৰি পৰত চিকিৎসক সকলক সাক্ষাৎ কৰি তেওঁলোকক প্ৰশ্ন কৰি নুবুজা কথা বুজি লৈছিল। অৱশেষত কেনীয়ে আত্মবিশ্বাসত দৃঢ় হৈ নিজকে দুখীযা, অকলশৰীয়া দুৰ্গত পৰিয়ালবোৰক সহায় কৰিবলৈ বুলি অষ্ট্ৰেলীয়াৰ ভিতৰুৱা গ্ৰামাঞ্চললৈ গুচি গৈছিল।গাঁৱৰ পাছত গাঁৱ তেওঁ ভ্ৰমণ কৰিছিল। তেনে ভ্ৰমণ কালত ১৯১০ চনত এখন হাবিতলীয়া গাঁৱত ছয়টা শিশু প্ৰচণ্ড জ্বৰত চটফটাই সম্ভাব্য একাঙ্গি ৰোগত পতিত হৈ থকা কেনীয়ে দেখা পালে। ইয়াৰ আগতে তেওঁ এনেকুৱা ভয়লগা অসুখ কেতিয়াও দেখা নাছিল। সময় ব্যয় নকৰি তেওঁ কুইন্সলেণ্ডত থকা বন্ধু চিকিৎসক ডাঃ এনিয়াচ মেকডোনাল্ডলৈ পৰামৰ্শ বিচাৰি এখন তাঁৰ বাৰ্ত্তা পথালে। সোনকালে তাঁৰৰ উত্তৰ আহিল। ডাঃ মেকডোনাল্ডে ক'লে যে সেইটো শৈশৱীয় একাঙ্গী ৰোগ আৰু ইয়াৰ কোনো নিৰ্দিষ্ট চিকিৎসা ব্যৱস্থা নাছিল।

ডাঃ মেকডোনাল্ডে অৱশ্যে ইয়াকো পৰামর্শ দিলে যে কেনীয়ে লক্ষণসমূহ চাই ৰোগটোৰ চিকিৎসা কৰিব পাৰে। কেনীয়ে সম্ভৱপৰ সকলো কৰি গ'ল। তেওঁ দেখিলে যে শিশু কেইটাৰ মাংসপেশীবোৰ বিষত সংকোচিত হৈ গৈছিল। তেওঁৰ কম্বলৰ টুকুৰা গৰম পানীত তিঁয়াই ,চেপি তাৰে সেক দি সিহঁতক সকাহ দিবলৈ চেষ্টা কৰিলে। এইদৰে পৰিচৰ্য্যা কৰি থাকোতে কেনীৰ যাদুকৰী হাতৰ পৰশত যেন শিশুকেইটিৰ অকৰ্মন্য হাত-ভৰি, দুবৰ্বল মাংস পেশী আৰু শিৰা উপশিৰাই হেৰুৱা শক্তি ঘূৰাই পালে। তাৰ পাচত সতৰ্কতাৰে কৰা নমনীয় ব্যায়ামৰ ফলত সিহঁতৰ পেশীবোৰ পুনৰ সবল, শক্তিশালী হৈ উঠিল।

এবছৰৰ পাচত লিজা কেনীয়ে ডাঃ মেকডোনাল্ডক জনালে যে ছয়োটা শিশু স্বাস্থ্যবান, সক্ৰিয় হৈ পৰিল । এই কথা জানি ডাঃ মেকডোনাল্ড আচৰিত হ'ল। তেওঁ কি উপায়েৰে এই অসাধ্য সাধন কৰিলে তাক দেখুৱাবৰ বাবে লিজা কেনীক মাতি পথালে। ডাঃ মেকডোনাল্ডে লিজা কেনীক এইবুলি লিখি পথালে- '' তুমি এতিয়াৰ পৰা মানুহৰ হৃদয় বিদাৰক অৱমাননাৰ বিষয়ে জানিবা কিন্তু এটা দিন আহিব এই পৃথিৱীৰ নগৰ, মহানগৰবোৰে তোমাক স্বাগতম জনাব।''

গুনীৰ গুণ সৰ্ব্বব্যাপ্ত হয়। প্ৰথম বিশ্বযুদ্ধত চিষ্টাৰ কেনীয়ে অষ্ট্ৰেলিয়াৰ জাহাজ চিকিৎসালয়ত সেৱা কৰিব লগা হ'ল। এই সময়ছোৱাত তেওঁ অষ্ট্ৰেলিয়া আৰু ইউৰোপৰ মাজত ১৬ বাৰ যুদ্ধ জাহাজত ভ্ৰমণ কৰিব লগা হৈছিল। কোনো অষ্ট্ৰেলীয়ান নাৰ্চে ইমান বেছি ভ্ৰমণ কৰাৰ নজিৰ নাছিল। এই দুঃসাহসী সেৱাৰ বাবে লিজা কেনীক পদোন্নতি দি 'মুখ্য নাৰ্চ' পদ দিয়া হৈছিল আৰু তেতিয়াই তেওঁক 'চিষ্টাৰ' সন্মানেৰে বিভূষিত কৰা হৈছিল। যুদ্ধৰ পাচত ঘূৰি আহি কেনীয়ে পুনৰ পলিঅ' আক্ৰান্ত শিশুসকলৰ সেৱা শুশ্ৰূষাত অবিৰাম ব্ৰতী হ'ল। তেওঁ পলিঅ' ৰোগ সম্পৰ্কে থকা সকলো বিলাক চিকিৎসা শাস্ত্ৰ, টোকা গভীৰ ভাবে অধ্যয়ণ কৰিছিল। এই বিৰামহীন কাম আৰু সেৱাৰ কাৰণে তেওঁ নিজৰ সকলো ত্যাগ কৰিছিল। আনকি যিজন মানুহক তেওঁ ভাল পাইছিল, যাক তেওঁ জীৱন সংগী কৰা কথা ভাবিছিল সেই মানুহজনকো তেওঁ কামৰ খাটিৰত ত্যাগ কৰিছিল। এবাৰ তেওঁ ভালপোৱা মানুহজনে কেনীক চৰম চৰ্ত আৰোপ কৰি কৈছিল -'' হয় তুমি তোমাৰ বৃত্তিত লাগি থাকা নহয় মোৰ লগত বিয়া হোৱা।'' ইয়াৰ উত্তৰত কেনীয়ে প্ৰেমিক বন্ধুক এইবুলি জনালে-'' মই কামৰ পৰা অব্যাহতি ল'ব নোৱাৰো। মোৰ ল'ৰা-ছোৱালী আছে। যিবিলাক ল'ৰা-ছোৱালীক বিকলাংগ হোৱাৰ পৰা মই হয়তু বচাব পাৰিম, বিয়াৰ দৰে ক্ষুদ্ৰ স্বাৰ্থ এটা চৰিতাৰ্থ

কৰিবলৈ গৈ মই সিহঁতক বঞ্চিত কৰিব নোৱাৰো।''

১৯৩৩ চনত আন এটা ঘটনাই কেনীৰ মাহাত্ম্য পুনৰবাৰ প্ৰতিপন্ন কৰিলে। অষ্ট্ৰেলিয়াৰ পূব উপকূলৰ টনচ্ ভিলা নামৰ ঠাইত এজনী কিশোৰী সাত বছৰ পূৰ্বে পলিঅ' ৰোগত আক্ৰান্ত হৈ কোঙা হৈ আছিল। কেনীক সেই ছোৱালী জনীৰ চিকিৎসাৰ বাবে অনুৰোধ কৰা হ'ল। ছোৱালীজনী সহায় বিনে ঠিয় হ'ব বা খোজ কাঢ়িব পৰা নাছিল। যথেষ্ট পলম হৈ গ'ল। তাই আৰোগ্য হোৱাৰ কোনো আশা নাছিল। তথাপি কেনীয়ে ছোৱালীজনীৰ পৰিচৰ্য্যাত দেহে কেহে লাগি গ'ল। ফলস্বৰূপে তাইৰ কোঙা ভৰিদুখনলৈ সজীৱতা, সবলতা লাহে লাহে ঘূৰি অহা দেখা গ'ল। কেইসপ্তাহমানৰ ভিতৰত তাই হুইল চকীত ফুৰিব পৰা হ'ল। তাৰ পাছত পেং লৈ তাই খোজ কাঢ়িব পৰা হ'ল। শেষত দুবছৰৰ মূৰত ছোৱালীজনী নিজে ঠিয়হৈ খোজ কাঢ়িব পৰা অৱস্থা হ'ল।

এই অবিশ্বাস্য কৃতকাৰ্য্যতাৰ বাতৰি চাৰিওফালে বনজুইৰ দৰে বিয়পি পৰিল। লগে লগে অষ্ট্ৰেলিয়াৰ চুকে কোনে থকা পলিঅ' ৰোগাক্ৰান্ত লোক কেনীৰ শৰনাপন্ন হ'ল। টনচ্ ভিলাৰ এমূৰত এটা চেচুকীয়া ঘৰলৈ কেনী ৰোগী পৰিচৰ্য্যা কামত লাগি গ'ল। পৰিচৰ্য্যা সামগ্ৰীৰ ভিতৰত মূল বস্তু আছিল এটা গা-ধোৱা চৰিয়া, পানী উতলোৱা পাত্ৰ আৰু কিছুমান কম্বলৰ টুকুৰা। কেনীয়ে দুটা স্বৰ্তত ৰোগী ভৰ্ত্তি কৰিছিল। প্ৰথম তেওঁ নিজৰ চিকিৎসকৰ পৰা ৰোগীজন চিকিৎসা কৰাৰ অনুমতি পাব লাগিব। দ্বিতীয়তে ৰোগীয়ে চিকিৎসাৰ বিনিময়ত তেওঁক কোনো মুল্য পৰিশোধ কৰিবলৈ চেষ্টা কৰিব নালাগিব। কেনীয়ে বিচাৰিছিল যাতে কোনেও তেওঁ আভূৱাভৰা বা বেজালি কৰা বুলি ভাবিবলৈ স্থল নাথাকে।

এইদৰে আৰম্ভ হ'ল এলিজাবেথ কেনীৰ অকলশৰীয়া যাত্ৰা, যাৰ দ্বাৰা তেওঁ লিপ্ত হ'ল উদ্ভাৱিত পলিঅ' ৰোগ চিকিৎসা পদ্ধতিক এটা বৃত্তিগত চিকিৎসা পদ্ধতি হিচাবে প্ৰতিষ্ঠা কৰাৰ অবিৰাম সংগ্ৰামত। পিছৰ সময়ছোৱাত তেওঁ এই যাত্ৰাত বহুত লাঞ্ছনা আৰু অবমাননা সহ্য কৰিব লগা হৈছিল। কিয়নো 'কেনী পদ্ধতি'য়ে চিকিৎসা মহলত যথেষ্ট বাক্ বিতণ্ডাৰ ধুমুহা সৃষ্টি কৰিছিল।

এলিজাবেথ কেনীলৈ প্ৰথম চৰকাৰি স্বীকৃতি আহিল ১৯৩৪ চনত। কাৰণ সেই বছৰতে ব্ৰিচবেনত চৰকাৰি পৃষ্ঠ পোষকতাত কেনী ক্লিনিক আৰু প্ৰশিক্ষন কেন্দ্ৰ প্ৰতিষ্ঠিত হ'ল। ১৯৪০ চনত অষ্ট্ৰেলিয়াৰ চৰকাৰে যুক্তৰাষ্ট্ৰৰ চিকিৎসাবিদ সকলৰ পৰা মতামত ল'বৰ বাবে কেনীক আমেৰিকালৈ পঠালে।চৰকাৰি নিৰ্দেশানুসাৰি কেনী যুক্তৰাষ্ট্ৰত উপস্থিত হ'লগৈ । কিন্তু নিউয়ৰ্ক আৰু চিকাগোত তেওঁ ভাল সঁহাৰি নাপালে।

অৱশ্যে মেয়' ক্লিনিক নামৰ চিকিৎসা প্ৰতিষ্ঠানটোৱে চেন্ট প'ল আৰু মিনাপলিচত পলিঅ' ৰোগেসংক্ৰামকৰূপ ধাৰণ কৰা বুলি খবৰ পাই কেনীক তালৈ পঠালে। মিনাচ'টা বিশ্ববিদ্যালয়ত কেনীয়ে তিনিজন নাম জ্বলা চিকিৎসাবিদক লগ পালে। তেওঁলোক আছিল ফিজিকেল থিৰাপিৰ অধ্যাপক ডাঃমিলাননেপ, মুখ্য অৰ্থপেডিক চাৰ্জন ডাঃওৱালেচ ক'ল আৰু ডাঃপ'ল।এই তিনিজন চিকিৎসাবিদে কেনীক তেওঁলোকৰ কেইজনমান ৰোগীক চিকিৎসা কৰিবলৈ অনুমতি দিলে । এই দৰে তেওঁ ভালে সংখ্যক বিখ্যাত চিকি ৎসকৰ লগত যোগা-যোগ স্থাপন কৰিবলৈ সৰ্মথ হ'ল।

কেনীৰ সফলতা আৰু যশস্যা বৈ বৈ গ'ল। চাৰিওফালৰ পৰা পলিঅ' ৰোগাক্ৰান্ত মানুহ কেনীৰ ওচৰলৈ ঢপলিয়াই আহিল ।এইখিনিতে এটা অৰ্থনৈতিক সমস্যাই দেখা দিলে।কিয়নো মিনাপলিচৰ কৰদাতা সকলে কেনীৰ ওচৰলৈ অহা পৃথিৱীৰ সমস্ত পলিঅ'ৰোগীসকলৰ চিকিৎসাৰ বোজা ল'ব নোৱাৰে বুলি ঘোষণা কৰিলে । অন্যহাতে মানৱ দৰদী কেনীয়ে ঘোষণা কৰিলে যে এই ৰোগ চিকিৎসাৰ বাবদ তেওঁ কাৰোৰ পৰা ধন নলয়। তেওঁ নিজে মাত্ৰ সামান্য মাহেকীয়া বৃত্তি লৈ জীৱন নিৰ্বাহ কৰিছিল।

মেয়ৰ মাৰ্ভিনে তেতিয়া 'কেনী ন্যাস' প্ৰতিষ্ঠা কৰাৰ পৰামৰ্শ আগবঢ়ালে। এই ন্যাসে জনসাধাৰণৰ পৰা দান বৰঙণি আহ্বান কৰিব। এই পৰামৰ্শ কেনীয়ে গ্ৰহন কৰিলে।

কিন্তু লগতে তেওঁ ইয়াকো দোহাৰিলে যে এই ন্যাসৰ ভিত্তি আন্তঃৰাষ্ট্ৰীয় হ'ব লাগিব। কাৰণ কেনীয়ে যুক্তি দিলে যে তেওঁৰ চিকিৎসা পদ্ধতি কোনো এখন নগৰ বা দেশৰ আচুতীয়া সম্পতি নহয়; ই সমগ্ৰ মানৱজাতিৰ সম্পদ। স্থানীয় বহুত ব্যৱসায় প্ৰতিষ্ঠানে মোটা অংকৰ দান বৰঙনি আগবঢ়ালে । ন্যাস পুঁজি গঢ়ি উঠিল। মেয়ৰ মাৰ্ভিন এই ন্যাসৰ প্ৰথম সভাপতি আছিল।

চিষ্টাৰ কেনীয়ে ঠিকেই কৈছিল যে তেওঁৰ চিকিৎসা পদ্ধাত সমস্ত পৃথিৱীৰ সম্পদ। কিয়নো পৃথিৱীৰ যি ঠাইতে পলিঅ' আৱিৰ্ভাৱ নহওক কিয় কেনীক তালৈকে মাতি নিয়া হৈছিল। নিজে যাব নোৱাৰি তেওঁ অন্য চিকিৎসাবিদক পলিঅ' নিয়ন্ত্ৰণৰ বাবে আৰ্জেন্টিনা লৈ পঠাইছিল। চিষ্টাৰ কেনী নিজে এই সংক্ৰান্তত লণ্ডন,পেৰিচ, ব্ৰুচেলচ্ আৰু মস্ক' ভ্ৰমণ কৰিছিল। তেওঁ কৈছিল মোৰ স্থায়ী ঘৰ নাই য'তে ৰাতি ত'তে কাতি। গোটেই পৃথিৱীখনেই মোৰ ঘৰ।

পৃথিৱীৰ বহুত বিশ্ববিদ্যালয়ে কেনীক তেওঁৰ এই অসাধাৰণ কামৰ বাবে সম্মানজনক ডিগ্ৰী প্ৰদানকৰি ভূয়সী প্ৰশংসা কৰিছিল। সম্মিলিত ৰাষ্ট্ৰ সংঘই তেওঁক

বিশেষ প্ৰশস্তি পত্ৰ প্ৰদান কৰিছিল।১৯৫০ চনৰ যুক্তৰাষ্ট্ৰৰ কংগ্ৰেছে কেনীক এটা অপ্ৰতিবন্ধক অধিকাৰ প্ৰদান কৰিছিল। এই অধিকাৰৰ দ্বাৰা তেওঁ যুক্তৰাষ্ট্ৰলৈ নিজ ইচ্ছানুসাৰে যেতিয়াই-তেতিয়াই অহা যোৱা কৰিব পাৰিছিল। যুক্তৰাষ্ট্ৰই এই বিৰল সন্মান জনোৱা কেনী আছিল দ্বিতীয়গৰাকী বিদেশী নাগৰিক।প্ৰথম জন আছিল লাফায়েট।

সদৌশেষত ১৯৫১ চনত কেনীয়ে অৱসৰ গ্ৰহণ কৰি নিজ দেশ অষ্ট্ৰেলিয়ালৈ ঘূৰি আহিল।১৯৫২ চনৰ টুউম্ৱাত থকা নিজৰ ঘৰত হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধহৈ চিষ্টাৰ কেনী স্বৰ্গী হ'ল।

এলিজাবেথ কেনী মৃত্যু হ'ল সচাঁ; কিন্তু পলিঅ' চিকিৎসাত কেনীৰ পদ্ধতি এতিয়াও আটাইতকৈ কাৰ্যকিৰি পদ্ধতি হিচাপে স্বীকৃত হৈ আছে। ইয়াৰ উপৰিও এলিজাবেথ কেনী ন্যাস সংস্থাই পলিঅ' ৰোগাক্ৰান্ত সকলৰ পুনৰ সংস্থাপন কৰাৰ লগতে সদ্যঘোষিত জীৱন্ত ভাইৰাচ যুক্ত খোৱা টিকা পৰীক্ষা কাৰ্য্যত আৰ্থিক অনুদান আগবঢ়াইছিল। এই বিধ সেৱন কৰা টিকাই সৰ্বতি কালৰ বাবে এটি শিশুক পলিঅ' ৰোগ মুক্ত কৰিব পাৰে। বৰ্ত্তমান এই ন্যাস সংস্থাই মানৱ শৰীৰৰ শীৰা, পেশী বিকল হোৱা আৰু ইইঁতৰ ৰোগৰ বিষযত গৱেষণা কৰিবলৈ, প্ৰশিক্ষন দিবলৈ বিভিন্ন ঠাইৰ বহুত চিকিৎসালয়, বিশ্ববিদ্যালয আদিত পুজি যোগান ধৰে। বিশ্বৰ বিভিন্ন প্ৰান্তত থকা ইচ্ছুক চিকিৎসক সকলৰ বাবে গৱেষণাৰ্থে বৃত্তি আগবঢ়ায়।

মেয়ৰ মাৰ্ভিনে কৈছিল চিষ্টাৰ কেনীয়ে জীৱনৰ প্ৰথমছোৱাত কৰা সংগ্ৰামৰ সময়ত উপৰ্যুপৰি তেওঁক টান মাতেৰে কৰা প্ৰশ্নবোৰ তেওঁ কেতিযাও পাহৰিব নোৱাৰে। বিশেষকৈ '' এই বিষয়ে আপুনি কি কৰিব খুজিছে ''? বোলা প্ৰশ্নবানটো তেওঁৰ বাবে চিৰস্মৰণীয় হৈ ৰ'ব। এই প্ৰশ্নটোৰ উত্তৰ তেওঁ কেতিয়াও দিব পৰা নাছিল। মাৰ্ভিন কেনীৰ ওচৰত ঋণী হৈ আছিল। এই ঋণ পৰিশোধ কৰাৰ আন উপাই নাপাই তেওঁ শেষত নিজৰ কাম-বন ত্যাগ কৰি কেনী ন্যাস সংস্থাৰ কামত দেহে কেহে লাগি গ'ল। কাৰণ মাৰ্ভিনে ভাবি পালে যে তেওঁৰ এই সেৱাই হ'ব কেনীক স্মৰণ কৰাৰ একমাত্ৰ উপায়।।

----------------



# আশাৰ জ্যোতি, হেলেন কেলাৰ

আমেৰিকা যুক্তৰাষ্ট্ৰৰ টাচ্ কাম্বিয়াৰ আলাবামা নামৰ সৰু চহৰ খনত ১৮৮০ চনৰ ২৭ জুনত এটা সৰু পৰিয়ালত এটি শিশু কন্যা জন্ম হৈছিল। জন্মতে আন সাধাৰন নৱজাত শিশুৰ দৰে আচাৰণ আছিল এই কন্যা শিশুটিৰো। ১৯ মাহ্ বয়সলৈকে এই কন্যাটিৰ শৰীৰত কোনো অস্বাভাৱিকতা নাছিল। কন্যাটিয়েও অন্য শিশুৰ দৰে গছ্, ফুল, পখিলা, উৰি ফুৰা চৰাইৰ সৌন্দৰ্য্য, ছাঁ আৰু পোহৰৰ বিতোপন খেলা উপভোগ কৰি আপোন পাহৰা হৈ ফুৰিছিল। পিতৃ মাতৃয়ে এই কন্যাটোৰ গাঢ় নীলা চকুহালত হয়তো এটা উজ্বল ভবিষ্যতৰ আভা দেখিছিল। কিন্তু কি হ'ব, মানুহে পাতে ঈশ্বৰে ভাঙে। কোনো পিতৃ-মাতৃয়ে নেভাবে তেঁওলোকৰ সন্তানটি জীৱনৰ প্ৰথম প্ৰহৰতে কিবা কাৰণত বিকলাঙ্গ হ'ব পাৰে । ভবা নাছিল এই কন্যা শিশুটিৰ পিতৃ মাতৃয়েও যে তেওলোকৰ আলাসৰ লাড়ু কন্যা সন্তানটিৰ জীৱনলৈ এনে ভয়ানক দুৰ্যোগ সমাগত হ'ব, যি দুৰ্যোগ হৈ ৰব সন্তানটিৰ চিৰ লগৰী। ঘটনাটো আচম্বিতে ঘটিল। এদিন কন্যাটিৰ তিৰবঁকপে জ্বৰ উঠিল। এই জ্বৰত ছোৱালী জনীৰ মগজু আৰু পেট আক্ৰান্ত হ'ল। তাই বেযাকৈ ৰোগাগ্ৰস্ত হ'ল। অৱশ্যে জ্বৰ যি দৰে হঠাতে হৈছিল সেইদৰে শাযো কাটিছিল। এই ৰোগৰ পৰা আৰোগ্য হোৱাৰ পাচত যেতিয়া মাকে কন্যাটিক গা ধুৱাইছিল, তেতিয়া তেঁও লক্ষ্য কৰিলে যে সাধাৰণতে পানী ঢালিলে শিশুয়ে যেনেকৈ চকু মুদি দিয়ে এই কন্যাটিয়ে চকু নুমুদিছিল। সংশযত বিব্ৰত মাকে ছোৱালীটিক এদিন চকু বিশেষজ্ঞৰ ওচৰলৈ লৈ গ'ল । বিশেষজ্ঞ জনে পৰীক্ষা কৰি মাকক জনালে যে তেঁওৰ কন্যাটি ইতিমধ্যে অন্ধ হৈ পৰিছে। বিপদ অকলে নাহে। ভূতৰ ওপৰত দানহ পৰিল। মাকে পাচত আৰু লক্ষ্য কৰিলে যে ছোৱালী জনীয়ে গীৰ্জাৰ ঘণ্টাৰ ডাঙৰ ধ্বনিৰ প্ৰতিও কোনো সঁহাৰি নজনোৱা হ'ল।

মাকৰ বুজিবলৈ বাকী নেথাকিল যে কন্যাটি বধিৰ হৈ গ'ল। কেৱল ইমানেই নহয়, যেতিয়া তিনিবছৰ হ'ল ছোৱালীজনী বোবাও হ'ল।কাৰণ দেখা গ'ল যে তিনিবছৰীয়া ছোৱালী জনীয়ে মুখেৰে মাতিব নোৱাৰি ডেৰ বছৰীয়া শিশুৰ দৰে মুখেৰে বু-বু- বেবে উচ্চাৰণহে কৰিব ধৰিলে; শব্দ পাহৰি গ'ল।

ওপৰত বৰ্ণোৱা এই শিশু কন্যাটিৰ নাম হ'ল হেলেন কেলাৰ। সময় আগবঢ়াৰ লগে লগে হেলেন দোপত দোপে বাঢ়ি ডাঙৰ হৈ আহিল। শৰীৰ মজবুত হ'ল হয়, কিন্তু

ছোৱালী জনীৰ সজ স্বভাৱ বোৰ উন্মাদ আচৰণত বিলীন হৈ গ'ল। নিজৰ নিবের্বাধিত বুজি পোৱাত ব্যৰ্থ হোৱাত ছোৱালীজনী খঙত জ্বলি পকি থকা হ'ল। সঘনে তাই ঘাঁহনিত চিত হৈ পৰি চিঞৰি কান্দিছিল। তাইৰ খোৱা বোৱা, উঠা-বহা আদি দৈনন্দিন কামৰ ধৰনো অস্বাভাবিক হৈ পৰিল। তাই হাত মুখ নুধোৱে, চোলা আৰু জোতাৰ বুটাম নেমাৰিছিল। বাল্য কালৰ এনে অদ্ভুত আচৰণৰ কথা বহুত বছৰ পাচত হেলেনে এইদৰে লিখিছিল - ''মোৰ অনুভৱ হয় যেন দুখন অদৃশ্য হাতে মোক বান্ধি থয়। মই উন্মাদৰ দৰে সেই বান্ধোনৰ পৰা মুক্ত হ'বলৈ আপ্ৰাণ চেষ্টা কৰো''। অতি বিনম্ৰ ভদ্ৰ মহিলা হেলেনৰ মাতৃয়ে জীয়েকৰ এই মানসিক উন্মাতা নীৰৱে সহি গৈছিল যদিও প্ৰতিমুহূৰ্ততে হেলেনক সাহসৰ প্ৰতিশ্ৰুতিৰে প্ৰেড়না যোগাইছিল। মাকৰ কাৰণেই হওক বা স্বাভাৱিক কাৰণতে হঁওক আন এনে প্ৰতিবন্ধী ল'ৰা ছোৱালীৰ জীৱনলৈ যি প্ৰতিবন্ধকাতা এটা ভয়ানক অভিশাপৰ দৰে নামি আহে, হেলেনৰ বেলিকা কিন্তু তেনে হোৱা নাছিল। হেলেনৰ মাজত তাৰ পৰিবৰ্তে থিতাপি হৈছিল এটা মহৎ শক্তিয়ে ; এটা আশাৰ স্থিৰ জ্যোতিয়ে।

হেলেন কেলাৰৰ যুগান্তৰকাৰী, বৈশিষ্টপূৰ্ণ গুণ ৰাশি আৰু স্বভাৱজাত দৃষ্টি ভঙ্গীয়ে তেওঁৰ জীৱন কাহিনী অন্য এক বিস্ময়কৰ দস্তাবেজ হিচাপে চিহ্নিত কৰিছে।

শৈশৱৰ পৰা অভিশাপৰূপে লাভকৰা দৃষ্টিহীনতা, বধিৰতা আৰু মুকতা সত্বেও হেলেন কেলাৰ এই প্ৰতিবন্ধকতাৰ উৰ্দ্ধলৈ উত্তৰণ কৰি আধুনিক পৃথিৱীৰ ভিতৰত এনে এগৰাকী মহান ব্যাক্তি হৈ পৰিছিল যি দৃষ্টিমান আৰু দৃষ্টিহীন উভয় লোকৰ বাবে সমানে আশা, ভাৰসা আৰু অনুপ্ৰেড়নাৰ জীৱন্ত উৎস হৈ পৰিছিল। দ্বিতীয় মহাসমৰ পাচত হেলেনে যেতিয়া জাপান ভ্ৰমণ কৰিছিল তেতিয়া জাপানৰ অতি ভিতৰুৱা গাঁৱৰ পৰাও ল'ৰা-ছোৱালী আহি ''হেলেন কেলাৰ জিন্দাবাদ'' ধ্বনিৰে তেওঁক বিপুল ভাবে আদৰণি জনাইছিল। ৰেডিঅ' আৰু চলচিত্ৰ প্ৰচলনৰ পূৰ্বেই হেলেন কেলাৰৰ নাম দেশে দ্বীপান্তৰে বিয়গি পৰিছিল। যশ, মান, উষ্ম অভিনন্দনেৰে অধ্যুষিত হোৱা হেলেন কেলাৰ কিন্তু আপোন পাহৰা হোৱা নাছিল; তেওঁ নিজকে বাকী মানৱ সমাজৰ পৰা বিচ্ছিন কৰি ৰখা নাছিল। তেওঁ বিশ্বাস কৰিছিল দৃষ্টিহীন সকলেও সাধাৰণ মানুহৰ লগত থাকি সমানে কাম কৰি নিজৰ দায়িত্ব পালন কৰা উচিত।

দহ বছৰ বয়সত হেলেনে ব্ৰেইলি পদ্ধতিৰে সুন্দৰকৈ পঢ়িব আৰু হাতৰ সহায়ত বৰ্ণমালা যোগে ভাব প্ৰকাশ কৰিব পৰা হ'ল। সেয়া আছিল ১৮৯০ চনৰ বসন্ত কালৰ কথা। হেলেনে জানিব পাৰিলে যে বধিৰ, মুক আৰু দৃষ্টিহীন নৰওৱেৰ এজনী ছোৱালীক

কথা ক'বলৈ শিকোৱা হৈছিল। এই কথা জনাৰ পাচত হেলেনে এদিন নিজৰ শিক্ষয়িত্ৰী তথা সাৰথি এনি চুলিভানৰ হাতত ধৰি চিঞৰি উঠিল "মই নিশ্চয় কথা কম"। হেলেনৰ মনৰ উমান পাই চুলিভানে তেওঁক এদিন বষ্টনত থকা মুক-বধিৰ বিদ্যালয়ৰ অধ্যক্ষা মিচ্ চাৰাহ্ ফুলাৰৰ ওচৰলৈ লৈ গ'ল। মিচ্ ফুলাৰে তৎক্ষণাত কাম হাতত ল'লে । তেওঁ হেলেনৰ হাত দুখন মুখৰ তলৰ অংশইদি লাহেকৈ পাৰ কৰিলে; আঙুলি কেইটা মুখৰ ভিতৰলৈ সুমাই দিলে যাতে হেলেনে শিক্ষয়ত্ৰীৰ জিভা, দাঁতৰ অৱস্থান অনুভৱ কৰিব পাৰে আৰু তলৰ দাঁতৰ আলু কেনেদৰে সঞ্চালিত হয় তাৰো এটা অনুমান কৰিব পাৰে। ফুলাৰে তেতিয়া তাইৰ জিভাখন তলৰ সন্মূখৰ দাঁতৰ ঠিক পাচতে স্থাপন কৰিলে যাতে 'ইট' শব্দত 'আই আখৰ উচ্চাৰণ হ'ব পৰা হয়। তাৰপাচত তেওঁ হেলেনৰ তৰ্জ্জনী আঙুলি তাইৰ দাঁতৰ বিপৰীতে স্থাপন কৰি আন এটা আঙুলি ডিঙিত ৰাখি আই (I) আখৰৰ উচ্চাৰণ ধ্বনি কেবা বাৰো দোহাৰিলে।

ফুলাৰে এৰি দিয়াৰ লগে লগে হেলেনৰ আঙুলি আপুনা আপুনি নিজৰ মুখ আৰু ডিঙিলৈ গ'ল আৰু জিভা আৰু দাঁত সাজনৰ পাচত হেলেনে এনে এটা শব্দ উচ্চাৰণ কৰিলে যিটো ফুলাৰে কৰা শব্দৰ যেন হুবহু প্ৰতিধ্বনি হে আছিল। ঘঁহি থাকিলে শিলো ক্ষয় যায়। এইদৰে ফুলাৰ আৰু হেলেনে স্বৰবৰ্ণ 'এ' আৰু 'অ' বাৰে বাৰে অনুশীলন কৰিলে আৰু হেলেনে স্পষ্টকৈ দোহাৰিবলৈ ধৰিলে। ইয়াৰ পাচত তেঁওলোকে 'মামা' আৰু 'পাপা' শব্দ দুটা অভ্যাস কৰিলে। মিচ্ ফুলাৰে খু উ-ব কোমল ভাবে 'মামা' শব্দটো উচ্চাৰণ কৰিব ধৰিলে আৰু একে সময়তে তেওঁৰ আঙুলি হেলেনৰ পিঠিয়েদি পিচলাই দি শব্দাংশ দুটাৰ আপেক্ষিক দৈঘ্যৰ সূচনা দিলে। অভ্যাসৰ নৱ কৰ্ণ পথে কৰে শৰ। এইদৰে পুনঃপুনঃ অভ্যাস কৰাৰ পাচত 'মামা' আৰু 'পাপা'শব্দ দুটা কেৱল শুদ্ধভাবে নহয় বৰং সঙ্গীতীয় মধূৰতাৰে হেলেনৰ মুখৰ পৰা নিৰ্গত হ'ব ধৰিলে। সময় বাগৰি যায়। এটা দুটাকৈ সপ্তম পাঠটো বিদ্যালয়ত আহৰণ কৰা পাচত এদিন স্কুলৰ পৰা ঘূৰি গৈ হেলেনে শিক্ষয়িত্ৰী চুলিভানক বৰ উচ্চাসৰ স্বৰত ক'লে " মিচ্ চুলিভান মই আৰু এতিয়া বোবা নহয়।" বিদ্যালয়ত আখৰ জোটনিৰ আৰম্ভনি পাঠ গ্ৰহণৰ এমাহৰ পাচত এই বাক্য শাৰী আছিল হেলেনৰ মুখৰ পৰা ওলোৱা প্ৰথম বাক্য। ভাবিলে আচৰিত হ'ব লাগে যে এই বাক্যটো নিগৰি আহিছিল এনে এগৰাকী নাৰীৰ ওঁঠৰ পৰা যি শৈশৱৰ কল কলনিৰ বাহিৰে কথা ক'ব নোৱাৰি দহ বছৰত মুকতাৰ বলি হৈ মাত্ৰ বেল্ বেলাবহে পাৰিছিল।

মিচ্ ফুলাৰৰ বিদ্যালয়ত হেলেনে এঘাৰটা পাঠ গ্ৰহণ কৰিছিল। আৰু এয়া

আছিল মুক জনে কথা কবৰ বাবে কৰা দিঘলীয়া সংগ্ৰামৰ আৰম্ভনি। এইদৰে হেলেনে সপ্তাহৰ পাচত সপ্তাহ, মাহৰ পাচত মাহ, বছৰৰ পাচত বছৰ ধৰি বাক্‌শক্তি উন্নত কৰিবলৈ অহোপুৰুষাৰ্থ চেষ্টা কৰি গ'ল। মিচ্‌ চুলিভানৰ কন্ঠস্বৰ, তেওঁৰ জিভা আৰু ওঁঠৰ চাল চলন, মুখ মণ্ডলৰ প্ৰকাশ ভঙ্গী ব্যৱহাৰ কৰি হেলেনে ঘন্টাৰ পাচত ঘন্টা ধৰি শব্দ আৰু বাক্য পুনঃপুনঃ দোহাৰিছিল আৰু চুলিভানৰ কথা কওঁতে মুখমণ্ডলত বেকত হোৱা প্ৰকাশ ভঙ্গীৰ আয়ত্ব কৰিবলৈ চেষ্টা কৰিছিল, শব্দবোৰ বাৰে বাৰে দোহাৰিছিল, মুখ মণ্ডলৰ সন্ধালন কেনে হয় তাক অনুকৰণ কৰিছিল। ইয়াৰ উপৰিও হেলেনে নিজৰ কন্ঠস্বৰ আনিবৰ বাবে চেষ্টাৰ কেতিয়াও ত্ৰুটি কৰা নাছিল। অহোপুৰুষাৰ্থ চেষ্টা কৰিছিল জন সভাত বক্তৃতা দিবলৈ আৰু নিজৰ কথা বিলাক প্ৰত্যক্ষ উক্তিত প্ৰকাশ কৰিবলৈ।

হেলেনৰ অতি ঘনিষ্ঠ বন্ধু -বান্ধব আৰু আত্মীয় সকলৰ মতে ষাঠি বছৰ বয়সত তেওঁ উচ্চাৰণ লক্ষনীয় ভাবে উন্নত হৈছিল। শেষৰ ফালে এনে হৈছিল যে হেলেনৰ পাণ্ডিত্যপূৰ্ণ বক্তৃতা সমূহ শিক্ষা জগতৰ বাবে মূল্যবান সম্পদ স্বৰূপে পৰিগণিত হ'ল। বছৰ বছৰ ধৰি কৰা নেৰানেপেৰা অভ্যাসৰ অন্তত হেলেনে ওঁঠৰ কম্পনৰ দ্বাৰা পঢ়িব পৰা কৌশল আয়ত্ব কৰিলে। এটা সময়ত হেলেনে মধ্যমা আঙুলি নাকত থৈ, তৰ্জ্জনী ওঁঠত আৰু বুঢ়া আঙুলি টেটুত ৰাখি আনে কোৱা কথা শুনিব পৰা হ'ল। বিশেষকৈ আনৰ কথা বিলাক স্পষ্ট আৰু প্ৰতিধবনিযুক্ত হ'লে তেওঁ সেই বিলাক ভালকৈ শুনিব পৰা হ'ল। এই ক্ষেত্ৰত তেওঁ ৰাষ্ট্ৰপতি ফ্ৰেঙ্কলিং ডি. ৰুছভেল্টৰ বক্তৃতা সমূহ বৰ ভাল পাইছিল। আনকি মাৰ্ক টাৱাইনৰ শ্ৰেষ্ঠ ব্যঙ্গ কথা বিলাক তেওঁ মাত্ৰ কম্পনৰ দ্বাৰা ধৰিব পাৰিছিল। কথিত আছে যে হেলেনৰ আঙুলি নিজৰ ওঁঠত ৰাখি এনৰিক' কাৰোচ নামৰ সুকন্ঠ গায়ক এজনে তেওঁৰ স্বৰ্ণাভ কন্ঠস্বৰ হেলেনৰ হাতত ঢালি দিছিল। আন এজন প্ৰসিদ্ধ গায়ক, সঙ্গীতজ্ঞ ফিঅ'দৰ চালিয়া পালে দুয়ো হাতে হেলেনক আবৰি ধৰি ''চং অৱ দি ভল্‌গা ব'টমেন'' নামৰ সঙ্গীতটি চিঞৰি চিঞৰি গাইছিল যাতে হেলেনে তেওঁৰ শক্তিশালী কন্ঠৰ পৰা নিৰ্গত হোৱা প্ৰতিটো শব্দৰ কম্পন অনুভৱ কৰিব পাৰে। ভায়লিন বাদক জাচা হেফেজে হেলেনৰ আঙুলি ভায়লিনৰ তাঁৰত আলফুলকৈ ৰাখি অপূৰ্ব্ব সুৰ বজাইছিল কেৱল হেলেনৰ বাবে।

অকল ইমানেই নহয়, হেলেনে বিখ্যাত কবি কাৰ্ল চেণ্ডবাৰ্গৰ কবিতা কবিজনৰ ওঁঠৰ কম্পন চাই নিজেই গাব পাৰিছিল। গাব পাৰিছিল গিটাৰৰ সহায়ত গোৱা কৃষি ভিত্তিত লোক গীত সমূহ। পিয়ানোৰ তাঁৰত আঙুলি বুলাই হেলেনে উদ্‌ঘাটন কৰিলে কেনেকৈ সৰু সৰু কম্পন সুমধুৰ স্বৰৰ সোঁতৰ লহৰত তড়িৎ গতিৰে আহ-যাহ কৰে।

তেওঁ আনকি ৰেডিঅ'ৰ পৰা অহা ক্ষীণ কম্পনো অনুভৱ কৰিব পৰা হ'ল। হাজাৰ হওঁক মাতৃৰ হৃদয়ৰ কথা ; আৰম্ভনিতে তিনিও ফালৰ পৰা প্ৰতিবন্ধী হোৱা জীয়েক হেলেনৰ ভৱিষ্যতৰ কথা ভাবি মাজে মাজে মাক হতাশাত ভাগি পৰিছিল। কিন্তু চাৰ্লছ দিকেন্সৰ দ্বাৰা লিখিত নিউ ইংলণ্ডৰ 'লৰা ব্ৰিদমেন' নামৰ এজনী এনে প্ৰতিবন্ধী ছোৱালী বিষয়ে পঢ়ি হেলেনৰ মাকে এটা আশাৰ ৰেঙনি দেখা পালে, মনত সাহস পালে। পাৰকিন্স প্ৰতিষ্ঠানৰ মূৰব্বী চেমুৱেল গ্ৰিড়লি হাওৱে এই প্ৰতিবন্ধী ছোৱালী জনীক কেনেকৈ নতুন জীৱন দান দিলে তাৰ বৰ্ণনা আছিল ডিকেন্সৰ কিতাপ খনত। হেলেনৰ মাতৃ ইয়াৰ দ্বাৰা অনুপ্ৰাণিত হ'ল। অৱশেষত মাকে হেলেনক পাৰকিন্স প্ৰতিষ্ঠানৰ তেতিয়াৰ মূৰব্বী মাইকেল এনানচৰ ওচৰলৈ লৈ গ'ল। ইতিমধ্যে পূৰ্ব্ব মূৰব্বী ডাঃ চেমুৱেল হাওৱে অৱসৰ গ্ৰহণ কৰিছিল।

মাইকেল এনানচে হেলেনক চাইচিতি তেওঁলোকৰ প্ৰতিষ্ঠানৰ পৰা সেই সময়তে স্নাতক ডিগ্ৰী লোৱা এগৰাকী আইৰিছ ছোৱালীক হেলেনৰ প্ৰশিক্ষিকা হিচাপে নিয়োগ কৰিবলৈ অনুমোদন জনালে। এই আইৰিচ ছোৱালীজনীৰ নাম আছিল এনি চুলিভান। উল্লেখযোগ্য যে এই চুলিভান হৈ পৰিছিল হেলেন কেলাৰৰ পিচৰ জীৱনৰ অৰ্দ্ধশতিকাৰ বছৰৰ বাবে অভিন্ন সঙ্গী, সুহৃদ সাৰথি। পিচে চুলিভানৰ জীৱন কাহিনীও হেলেনৰ দৰে বেদনা দায়ক, দুৰ্দ্দশাগ্ৰস্ত আছিল। আইৰিচ পিতৃ -মাতৃৰ সন্তান চুলিভানৰ শৈশৱ আছিল সংঘাত পূৰ্ণ। পিতৃ আছিল সুৰা সক্ত। নিচাযুক্ত হৈ পিতৃয়ে প্ৰায়ে চুলিভানক মাৰপিত কৰি দুৰ্ব্যৱহাৰ কৰিছিল। চুলিভান প্ৰায় অনাহাৰে থাকিব লগা হৈছিল। সৰুতে মাউৰী হোৱা চুলিভান আছিল অৱহেলিত, দেউতাকৰ নিষ্ঠুৰতাৰ বলি। শেহত এনে হলগৈ যে দেউতাকে ছোৱালীজনীক চৰকাৰী অনাথ আশ্ৰমত এৰি গুচি গৈছিল। ট্ৰাক'মা নামৰ চকুৰ ৰোগত ভূগি চুলিভান সৰুতে অন্ধ হৈ পৰিছিল। এই অৱস্থাতে চুলিভান ১৮৮০ চনত পাৰকিন্স প্ৰতিষ্ঠানত ভৰ্ত্তি হ'ল। দুটা অস্ত্ৰোপচাৰ কৰাৰ পাচত চুলিভানে দৃষ্টি শক্তি ঘুৰাই পাইছিল যদিও সমগ্ৰ জীৱন তেওঁ চকু অসুখৰ পৰা হাত সাৰিব পৰা নাছিল ; আৰু দূৰ্ভাগ্যজনক ভাৱে শেষৰ জীৱনত চুলিভান পুনৰ অন্ধ হৈ পৰিছিল।

প্ৰশিক্ষকৰ দায়িত্ব লৈ এনি চুলিভান আহি হেলেনৰ জন্ম ভূমি টাচ্ কাম্বিয়া এলাবামাত উপস্থিত হ'ল হি। প্ৰথম দৰ্শনতে হেলেনৰ অমায়িকতা আৰু বুদ্ধি দীপ্ততা দেখি চুলিভান বিমোহিত হ'ল। আচৰিত হ'ব লগা কথা হ'ল যে প্ৰথমে চুলিভান গাড়ীৰ পৰা নমাৰ লগে লগে হেলেন ততাতৈয়াকৈ আগবাঢ়ি গৈ চুলিভানৰ সাজ

পোচাক, মূখমণ্ডল স্পৰ্শ কৰি কিবা এটা অনুভৱ কৰিলে। তেওঁৰ বেগ আৰু বয় বস্তু খুলি দুৱাৰ মুখতে এটা নাটকীয় দৃশ্য সৃষ্টি কৰিলে। মাকে হেলেনৰ এনে কাৰ্য্যত বাধা দিছিল যদিও তেওঁ নেমানিলে। প্ৰথম লগ পায়ে চুলিভানে পাৰকিন্স প্ৰতিষ্ঠানৰ শিশু সকলে পঠোৱা এটা পুতলা হেলেনক উপহাৰ দিলে । পুতলাটো লৈ যেতিয়া হেলেনে কিছু সময় খেলিছিল তেতিয়া চুলিভানে হেলেনৰ হাতৰ যোগেদি ডি. অ'. এল. এল. আখৰ কেইটাৰ উচ্চাৰণ পঠালে। এনে অপৰিচিত পদ্ধতিৰ দ্বাৰা হেলেনৰ মনোযোগ আকৰ্ষিত হ'ল আৰু তেওঁৰ আঙুলি সঞ্চালন অনুসৰণ কৰিবলৈ চেষ্টা কৰিলে। চুলিভানৰ ফালৰ পৰা হেলেনক বিবেক ধৰ্ম্মী শিক্ষা দান কৰা এইটো আছিল প্ৰথম পদক্ষেপ।

তাৰপাচত যেতিয়া চুলিভানে পুতলাটো হেলেনৰ পৰা লৈ আনিবলৈ চেষ্টা কৰিলে, তেতিয়া এটা সংগ্ৰাম আৰম্ভ হ'ল। এইটো আছিল হেলেনৰ জীৱনৰ অজস্ৰ সংগ্ৰামৰ পাতনিহে। চুলিভানে এটা সময়ত হেলেনক হতাশ গ্ৰস্ত পিতৃ-মাতৃৰ পৰা আঁতৰাই নি ওচৰৰে এটা সৰু কুটীৰত ৰাখিলে। পিতৃ-মাতৃৰ সান্নিধ্যৰ পৰা নিলগত থাকিব লগা হোৱা অনিচ্ছাৰ লগত হেলেনে কেইবাদিনো প্ৰচণ্ড যুঁজ কৰিব লগা হৈছিল। এই সংগ্ৰাম আছিল শাৰীৰিক আৰু মানসিক উভয়ৰে । চুলিভানে দুই-তিনিঘন্টা জোৰেৰে হেঁচামাৰি ধৰি উন্মাদ প্ৰায় হেলেনক শান্ত কৰিব লগা হৈছিল। চুলিভান এই দুৰহ কাৰ্য্যত সফল হৈছিল আৰু হেলেনৰ প্ৰচণ্ড সেও মানিছিল। চুলিভানে মন্তব্য কৰিছিল ''হেলেনৰ অস্থিৰ মানসিকতাই আন্ধাৰত খেপিয়াই ফুৰে।'' হেলেনৰ অকুশলী, অসন্তুষ্ট হাত দুখনে যি পায় তাক ভাঙি চুৰমাৰ কৰে, কাৰণ ভঙাৰ বাহিৰে বস্তুৰে আন কি কৰিব পাৰি সেই কথা হাত দুখনে নেজানে।

চুলিভানে হেলেনৰ সান্নিধ্যত থাকি লক্ষ্য কৰিছিল যে ছোৱালীজনীৰ নিজা ইচ্ছা অভিপ্ৰায় প্ৰকাশ কৰা কিছুমান পদ্ধতি আছিল। তাৰে কিছুমান আছিল এনে ধৰণৰ যেতিয়া হেলেনে আইচক্ৰীম খাব বিচাৰিছিল তেতিয়া সেইটো বুজাবৰ বাবে এটা কাল্পনিক ফ্ৰিজৰ হেণ্ডেল ডাল হাতেৰে পকোৱা দেখুৱাইছিল। ৰুটি আৰু মাখন লাগিলে তাই কটা আৰু মাখন সনাৰ ভঙ্গী দেখুৱাইছিল। দেউতাকক বিচাৰিলে তাই চচমা পিন্ধা ভঙ্গী দেখুৱইছিল। সাধাৰণ ল'ৰা - ছোৱালীয়ে কৰা ধৰণে হেলেনে পুতলা বিলাক টিপি আৰু মুখেৰে ফুৱাই শব্দ উলিয়াইছিল। ইয়াৰ লগতে কিন্তু সাধাৰণতে কোৱা শব্দবোৰৰ উচ্চাৰণ কৰিবলৈ শিকিছিল। পিন, হেট, কাপ, চিট, ষ্টেণ্ড, ব্লাক আদি শব্দবোৰ উচ্চাৰণ কৰিবলৈ তাই চেষ্টা কৰিছিল।

এইদৰে প্ৰশিক্ষন চলি থকাৰ দুসপ্তাহৰ ভিতৰত চুলিভানে যেন আশাৰ ৰেঙনি দেখা পালে। এদিন চুলিভানে হেলেনক পানীৰ পাম্প ঘৰলৈ লৈ গ'ল আৰু পানীৰ টেপ খুলি দিলে। হেলেনে মগ এটা লৈ পানী ধৰিলে; পানী তাইৰ হাতেদি বাগৰি গ'ল। পানী মগটোত পৰাৰ লগে লগে তাইৰ মুখৰ পৰা আপুনা-আপুনি ওলাই আহিল 'ওৱাটাৰ'। এই ঘটনা দেখি চুলিভানে লিখিলে " ঠাণ্ডা পানীৰ সোঁতটো হেলেনৰ হাতেদি বৈ যোৱাৰ লগে লগে তাই সমস্ত শৰীৰত এটা শিহৰণ সৃষ্টি হ'ল আৰু অৱচেতন মনটো চেতনাযুক্ত হৈ উঠিল আৰু সেই সন্ধিক্ষণতে শব্দটো বাহিৰ হ'ল।" তাই মগটো থৈ দিলে আৰু থিয় হৈ ইফালে সিফালে চালে। এটা নতুন জ্যোতিয়ে তাইৰ মুখমণ্ডল উদ্ভাসিত কৰিলে।

এই ঘটনা সম্পৰ্কত কালান্তত হেলেনে নিজে স্মৰণ কৰিলে এইদৰে - "কিবা প্ৰকাৰে ভাষাৰ ৰহস্যময়তা মোৰ ওচৰত প্ৰকাশিত হ'ল। মই তেতিয়া জানিছিলো যে পানী হৈছে শীতল এটি জুলীয়া পদাৰ্থ যিটো মোৰ হাতৰ ওপৰেদি বৈ গৈছিল। সেই জীৱনোদ্দিপক শব্দটোয়ে মোৰ আত্মাক জাগ্ৰত কৰিলে; দিলে পোহৰ, আশা আৰু আনন্দ; ইয়াক যেন বন্দীত্বৰ পৰা মুক্ত কৰিলে।" আনন্দত উত্তেজিত হৈ হেলেন পাম্প ঘৰৰ পৰা থকা ঘৰলৈ উভটি আহিল। আহোঁতে প্ৰতিটো বস্তু হাতেৰে চুই তাৰ নাম সুধি সুধি আহিছিল। এইদৰে সুধি সুধি হেলেনে জানিলে যে মাটি, পানী, ঘৰ, গছ, লতা, পাম্প, টেপ্ আদি সকলো বস্তুৰে একোটা নাম আছিল আৰু সেই নামবোৰকে তাই জানিব বিচাৰিছিল। মাত্ৰ কেইঘন্টামানৰ ভিতৰতে হেলেনে নিজৰ শব্দ ভাণ্ডাৰত ত্ৰিশটা নতুন শব্দ যোগ দিবলৈ সক্ষম হ'ল। এই সন্ধিক্ষণৰ পৰা হেলেনৰ শিক্ষা জগতে এটা দৈৱিক গতি লাভ কৰিলে। ইয়া পাচত শিক্ষা আহৰণত হেলেনে পিচলৈ ঘূৰি চাব লগা হোৱা নাছিল।

মিচ্ এনি চুলিভানে এটা অভিনৱ পদ্ধতিৰে হেলেনক পঢ়িবলৈ শিকালে। তেওঁ ইয়াত বস্তু সূচক সৰু সৰু বাক্য ফ্ৰেম্‌বন্ধা কাৰ্ড ব'ৰ্ডৰ ফলিত লিখি সেইখন সংশ্লিষ্ট বস্তুবোৰৰ ওচৰত ৰাখি হেলেনক পঢ়িবলৈ দিছিল। তেনে কিছু বাক্য আছিল - "দল ইজ অন বেড" 'পেন ইজ অন দি টেবুল'; 'কেট ইজ অন দি মেট' ইত্যাদি। শব্দবোৰৰ ওপৰত আঙুলি বুলাই তাই সুন্দৰকৈ পঢ়ি গৈছিল। এই সফলতাৰ আনন্দত হেলেনে চিঞৰি উঠিছিল, চুলিভানক সাৱটি ধৰি চুমাৰে উপচাই দিছিল। এই পদ্ধতিটোয়েই বিখ্যাত ব্ৰেইলি পদ্ধতি। চুলিভানে যেতিয়া হেলেনক ব্ৰেইলি ফলিখন দি আমোদ দিব বিচাৰিছিল, তেতিয়া পৰী যেন লগা হেলেনে আখৰ লিখিছিল। আখৰ সম্পৰ্কে তাইৰ

জ্ঞান ওপজিছিল যদিও চুলিভানৰ কিন্তু বিশ্বাস হোৱা নাছিল। এইদৰে তিনিমাহ পাৰ হৈ গ'ল। ইতিমধ্যে হেলেনে চাৰিশ শব্দ শিকিলে আৰু বহুত জতুৱা ঠাঁচ, খণ্ড বাক্য আয়ত্ব কৰিলে। সেইবছৰৰ গোটেই গ্ৰীষ্ম কালটো শব্দ শিকি শিকি হেলেনে পাৰ কৰি দিলে। বিভিন্ন শব্দৰ পাৰ্থক্যবোৰ আয়ত্ব কৰিলে। পৰ্বত আৰু ফুল, গছৰ পাৰ্থক্য; গাহৰি আৰু কুকুৰাৰ পাৰ্থক্য ; শিল আৰু কাঠৰ পাৰ্থক্য ; তেল আৰু পানীৰ পাৰ্থক্য বুজি পাব ধৰিলে। মাটিৰে পৃথিৱীৰ মেপ সাজি তাত তাঁৰেৰে বিষুব ৰেখা, মেৰু দণ্ড আৰু অক্ষ ৰেখা বহুৱাই চুলিভানে হেলেনক ভূগোলৰ শিক্ষা দিলে। তাঁৰত মনি গাঠি চুলিভানে হেলেনক সংখ্যাৰ যোগ-বিয়োগৰ শিক্ষা প্ৰদান কৰিছিল। কিন্তু অংক বিষয়টো আছিল একমাত্ৰ বিষয় যিটো হেলেনে বেয়া পাইছিল। অতি কম সময়ৰ ভিতৰত হেলেনে পেন্সিলেৰে সুন্দৰ কৈ লিখিব পৰা হ'ল। এমাহৰ পাচত হেলেনে শুদ্ধ বানাৰে পঢ়িব পৰাকৈ সম্পৰ্কীয় ভতিজা এজনলৈ এখন চিঠি লিখিছিল।

সময়ে সকলোলৈকে পৰিবৰ্ত্তন আনে। পৰিবৰ্ত্তন আহিছিল হেলেনলৈকো। ইতিমধ্যে হেলেন আঠ বছৰীয়া ছোৱালী হ'ল। চুলিভানে হেলেনেক পাৰকিন্স প্ৰতিষ্ঠানলৈ লৈ গ'ল। ইয়াত উপস্থিত হৈ হেলেনে দেখিলে যে এখন বিশাল নতুন পৃথিৱী তেওঁক স্বাগতম জনাবলৈ যেন অপেক্ষা কৰি আছে। পঢ়িবৰ কাৰণে তেওঁৰ লগত ব্ৰেইলি কিতাপ আছিলেই। তাৰোপৰি ইয়াত স্বাভাৱিকতে পঢ়িব পৰা আন ল'ৰা -ছোৱালীৰ সঙ্গ তেওঁ লাভ কৰিলে আৰু সিবিলাকৰ মাজত অতি সোনকালে নিজৰ বিস্ময়কৰ প্ৰতিভা ও সামৰ্থ্য প্ৰদৰ্শন কৰিব পাৰিলে। এই প্ৰতিষ্ঠানত হেলেনে গণিত, ভূগোল, প্ৰানীবিদ্যা, উদ্ভিদ বিদ্যা আৰু সাধাৰণ পুথি অধ্যয়ন কৰিছিল। পাৰকিন্স প্ৰতিষ্ঠানৰ এই দিন বিলাকেই আছিল হেলেনৰ বাবে সোনসেৰীয়া দিন; কাৰণ এই সময়তে তেওঁৰ বিশাল মানসিক বিকাশ সাধন হৈছিল। এই কালচোৱাতে হেলেন আৰু মিচ্‌ চুলিভানে বিভিন্ন দেশ ভ্ৰমণ কৰিছিল। ভ্ৰমণ কালত অতিক্ৰম কৰা প্ৰাকৃতিক দৃশ্য সমূহ, পৰ্বত, পাহাৰ, নদ-নদী, গছ-গছনি, পশু-পখী, নগৰ-চহৰ, মানুহ আৰু মানুহৰ সাজ-পোচাক, জীৱন ধাৰণৰ প্ৰণালী সমূহৰ ৰসাল বৰ্ণনা দিয়াৰ লগতে সময়ে সময়ে চুলিভানে হেলেনক হাতৰ যোগেদি সেইবোৰৰ অনুভূতি জগাই তুলিছিল। গ্ৰীষ্মৰ দিনবোৰ চুলিভান আৰু হেলেনে কেপ ক'ডত অতিবাহিত কৰিছিল। ইয়াতে হেলেনে সাগৰত সাঁতুৰিবলৈ শিকিছিল। পিচে প্ৰথম সাগৰত সাঁতোৰোতে হেলেনৰ এটা বিস্ময়কৰ অভিজ্ঞতা হ'ল। সেয়া হ'ল হেলেনে সাগৰৰ পানীৰ লুনীয়া স্বাদ অনুভৱ কৰিছিল। বিস্ময় মানিবৰ কথা, কিয়নো কোনেও হেলেনক এই বিষয়ে আগতে কোৱা

নাছিল। কেৱল ইমানেই নহয়, হেলেনে ইয়াত নাও বাবলৈ শিকিছিল, সমুদ্ৰ যাত্ৰা কৰিবলৈ, ঘোঁৰাত উঠা আৰু বাইচাইকেল চলাবলৈও শিকিছিল। ইতিমধ্যে হেলেন ওখ-পাখ, আকৰ্ষণীয় চেহেৰাৰ হৈ পৰিছিল। মোহনীয় আকৰ্ষণৰ লগতে হেলেনৰ আছিল ব্যঙ্গ কৰিব পৰা প্ৰচুৰ ক্ষমতা।পাৰকিন্স প্ৰতিষ্ঠানত শিক্ষা সাং কৰাৰ পাচত কলেজীয়া শিক্ষা গ্ৰহন আছিল হেলেনৰ শিক্ষা জীৱনৰ পৰৱৰ্ত্তী স্তৰ। এই উচ্চ শিক্ষাৰ বাবে হেলেন প্ৰস্তুত হ'ল। হেলেন এইবাৰ ভৰ্ত্তি হ'ল মাচাচুটৰ 'কেম্ব্ৰিজ স্কুল ফৰ ইয়ং লেডীজ' নামৰ কলেজত । বিস্তৰ ভাৱে হেলেনে কলেজৰ শিক্ষা গ্ৰহন কৰি গ'ল। লগত সদায় চুলিভান থাকেই। চুলিভানে কলেজৰ পাঠবোৰ হেলেনে বুজি পোৱাকৈ পঢ়ি গৈছিল। ১৯০০ চনত হেলেন ৰেড্ ক্লিফ প্ৰতিষ্ঠানত ভৰ্ত্তি হ'ল। উল্লেখযোগ্য যে ত্ৰিপ্ৰতিবন্ধী হিচাপে হেলেন আছিল এনে উচ্চ-শিক্ষানুষ্ঠানত ভৰ্ত্তি হোৱা প্ৰথম ব্যক্তি। কিন্তু দুখৰ কথাটো হ'ল কলেজীয়া শিক্ষাই তেওঁক হতাশ কৰিছিল। তথাপি কলেজীয়া শিক্ষা গ্ৰহনত তেওঁ কৃতকাৰ্য্য হৈছিল। অৱশ্যে তেওঁ এটা কথাত অসন্তুষ্ট হৈছিল যে এই শিক্ষা কালত ধ্যান কৰাৰ বাবে সময়ৰ অভাৱ আছিল। শ্ৰেণীত শিক্ষকৰ বক্তৃতা শুনি অতি ব্যস্ত হ'ব লগা হোৱাত টোকা ল'বলৈ সময় নহৈছিল; কিন্তু যিখিনি মনত ৰাখিব পাৰিছিল সেইখিনি ঘৰত আহি লিখি লৈছিল। বীজগণিত, জ্যামিতি আৰু পদাৰ্থ বিজ্ঞানৰ কাৰণে হেলেনে এজন ব্ৰেইলি লিখক নিযোগ কৰিছিল। গণিতৰ প্ৰতি সকৰে পৰা হেলেনৰ অনীহা আছিল। পৰীক্ষা বিলাক হেলেনৰ বাবে আছিল দিবা স্বপ্ন সদৃশ। শ্ৰেণীৰ পাঠ গ্ৰহন হেলেনে সুন্দৰকৈ উপভোগ কৰিছিল। এইদৰে মিচ্ চুলিভান আৰু হেলেন একাগ্ৰতাৰে অধ্যয়নত নিমগ্ন আছিল। তেওঁলোকে ইংলণ্ড আৰু জাৰ্মাণৰ পৰা ব্ৰেইলি পদ্ধতিৰ কিতাপ-পত্ৰ সংগ্ৰহ কৰিছিল। অসীম ধৈৰ্য্যৰে হেলেনে আঙুলি ভাগৰি নপৰা পৰ্য্যন্ত ব্ৰেইলি কিতাপ পঢ়িছিল।

১৯০৪ চন, কলেজৰ শিক্ষা শেষ কৰি হেলেনে ইংৰাজীত বিশেষ সম্মান সহ স্নাতক ডিগ্ৰী লাভ কৰিলে। সেই সময়ত হেলেনৰ বয়স আছিল চবিবশ বছৰ । কলেজত পঢ়ি থকাৰে পৰা হেলেনৰ কৃতিত্ব আৰু পাৰদৰ্শিতাৰ কথা চাৰিও ফালে বিয়পি পৰিছিল। সেয়ে স্নাতক হোৱাৰ পাচতে হেলেনক চাবলৈ আৰু তেওঁৰ পৰা লেখা বিচাৰি বহুত ঠাইৰ পৰা নিমন্ত্ৰণ, অনুৰোধ আহিব ধৰিলে। সেই বছৰতে হেলেনক চেন্ট লুইচ এক্সপজিচনৰ পৰা এটা বিশেষ অনুৰোধ জনাই নিমন্ত্ৰণ কৰা হ'ল।ইয়াৰ উদ্দেশ্য আছিল বধিৰ আৰু দৃষ্টিহীনৰ শিক্ষা বিস্তাৰত বিশ্বব্যাপি জাগৰণ আনিবলৈ হেলেনে আগ-ভাগ ল'ব লাগে। এই নিমন্ত্ৰণ গ্ৰহণ কৰি হেলেন এদিন গৈ চেন্ট লুইচত উপস্থিত হ'ল গৈ।

কিন্তু কি বিৰম্বনা, যি দিনা তেওঁ তাত উপস্থিত হৈছিল অপেক্ষাৰত সমবেত জনতাৰ মাজত ইমানেই উত্তেজনা সৃষ্টি হৈছিল যে জনতাই হেলেনৰ সাজ পোছাক আজুৰি পেলাইছিল, টুপীত পিন্ধা গোলাপ ফুল পৰ্যন্ত চিঙি এক অদ্ভুত পৰিস্থিতিৰ সৃষ্টি কৰিছিল। পিচে সেয়া কোনো হিংসাত্মক ঘটনা নাছিল; আছিল হেলেনৰ প্ৰতি থকা জন সাধাৰণৰ অকুণ্ঠ মৰম আৰু হেঁপাহৰ বৰ্হি প্ৰকাশ। ১৯০৪ চনৰ সেই দিনটো হেলেন কেলাৰ দিৱসৰূপে স্বীকৃত হ'ল।

ৰাজহুৱা অনুষ্ঠানত দিবৰ বাবে বক্তৃতাবোৰ তেওঁ এজন সঙ্গীত শিক্ষকৰ সহায়ত বিশেষ ভাবে প্ৰস্তুত কৰিছিল। কিয়নো বহুত সময়ত বক্তৃতা দি থাকোতে হেলেনৰ কন্ঠস্বৰ নিয়ন্ত্ৰণৰ বাহিৰলৈ গুছি গৈছিল। বতাহ, বৰষুণ, ধুলি আৰু উত্তেজনাই তেওঁৰ মাত সলনি কৰিছিল। অৱশ্যে প্ৰকৃতপক্ষে ১৯১৩ চনতহে তেওঁ প্ৰথম অনুষ্ঠানিক ভাবে ৰাজহুৱা মঞ্চত বক্তৃতা দিছিল। প্ৰথম বক্তৃতা দিবলৈ সাজু হৈ তেওঁ মন্তব্য কৰিছিল এই দৰে -''বন্ধু সকল, মোৰ মনটো বৰফৰ দৰে গোট বান্ধিছিল।'' ইয়াৰ ম াজতে তেওঁ প্ৰাৰ্থনাও কৰিছিল। শব্দ মালা তেওঁৰ ওঁঠত আৰোহন কৰিছিল; কিন্তু দুৰ্ভাগ্য বশতঃ তেওঁ এটাও শব্দাংশ উচ্চাৰণ কৰিব নোৱাৰিলে। অৱশেষত তেওঁ জোৰেৰে এটা শব্দ বাহিৰ কৰিছিল যিটোৰ উষ্মা তেওঁৰ অনুভৱত এটা বন্দুকৰ পৰা ওলাই যোৱা গুলীৰ দৰে আছিল। কন্তি বাস্তৱিকতে সেইটো মাত্ৰ এটা ফুচ্ ফুচনিহে আছিল। উঃস বাকহীনতাৰ কি যে নিৰ্মম যান্ত্ৰনা, ভাবিলে দুখ লাগে। আৰু সেই দুখ হেলেনে আজীৱন নীৰৱে সহি গৈছিল।

এই ঘটনাৰ পাচতো হেলেন কিন্তু হতাশ হোৱা নাছিল। তেওঁ শিক্ষয়িত্ৰী চুলিভানৰ সৈতে বহুত ঠাইত ৰাজহুৱা দৰ্শন দি লগতে বক্তৃতা প্ৰদান কৰি ফুৰিছিল। এই ভাষণ বোৰত শিক্ষয়িত্ৰী চুলিভানে কেনেকৈ কিশোৰী হেলেনক শিক্ষা দিছিল তাৰ ৰসাল বৰ্ণনা দিছিল। তেওঁ লগতে এইটো ক'বলৈ নেপাহৰিছিল যে প্ৰতি দিনৰ শিক্ষা গ্ৰহণৰ অন্তত হেলেনে কোৱা এইষাৰ কথা '' মিচ্ মই এতিয়া মুক নহয়।'' ১৯১৪ চনত গুৰুৰ্বী আৰু ছাত্ৰী দুয়ো আন্তঃমহাদেশীয় ভ্ৰমণ কৰি বিভিন্ন ঠাইত বক্তৃতা দি ফুৰিছিল।

এই ভ্ৰমণ কালতে পলি থম্চন নামৰ এগৰাকী সবল, সুস্থ, সামৰ্থ্যবান স্কটলেণ্ডীয় গাভৰুৱে হেলেনৰ দলত যোগ দিলে । ঘৰত একোৰে অভাৱ নাছিল পলি থম্চনৰ। তথাপি হেলেনৰ প্ৰতি আকৃষ্ট হৈ প্ৰতিবন্ধী সকলৰ সেৱাত নিজক উচৰ্গা কৰি এক মহান ব্ৰত লৈ থমচ্ হেলেনৰ অন্যতম সঙ্গী হ'ল। তেওঁলোক যুক্তৰাষ্ট্ৰৰ চলচিত্ৰ জগতৰ ৰম্য ভূমি হলিউদলৈ গৈছিল আৰু তাত ''ডেলি ভাৰেন্স'' নামৰ এখন চলচিত্ৰ

নির্মাণ কৰিছিল। কেৱল ইমানেই নহয় তেওঁলোকে ভিন্ন স্বাদৰ, মানবিশিষ্ট নাটক মঞ্চস্থ কৰি নিউইয়র্কৰ ৰাজমহলত খলকনি লগাইছিল। হেলেনে এই নাটক বিলাক ভাল পাইছিল এই বাবে যে ইয়াত জীৱন, জিজ্ঞাসা, ৰং আৰু ভিন্নতাৰ সুন্দৰ সমাবেশ ঘটিছিল। হেলেনে বিশ্বাস কৰিছিল সুন্দৰৰ উপাসনা জীৱনৰ খেল বুলি। এই নাট প্রদর্শনত গোটে খোৱা অগনন দর্শকৰ শ্বাস-প্রশ্বাস যেন হেলেনৰ মুখত প্রতিফলিত হৈছিল।

অনন্ত কালৰ বুকুত বহু বছৰ হেৰাই গ'ল। হেলেন কেলাৰে কিন্তু সম্মুখত এটা বিৰাট প্ৰত্যাহবান লৈ দেশে বিদেশে ভ্ৰমণ কৰি প্ৰতিবন্ধীৰ কল্যানৰ কাৰণে অবিৰাম কাম কৰি গ'ল। এই মহৎ কামৰ কাৰণে ইতিমধ্যে হেলেন কেলাৰৰ সুনাম কস্তুৰী মৃগনাভিৰ সুগন্ধৰ দৰে গোটেই পৃথিৱীত বিয়পি পৰিছিল।

হেলেন কেলাৰে নিজৰ জীৱন, সংগ্ৰাম আৰু বহুমুখী অভিজ্ঞতাৰ ভিত্তিত কেইবাখনো মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। তাৰ ভিতৰত 'দি ষ্টৰী অৱ মাই লাইফ, (১৯০২), দি ৱৰ্ল্ড আই লিভ (১৯০৮), 'আউট অৱ দি ডাৰ্ক' (১৯১৩), 'টিচাৰ' (১৯৫৫) 'অপেন ড'ৰ' (১৯৫৭) আদি উল্লেখযোগ্য। এই কিতাপ সমূহ পৃথিৱীৰ বিভিন্ন ভাষালৈ অনুদিত হৈছে, সমাদৃত হৈছে আৰু ব্ৰেইলি পদ্ধতিত সন্নিবিষ্ট হৈছে। ১৯৩০ চনত হেলেনে আন্তৰাষ্ট্ৰীয় ভ্ৰমণ আৰম্ভ কৰিলে। ইউৰোপৰ দেশ সমূহ তেওঁ উপৰ্যুপৰি ভ্ৰমণ কৰিছিল; প্ৰাচ্যৰ দেশলৈও আহিছিল। এই ভ্ৰমণৰ উদ্দেশ্য আছিল দৃষ্টিহীনৰ বাবে মানুহক কথা কোৱা, সজাগ কৰা, দৃষ্টিহীনৰ বাবে কাম কৰা আৰু তেওঁলোকৰ বাবে পুঁজি সংগ্ৰহ কৰা। তেওঁ মাচাচুচেত কমিচন প্ৰতিষ্ঠা কৰি দৃষ্টিহীন আৰু বধিৰ সকলৰ কল্যানৰ বাবে আজীৱন আত্ম নিয়োগ কৰিছিল। যি সকলে হেলেনৰ বিষয়ে পঢ়িছিল তেওঁলোকে তেওঁক স্বচক্ষে চাবলৈ উদগ্ৰীৱ হৈ পৰিছিল। এটা সময়ত হেলেন এগৰাকী বিদূষী, দৃঢ় মনা যুৱতী মহিলা হিচাপে প্ৰতি ষ্ঠিত হৈ পৰিল। অনেক ঠাইত কেলাৰক বহুত সন্মান সূচক ডিগ্ৰী, পুৰস্কাৰ আদিৰে বিভূষিত কৰা হ'ল। এইদৰে তেওঁ পোৱা সন্মান, পুৰস্কাৰ কুৰিটাৰো অধিক। ১৯৬৪ চনত মহৎ জনকল্যান কাম কৰাৰ কাৰনে হেলেন কেলাৰক যুক্তৰাষ্ট্ৰৰ আটাতকৈ উচ্চ সন্মান জনক, অসামৰিক, ৰাষ্ট্ৰপতি মেডেলেৰে বিভূষিত কৰা হৈছিল।

কালৰ নিষ্ঠুৰ হাত বুলনি এদিন সকলোৰে জীৱনলৈ আহে। সেই হাত বুলনি হেলেনৰ সুহৃদ, পথপ্ৰদৰ্শক শিক্ষয়িত্ৰী চুলিভানলৈও আহিল। চুলিভানৰ স্বাস্থ্যৰ দ্ৰুত অৱনতি ঘটিল। তেওঁ প্ৰায় অন্ধ হৈ পৰিছিল। তেওঁ আৰু স্বাস্থ্যবান, সবল হেলেনৰ

ভ্ৰমণ সঙ্গী হ'ব নোৱাৰা হ'ল। কেইবাটাও চকুৰ অস্ত্ৰোপ্ৰচাৰ কৰাৰ অন্তত তেওঁ দৃষ্টি শক্তি ঘূৰাই নেপালে আৰু সেই লেচুতে ১৯৩৬ চনত চুলিভানৰ মৃত্যু হ'ল। পাঁচিচ বছৰো অধিক কাল চুলিভান - হেলেনৰ সম্পৰ্ক আছিল কৃষ্ণ-অৰ্জ্জুন সদৃশ। সেয়ে চুলিভানক হেৰুৱাই হেলেন কিছুদিনৰ বাবে বৰ নিসহায়, সম্বহীনৰ দৰে হৈ পৰিছিল। দুখত ভাগি পৰিছিল। কিন্তু হেলেন আছিল স্থিত প্ৰজ্ঞ। স্মৰ্তব্য যে এই চুলিভানে প্ৰথম দৰ্শনতে হেলেনৰ মাজত প্ৰচুৰ সম্ভানা আৰু আশাৰ জ্যোতি প্ৰত্যক্ষ কৰিছিল। সেয়ে নিস্বাৰ্থ ভাৱে চুলিভানে হেলেনৰ ভৱিষ্যত তথা সমগ্ৰ প্ৰতিবন্ধী শ্ৰেণী লোকৰ ভৱিষ্যত গঢ়া কাৰ্য্যত নিজৰ সমস্ত শক্তি উচৰ্গা কৰিছিল। এই ১৯৩৬ চনতে হেলেন - চুলিভান যুটি লৈ ''সমবায়-সফলতাৰ একক চৰিত্ৰ আৰু ইয়াৰ সুদূৰ প্ৰসাৰি প্ৰভাৱ'' শীৰ্ষক ৰুছভেল্ট বঁটা প্ৰদান কৰা হৈছিল।

চুলিভানৰ মৃত্যুৰ পাচত পলিথম্‌চনে হেলেনৰ সোঁহাত স্বৰূপে তেওঁৰ কাম খিনিকে কৰিছিল আৰু পঁচিশ বছৰ। হেলেন কেলাৰে জীৱনৰ শেষৰ বছৰবোৰ কটাছিল ৱেষ্ট প'ৰ্টৰ ওচৰৰ কনেক্টি'কাট অৰণ্যৰ সমীপৰ এটা সুন্দৰ পৰ্য্যটন কু টীৰত। ঘৰটোৰ সন্মুখৰ ঘাঁহনি খনৰ এচুকত আঁঠি ফুট ওখ শিলেৰে নিৰ্মিত জাপানী লেম্প এটা সদায় প্ৰজ্বলিত হৈ আছিল। প্ৰজ্বলিত লেম্পটোযে এই প্ৰতীক বহন কৰিছিল যে হেলেন কেলাৰ ঘৰত আছে, কোনো বাহিৰলৈ যাব নেলাগে।তেওঁৰ পঢ়া কোঠাৰ চাৰিওফালে বেৰত অসংখ্য ব্ৰেইলি কিতাপৰ ঠাক। প্ৰতিদিনে হেলেনে আঙুলি নিবিষোৱা পৰ্য্যন্ত ব্ৰেইলি কিতাপ গভীৰ মনোযোগেৰে পঢ়িছিল। এই কিতাপ বিলাকৰ ভিতৰত ব্ৰেইলি বাইবেলখন আছিল হেলেনৰ বাবে অতি প্ৰিয় আৰু মূল্যবান। বাইবেলৰ বহুত দীঘল স্তৱক তেওঁ হৃদযঙ্গম কৰি স্মৰণ কৰিব পাৰিছিল। সকলো দৃষ্টিহীনৰ দৰে তেওঁ দিন ৰাতি ছেদ্-ভেদ্ নোহোৱাকৈ পঢ়ি থাকিব পাৰিছিল। তেওঁ খুব কম শুইছিল আৰু দিন-ৰাতিৰ প্ৰভেদ নেজানিছিল। বাইবেলৰ প্ৰতি থকা প্ৰেম, বিশ্বাস আৰু আস্থাৰ পৰা এই কথা বুজা যায় যে হেলেন গভীৰ ভাৱে ধাৰ্মিক আছিল। গভীৰ নীৰৱতাত যেতিয়া হেলেন কেলাৰ নিমজ্জিত হৈ ঘন্টাৰ পাচত ঘন্টা অতিবাহিত কৰিছিল তেতিয়াই ধৰ্মৰ প্ৰতি থকা তেওঁৰ বিশ্বাসে স্থায়ীত্ব লাভ কৰিছিল। এই শাশ্বত সত্যটো আনে নহয়, কেৱল দৃষ্টিহীন, মূক, বধিৰ সকলেহে হৃদয়ঙ্গম কৰিব পাৰে। জীৱনৰ শেষৰ ফালে হেলেন কেলাৰে স্থানান্তৰত এইদৰে লিখিছিল - '' মই এনে এখন পৃথিৱীৰ আগমনলৈ বাট চাওঁ, য'ত সকলো দৈহিক প্ৰতিবন্ধন মোৰ পৰা শিকলিৰ আঙুঠিৰ দৰে খন্, খন্ কৈ চিগি পৰিব, য'ত মই মোৰ প্ৰিয় শিক্ষকক লগ পাম আৰু তেওঁক এতিয়াতকৈ মহান সেৱাত নিয়োগ

কৰিম। সেই সেৱা হ'ব অভূত পূৰ্ব্ব আৰু চিৰ আনন্দ দায়ক।''

মানুহে মানুহক এন্ধাৰৰ পৰা পোহৰলৈ আনিব পাৰে ; মানুহেই মানুহক নতুন জীৱন দান দিব পাৰে। এই বিলাক মহান কাম কৰা ঠাইখনো হৈছে এই পৃথিৱীখনেই। পৃথিৱীত প্ৰেম আৰু মহানু ভৱতাই এই কাম কৰিব পাৰে। প্ৰতিবন্ধী হেলেন কেলাৰৰ জীৱনত এইখিনি কথা আখৰে আখৰে খাটে। নিজে অক্ষম হৈও তেওঁ বিশ্বৰ প্ৰতিবন্ধী জনতাৰ কাৰণে জীৱন পাত কৰিছিল, তেওলোকক নতুন জীৱন দান দি পোহৰ বিলাইছিল। তেওঁ আছিল প্ৰতিবন্ধী সকলৰ বাবে এটি প্ৰজ্বলিত আশাৰ জ্যোতি।

নিজে ত্ৰি-প্ৰতিবন্ধী হৈ বহুত ঘাট-প্ৰতিঘাটৰ মাজেদি সুদীৰ্ঘ অষ্টাশী বছৰৰ জীৱন পৰিক্ৰমা অতিক্ৰম কৰাৰ পাচত ১৯৬৮ চনত এই গৰাকী মহিয়ঁসী নাৰী হেলেন কেলাৰ স্বৰ্গগামী হ'ল। কিন্তু বিশ্বৰ বুকুত চিৰদিনৰ বাবে অম্লান হৈ থাকিল সোনালী আখৰে লিখা ডঃ হেলেন কেলাৰৰ স্মৰণীয় নাম॥

ooooooooooooooooooooo



# অগ্নি স্ফুলিঙ্গ ঃ এইচ্.জি. ওৱেলচ্

বসন্ত কালৰ কোনোবা এটা কোমল পুৱাৰ কথা। ভিন্‌চেন্ট ব্ৰ'ম নামৰ এজন মানুহে দেখিলে যে এজন নোদোকা শকত মানুহে দুহাতে দুটা শিশু ধৰি হালি জালি ৰিজেন্ট পাৰ্কৰ মাজেদি গৈ আছিল। ব্ৰ'মে ভাবিছিল যে তেওঁৰ প্ৰিয় অথচ কোনোদিনে লগ নোপোৱা অগ্নিস্ফু লিঙ্গটো সম্ভৱ সেইজনেই হ'ব পাৰে। কৌতুহল দমাই ৰাখিব নোৱাৰি ব্ৰ'ম মানুহজনৰ কাষলৈ খৰধৰকৈ চাপি গ'ল। ফলিত চকমাটিৰে লিখোতে যি শব্দ হয় তেনে এটা শব্দ কৰি নোদোকা মানুহজনে কোৱা শুনিলে - '' মইনাইঁত এজন বুঢ়া মানুহৰ কাৰণে আজিলৈ ইমানেই হ'ব। ব'লা আমি সেই বেঞ্চখনতে বহোঁ '' বুলি জোৰেৰে শিশু দুটাক জোকাৰি বেঞ্চ এখনত বহিল। ভিন্‌চেন্ট ক্ষন্তেক দোধোৰ মোধোৰত পৰিল। কিয়নো বেঞ্চত বহা মানুহজন যদি তেওঁ ভবা মানুহ জন হয় তেন্তে সকলোৰে জনোৱাৰদৰে তেওঁক সম্ভাষণ জনাই আদৰণি জনাব পাৰে; নাইবা কঠোৰ ভাষাৰে তেওঁক প্ৰত্যাখান কৰিব পাৰে। আৰু যদি মানুহজন তেওঁ ভবাজন নহয়, তেতিয়া কি হ'ব? তথাপি ভিনচেন্ট ব্ৰ'মে মৰণত শৰণ দি ওচৰ চাপি গৈ সুধিলে - '' ক্ষমা কৰিব, আপুনি বাৰু এইচ্. জি. ওৱেলচ্ নেকি? '' '' হয় আপুনি ঠিকেই ধৰিছে। পক্ষাঘাট ৰোগত আক্ৰান্ত, জীৰ্ণ শৰীৰ ময়ে সেইজন মানুহ। '' বুঢ়া মানুহজনে উত্তৰ দিলে।

এইচ্.জি. ওৱেলচ্ৰ পূৰা নাম আছিল হাৰ্বাৰ্ট জৰ্জ্জ ওৱেলচ্। তেতিয়া তেওঁৰ বয়স আছিল সত্তৰ বছৰ। ওৱেলচ্ একাধাৰে আছিল এজন ঔপন্যাসিক, ভৱিষ্যৎ বক্তা, বুৰঞ্জীবিদ, শিক্ষক। তেওঁ শতাধিক কিতাপ আৰু পুস্তিকাৰ প্ৰণেতা। মানুহজন আছিল চুটি চাপৰ । সেই অনুসৰি তেওঁৰ হাত ভৰি আছিল সৰু সৰু, কিন্তু প্ৰচুৰ আৰু প্ৰচণ্ড বাক শক্তিৰ দ্বাৰা শাৰীৰিক অৱয়বৰ হেলাৰঙে অতিক্ৰম কৰিছিল। এক অনন্য জ্যোতিৰে আলোকিত জীৱনৰ গৰাকী এই মানুহজন আছিল আকৰ্ষণীয়, কৌতুহল যুক্ত। সৰু শৰীৰটোত নিহিত থকা দুৰ্দ্দান্ত জীৱনী শক্তিৰ উমান পাই বন্ধু সকলে তেওঁক অগ্নিস্ফুলিঙ্গ বুলি আখ্যা দিছিল। 'এদেও দুদেও লোটা নিয়া চেও' কৰি ভিন্‌চেন্ট ওৱেলচৰ ওচৰ চাপি গ'ল। সেই পুৱাটোতে তেওঁলোকে বহুত কথা পাতিলে - ঈশ্বৰ, ধন-সম্পত্তিৰ পৰা আৰম্ভ কৰি হিটলাৰলৈকে অনেক কথা। কথোপ কথনৰ পৰা ভিন্‌চেন্টে ওৱেলচৰ এটা বিশেষ গুণ দেখি স্তম্ভিত হ'ল। সেইটো হ'ল কেৱল শব্দৰ

প্ৰাবল্যৰ দ্বাৰা এটা সাধাৰণ বস্তু বা এখন ঠাইক জীৱন আৰু ৰহন দান কৰাৰ অসাধাৰণ ক্ষমতা আছিল ওৱেলচৰ। তেওঁৰ মনৰ অৱস্থা আছিল পসন্নতাপূৰ্ণ। ভিন্‌চেন্টে কেতিয়াবা অনুভৱ কৰাৰ দৰে সেই সময়তো অনুভৱ কৰিছিল যে যি কোনো মানুহক প্ৰথম লগ পাওঁতে যি বাক্য বিনিময় কৰা হয় তাকে তেওঁ ওৱেলচৰ বেলিকাও কৰিছিল।

ওৱেলচৰ চেহেৰাত কোনো কৃত্ৰিমতা নাছিল, নাইবা আমি বহুতে কৰাৰ দৰে ভণ্ডামিও তেওঁ কৰা নাছিল। কথা বতৰা শেষ হোৱাৰ অলপ পাচতে তেওঁ হেন্‌'ভাৰ টিলাৰ ওপৰত থকা সুন্দৰ ঘৰটোত উপস্থিত হ'লগৈ। ওৱেলচৰ প্ৰতি ভিন্‌চেন্টৰ আকৰ্ষণ ইমানেই প্ৰবল হ'ল যে ক্ষন্তেক পাচতে তেওঁ গে ওৱেলচৰ ঘৰ পালেগৈ। গাত এটা ধোৱাঁ বৰণীয়া চুৱেটাৰ, সোত মোচ্ এটা পেন্ট আৰু ভৰিত এজোৰ সস্তীয়া চেণ্ডেল। চেতেপ চেতেপ চেণ্ডেল চোচৰাই ওৱেলচ্ চিৰিয়েদি নামি আহি ভিন্‌চেন্টক সম্ভাষণ জনালেহি। এই পোচাকটোৰ সৈতে তেওঁক দেওবাৰৰ আবেলি টোপনিৰপৰা ডাঠি অহা ঘৰৰ ভৃত্য এজন যেন লাগিছিল। সম্ভাষণ জনাই ক্ষন্তেক পাচতে তেওঁ কথা ক'বলৈ আৰম্ভ কৰিলে। তৎক্ষণাৎ তেওঁৰ ব্যক্তিত্ব সলনি হ'ল। তেওঁৰ কপালত চুঙাকৃতিৰ ৰেখা প্ৰকত হ'ল। চকুৰ পৰা তীক্ষ্ণ বুদ্ধি দীপ্ত চাৱনি নিৰ্গত হ'ল আৰু শুনা গ'ল উচ্চ স্বৰৰ সচেতন কথা বতৰাৰ লগনি নিচিগা ধাৰ।

ব্যঙ্গ আৰু মোহনীয় ব্যক্তিত্বৰ উপৰিও প্ৰভূত কল্পনা শক্তিয়ে এই মানুহজনক বৰ্ত্তমান সময়ৰ এজন মহান বৈজ্ঞানিক ভৱিষ্য বক্তা হিচাপে প্ৰতিষ্ঠিত কৰিছিল। বাস্তৱত ৰূপায়িত হোৱাৰ বহু পূৰ্বে তেওঁৰ যুদ্ধৰ টেঙ্ক, উৰা জাহাজ আৰু বিমান - যুদ্ধৰ বিষয়ে স্পষ্ট ধাৰণা আছিল। তাতোকৈ আচৰিত কথা হাইড্ৰোজেন বোমা বিস্ফোৰণ হোৱাৰ ষাঠি বছৰ পূৰ্বে ওৱেলচে এই বিস্ফোৰণৰ এটা সাৱলিল বৰ্ণনা লিখি থৈছিল। যি সময়ত বিজ্ঞানী সকলে মহাকাশ বিচৰণৰ ধ্যান ধাৰণা স্বপ্নময় কল্পনা বুলি ভাবিছিল সেই সময়ত মাকাশ ভ্ৰমণৰ বিষয়ে ওৱেলচে বহুত প্ৰবন্ধ পাতি লিখিছিল। তেওঁ লিখিছিল '' এটা সময় আহিব যেতিয়া মানুহে বন্ধ সঁজাত সোমাই মহাকাশৰ নিৰ্জন ক্ষেত্ৰত প্ৰৱেশ কৰি পৃথিৱীৰ চাৰিওফালে পৰিভ্ৰমণ কৰিব আৰু বিস্ময়কৰ খা-খবৰ পঠাব। মহাকাশচাৰীয়ে ৰবৰৰ কাপোৰ, মুখা পিন্ধি মহাকাশলৈ ধাবমান হ'ব আৰু মানুহৰ ভৱিষ্যত পৰিবৰ্ত্তণ ঘটাব।''

বিজ্ঞান ভিত্তিক উপন্যাস ৰচনা কৰা ঔপন্যাসিক সকলৰ ভিতৰত ওৱেলচ্ আছিল অন্যতম বাটকটিয়া। তেওঁ আধা ডৰ্জ্জন এনে উপন্যাস ৰচনা কৰিছিল। এই প্ৰত্যেকখন উপন্যাস ভৱিষ্যতৰ কেৱল পথ প্ৰদৰ্শকেই নাছিল, এই বিলাকে মানৱ

জাতিলৈ ভৱিষ্যতৰ বাৰ্ত্তাও কঢ়িয়াই আনিছিল। ১৮৯৭ চনত প্ৰকাশিত তেওঁৰ 'অদৃশ্য মানৱ' (ইন্দি ভিজিব'ল্ মেন্) নামৰ গ্ৰন্থখনত দেখুৱা হৈছিল যে নৈতিক প্ৰমূল্যবোধৰ দ্বাৰা অপ্ৰতিৰোধিত নগ্ন ক্ষমতাই বিপদ সংঘটিত কৰিব পাৰে। হিট্‌লাৰ আৰু নাজি জাৰ্মানিৰ উত্থান ইয়াৰ উৎকৃষ্ট উদাহৰণ। সেইদৰে '' যেতিয়া নিদ্ৰা ভঙ্গ হ'ব'' (হোৱেন দি শ্লিপাৰ ওৱেকচ্) নামৰ কিতাপখনত তেওঁ এইটো ভাৱ প্ৰকাশ কৰিছিল যে তেতিয়াৰ পৰা দুশ বছৰ পূৰ্বে পৃথিৱীয়ে ভয় লগাকৈ উপলব্ধি কৰিব পাৰিছিল যে যান্ত্ৰিক সভ্যতাই মানুহৰ সাধাৰণ প্ৰগতি বিপদাপন্ন কৰি তুলিব; একাষৰীয়া কৰিব। 'ডাঃ মৰেওৰ দ্বীপ' (দি আইলেণ্ড অৱ ডঃ মৰে ও) নামৰ গল্পত ওৱেলচে বন্ধ শিবিৰত হ'ব পৰা আতঙ্ক আৰু অমঙ্গল আচৰণৰ বিষয়ে ভবিষ্যতবানী কৰিছিল।

ওৱেলচৰ ঘৰ টো লণ্ডন চহৰৰ মাজ মজিয়াত অৱস্থিত আছিল। ঘৰ টোৰ সন্মুখত আছিল সেউজীয়া সৌন্দৰ্য্যৰ লীলাভূমি ৰি জেন্ট পাৰ্ক। ঘৰটোত তেওঁ এখন বিশেষভাৱে নিৰ্মিত বহল খিড়িকী লগাই লৈছিল যাতে তাৰ মাজেদি পাৰ্কখনৰ প্ৰাকৃতিক সৌন্দৰ্য্য দৃশ্যমান হয়। এই ব্যৱস্থাই তেওঁৰ সৌন্দৰ্য্য পিপাসু মনৰ পৰিচয় দিয়ে। থকা ঘৰেটোৰ কাষতে আছিল গাড়ীৰ গেৰেজটো। গেৰেজৰ বেৰত তেওঁ অসংখ্য সৰু সৰু ছবি আঁকি ওলোমাই ৰাখিছিল। গেৰেজত ছবি। কথাটো ভাবিলে কিবা অখজা অখজা লাগে। কিন্তু সেয়া আছিল ওৱেল্‌চৰ শিল্প-কলাৰ প্ৰতি থকা বিৰল আকৰ্ষণ আৰু সৌন্দৰ্য্যবোধৰ প্ৰতীক। সেই ছবি বোৰৰ বিষয় বস্তু আছিল সভ্যতাৰ দোক মোকালিত উদ্‌ঘাটিত হোৱা ইতৰ প্ৰাণীৰ জীৱাশ্মৰ পৰা আৰম্ভ কৰি আধুনিক মানবলৈকে হোৱা ক্ৰম বিকাশৰ ধাৰাটো। এই ছবি লিাকৰ শিৰো নামাত তেওঁ লিখি ৰাখিছিল এই কেষাৰ কথা - '' শুভ আৰু অশুভৰ কাৰণে সীমাহীন শক্তি বিদ্যমান। তোমাৰ বুদ্ধি আছেনে? আছেনে তোমাৰ ইচ্ছা শক্তি যাৰ দ্বাৰা তুমি জীৱন ৰক্ষা কৰিব পাৰা?''

বিভিন্ন দিশত থকা অসাধাৰণ প্ৰতিভাৰ কাৰণে ওৱেল্‌চৰ যশস্যা বৈ বৈ গৈছিল। সেই কাৰণে পৃথিৱীৰ বিভিন্ন প্ৰান্তৰ পৰা এই বৰ্ষীয়ান ভৱিষ্য বক্তাজনক চাবলৈ দৰ্শনাৰ্থীৰ সদায় ভীৰ আছিল। এনে দৰ্শনাৰ্থীৰ ভিতৰত এবাৰ কিছুমান আমেৰিকান ছাত্ৰও আছিল। ওৱেল্‌চে তেওঁলোকক চাহ-জলপানেৰে অপ্যায়িত কৰিলে। চাহ মেলত ওৱেল্‌চে নিজস্ব ভঙ্গীত এটি বক্তৃতা প্ৰদান কৰি আমেৰিকাৰ শিক্ষা ব্যাৱস্থাক দোষাৰোপ কৰিলে। বক্তৃতা শুনি ছাত্ৰসকল মোহিত হ'ল। গুণীজনৰ বন্ধু-বান্ধৱৰ অভাৱ নাছিল। অধ্যাপক, ৰাজনীতিজ্ঞ, লেখক, শিল্পী, বিজ্ঞানী সকলো ক্ষেত্ৰৰে ওৱেল্‌চৰ বন্ধুৰ অভাৱ নাছিল।

ওৱেল্‌চ আছিল অপৰিসীম শাৰীৰিক আৰু নৈতিক সাহসৰ অধিকাৰী। ইয়াৰ

উমান পোৱা গৈছিল দ্বিতীয় মহাসমৰৰ সময়ত। যুদ্ধত হেন'ভাৰত থকা তেওঁৰ ঘৰৰ চৌদিশে ভীষণ বোমা বৰ্ষণ হৈছিল। ভয়ত বিতত হৈ বহুত ওচৰ চুবুৰীয়া মানুহ গাঁৱ অঞ্চললৈ গুচি গৈছিল। কিন্তু ওৱেল্‌চ বিচলিত নহ'ল। তেওঁ ইচ্ছাকৃত ভাৱে হেন'ভাৰৰ তেৰ নম্বৰ গলিত থকা এটা ঘৰত থাকিবলৈ গ'লে। তেৰ সংখ্যাটো অশুভ বুলি সেই সময়ত মানুহৰ এটা অন্ধ বিশ্বাস আছিল। এতিয়াও এই অন্ধবিশ্বাসৰ পৰা পশ্চিম দেশৰ কথাই নাই আমাৰ দেশৰ মানুহো মুক্ত হ'ব পৰা নাই। ওৱেল্‌চ তেৰ নম্বৰ গলিৰ ঘৰটোত থকাৰ উদ্দেশ্য আছিল তেৰ সংখ্যাক লৈ প্ৰচলিত কৰা অন্ধবিশ্বাসৰ দেৱতা সকলৰ মুখা খুলি দিয়া। বোমা বৰ্ষণত তেওঁৰ ঘৰটোৰ সন্মুখৰ দুৱাৰ খন খোল খাই গৈছিল। তেতিয়া তেওঁ প্ৰকাণ্ডকৈ 'তেৰ' সংখ্যাটো লিখি সন্মুখৰ বেৰখনৰ তিনিফুট ওপৰত নম্বৰ প্লেট খন ৰাখিলে। কি অদ্ভূত চিন্তা এই মানুহজনৰ। এবাৰ এজন শকত লৰী ড্ৰাইভাৰ ৰাস্তাত গাড়ী ৰখাই গৈ থকা ওৱেল্‌চৰ ওচৰ চাপি ক'লে যে এই আপদীয়া সংখ্যাটো লেখাৰ কাৰণে তেওঁ ওৱেল্‌চক খুন্দা মাৰিব। কথা শুনি অলপো ভয় নেখোৱাকৈ ওৱেল্‌চে উত্তৰ দিলে - '' ঠিক আছে খুন্দা মাৰিব পাৰা কিন্তু এইদৰে যুক্তি তৰ্কত তুমি জয় লাভ কৰিব নোৱাৰা।'' ড্ৰাইভাৰ জনে তেওঁৰ পাহোৱাল হাতখনেৰে বৰ্বৰ ভাৱে ওৱেল্‌চৰ মুখ মণ্ডলত আঘাট কৰিবলৈ উদ্যত হ'ল। ওৱেল্‌চে কথমপি মুখখন আঁতৰাই ৰক্ষা পৰিল। ড্ৰাইভাৰজনে হঠাত হাতখন নমাই ভোৰ ভোৰাই গুচি গ'ল।

সাহসিকতাৰ ফালৰ পৰাও ওৱেল্‌চ কম নাছিল। তেনেই বাঘৰ আগ তেল খোৱা বিধৰ। প্ৰিয় পত্নী কেথেৰিণৰ মৃত্যুৰ সময়ত তেওঁৰ এই সাহসিকতাৰ প্ৰমাণ পোৱা গৈছিল। তেত্ৰিশ বছৰ দীঘল এটি সুখী বৈবাহিক জীৱন যাপন কৰিছিল ওৱেল্‌চে। তেওঁলোকৰ বিবাহ পৰস্পৰ প্ৰেমৰ পৰিণতি। ১৮৯৪ চনত দুয়ো দুয়োৰে প্ৰেমত পৰে আৰু ইয়ে বিবাহত সমাপ্ত হয়। সেই সময়ত ওৱেল্‌চে লিখিছিল-''আমি দুয়ো ভয় ভীতহীন প্ৰেমিক আছিলো। পঞ্চাশ পাউণ্ডতকৈ কম মূলধনেৰে আমি যুগ্ম জীৱন আৰম্ভ কৰিছিলো। চাৰিও ফালে কেৱল অভাৱেই অভাৱ। কিযে বিপৰ্যয় পূৰ্ণ জীৱনৰ আৰম্ভনি ভাবিলে ভয় লাগে। কিন্তু তথাপি বেচ উল্লাসেৰে আমি সংসাৰৰ পাতনি মেলিলো।''

দুটা ভিন্ন দিশৰ ব্যক্তিত্বৰে মহীয়ান আছিল ওৱেল্‌চৰ পত্নী কেথেৰিণ্। কেথেৰিণে সাৱধানে ব্যক্তিগত জীৱনৰ কাৰণে ওৱেলচ নামৰ ব্যক্তিজনক সংৰক্ষণ কৰি ৰাখিছিল। তেওঁ আছিল সচেতন, সংস্কৃতিপৰায়ন এগৰাকী মহিলা। ওৱেলচে মৰমতে তেওঁৰ নাম ৰাখিছিল ''জেন্'' । জেনে এগৰাকী বাস্তৱমুখী, ব্যৱসায় সুলভ মহিলাৰ দৰে স্বামীৰ দৈনন্দিন জীৱনৰ তদাৰকি কৰাৰ উপৰিও টকা-পইচাৰ লেনদেনৰ

সম্পূৰ্ণ দায়িত্ব পালন কৰিছিল। বহু বছৰধৰি তেওঁ ওৱেলচৰটাইপৰ কাম, আয়কৰৰ কাম কৰিছিল। জীৱন পথত সন্মুখীন হোৱা বিপদ-বিঘিনি আৰু অশান্তিৰ সমভাগী হোৱাৰ লগতে তাৰ বাবে তেওঁক সমালোচনা কৰিছিল, পৰামৰ্শ দিছিল। চমুকৈ জেন্ আছিল এগৰাকী আদৰ্শ পত্নী। এনে এগৰাকী সুহৃদয় পত্নীৰ বিয়োগত ওৱেলচ তেনেই ভাগি পৰিছিল। ১৯২৭ চনত হোৱা কেথেৰিণৰ মৃত্যুয়ে ওৱেলচক প্ৰচণ্ড আঘাট হানিলে।

প্ৰৱল স্থিতপ্ৰজ্ঞ গুণৰ অধিকাৰী হোৱা স্বত্বেও এই মৰ্মান্তিক আঘাটৰ পৰা উপশম পাবলৈ ওৱেল্চক যথেষ্ট সময় লাগিছিল। সময়ে লাহে লাহে নিৰাময়ৰ হাত বুলালে। সুস্থিৰ হৈ পুনৰ ওৱেল্চে লিখা পঢ়াত মনোনিবেশ কৰিলে। আগৰদৰে তেওঁ পুনৰ দেশ ভ্ৰমন কৰিবলৈও ধৰিলে। তেওঁ এইবাৰ আমেৰিকা আৰু ৰুছ দেশ ভ্ৰমণ কৰিলে। স্বয়ংভূ কূটনীতি বিদ হৈ তেওঁ ৰুছভেল্ট, লেনিন্ আৰু ষ্টেলিনক সাক্ষাৎ কৰিছিল।

ওৱেল্চৰ অসাধাৰণ জীৱনী শক্তি আছিল; আছিল অস্বাভাৱিক বাপ। পুৱা দুই বজাত তেওঁ ফোন যোগে বন্ধু সকলৰ লগত উথপ্ থপ লগাই ফাংফুং কথা পাতিছিল। আধাৰাতি তেওঁ কিতাপ পঢ়ি কটাইছিল। পুৱা চাহৰ টেবুলত তেওঁ ৰাতি পঢ়া কিতাপখনৰ এটি সুন্দৰ বিশ্লেষণ দাঙি ধৰিছিল। এদিন মাজ নিশা তেওঁ ভিন্চেন্টক ফ'ন কৰি কৈছিল "টোপনিযাইছা, তোমাৰ নিচিনা ডেকা মানুহৰ কিহৰ ইমান ভাগৰহে।"

১৮৬৬ চনৰ কথা। ওৱেল্চে অতীতৰ স্মৃতি চাৰণ কৰি কৈছিল - "মইপ্ৰথম বিশ্ব ব্ৰহ্মাণ্ড খনলৈ কৈঁৰাকৈ চাইছিলো আৰু ব্ৰহ্মাণ্ড সাগৰত বুদ্ বুদ্ তুলি ক্ষীণ হাত দুখন আগবঢাই ইয়াক আঁকোৱালি ল'ব বিচাৰি ছিলো।" মহাৰাণী ভিক্তৰিয়াৰ আমোলৰ এখন পৃথিৱীত তেওঁ জন্ম হৈছিল য'ত মহিলাই সৱৰ্ব শৰীৰ ঢাক খুৱাই কাপোৰ পিন্ধিছিল, পিতৃ পুৰুষ সকল আছিল অব্যৰ্থ। ইংলণ্ড আছিল সভ্য পৃথিৱীৰ কেন্দ্ৰ স্থল। ইংৰাজৰ অমোঘ শক্তি, প্ৰতি পত্তি চাৰি ওফালে বিৰাজমান আছিল।

ওৱেলচ্‌ৰ পিতৃ আছিল জচেফ্ ওৱেলচ আৰু মাকৰ নাম আছিল চাৰাহ ওৱেল্চ। তেওঁৰ দেউতাক ব্যৱসায়ী আছিল। ব্ৰম্‌লি কেন্টৰ ব্যৱসায়িক অঞ্চলত অৱস্থিত চীনা সামগ্ৰী ব্যৱসায় কৰা এখন দোকানৰ পৰা হোৱা উপাৰ্জনৰ দ্বাৰা তেওঁলোকে জীৱিকা নিৰ্ব্বাহ কৰিছিল। পিতৃ-মাতৃৰ ধ্যান ধাৰণা, চিন্তা-চৰ্চ্চা আছিল তেনেই সীমিত। প্ৰৱল শক্তিমান, প্ৰচুৰ সম্ভাৱনাপূৰ্ণ এটি শিশু যে তেওঁলোকে জন্ম দিছে এই ভাব তেওঁলোকৰ মুঠেই নাছিল। তেওঁলোকে এইটোও ভাবিব পৰা নাছিল যে কেনেকৈ

এদিন তেওঁলোকৰ এই পুত্ৰ সন্তানৰ লিখনি আৰু শক্তি শালী ধ্যান ধাৰণাই পৃথিৱীৰ বিভিন্ন দেশ, সংস্কৃতি তোলপাৰ লগাকৈ প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব। তেওঁৰ মহান সাহিত্যিক অৱদানে সাধাৰণ মানুহৰ জ্ঞানৰ দিগন্ত আলোকিত কৰিছিল। তেওঁৰ অন্যতম ৰচনা ''ইতিহাসৰ জিলিঙনি'' ( আউট লাইন অব হিষ্টৰি) নামৰ গ্ৰন্থখন কমেও বিশটা ভাষালৈ অনূদিত হৈছিল আৰু দুই নিযুতৰ অধিক পাঠকে এই কিতাপখন কিনিছিল। গ্ৰীচৰ এৰিষ্ট'টেলৰ দৰে ওৱেলচেও মানুহক কেনেকৈ চিন্তা কৰিব লাগে তাক শিকাইছিল তেওঁৰ লিখনিৰ দ্বাৰা। তেওঁ যে কেৱল এজন সাহিত্যিক, চিন্তাবিদ আছিল এনে নহয়। তেওঁ এজন আন্তৰ্জাতিক খ্যাতি সম্পন্ন শিক্ষাবিদো আছিল। শিক্ষাবিদ হিচাপে তেওঁ বিদ্যালয় আৰু শিক্ষকক চেৰ পেলাই সাধাৰণ মানুহে আয়ত্ব কৰিব পৰাকৈ শিক্ষাজগতত অসংখ্য ন-দিগন্ত সূচনা কৰি'ল। এই কাৰ্য্যৰ দ্বাৰা তেওঁ এটা বিশেষ বৌদ্ধিক চেতনাও জন মানসলৈ প্ৰেৰণ কৰি ল। ওৱেল্‌চে কৈছিল ''এই বিষয়টোৰ অৱশ্যে এটা লঘু দিশো আছে।'' এবাৰ ও.. চে ভিন্‌চেন্টক কৈছিল '' যেতিয়া মই প্ৰথমে মোৰ পত্নীক পৃথিৱীৰ ইতিহাসৰ ধাৰণাৰ কথা প্ৰকাশ কৰিলো, তেতিয়া আমাৰ সন্দেহ হৈছিল যে এই কামত খৰচ হোৱা ধন খিনি অবাবত নষ্ট হ'ব । কিয়নো বুৰঞ্জী কিতাপ কেতিয়াও ইমান বিক্ৰী নহয়। বুৰঞ্জী পঢ়া মানুহেই বা কিমান?'' কিন্তু হ'ব দিনত কুকুৰে ও মৈ টানে''। ''অৱশেষত ভাগ্য মোৰ প্ৰতি প্ৰসন্ন হ'ল। এই কিতাপখনে বুৰঞ্জীবিদ সকলৰ মাজত আলোড়নৰ সৃষ্টি কৰিলে।''

বৈবাহিক জীৱনৰ সৰহখিনি সময় ওৱেল্‌চে পত্নী সহ এচেক্সত থকা গাওঁৰ ঘৰত কটাইছিল। এচেক্সৰ এই ঠাইখনৰ নাম আছিল 'ইষ্ট'ন গ্লিব্'। এই ঘৰত তেওঁ বচা বচা, সম্মানীয় অতিথিৰ সৈতে সপ্তাহিক ছুটীৰ দিনা ৰং তামচা কৰি উৎসৱৰ আয়োজন কৰিছিল। এই সপ্তাহি ছু টীৰ দিন বিলাকৰ এটা নিজস্ব ধৰণ আছিল। শুক্ৰবাৰে ৰাতি আধালৈকে উজাগৰে থাকি ওৱেল্‌চে শনিবাৰৰ চুটী উদ্‌যাপনৰ বাবে কিন্তৰ প্ৰস্তুতি চলাইছিল। নাচ-গানেৰে শনিবাৰটো মুখৰিত কৰি উপভোগ কৰিছিল। চোতালৰ এটা কাষত থকা হল ঘৰটোত টেনিচ খেল হৈছিল য'ত নিয়মীয়া খেলুৱৈ আছিল জৰ্জ্জ বাৰ্ণাডশ্ব' আৰু গণিতজ্ঞ জে. ডব্লিও. এন্ চুলিভান্। ওৱেলচ্ আৰু সম্ভৱতঃ আৰ্ণল্ড বেনেটে উফৰি যোৱা ৰবৰ বল বুটলি আনি দিছিল। এই কাম কৰি ওৱেল্‌চে নিজকে সুস্থ, সবল কৰি ৰাখিছিল।ওৱেল্‌চে এবাৰ কৈছিল - '' মই মুকুট পৰিহিত ৰজাই হওঁ কিম্বা ভিক্ষাৰীয়ে হওঁ তাত কোনো আক্ষেপ নাই ; কিন্তু মই মোৰ পথৰ পৰা বিচলিত নহওঁ। মোৰ বাবে এই পথ হৈছে বিশ্বাসৰ পথ।''

এই নেৰা নেপেৰা, আকোঁৰগোজ স্বভাৱৰ বাবে তেওঁ বন্ধু মহলৰ পৰা গালি খাইছিল আৰু সমালোচনাৰ সন্মুখীন হৈছিল। ''এন্ ভেৰ'নিকা'' ওৱেল্‌চৰ ৰচিত আন এখন উল্লেখ যোগ্য উপন্যাস। এই কিতাপখনত তেওঁ মহিলা সকলৰ মুক্তি, শিক্ষা আৰু স্বনির্ভৰশীলতাৰ বিষয়ে ভৱিষ্যদ্বানী কৰিছিল। সেই সময়ত এনে ধ্যান-ধাৰণা কেৱল অসমধৰ বতৰাই নহয় বৈপ্লৱিক আছিল। এই উপন্যাসখনে নিষ্পেষিত মহিলা সকলক পুৰুষৰ সমানে ভোটাধিকাৰ আৰু আন মৌলিক অধিকাৰ সাব্যস্ত কৰাত প্ৰভূত সহায় কৰিছিল। অন্য প্ৰকাৰে ওৱেল্‌চ নিজে পুৰুষ প্ৰাধান্য স্বত্বাধিকাৰী আছিল।

ইমান বিলাক বিশেষত্ব থকা স্বত্বেও ওৱেলচৰ এটা অতি গোড়া মত আছিল যে তেওঁ ৰাজতন্ত্ৰৰ বিৰোধী মত পোষণ কৰিছিল সেই দেখি তেওঁ ৰাজতন্ত্ৰৰ ঠাইত সমাজ তন্ত্ৰ প্ৰতিষ্ঠা কৰিব বিচাৰিছিল। এই বৈপ্লৱিক উদ্দেশ্য সাৰোগত কৰি তেওঁ লিখিছিল আৰু সুবিধা পালেই তেওঁ সভাই সমিতিয়ে মুকলিভাবে এই বিষয়ে বক্তৃতা দি ফুৰিছিল। এই অজীন পাতকী মতবাদ প্ৰচাৰৰ কাৰণে দেশৰনবৈব শতাংশ মানুহে তেওঁৰ প্ৰতি বিৰক্তিভাৱ প্ৰকাশ কৰিছিল।

কিন্তু এনে বিৰম্বনা স্বত্তেবও তেওঁৰ গুণগ্ৰাহী আৰু গ্ৰন্থ প্ৰিয় সমাজৰ পৰা ওৱেল্‌চলৈ আবেদন আহিছিল যে তেওঁ ভৱিষ্যতৰ বাবে লিখিব লাগে। ইয়াৰ প্ৰত্যুত্তৰত ওৱেল্‌চে তেওঁৰ প্ৰকৃত বাক্ পটুতাৰে এইদৰে লিখিলে - '' এতিয়ালৈকে আৰু ইয়াৰ পাচতো এই আচৰিত ঘটনাটো ঘাটি থাকিব পাৰে আৰু আমাৰ জাতিটো ইয়াৰ মাজতো বৰ্ত্তি থাকিব। অভেদ্য ডাৱৰে আমাৰ জীৱনৰ প্ৰতিটো দিশ আচ্ছন্ন কৰি ৰাখে আৰু ই অসংখ্য পৰীক্ষা আৰু বিপদ বিঘিনিকো লুকাই ৰাখিব পাৰে। কিন্তু সিহঁতৰ গভীৰ ছাঁত কোনো সিদ্ধান্তকাৰী সীমাবদ্ধতা নাই। তাত বিদ্যমান সময় আৰু ঋতু, উৰ্দ্ধাৰোহনৰ মানসিকতা। গোটেই বিশ্বখন যেতিয়া কল্পনাতীত বস্তুৰে আলোকি হ'ব তেতিয়া সেই মূহুৰ্ত্তবোৰে বিচিত্ৰময় ৰূপত আত্ম প্ৰকাশ কৰিব।'' কেনে সাংঘাটিক দাৰ্শনিক তত্ত্বযুক্ত এই ভৱিষ্যদ্বানী, সহজে বুজা টান। এনে বিলাক তত্ত্ব গধূৰ কথাৰ পৰা ওৱেলচৰ গভীৰ মননশীলতাৰ উমান পোৱা যায়।

মানুহ মৰণশীল এয়া চিৰন্তন সত্য ; কিন্তু কোনো মানুহে আগতীয়াকৈ মৰিম বুলি স্বগদোক্তি নকৰে। পিচে বিস্ময়কৰ কথা এইযে উনাশী বছৰ বয়সত ১৯৪৬ চনৰ আগষ্ট মাহত মৃত্যু হোৱাৰ কেইবা বছৰো আগতে ওৱেল্‌চে নিজে নিজৰ মৃত্যু হোৱাৰ শোকবানী লিখিছিল এইদৰে -'' এইচ. জি. ওৱেল্‌চ নামৰ মানুহ জন কালি আবেলি হৃদৰোগত আক্ৰান্ত হৈ পেডিংটন্ ইন্‌ফাৰ মেৰিত পৰলোক প্ৰাপ্ত হ'ল।'' ওৱেলচৰ

বিষয়ে আটাইতকৈ আমোদজনক কথাটো হ'ল নিম্নবৰ্ণত জন্ম হোৱা হেতুকে সামাজিক হীন মন্যতাক তেওঁ স্বীকাৰ কৰিবলৈ অমান্তি হৈছিল। এই বিপৰ্য্যয়ৰ পৰা নিস্তাৰ পাবলৈ তেওঁ এজন মুক্ত নাগৰিক হিচাপে নেৰানেপেৰাকৈ লাগি আছিল।'' -

বহু বছৰ সান্নিধ্যলৈ আহি ভিন্‌চেন্ট ব্ৰ'ম ওৱেলচৰ নলেগলে লগা বন্ধু হৈ পৰিছিল। ভিন্‌চেন্ট নিজে এজন শিল্প সাধক, সংস্কৃতি পৰায়ন মানুহ আছিল। তেওঁ চিত্ৰ শিল্পী আছিল। তেওঁ ওৱেলচ জীয়াই থাকোতে এখন ছবিআঁকিছিল। এই ছবিখনৰ বিষয় বস্তু আছিল ৰিজেন্ট পাৰ্কৰ ঘৰৰ এখন বহল খিড়ীকিৰ আগত জপিয়াই থকা ওৱেলচ্। এই ছবিখনে আজীৱন ভিনচেন্টৰ মানস পটত ওৱেল্‌চক জীৱন্ত কৰি ৰাখিছিল। বিশ্ব যুদ্ধৰ সময়ত এবাৰ লণ্ডন চহৰত তুমুল আকাশী যুদ্ধ হৈছিল। বন্দুকৰ শব্দত কাণ তালমাৰি গৈছিল। চাৰ্চলাইটৰ পোহৰে আকাশৰ চৌদিশ চক্ মকাই তুলিছিল। বোমাৰু বিমান তথাপি আক্ৰমনৰ পৰা বিৰত হোৱা নাছিল। ইয়াকে দেখি ওৱেলচে বন্ধু ভিন্‌চেন্টক কৈছিল - ''আকাশী যুদ্ধই মোক ভীতিগ্ৰস্ত কৰি তুলিছে, কিন্তু কি জানা ইমান ভয়াবহতাৰ মাজতো আকাশ মাৰ্গক এই বিৰল দৃশ্য আশ্চৰ্য্যজনক ভাৱে উত্তেজনা পূৰ্ণ। নহয়নে ভিন্‌চেন্ট ?'' ''কেনে অস্বাভাৱিক ৰুচি সম্পন্ন এই মানুহজন।'' ভাবি ভাবি ভিন্‌চেন্ট ব্ৰ'ম আচৰিত হৈ পৰিছিল। এয়া আছিল কালজয়ী, বহুমুখী প্ৰতিভাশালী এইচ. জি. ওৱেল্‌চৰ জীৱন আৰু কৰ্ম্মৰ আলেখ্য॥

ঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃঃ



# ঃ কবিৰ প্ৰেম কাহিনীঃ

### ৰবাৰ্ট ব্ৰাউনিং - এলিজাবেথ বেৰেট

এনেযে ইংলণ্ড ঠাণ্ডা দেশ। তাৰ ৰাজধানী লণ্ডন মহানগৰৰ ১৮৪৫ চনৰ জানুৱাৰী মাহৰ কোনোবা এদিনৰ কথা । কিমান ঠাণ্ডা ভাবিবই নোৱাৰি। এই মহানগৰৰ উইম্পল ষ্ট্ৰীটৰ বহু মহলীয়া ঘৰ এটাৰ প্ৰথম মহলাৰ এটা কোঠাৰ চ'ফাৰ ওপৰত এগৰাকী মহিলা অলসহৈ পৰি আছিল। তেওঁৰ চকুত ভৱিষ্যতৰ আস্থাহীন চাৱনি বিদ্যমান। সৰুফুটীয়া কোমল মনুহ গৰাকীৰ গভীৰ চকুহালৰ ওপৰত দীঘল বৈ পৰা চেলাউৰি। শেঁতা মুখখন দীঘল ঘূৰণীয়া আঁচোৰে আবৃত্ত। বন্ধ কোঠাৰ নিস্তব্ধতাৰ মাজত ডুব গৈ সুন্দৰ, নিমজ হাত ভৰিযুক্ত, ভেল্‌ভেট্ পোচাক পৰিহিত, এটি ছাঁয়াৰ দৰে মানুহ গৰাকী পৰি আছিল চ'ফাখনৰ ওপৰত। তেওঁ আছিল অবিবাহিতা। তেওঁৰ শৰীৰত যৌৱনৰ আবেলি আবেলি গোন্ধ, অক্ষমতা আৰু উদাসীনতাৰ আড়ম্বৰহীন প্ৰলেপ। দহো আঙুলী সমান নহয, সঁচা কথা । ভগ্ন স্বাস্থ্যৰ দেৱালখনৰ বাবে সুন্দৰ পৃথিৱীখনৰ লগত চামিল হ'ব নোৱাৰিলেও মানুহ গৰাকীয়ে কিন্তু ইতিমধ্যে কবি হিচাপে যশস্যা অৰ্জন কৰিছিল। শাৰীৰিক ভাবে অক্ষম উদাসীন এই কবি গৰাকী আছিল '' এলিজাবেথ বেৰেট ।'' ছয় বছৰ ধৰি বেৰেটে নিজৰ এই কোঠালিটোত বন্দী হৈ আছিল যাৰ সঙ্গী আছিল নিসঙ্গতা আৰু তেওঁৰ মৰমৰ স্পেনীয় দেশৰ কুকুৰ এটা।

সেইদিনা পিয়নজন আহি ৫০ নং উইম্পল ষ্ট্ৰীট ৰ বেৰেটৰ কোঠাৰ দুৱাৰত টোকৰ দিলেহি। দি গ'ল এখন চিঠি । আগতেও এলিজাবেথলৈ প্ৰায় চিঠি আহিছিল। কাৰণ তেওঁৰ কবিতা পঢ়ি ভালপোৱা অনেক পত্ৰ বন্ধুৰ লগত তেওঁ শুৱলা ভাষাৰ চিঠিৰ আদান প্ৰদান কৰিছিল।

অৱশ্যে পত্ৰ-বন্ধুৰ এই চিঠিবোৰ তেওঁ পঢ়ি উঠি পুৰি পেলাইছিল। কিন্তু এইবাৰ যেন হাইঠা মাটিত পৰিল। সেইদিনা অহা চিঠিখনত কিবা এটা যেন ব্যতিক্ৰম আছিল। তেওঁ এই চিঠিখন নুপুৰিলে। তেওঁ যদিও চিঠিখনত কি আছিল অনুধাৱন কৰিব পৰা নাছিল তথাপি ই যেন খুউব আলফুলকৈ এগৰাকী ৰুগ্ন ছোৱালীৰ জীৱনৰ ৰুদ্ধ দ্বাৰ খুলি দিলে, পৰিবৰ্ত্তনৰ জোঁৱাৰ আনিলে। এই পৰিৱৰ্ত্তনে তেওঁক সাহিত্যৰ ইতিহাসত অবিস্মৰণীয় এক ৰোমান্সকৰ নায়িকাৰ আসনত উপবিষ্ট কৰিলে।

চিঠিখনৰ তলত থকা চহীটোলৈ চাই তেওঁ ব্যগ্ৰভাৱে পঢ়ি গ'ল। এইখিনি কথা '' মৰমৰ মিচ্ বেৰেট, মই তোমাৰ কবিতাবোৰ প্ৰাণভৰি ভালপাওঁ ।'' গভীৰ

অনুপ্ৰেড়নাৰে ভৰা চিঠিখন বেৰেটে পুনৰ পঢ়িগ'ল '' কি যে মহান জীৱন্ত তোমাৰ কবিতা আৰু কবিতাৰ কিতাপবোৰ , যিবোৰ মই অন্তৰ ভৰি ভালপাওঁ- আৰু ভালপাওঁ তোমাকো তুমি হয়তো নেজানা মই তোমাক এবাৰ খু-উ-ব ওচৰৰ পৰা দেখা পাইছিলো।'' ''মোৰ বন্ধু মিষ্টাৰ কেনিয়নে এদিন পুৱা মোক সুধিছিল- তুমি মিচ বেৰেটক দেখা পাব বিচৰা নেকি ? কিন্তু মোৰ দুভাৰ্গ্য যে অলপ পাচতে তেওঁ আহি মোক খবৰ দিলেহি যে তুমি বোলে খুব অসুস্থ। গতিকে তোমাক নেদেখাকৈ মই ঘূৰি আহিলো। তাৰ পাচত আৰু কোনো দিনে তোমাক দেখাৰ সৌভাগ্য মোৰ হোৱা নাই। তথাপি শুনা, তোমাৰ এই কবিতাবোৰ পঢ়ি মই যে কিমান তৃপ্তি পাওঁ, কিমান যে গৰ্ব কৰো, তুমি হয়তো নেজানা।''

ইতি
তোমাৰ বিশ্বাসী
ৰবাৰ্ট ব্ৰাউনিং

চিঠিখন পঢ়ি পৰম সুখ আৰু সন্তোষত বেৰেট নিমজ্জিত হ'ল। কাৰণ তেওঁ কেতিয়াও মানুহজন দেখা নাই, কিন্তু তেওঁৰ ৰচিত সাহিত্য কৰ্মৰ বিষয়ে জানিছিল। অৱশ্যে তেওঁৰ ৰচনা ৰাজি বেৰেটৰ ৰচনাৰ দৰে জনাজাত নাছিল। তথাপি তেওঁ উপলব্ধি কৰিছিল যে তেওঁ ব্ৰাউনিঙক বুজি পাইছিল। এইবিলাক গুণাগঠাৰ মাজতে তৎক্ষণাত বেৰেটে কলম তুলি ল'লে। লিখিলে- '' মৰমৰ ব্ৰাউনিং, মই তোমাক আন্তৰিক ধন্যবাদ জনাইছো।'' এজন কবিয়ে আন এজন কবিলৈ সাহিত্য ৰচনাৰ বিষয়ে যি লিখিব পাৰে সেইবোৰকে লেখিলে বেৰেটে। চিঠিৰ মাজতে ব্ৰাউনিঙে তেওঁক দেখা পোৱাত ব্যৰ্থ হোৱা কথাটো উল্লেখ কৰিবলৈ বেৰেটে নেপাহৰিলে। বেৰেটে আৰু লিখি গ'ল -'' শীতে এন্দুৰৰ চকু জপাই থোৱাৰ দৰে মোকো মুজুৰা মাৰি ৰাখিলে।'' অতি চতুৰালি কৰি তেওঁ একপ্ৰকাৰ নিমন্ত্ৰিত সুৰত লেখিলে-'' অহা বসন্তত আমি লগ হ'ম।''

ইতি।
তোমাৰ একান্ত বাধ্য আৰু বিশ্বাসী
এলিজাবেথ বি. বেৰেট।''

কি মধুৰ আবেদন সনা আছিল এই চিঠিখন। এজন প্ৰেমিকে আন এজন প্ৰেমিকলৈ লিখা কোমল, মৌসনা আস্বাদযুক্ত আছিল এই চিঠিৰ কথাবোৰ। শেষত ব্ৰাউনিঙৰ কবিতাৰ প্ৰশংসা কৰি বেৰেটে চিঠি সমৰিলে।

এইদৰে এদেওঁ দুদেওঁ লোটা নিয়া চেও কৰি বেৰেটে ব্ৰাউনিঙৰ লগত পত্ৰ বিনিময় আৰম্ভ কৰিলে। কালক্ৰমত পত্ৰত সংখ্যা বাঢ়ি গৈ এটা সময়ত এই পত্ৰালাপ,

পত্র সাহিত্যৰ ইতিহাসত একক সম্পদ ৰূপে পৰিগণিত হ'ল। ভিক্তৰিয়ান যুগৰ এই দুজন সুক্ষ্মদৰ্শী কবিৰ পৰা যি কোমল অনুভূতি নিৰ্গত হৈছিল সি আজিৰ আধুনিক যুগৰ স্পষ্টবাদী ৰোমাণ্টিক ভাৱাবেগতকৈ কোনো গুণে কম নাছিল। প্ৰত্যেক এদিন বা দুদিনৰ অন্তৰত দুয়োৰে মাজত বিনিময় হোৱা পত্ৰৰ সংখ্যা হৈছিল ৫৭৩ খন। এই পত্ৰ বিলাকত তেওঁলোকৰ মাজত গঢ়ি উঠা বিৰল অথচ এক নিবিড় সম্পৰ্ক প্ৰকাশিত হৈছিল।

ৰবাৰ্ট ব্ৰাউনিং আছিল বিহঙ্গৰ দৰে মুক্ত অথচ তাৰ বিপৰীতে বেৰেট আছিল বন্দিনী। কেম্বাৰেলৰ এটা সুন্দৰ ঘৰত দয়ালু পিতৃ মাতৃ আৰু একমাত্ৰ মৰমলগা ভনীয়েকৰ সৈতে ব্ৰাউনিঙে বাস কৰিছিল। ইয়াতে থাকি ব্ৰাউনিঙে নিজৰ সমস্ত সময় আৰু শক্তি নিয়োগ কৰি কবিতা ৰচনা কৰিছিল। ব্ৰাউনিঙৰ পিতৃ যে কেৱল দয়ালু ব্যক্তি আছিল তেনে নহয়; তেওঁ এজন বিদগ্ধ পণ্ডিতো আছিল। ফৰাচী, ইটালী, গ্ৰীক আৰু স্পেনিচ সাহিত্যত তেওঁৰ বুৎপত্তি আছিল। এনে এজন পণ্ডিত পিতৃৰ অধীনত ব্ৰাউনিঙে শিক্ষা লাভ কৰিছিল। ৰবাৰ্টৰ চিন্তাৰ সীমাৰেখা যে কেৱল ঘৰৰ চাৰিবেৰতে সীমাৱদ্ধ আছিল তেনে নহয়। সমাজত তেওঁৰ প্ৰচুৰ জনপ্ৰিয়তা আছিল ; আছিল দৃষ্টিভংগীত বিশেষত্ব। ডাঠ গোঁফৰ সৈতে বিতোপন চেহেৰাৰ মুখমণ্ডলত অপূৰ্ব সৌন্দৰ্য্যৰ আভা বিৰাজমান আছিল। কবি হ'লেও ব্ৰাউনিং কিছুদিন চৰকাৰী চাকৰিয়ালো আছিল। তেওঁৰ চাকৰিটো আছিল এজন কূটনীতিবিদৰ সচিব। এই পদবীত থাকোতে তেওঁ ৰুচদেশ ভ্ৰমণ কৰিছিল ; ইটালী ভ্ৰমণ কৰিছিল দুবাৰ।ইটালীক তেওঁ ইমানেই ভাল পাইছিল যে এই দেশখনক তেওঁ দ্বিতীয় মাতৃভূমি হিচাপে জ্ঞান কৰিছিল। সেইদেখি ইটালীৰ পৰা শেষবাৰ ঘূৰি অহাৰ পাচত তেওঁ নিজকে এজন লক্ষ্যহীন নাৱৰীয়া যেন অনুভৱ কৰিছিল। এজন সহযাত্ৰীৰ অভাৱ ধৰকৈ অনুভৱ কৰিছিল। এই নিসঙ্গতাৰ তাড়নাতে বিদেশত থাকোতে তেওঁ এলিজাবেথ বেৰেটৰ কবিতাৰ দুটা প্ৰকাশিত খণ্ড পঢ়িবলৈ পাইছিল।

এইদুখন কিতাপৰ মাজত গভীৰভাৱে নিমজ্জিত হ'ল ৰবাৰ্ট ব্ৰাউনিং। কিতাপ দুখনত থকা কবিতা বিলাকত নিহিত সুমধুৰ সঙ্গীতৰ সুৰধ্বনি, ভাষাৰ প্ৰাঞ্জলতা, বৰ্ণাঢ্য, বিষাদ আৰু নতুন সাহসৰ চিন্তাধাৰাই তেওঁক বাৰুকৈ আকৰ্ষিত কৰিছিল। ইয়াৰ আগলৈকে ব্ৰাউনিঙে নিজকে কোনো নাৰীক ভাল পোৱাৰ সামৰ্থ্য থকা বুলি নেভাবিছিল।

কাৰণ ব্ৰাউনিঙে জানিছিল যে কবিয়ে কল্পনা ৰাজ্যত কোনোবা নাৰী সত্বা কল্পনা কৰিব পাৰে, কিন্তু বাস্তৱত সি ধৰা দিয়া বিৰল। অৱশ্যে ব্ৰাউনিঙৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হৈছিল। অৱশেষত তেওঁ লেখিবলৈ কাগজ কলম তুলি ল'লে আৰু এইদৰে লিখা আৰম্ভ কৰিলে- '' মৰমৰ এলিজা, মই তোমাৰ এই কিতাপ দুখন অন্তঃ কৰণে ভাল

পাইছো। কিন্তু কি জানা, তোমাক তাতোকৈ বেচি মই ভাল পাই পেলাইছো।''

ব্ৰাউনিঙ সঁচাকৈ অকৃত্ৰিম সত্বাৰে আৰু প্ৰাণভৰি বেৰেটৰ প্ৰেমত পৰিল। অন্যহাতে একে সময়তে এলিজাবেথ বেৰেটৰ ব্ৰাউনিৰ প্ৰতি হোৱা প্ৰেম তুঙ্গত উঠিল। এই প্ৰেমৰ কবলত পৰি তেওঁ সক্ৰিয় কৰ্ম্মময় জীৱনৰ সকলো চিন্তা জলাঞ্জলি দিছিল। শৈশৱত বেৰেটৰ চেহেৰা আছিল চালে চকুৰোৱা -সুন্দৰ। 'হিয়েৰফৰ্ডছায়া'ৰ ''হ্'প এণ্ড'' নামৰ ঠাইখনৰ এটা ডাঙৰ সম্ভ্ৰান্ত পৰিয়ালৰ তেওঁ আছিল জেষ্ঠ সন্তান। 'হ্'প এণ্ড' নামটো বেৰেটৰ দেউতাকে দিয়া নাম। দেখাতে হতাশজনক এনে এটা নাম নিজৰ ঘৰখনৰ বাবে বাচনি কৰাটো অন্যমনস্ক মানুহৰ বাবেহে সম্ভৱ। কিন্তু ইয়াৰ বিপৰীতে পাচত বেৰেটে লিখিছিল যে তেওঁৰ দেউতাক মূলটন বেৰেট এজন অসাধাৰণ ব্যক্তি আছিল। সৌভাগ্যৰ উত্তৰাধিকাৰী হোৱা এই মানুহজন কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত শিক্ষিত হ'লেও গৃহস্থী জীৱনত তেওঁ আছিল স্বেচ্ছাচাৰী। এটা নহয়, দুটা নহয় বাৰটা সন্তানৰ জন্ম দাতা তেওঁৰ পত্নীৰ গাত স্বামীৰ অত্যাচাৰৰ প্ৰতিবাদ কৰাৰ শক্তি নাছিল। ল'ৰা-ছোৱালী কেইটায়ো দেউতাকৰ ইচ্ছাৰ বিৰোধিতা কৰিব নোৱাৰিছিল।

ইমান বিৰম্বনা সত্বেও এলিজাবেথ বেৰেটৰ শৈশৱ আছিল সুখ স্বাচ্ছন্দ্যৰে ভৰা। এক আনন্দোচ্ছল শৈশৱ। তেওঁ ডাঙৰ ককায়েকৰ লগত খেলিছিল, পঢ়িছিল, গ্ৰীক আৰু ফৰাচী ভাষা শিকিছিল।

শৈশৱৰ পৰাই বেৰেটে বিষাদযুক্ত কবিতা ৰচনা কৰিছিল। তেওঁৰ জীৱনলৈ হঠাতে নামি আহিল বিষাদৰ ক'লা ডাৱৰ, মাত্ৰ পোন্ধৰ বছৰ বয়সতে। ইয়াৰ কাৰণ আছিল সামান্য কাহ আৰু পিঠিৰ বিষ। তাৰ পাচত ৰাজহাড় আৰু হাওঁফাও দুৰ্বলতাই তেওঁৰ স্বাস্থ্য ভাগি পৰাৰ মূল কাৰণ হৈ পৰিল। ইয়াৰ অলপ দিনৰ পাচত তেওঁৰ মাতৃ বিয়োগ হয়। মাকৰ মৃত্যুৰ চাৰিবছৰমানৰ পাচতে দেউতাক মূলটন বেৰেটে গাঁৱৰ ঘৰটো বিক্ৰী কৰিবলৈ ঠিক কৰিলে।ঘৰটো বেচাৰ পাচত বাপেকৰ ধুমখুলীয়া স্বভাৱৰ কাৰণে পৰিয়ালটো কিছুদিন বেচ অশান্তৰত পৰিছিল। অৱশেষত উইম্পল্ ষ্ট্ৰীটৰ ঘৰটো দেউতাকে কিনিলোৱাৰ পাচত তেওঁলোকৰ এই অশান্তৰৰ ওৰ পৰিল। এই ঘৰটোতে এলিজাবেথ বেৰেটৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটিল। তেওঁ হৈ পৰিল ছাঁ আৰু নীৰৱতাৰ দাসী।

সময় পাৰহৈ যোৱাৰ লগে লগে পৰিয়ালৰ মানুহখিনি বেৰেটৰ এই নিসঙ্গ জীৱন যাত্ৰাৰ সৈতে পৰিচিত হৈ পৰিল। অৱশ্যে এলিজাবেথৰ কিছু স্বাধীনতা আছিল যিটো আন কেইজন ককাই-ভাই, বাই-ভনী নাছিল। ইয়াৰ কাৰণ হ'ল বেৰেটৰ এজন খুড়াকে মৰমতে তেওঁৰ নামত কিছুধন সম্পত্তি দি গৈছিল। ঘৰৰ বাকী কেইটা ল'ৰা ছোৱালীয়ে ঘৰুৱা সকলো কথা আৰু বস্তুৰ বাবে দেউতাকৰ মৰ্জিৰ ওপৰত নিৰ্ভৰ

কৰিব লগা হৈছিল। বস্তু বিচাৰোতে তেওঁলোকে দেউতাকৰ তৰ্জন গৰ্জন শুনিব লগা হৈছিল।ঘৰুৱা সকলো কথাৰ ভিতৰত মূলটনে জুয়ে পানীয়ে নিষেধ কৰা প্ৰধান বিষয়টো আছিল বিবাহ। পৰিয়ালৰ কাৰোবাৰ বিয়া পতাৰ কথা ওলালেই তেওঁ সাতজাপ মাৰি উঠিছিল। সেইকাৰণে মূলটনে এলিজাবেথৰ নাচ-গান ভালপোৱা ভনীযেক হেনৰিয়েটাৰ বিয়াখনত বাধা প্ৰদান কৰিছিল। ইয়াৰ পাচত ঘৰখনত যি এটা অসহনীয় পৰিস্থিতি সৃষ্টি হ'ল, সেইটোৱে এলিজাবেথৰ হৃদয় বিদীৰ্ণ কৰি থকা সৰকা কৰিলে।

ইমান পাচতো বেৰেটৰ দেউতাকৰ প্ৰতি শ্ৰদ্ধা হ্ৰাস হোৱা নাছিল। তেওঁ স্বীকাৰ কৰিছিল যে দেউতাকৰ মহৎ প্ৰভাৱ তেওঁৰ অন্তৰত বিৰাজমান আছিল। পিতৃৰ প্ৰতি থকা এই অচলা ভক্তিয়ে বেৰেটৰ বন্দী সদৃশ জীৱনৰ পৰিসীমা মজবুট কৰি ৰখাত বিস্তৰ সহায় কৰিছিল।

তাৰপাছত শেনৰ এজাত। বেৰেটৰ বন্ধ কোঠালিৰ বেৰত ওলমি থকা সংকেত সূচক ছবিবোৰৰ দৰে প্ৰায় প্ৰতি দিনে নতুন সঙ্কেতৰ সম্ভাৰলৈ অচিনাকী ৰবাৰ্ট ব্ৰাউনিঙৰ পৰা বেৰেটলৈ চিঠি আহিব ধৰিলে। ব্ৰাউনিঙে বেৰেটৰ সেই লাজ আৰু মৰম মিহলি বাক্যাংশ '' আমি অহা বসন্তত দেখা হ'ম'' উল্লেখ কৰি লিখিলে - '' বসন্ত আহি পালেহি দেখোন। আমি কেতিয়া দেখা দেখি হ'ম ?'' ব্ৰাউনিঙৰ ব্যাকুলতা ভৰা চিঠিখন পাই অক্ষমবেৰেটে পুনৰ উত্তৰ লিখিলে- '' অলপ পাচতে মোলৈ বসন্ত আহিব। মোৰ প্ৰতিজ্ঞা ৰক্ষা হ'ব।'' অৱশেষত মে মাহৰ মঙ্গল বাৰ এটাৰ আবেলি ৰবাৰ্ট ব্ৰাউনিঙে উইম্পল ষ্ট্ৰীটৰ এটা ঘৰৰ চিৰিয়েদি উঠি গ'ল সেই কোঠালিটোলৈ য'ত বিকলাঙ্গ এলিজাবেথ বেৰেট পৰি আছিল।

ব্ৰাউনিঙৰ লগত হোৱা এই প্ৰথম সাক্ষাত আছিল প্ৰথম দেখাতে হোৱা প্ৰেমৰ সফল পৰিণতি। ইয়াৰ পাচত এলিজাবেথে মাত্ৰ এইবুলি লিখিলে- '' এই যে তুমি আহিলা, তুমি আৰু কেতিয়াও ঘূৰি নোযোৱা।'' এই মিলনৰ পাচত ব্ৰাউনিঙৰো এটা অনুভৱ হ'ল যে তেওঁ মাত্ৰ এটা সত্তাৰ প্ৰেমত পৰা নাছিল। বৰং তেওঁ গভীৰ ভাবে বেৰেটৰ প্ৰেমত পৰিছিল। ব্ৰাউনিঙে তেওঁৰ মিঠা অনুভৱৰ কথা জনাই বেৰেটলৈ চিঠি দিছিল। কিন্তু কিয় জানো এই চিঠিখনে বেৰেটক হতাশ কৰিলে। বেৰেট চিঠিখন ব্ৰাউনিঙলৈ ঘূৰাই পঠালে। দুই প্ৰেমিকৰ মাজত হোৱা দুটা খণ্ডত প্ৰকাশিত পত্ৰালাপৰ পৰা এই এখন মাত্ৰ চিঠি হেৰাই গ'ল। কিন্তু এলিজাবেথে চিঠিখনৰ উত্তৰত ৰবাৰ্টলৈ লিখিলে যে তেওঁ যেন পুনৰ এনে কথা নিলিখে। প্ৰেমৰ উম্মাভৰা চিঠিখনৰ তলত বেৰেটে চহী কৰিছিল এইদৰে -'' সম্মানসহ কৃতজ্ঞতাৰে, তোমাৰ বন্ধু এলিজাবেথ।''

দুই কবি প্ৰেমিকে নিজকে নিজৰ লিখনিৰ দ্বাৰা বুজাব পাৰিছিল। পাচলৈ

প্ৰতি সপ্তাহে ব্ৰাউনিঙে এলিজাবেথক দেখা কৰিছিল। কিন্তু মজাৰ কথা হ'ল এই যে পত্ৰ বিনিময়ৰ দ্বাৰা তেওঁলোকৰ মাজত যি আন্তৰিকতা গঢ়ি উঠিছিল তাৰ গভীৰতা পৰস্পৰে লগপোৱাতকৈও বেচি আছিল। কিন্তু সেয়ে হ'লেও ৰবাৰ্টৰ উপস্থিতিয়ে বেৰেটক শক্তি যোগাইছিল , অফুৰন্ত প্ৰেৰণা দিছিল, যাৰ ফলত বেৰেটে শুই থকা চ'ফাখনৰ পৰা উঠি খোজ কাঢ়িব পৰা মনোবল পাইছিল। ভৰ গ্ৰীষ্ম উষ্ণতা নেওচি বেৰেটে শীতল বায়ু সেৱনৰ প্ৰতি ব্যাকুল হৈ পৰিল। ব্ৰাউনিঙৰ বৌদ্ধিকা অৱস্থা আৰু এখোপ চৰিল। তেওঁ প্ৰেমিক হিচাপে দিনে দিনে অধিক লেখিবলৈ সাহস আৰু প্ৰেৰণা লাভ কৰিলে। বেৰেটেও ইয়াত বাধা দিয়া নাছিল। কিন্তু এলিজাবেথৰ এটা গভীৰ চিন্তা হৈছিল এই ভাবিযে কিজানি তেওঁ অসুস্থ শৰীৰ ব্ৰাউনিঙৰ জীৱন ধ্বংসৰ কাৰণ হ'ব পাৰে। ৰবাৰ্টে কৰিব পৰা সকলোখিনি কৰা সত্বেও বেৰেটে নিজৰ শাৰীৰিক অক্ষমতাৰ নিৰ্মম জিঞ্জিৰিৰ পাশত বন্দী আছিল। লগতে আছিল দেউতাকৰ প্ৰতি থকা অপৰিসীম শ্ৰদ্ধাপো দাস। চলিশ বছৰ বয়সতো তেওঁ দেউতাকৰ ইচ্ছা অনিচ্ছাৰ নিৰন্তৰ বশ আছিল।

ইতিমধ্যে দেউতাক মূলটনে এটা কঠিন সিদ্ধান্ত গ্ৰহণ কৰিলে। গ্ৰীষ্মৰ শেষত শৰত আহিল আৰু গ'ল। প্ৰচণ্ড শীতৰ প্ৰকোপৰ পৰা হাত সাৰিবৰ বাবে মৃদু জলবায়ুৰ দেশ ইটালীলৈ বেৰেটৰ পৰিয়াল যোৱাৰ কথা চলিল। এলিজাবেথৰ চিকিৎসকৰ পৰামৰ্শনুসৰি তেওঁৰ এজন ভায়েক আৰু ভনীযেক আৰাবেলে বেৰেটৰ লগত ইটালীলৈ যোৱা ঠিক হ'ল। কিন্তু শেষমূহুৰ্ত্তত দেউতাকে বেৰেটৰ এই পৰিকল্পনাত দোৰ্ঘোৰ আপত্তি কৰিলে। এলিজাবেথে ভায়েক-ভনীযেকক দেউতাকৰ নিষ্ঠুৰ ইচ্ছাৰ বলি হ'বলৈ নিদিলে। এই ঘটনাৰ পাচত বেৰেটে জীৱনত প্ৰথম বাৰৰ বাবে উপলব্ধি কৰিলে যে ইমান দিনে যি পিতৃস্নেহত তেওঁ বিশ্বাস কৰি আহিছিল সি তেওঁৰ স্বাৰ্থজড়িত সম্বন্ধৰ নামান্তৰ মাত্ৰ। দেউতাকৰ নিৰ্দয়তাৰ খুন্দাত প্ৰস্থত হৈ দুখত বিৰত হোৱা বেৰেটে ইটালীৰ পৰা ঘূৰি আহি তেওঁৰ অন্তৰ জয়কৰা ৰবাৰ্ট ব্ৰাউনিঙক পুনৰ লগ পালে। তাৰ পাচত বেৰেটে অধিক উৎসাহেৰে ব্ৰাউনিঙৰ চিঠিৰ উত্তৰ দিয়াত লাগিল। প্ৰত্যেকখন চিঠিতে কলমৰ পৰা নিগৰি ওলাল অফুৰন্ত প্ৰেমৰ অনন্ত প্ৰবাহ। ব্ৰাউনিঙে ইতিমধ্যে বেৰেটৰ ঘৰুৱা নাম 'বা' গ্ৰহণ কৰি চিঠি লিখিবলৈ লৈছিলেই। ইয়াৰ প্ৰত্যুত্তৰত বেৰেটেও সেই বছৰ শীত কালৰ মাজভাগৰ পৰা ব্ৰাউনিঙলৈ লিখা চিঠিত সামৰণি মাৰে- '' তোমাৰ অতি স্নেহৰ 'বা' বুলি কৰা চহীৰে।

পিচে কি হ'ব, যদিও বেৰেটে সমস্ত অন্তৰ ব্ৰাউনিঙৰ ওচৰত মৰ্পণ কৰিছিল তথাপি কিছুমান বাধা তেওঁৰ কাৰণে তেতিয়াও অপ্ৰতিহত হৈ আছিল। ইয়াৰ ভিতৰত তেওঁৰ শাৰীৰিক দুৰ্বলতা আছিল প্ৰধান বাধা। ব্ৰাউনিঙৰ অনুপ্ৰেৰণাতে তেওঁ অক্ষমতাৰ

কৃচ্ছ্র-সাধনাৰ বাবে নিজৰ কোঠাৰ পৰা চিৰিয়েদি তললৈ নামি খোজ কঢ়াৰ অভ্যাস কৰিৰিছিল। ইয়াৰ আগতে শীতকালত কোনোদিনে বেৰেটে এই কাম কৰা নাছিল। ইমানৰ পাচতো বেৰেটৰ সংশয় হৈছিল কিজানি তেওঁ ব্ৰাউনিঙৰ বাবে বোজা হৈ পৰে। ইয়াতোকৈ বেচি ভয় হৈছিল যদি তেওঁলোক দুয়োৰে মাজত থকা ঘনিষ্ঠতা, এই অন্তৰঙ্গতা জনাজাত হৈ যায়। তাতোকৈ ডাঙৰ কথা হ'ল যদি এই ঘনিষ্ঠতাৰ কথা কেনেবাকৈ দেউতাকে জানি যায় তেন্তে তেওঁ আগতে পোৱা ব্ৰাউনিঙৰ সকলো চিঠি নষ্ট কৰি পেলাব আৰু ব্ৰাউনিঙক তেওঁলোকৰ ঘৰলৈ অহা দেউতাকে বন্ধ কৰি দিব। উদ্বিগ্নতা বাঢ়িযোৱাৰ লগে লগে বেৰেটৰ মানসিক উৎপীড়ন বাঢ়ি গ'ল। আনকি বেৰেটৰ কুকুৰটোয়েও যেন এই কথাত সন্দেহ কৰিব ধৰিলে। ব্ৰাউনিং আহিলেই কুকুৰটোয়ে তেওঁৰ কাপোৰত কামুৰি যেন এই সংশয়ৰ সংবাদ দিব ধৰিলে। ব্ৰাউনিঙে কুকুৰটোক মৰমতে থপৰিয়াই তাৰ সংশয়ৰ উমান ল'বলৈ চেষ্টা কৰিছিল। এটা সময়ত ব্ৰাউনিঙেও এই সংশয়ৰ অন্তৰালত থকা সত্যটো উপলব্ধি কৰি লে। অৱশেষত বেৰেটে চিন্তা কৰি পালে যে অহা বসন্তত তেওঁ ব্ৰাউনিঙৰ সৈতে ইটালীলৈ গুচি যোৱাৰ বাহিৰে এই নিশ্চিত সংকটৰ পৰা হাত সৰাৰ অন্য উপায় নাই। তথাপি তেওঁ এই যাত্ৰা খৰধৰ নকৰি মনে মনে ৰিজেণ্ট পাৰ্কত ফুৰিবলৈ যোৱা হ'ল, যাতে তেওঁৰ সাহস বৃদ্ধি হয়। এইদৰে এটা গ্ৰীষ্ম পাৰ হ'ল ; আনএটা শীত আহি তেওঁক বন্দী কৰিবলৈ উপক্ৰম হ'ল। তাৰ পাচত বেৰেটৰ দেউতাকে অপ্ৰত্যাশিত ভাৱে এটা সিদ্ধান্ত কৰি ল'ৰা-ছোৱালীইঁতক সেইমতে কাম কৰিবলৈ নিৰ্দ্দেশ দিলে। সেইদিনা আছিল দহ চেপ্তেম্বৰ। দেউতাকৰ এটা কঠোৰ আদেশ আহিল যে উইম্পল ষ্ট্ৰীটৰ ঘৰটো কিছুদিনৰ কাৰণে এৰি দিব লাগিব। কিয়নো ঘৰটো মেৰামতি কৰি নতুনকৈ সজাই পৰাই তোলাৰ বন্দবস্ত কৰা হৈছে। দেউতাকৰ আদেশ পৰিয়ালৰ কাৰণে শিলৰ ৰেখা আছিল। এই আদেশ পাই ভয়ত বিতত হ'ল বেৰেট। কিয়নো ইতিমধ্যে বেৰেট আৰু ব্ৰাউনিঙে মনে মনে বিয়া পতাৰ সিদ্ধান্ত লৈছিল। দেউতাকৰ কঠোৰ আদেশৰ কথা জনাই বেৰেটে ব্ৰাউটে ব্ৰাউনিঙলৈ চিঠি লিখিলে।

এলিজাবেথৰ চিঠি পাই ৰবাৰ্টে তৎক্ষণাত উত্তৰ লিখিলে '' যদি তুমি সঁচাই যোৱা আমাৰ বিয়াখন আৰু এবছৰ হতি যাব।'' তেওঁ আৰু লিখিলে- '' তুমি ভাবি চোৱাচোন এইদৰে আৰু কিমান দিন অপেক্ষা কৰিবা ? অপেক্ষা কৰি অমাৰ একো লাভ হোৱা নাই । আমি বিয়া পাতি চিধা ইটালীলৈ গুচি যাম। মই অনুমতি পত্ৰৰ বাবে আজিয়ে যাম যাতে অহা শনিবাৰে আমাৰ বিয়া হয়।'' এই চিঠি পাই এলিজাবেথ পিচ নুহহঁকিল। '' য'তে ইচ্ছা ত'তে বাট''। শনিবাৰৰ পুৱা। সেইদিনা আছিল ১৮৪৬ চনৰ ১২ চেপ্তেম্বৰ । পুৰণি , বিশ্বাসী বন কৰা তিৰোতা উইলচনক লগত লৈ এজন

পুৰণা বন্ধুক দেখা কৰাৰ অজুহাত এলিজাবেথ ঘৰৰ পৰা ওলাই গ'ল। অধাবাট যাওঁতে তেওঁ মূৰ্চ্ছা গৈ পৰি গ'ল। কিন্তু ওচৰৰ দৰবৰ দোকানৰ পৰা দৰব খাই পুনৰ সুস্থিৰ হ'ল। অৱশেষত তেওঁলোক গৈ গীৰ্জ্জা ঘৰটো পালেগৈ। ইতিমধ্যে তাত ৰবটি এজন ভতিজাকৰ সৈতে বৈ আছিল। লগে লগে পুৰুহিতে দুয়োকে বিবাহৰ শপত বাক্য পাঠ কৰালে। তেতিয়াৰ পৰা দুয়ো চিৰদিনৰ বাবে বিবাহ পাশত আবদ্ধ হ'ল। ভাগকৰা এলিজাবেথ বনকৰা তিৰোতজনীৰ লগত পুনৰ উইম্পল ষ্ট্ৰীটলৈ ঘূৰি আহিল। বেৰেটে ভাবিছিল ইটালীলৈ উৰা মাৰিলেই তেওঁ পুনৰ শক্তি লাভ কৰিব।

সেই সময়ত এলিজাবেথৰ ভায়েকহঁতে দেউতাকৰ আদেশ মানি অন্য ঠাইত ঘৰ এটা বিচৰা কামত ব্যস্ত আছিল। এই সুযোগতে এলিজাবেথে মনে মনে নিজৰ বয় বস্তু টোপোলা বান্ধিলে। ব্ৰাউনিং তেওঁলোকৰ ঘৰলৈ আৰু নাহিল। এলিজাবেথে ক্ষমা প্ৰাৰ্থনা কৰি দেউতাকলৈ এখন চিঠি লিখিলে। তাৰ পাচতে দেউতাকৰ আদেশ যে অতি সোনকালে বেৰেটহঁতে উইপম্পল ষ্ট্ৰীটৰ ঘৰটো এৰি যাব লাগে, আৰু পলম কৰা ভাল নহ'ব। এলিজাবেথৰ বয় বস্তু ইতিপূৰ্বে গোপনে ঘৰৰ পৰা পঠাই দিয়া হৈছিল। ১৮৪৬ চনৰ চেপ্তেম্বৰৰ ১৯ তাৰিখে অৰ্থাৎ বিয়া হোৱা এসপ্তাহৰ পাচত এলিজাবেথ আৰু উইলচন এটা শনিবাৰৰ আবেলি শেষ বাৰৰ কাৰণে উইম্পল ষ্ট্ৰীটৰ ঘৰটোৰ চিৰিয়েদি সংগোপনে অভিসাৰিকা হৈ নামি গুচি আহিল মুখত আছিল তেওঁৰ আনন্দ আৰু সন্তুষ্টৰ জেউতি। পূৰ্বৰ বন্দবস্ত মতে অলপ দূৰ গৈ এখন কিতাপৰ দোকানৰ ওচৰত বৈ থকা ব্ৰাউনিঙক বেৰেটে লগ পালে। এখন টেক্সীৰে তেওঁলোক ভক্সহলৰ ওচৰৰ নাইন এলাম ষ্টেচনৰ ফালে অগ্ৰসৰ হ'ল। এয়া যেন তেওঁলোকৰ বাবে আনন্দ আৰু আলোকৰ জয় যাত্ৰাৰে প্ৰথম খোজ। ইয়াৰ পাচৰ বছৰ বোৰ তেওঁলোকৰ বাবে আছিল বৰ্ণময় কাব্যিক বছৰ। পেৰিচ, পিচা, ফ্ল'ৰেঞ্চ, ৰোমত তেওঁলোকৰ সম্পূৰ্ণ সঙ্গী আছিল উষ্ণ আলোকময় বৰ্ত্তাবাহক শান্তি আৰু কবিতাৰ নিৰন্তৰ প্ৰবাহ। ''হ'বৰ দিনত কুকুৰেও মে টানে'' - বিয়াৰ পাচত এলিজাবেথৰ স্বাস্থ্য আৰু শক্তিৰ যথেষ্ট শ্ৰীবৃদ্ধি হ'ল। অকল সেয়ে নহয় ১৮৪৯ চনৰ বসন্ত কালত এলিজাবেথ এটি সুন্দৰ সুঠাম পুত্ৰৰ মাতৃ হ'ল। তেওঁলোকৰ সুখ দুগুনে চৰিল।

তেওঁলোকে ইংলণ্ড ভ্ৰমণ কৰিছিল। দেউতাকক দেখা কৰিছিল। কিন্তু এলিজাবেথে দেউতাকৰ নিৰুত্তাপ, ক্ষমাহীন কঠোৰতা ভঙ্গ কৰিব পৰা নাছিল। দেউতাকে এলিজাবেথৰ সকলো চিঠি নোখোলাকৈ ওভটাই দিছিল। এলিজাবেথৰ প্ৰতি দেউতাক ইমানেই অৰিষড়ষ্ট হৈছিল যে তেওঁ জীয়েকক মৰিল বুলি এৰি দিছিল। এলিজাবেথৰ বিয়াৰ বিষয়ত বেৰেটে নিৰোদ্বেগ ভাৱে কৈছিল - '' মোৰ ছোৱালী জনীয়ে আন এখন

জগতৰ কথা ভবা উচিত আছিল।'' কিন্তু ৰবাৰ্ট ব্ৰাউনিঙে এলিজাবেথক এই বিপৰ্য্যৰ পৰা নিজৰ অফুৰন্ত প্ৰেম আৰু যত্নৰ দ্বাৰা ১৮৬১ চন পৰ্যন্ত সঞ্জীৱিত কৰি তেওঁৰ জীৱন আলোকিত কৰি ৰাখিছিল; ৰাখিছিল ঐশ্বৰ্য্যশালী কৰি। বিধিৰ কি বিপাক ইমান আদৰ যত্নৰ আবেষ্টনীৰ মাজত থকা সত্বেও জুন মাহৰ এটা সন্ধিয়া ফ্ল'ৰেন্সত থাকোতে ব্ৰঙ্কাইটিচ্ ৰোগৰ প্ৰচণ্ড আক্ৰমণত এলিজাবেথৰ স্বাস্থ্য ভীষণ অৱনতি ঘটিল। চিকিৎসক অনা হ'ল। ব্ৰাউনিঙৰ দুবাহুত এলিজাবেথ হালি পৰিল। চিকিৎসাই কাম নিদিলে। সদায় হাঁহি থকা, সুখী ছোৱালী এজনীৰ দৰে ব্ৰাউনিঙৰ গালত মূৰটো থৈ তেওঁ বাহু বন্ধনত কেইমিনিটমানৰ ভিতৰতে এলিজাবেথে শেষ নিশ্বাস ত্যাগ কৰিলে।

এলিজাবেথ বেৰেট ব্ৰাউনিঙে মহান, পবিত্ৰ প্ৰেমৰ চিৰস্থায়ী চানেকি এৰি থৈ গ'ল। ইটালীত থাকোতে এদিন পুৱা চাহৰ টেবুলত বেৰেটে পৰ্তুগীজ ভাষাত লিখা চনেট কবিতাৰ এটি পাণ্ডুলিপি ব্ৰাউনিঙৰ হাতত গুজি দি পাচত প্ৰকাশ কৰিবলৈ অনুৰোধ কৰিছিল। এই কবিতা বিলাকৰ ভিতৰত এটা কবিতাই এগৰাকী মহিলাই ইংৰাজী ভাষাত ৰচনা কৰা সৰ্বতো কালৰ শ্ৰেষ্ঠ কবিতা হিচাপে স্বীকৃতি লাভ কৰিলে।কবিতাটিৰ প্ৰতিটো শাৰীতে নিৰবিচ্ছিন্ন ভাবে বৈ আছে অফুৰন্ত প্ৰেমৰ প্ৰবাহ। এই যুগজয়ী কবিতাটিৰ ভাবধাৰা এনে ধৰণৰ -

''মোক গননা কৰিব দিয়াচোন
মই তোমাক কিমান ভাল পাওঁ ?
যেতিয়া অনুভূতি হেৰাই যায়,
মোৰ আত্মাই বিচাৰি পায়।
কাৰণ জীৱন শেষ হয়
আদৰ্শৰ কৃপাত।
প্ৰতিটো দিনৰ বাবে দিনৰ সূৰ্য্যৰ
আৰু ৰাতিৰ মমবাতিৰ পোহৰৰ
যিমান নিবিড় প্ৰয়োজন
সেই প্ৰয়োজনেৰে মই তোমাক ভালপাওঁ।
মানুহে সত্যৰ বাবে যিদৰে যুঁজে,
সিমান মুক্তভাবে মই তোমাক ভালপাওঁ।
প্ৰশংসা বিমূখ মানুহৰ দৰে ,
নিভাঁজকৈ ভালপাওঁ তোমাক।

কবিৰ প্ৰেম কাহিনী

অতীতৰ দুখত চেনেহৰ প্ৰলেপ দিয়াৰ দৰে
আৰু শৈশৱৰ বিশ্বাসৰ দৰে
মই তোমাক ভাল পাওঁ ।
তোমাক ভালপাই পাই
মোৰ প্ৰেম হেৰাই গৈছে ,
হেৰাই যাব খোজা পুণ্যাত্মাৰে,
শ্বাস নিশ্বাসৰ যতিহীনতাৰে
মই তোমাক ভাল পাওঁ।
ঈশ্বৰৰ বাচনিত জীৱনৰ হাঁহি আৰু কান্দোন
যিটোয়ে নাহক
মৃত্যুৰ পাচতো
মই তোমাক বেচিহে ভাল পাম''

কবি প্ৰাণ, ধন্য তোমালোকৰ প্ৰেম. ধন্য কবিতা।'

